# টমাচ হাৰ্ডিৰ

# দ্যা মেয়ৰ অৱ কেষ্টাৰব্ৰীজ

অনুবাদক

**মুনীন্দ্ৰ চন্দ্ৰ বৰুৱা**

Thomas Hardy's famous novel **The Mayor of Casterbridge,**
translated into Assamese, by Sri Munindra Ch Baruah

---

*প্ৰকাশক*
**শ্ৰীমুনীন্দ্ৰ চন্দ্ৰ বৰুৱা**
হাতীগড় চাৰিআলি
গুৱাহাটী-৭৮১ ০২৪

*মূল্য :* ১০০ ০০ টকা

*ছপা :*
**চিত্ৰবন প্ৰিন্টাৰ্চ**
২৬৩, ৰাধাগোবিন্দ বৰুৱা পথ
গুৱাহাটী-৩

# পাতনি

ইংৰাজী সাহিত্যৰ ওপৰত ইমান অধ্যয়ন নাই যে টমাছ হাৰ্ডি বা তেওঁৰ সমসাময়িক ঔপন্যাসিক সকলক সামৰি এখন মূল্যবান পাতনি লিখিব পাৰিম। আন এজনক পাতনি লিখিবলৈ কৈ আমনি দিবলৈ ভাল নাপালো। যাইওক, পাতনি নহলেও মইনো কিতাপখন কিয় ভাল পাই অনুবাদ কৰিলোঁ সেই বিষয়েই দুশাৰীমান লিখা উচিত বুলি বিবেচনা কৰিলোঁ।

দ্যা মেয়ৰ অব কেষ্টাৰব্ৰীজ কিতাপখন আমাৰ বিএ মহলাৰ পাঠ্যপুথি আছিল। কিন্তু সেই সময়ত দৰং কলেজত ইংৰাজীৰ অধ্যাপক তাকৰ থকাৰ কাৰণে অতিথি অধ্যাপক অন্নদা কুমাৰ পদ্মাপতি আৰু ইংৰাজী বিষয়ত বিশেষ বুৎপত্তি থকা বুৰঞ্জীৰ অধ্যাপক সদানন্দ চলিহা ডাঙৰীয়াই ও আমাৰ ইংৰাজীৰ ক্লাছ মাজে সময়ে লৈছিল। কিন্তু তথাপিও এইখন ডাঙৰ কিতাপত কোনো অধ্যাপকে হাত দিবলৈ যথেষ্ট সময় নাপালে। নোটবুক পটি ঘৰতে যি হয় নিজেই পঢ়িছিলো, মাথোন পৰীক্ষা পাছ কৰিবৰ উদ্দেশ্যৰে। উপন্যাসখনত থকা চৰিত্ৰবোৰ যে পিছৰ জীৱনত শিকনি স্বৰূপ হৈ পৰিব সেই কথা তেতিয়া উপলব্ধি কৰিব পৰা নছিলো। ইতিমধ্যে সংসাৰত বহুত ধৰণৰ মানুহ লগ পালোঁ আৰু বিভিন্ন দিশত যথেষ্ট অভিজ্ঞতাও আৰ্জন কৰিলোঁ। সাতে পাঁচে উপন্যাসখনৰ চৰিত্ৰবোৰ মোৰ সন্মুখত বেলেগ ৰূপত দেখা দিলে। মই বুজিব পাৰিলোঁ যে সেই চৰিত্ৰবোৰ মাথোন কিতাপৰ পাততে আবদ্ধ হৈ থকা চৰিত্ৰ নহয়। প্ৰত্যেকটো একোটা সুখ-দুখ আশা আকাঙ্ক্ষাৰে ভৰা জীৱন্ত মানুহৰ দৰে বিদ্যমান—চাৰিওদিশে।

সেইহেন অপূৰ্ব কিতাপ এখনো ভালকৈ নপঢ়াৰ খেদ এটা মনতে থাকি গৈছিল। সেইখেদ পূৰাবলৈকে ভাটি বয়সত কিতাপখন আকৌ এবাৰ পঢ়িলো। পুনৰ পঢ়াৰ পিছত অনুবাদ কৰিব পাৰিনেকি তেনে এটা ভাব মনলৈ আহিল।

উপন্যাসখনৰ প্ৰধান চৰিত্ৰ মাইকেল হেনচাৰ্ড এসময়ত অতি দুখীয়া আছিল যদিও পিছত নিজ পৰিশ্ৰমৰ বলত আৰ্থিক আৰু সামাজিক দিশত অভাবনীয় সাফল্য আৰ্জন কৰে। মানুহজন অত্যন্ত খঙাল আৰু উগ্ৰ প্ৰকৃতিৰ আছিল। নিমিষতে তেওঁ বহল হৃদয় এখনৰ পৰিচয় দি আনৰ অন্তৰ জয় কৰি আপোন কৰি লব পাৰিছিল, কিন্তু খং উঠিলেই পিছ মুহূৰ্ততে কালৰূপ ধাৰণ কৰি নিজৰ ওপৰতেই পোতক তুলি নিজেই তাৰ ৰং চাইছিল। তেওঁৰ দৈহিক আৰু মানসিক কষ্টৰ সৰহভাগ তেওঁ নিজেই সৃষ্টি কৰা যদিও কিছুমান দুৰ্ভাগ্য ক্ৰমহে আহি পৰা যেন লাগে। তেওঁৰ

চৰিত্ৰটো বিশ্লেষণ কৰিলে দেখা পোৱা যায় যে হাৰ্ডিয়ে হেনচাৰ্ডৰ চৰিত্ৰটোৰ মাজেদি এটা বিশেষ দিশত পাঠক সকলৰ দৃষ্টি আকৰ্ষণ কৰিব খুজিছে যে মানুহে নিজৰ ভাগ্য নিজ কৰ্মৰ দ্বাৰাই নিজেই সৃষ্টি কৰে নে জন্ম লগ্নতে পোৱা কপালখনেহে মানুহৰ ভাগ্য বা দুৰ্ভাগ্য নিৰ্ণয় কৰে। প্ৰত্যেকজন মানুহৰ মনত এই ভাবটোৱে সদায় খুদুৰনি লগাই আমনি কৰি থাকেই। কিতাপখন পঢ়াৰ পিছত হয়তো মানুহৰ মনলৈ এনে এটা ভাব আহিব পাৰে যে কিছু ক্ষেত্ৰত মানুহ নিয়তিৰ হাতৰ পুতলা বা দাস বুলি মানি লব লগীয়া হলেও একেবাৰে দুৰ্ভগীয়াজনৰ বাহিৰে সৰ্বসাধাৰণলোকৰ জীৱনলৈ অহা যৎসামান্য সুবিধাকনকে অবলম্বন কৰি সুচিন্তিত ধ্যান ধাৰণাৰে নিজকে আগবঢ়াই নিব পাৰিলে সংসাৰ সাগৰখন সুকলমে পাৰ হোৱাৰ সম্ভাৱনা নাথাকে বুলি ক'ব নোৱাৰি। এলিজাবেথ-জেন আৰু ডোনাল্ড ফাৰফ্ৰেৰ চৰিত্ৰৰ মাজেদি আমি তাকেই দেখা পাওঁ। সেইবোৰ চৰিত্ৰই মানুহৰ মনত ৰেখাপাত নকৰাকৈ নাথাকে।

কিতাপখনৰ আৰু এটা দিশ মই ভাল পাইছিলো, সেইটো হ'ল – বৰ্ণনা। হাৰ্ডিয়ে বৰ্ণনা ভাল পায়। প্ৰতিটো উল্লেখনীয় ঘটনাৰ পূৰ্বে কিছুমান প্ৰাকৃতিক বা আন বৰ্ণনা চকুত পৰে। সেই বৰ্ণনাবোৰ নহলে আগন্তুক সংঘাটবোৰৰ প্ৰকটতা নিশ্চয় হ্ৰাস পালেহেতেন বুলি মানিবলৈ থল আছে। উপন্যাসখনত বৰ্ণনা বেছি কিন্তু সেইবোৰ অলপো অপ্ৰাসঙ্গিক বা আমনি লগা নহয় বৰঞ্চ বৰ চিত্তাকৰ্ষক।

হাৰ্ডি যে মাথোন মানুহৰ দুখ-কষ্টৰ প্ৰতিযেই সংবেদনশীল আছিল এনে নহয়। মানুহৰ উপৰিও চৰাই-চিৰিকতি জন্তু-জানোৱাৰৰ প্ৰতিও তেখেতৰ এখন অতি কোমল অন্তৰ থকা বুলি অনুমান হয়। মানুহে জন্তুৰ প্ৰতি কৰা নিৰ্মম অত্যাচাৰৰ উদাহৰণ তেখেতে কেইবাঠাইটো দিছে। যেনে মঙহ কোমল কৰিবৰ কাৰণে বান্ধি যোৱা ষাড়গৰুৰ ওপৰত কুকুৰ মেলি দিয়া, বেমাৰ নিৰাময়ৰ কাৰণে পশু বলি দিয়া ইত্যাদি।

ফাঁচি দিয়া বা মৃত্যুদণ্ড বিহা প্ৰথাটো যে তেখেতে ভাল পোৱা নাছিল সেই কথাও তেখেতৰ লিখনিত পোৱা যায়। মুকলি ঠাইত মৃত্যুদণ্ড দিয়া চাবলৈ যোৱা মানুহৰ প্ৰবৃত্তিক তেখেতে উপলুঙা কৰা ঠায়ে ঠায়ে দেখা যায়।

নিবনুৱা এজনৰ মানসিক অবস্থা কেনে হব পাৰে আৰু অন্ধ বিশ্বাসে মানুহক কি চৰম বিপৰ্যায়লৈ ঠেলি দিব পাৰে তাৰ উদাহৰণ হেনচাৰ্ডৰ চৰিত্ৰত জল্-জল্, পট্-পটকৈ ওলাই থকা দেখা পোৱা যায়।

দুৰ্ভাগ্যই কটিয়াই অনা দুৰ্যোগ মানুহে সহি সামৰি থকাৰ কিবা অবলম্বন সচৰাচৰ বিচাৰি পায় কিন্তু নিজৰ মনৰ বাঘে সৃষ্টি কৰা হিংসা, খিয়াল, বিদ্বেষ আৰু স্বাৰ্থ পৰতাৰ দৰে কুপ্ৰবৃত্তিবোৰে মানুহক দেইপুৰি মাৰিহে এৰে। নিজে জ্বলোৱা জুইত নিজেই পুৰি মৰে। এনেকুৱা অনুভৱ কিতাপখন পঢ়াৰ অন্তত পাঠকৰ মনলৈ নহাকৈ নাথাকে।

ভাষাৰ ওপৰত কিঞ্চিৎহে মাত্ৰ জ্ঞান থকা মানুহজনে কিতাপখন অনুবাদ কৰিবলৈ লোৱাটো সমীচীন হবনে নহয় সেই বিষয়ে মোৰ মনত এটা সন্দেহ আছিল কাৰণ কিতাপখন ডাঙৰ আৰু জটিল। যাহওঁক সেই সময়তে ডিব্ৰুগড় বিশ্ববিদ্যালযৰ ইংৰাজীৰ অধ্যাপক কবীন্দ্ৰ নাথ ফুকনক লগ পাই সেই বিষয়ে সোধাত কলে যে আন অভিধানৰ লগতে ডঃ প্ৰণৱজ্যোতি ডেকাৰ জ্যোতি দ্বিভাষিক অভিধানখন লগত থাকিলে চেষ্টা কৰিব পাৰে। তাৰ পিছত ফুকনৰ লগত আলোচনা কৰাৰ আৰু সুবিধা নঘটিল।

মোৰ দুই এক আত্মীয় কুটুম্বই মই কাম এটা হাতত লোৱাত ভাল পোৱা বুলি মাজে মাজে কৈ থাকে। ময়ো ভাবো যে অৱসৰ প্ৰাপ্ত কাম নোহোৱা মানুহৰ কাম -- হৈ থাওক লাহে লাহে, নহলেও একো নাই।

কষ্ট স্বীকাৰ কৰি শ্ৰী তপন গোস্বামী আৰু মোৰ ভাতৃ স্বৰূপ শ্ৰী দেবজিত ফুকনে ৰংমনে ডি টি পি কৰি দিয়াৰ কাৰণে আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

মোৰ পৰম শ্ৰদ্ধাভাজন ও অগ্ৰজপ্ৰতিম শিক্ষা বিভাগৰ প্ৰাক্তন সঞ্চালক শ্ৰীযুত নগেন চন্দ্ৰ গোস্বামী দেৱে ডি টি পি কৰি থকা অৱস্থাতে অশেষ কষ্ট কৰি কিতাপখন এবাৰ চকু ফুৰাই দি দুই এটা শুধৰণী কৰি দিয়াত ছপাবলৈ গাত বল পালো। তেখেতলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

অভিধান চোৱাৰ পিছতো দুই এটা বানান লৈ মোৰ মনৰ খোকোজা থাকি গ'ল। উদাহৰণ স্বৰূপে টুপী বানানটো কোনো কোনো অভিধানত টুপি বুলিও লিখা আছে। মোৰ সাধাৰণ জ্ঞানে ইযাৰ ওৰ বিচাৰি নাপায়।

সৰুৰে পৰা সাহিত্য চৰ্চা কৰিবলৈ নহল গতিকেই এই ক্ষেত্ৰত পিছ পৰি ৰ'লো। নিজৰ ত্ৰুটি আৰু অজ্ঞতাক স্বীকাৰ কৰিও মৰসাহ কৰি এনেহেন জটিল ও ডাঙৰ কিতাপখনৰ অনুবাদ কাৰ্যত হাত দিলোঁ।

মোৰ সহধৰ্মিনী শ্ৰীমতী মৃনালিণী বৰুৱাই সকলো সময়তে সহযোগ আগবঢাইছিল আৰু যেতিয়াই মোৰ মনৰ খুদুৱনি মাৰিবৰ কাৰণে তেওক একোটা প্ৰশ্ন কৰিছিলো তেওঁ তাৰ যথা সম্ভৱ সদ উত্তৰ এটা দিবলৈ চেষ্টা কৰিছিল। ছপা কৰিবলৈ মোৰ সাহস গোট খোৱা নাছিল যদিও তেওঁৱেই মোক ছপাৰ কামটো হাতত লবলৈ ক'লে।

আগতেই কৈছো যে সাহিত্যৰ ওপৰত মোৰ কোনো হাত বা দখল নথকাৰ উপৰিও এই বিষয়ত মোৰ কোনো ধৰণৰ চৰ্চাও নাছিল। এই শেষ বয়সত এনেবোৰ কাম কৰিবলৈ ক'তনো উদ্‌গনি পালো সেই বিষয়ে মাজে মাজে মই চিন্তা কৰোঁ। আমাৰ স্বৰ্গীয় পিতৃ আজীৱন শিক্ষক গকুল চন্দ্ৰ বৰুৱাৰ সাহিত্যৰ প্ৰতি অনুৰাগ আছিল বুলি জানিছিলোঁ। আউণীআটি সত্ৰই ঘোষণা কৰা সদৌ অসম ভিত্তিক ৰচনা প্ৰতিযোগিতাত প্ৰথম স্থান অধিকাৰ কৰি তেখেতে সোণৰ পদক পাইছিল। পিছৰ জীৱনত তেখেতে ইংৰাজী কবি, সাহিত্যিক, নাট্যকাৰ আদিৰ লিখনিৰ পৰা একোটা

শাৰী বিভোৰহে বাটে পাথও গুণগুণাই গৈ থকা আমি দেখা পাইছিলো। শেষ বয়সত হলেও তাৰ অকণ মোৰ ধমনীতো প্ৰবাহিত হলহিনেকি কব নোৱাৰিলো। যদি কিবা অকণ উত্তৰাধিকাৰী সূত্ৰে পাইছোঁ আৰু কিতাপখন ৰাইজে পঢ়ি সোৱাদ পায় আৰু সাদৰেৰে লয় তেন্তে তাৰ স্বীকৃতি স্বৰূপে সেই পিতৃ পুৰুষলৈ মোৰ আন্তৰিক শ্ৰদ্ধা ও স্মৃতি তৰ্পণ আগবঢ়ালো।

জীৱনটো যদি কিছুমান বিগত দিনৰ স্মৃতিৰ যৌগিক মিশ্ৰণ বুলি কব পাৰি তেন্তে আমাৰ সেই সময়ৰ দৰং কলেজৰ ইংৰাজীৰ অধ্যাপক বিভূতি ভূষণ চক্ৰবৰ্তী, ভাবাণ দাস, সদা চলিহা, অতিথি অধ্যাপক অন্নদা কুমাৰ পদ্মাপতি আদি বিশিষ্ট লোকলৈ মনত পৰাৰ উপৰিও মোৰ সহপাঠী বন্ধু সকললৈ সঘনে মনত পৰাত সেই সময়ৰ মধুৰ স্মৃতি ৰোমন্থন কৰাৰ সুবৰ্ণ সুযোগবোৰ উপভোগ কৰিছিলোঁ। ইও মোৰ কাৰণে এক প্ৰেৰণাৰ উৎস আছিল। সেয়া প্ৰায় আঠৈকুৰি বছৰৰ আগৰ কথা। কালৰ কোবাল গতিত সময় সলনি হল, পাৰ্থিব মানব দেহা এৰি থৈ অনেক স্মৰণীয় ব্যক্তিয়ে স্বৰ্গধামলৈ গতি কৰিলে। মোৰ স্মৃতিৰ সান্নিধ্যলৈ অহা সেই সকল জীৱিত বা মৃত ব্যক্তিলৈ মোৰ আন্তৰিক শ্ৰদ্ধা নিবেদন কৰিলো।

মুনীন্দ্ৰ চন্দ্ৰ বৰুৱা

হাতীগড় চাৰিআলি
গুৱাহাটী ৭৮১০২৪
তাং ১২/৪/২০০৩

# প্ৰথম অধ্যায়

ঊনৈশ শতিকাৰ এক তৃতীয়াংশ পাৰ হ'বলৈ আৰু বৰ বেছি দিন নাছিল। গ্ৰীষ্মকালৰ শেষৰ পিনৰ কোনো এটা দিনৰ সন্ধ্যা সময়তে এহাল ডেকা মুনিহ তিৰোতাই উত্তৰ বেচেক্সত অৱস্থিত ৱেডন্ প্ৰাইঅৰ্চৰ ফালে খোজ কাঢ়ি আহি আছিল। তিৰোতা গৰাকীৰ কোলাত এটি কেঁচুৱা। বাটৰুৱা কেইজনৰ গাত সাধাৰণ পোছাক— একেবাৰে বেয়া বুলি ক'ব নোৱাৰি' বহদূৰ খোজ কাঢ়ি আহি থকাৰ কাৰণে কাপোৰ আৰু জোতা ধূলিৰে পোত যোৱাত তেওঁলোকে অস্বস্তি পাই আছিছিল।

মানুহজনৰ স্বাস্থ্যপাতি ভাল। গাৰ ছাল ৰ'দত ক'লা পৰা। দেখাত কঠোৰ প্ৰকৃতিৰ। গাত অকণো ভাজ নথকা মেৰুদণ্ড পোন এজন সবল সুস্থ ডেকা মানুহ। পিন্ধা কাপোৰৰ ভিতৰত আছিল কপাহী সূতাৰে তৈয়াৰী বগা বুটাম লগোৱা বেষ্টকোট আৰু চেপামৰা ছুটি লং পেণ্ট। ভৰিত আঁঠুলৈকে নুৰিউৱা একোচটা পটী— ৰ'দ বতাহত বাদামী ৰং ধৰা। ওপৰত পিন্ধা মৃগা বৰণৰ সীৰলুৱা জেকেটটো ছুটি যদিও আন পিন্ধা কাপোৰবোৰতকৈ নতুন। মূৰত এটা খেৰৰ টুপি আৰু তাৰ ওপৰত জিলমিলীয়া ক'লা ৰঙৰ এখন আৱৰণ। পিঠিত ওলোমাই লোৱা বেতৰ খাংচৈাত থকা খাঁহ কটা কাচি খনৰ নালটো আৰু পোলা বন্ধা যতন খিনিৰ একাংশ ওপৰৰ ফাঁকেৰে ওলাই থকা দেখা গৈছিল।

মানুহজনৰ খোজটো ধীৰস্থিৰ আৰু গম্ভীৰ গতিৰ। আন সাধাৰণ উদ্দেশ্যহীন গাঁৱলীয়া বনুৱাতকৈ বৈশিষ্ট্যপূৰ্ণ। তেওঁৰ চলনত এক ঐকান্তিক ব্যক্তিগত নিৰ্লিপ্ততা প্ৰকাশ পাইছিল। খোজেপ্ৰতি লৰচৰ কৰা কাপোৰৰ কোঁচৰ আঁৰে আঁৰে তেওঁৰ মনৰ ভাববোৰ প্ৰতিফলিত হৈছিল।

পথিক কেইজনৰ এজনৰ মুখতো মাতবোল নথকাটো মন কৰিব লগীয়া। প্ৰায় গাত গা লগাই খোজকাঢ়ি গৈ থকা মানুহকেইজনক দেখিলে মনে ধৰে যেন তেওঁলোকে অতি গোপনে আৰু আত্মীয়তাৰে কথাপাতি গৈ আছিল। ভালকৈ মন কৰিলে দেখা গ'লহেতেন যে প্ৰকৃততে মানুহজনে স্থানীয় সস্তীয়া বাতৰি কাকত এখনহে পঢ়ি গৈ আছিল। খাংটো ওলমি থকা বটিডালৰ মাজেৰে হাতভৰাই বাতৰি কাকতখন পঢ়ি আহোঁতে তেওঁৰ কিছু কষ্ট হৈছিল। প্ৰকৃততে তেওঁ কাগজখন পঢ়ি আহি আছিল নে কথা পতাৰ বিৰক্তিৰ পৰা হাত সাৰিবৰ কাৰণেহে পঢ়াৰ ভাও ধৰিছিল সেই কথা তেওঁৰ বাহিৰে আনে জনাৰ কোনো উপায় নাছিল। সেই নিৰ্বাক মানুহজনৰ সান্নিধ্যত তিৰোতা গৰাকীয়ে কিবা সকলুখ লভিছিল বুলি মনে নধৰে। কোলাৰ কেঁচুৱাটোৰ বাদে প্ৰকৃততে মানুহগৰাকী অকলে অকলেহে আহি আছিল

বুলিব লাগে। তিৰোতা গৰাকীয়ে মানুহজনৰ প্ৰায় গাত গা লগাই আহি থকাৰ কাৰণে তেওঁৰ কিলাকুটিটো অকস্মাত তিৰোতা গৰাকীৰ বাউসিত লাগিলেও মানুহজনে ইচ্ছাকৃত ভাৱে কদাপিও মানুহ গৰাকীক স্পৰ্শ কৰা নাছিল। নিৰ্বাক মানুহজনৰ অৱজ্ঞা আৰু উদাসীনতাক তেওঁ অকণো অস্বাভাৱিক বুলি গণ্য নকৰি সহজ সৰল ভাৱেই সকলো সহি গৈ আছিল। কেতিয়াবা কাৰুবাৰ মুখৰ পৰা যদি শব্দ এটা ওলাইছিল সেয়া মাকে কেচুৱাটোক ফুচ্‌ফুচাই কোৱা কিম্বা কথাহে। চুটি চোলা, জৰিত নীলা সূতাৰে গোঁঠা দীঘল মোজা আৰু বুটজোতা পিন্ধি থকা কণমান ছোৱালীজনীয়ে মাকে ফুচ্‌ফুচাই কোৱা কথাবোৰৰ বেলবেলাই উত্তৰ দি আহিছিল।

মানুহ গৰাকীয়ে ইফালে সিফালে চাই অহাটোৱেই সেই পৰিস্থিতিৰ একমাত্ৰ বৈশিষ্ট্য আছিল। মুখখন কাতি কৰি এবাৰ মানুহগৰাকীয়ে কোঁচত থকা ছোৱালীজনীলৈ চাওতে তেওঁৰ বেচ মৰম লগা - নহয় বেচ্ ধুনীয়া মৰম লগা মুখখন দেখা পোৱা গৈছিল। মানুহ গৰাকীৰ অঙ্গ প্ৰত্যঙ্গ বোৰত সূৰ্য্যৰ ৰশ্মি পৰাত তেওঁৰ চকুৰ পতা আৰু নাকৰ ফুলজুৰিৰে সৈতে ওঁঠ দুখন ফট ফটীয়াকৈ উজলি উঠিছিল। আলিৰ কাষৰ জোপোহা গছবোৰৰ ছাঁবোৰ খচকি আহি থাকোতে কঠোৰ জীৱনৰ ঘাত-প্ৰতিঘাতে জৰ্জৰিত কৰা তেওঁৰ মনটোৱে সময় আৰু সুবিধাই আনিব পৰা সম্ভাৱনাবোৰ দেখা পালেও কেতিয়াবা যে কোনো অজ্ঞাত শক্তিৰ পৰা সুবিচাৰ পাব সেই বিষয়ে তেওঁ অলপো প্ৰত্যাশী নাছিল। মানুহ প্ৰকৃতিৰ দাস, নিজৰ কপাল খনকে সদায় ধিয়াই থাকিব লগাও হয়। চাবলৈ গ'লে মানুহৰ ন্যায্য প্ৰাপ্যৰ কথাবোৰ মানব সভ্যতাৰ প্ৰগতিৰ ওপৰতহে মূলতঃ নিৰ্ভৰশীল।

মুনিহ তিৰোতা হাল যে পতিপত্নী আৰু কোলাত থকা সৰু ছোৱালীজনী তেওঁলোকৰ সন্তান তাক সহজতে ধৰিব পাৰি। অন্য কোনো ধৰণৰ সম্পৰ্কই এনে এক সহজাত বাতাবৰণৰ সৃষ্টি কৰিব নোৱাৰে। ই কলীয়া ডাৱৰ আৰু ওন্দোলাই অনা গধুৰ সেমেকা বতৰৰ মাজৰ ঘনিষ্ঠ সম্বন্ধৰ দৰে জল্-জল্ পট-পট্‌কৈ ওলাই থকা কথা।

তিৰোতা গৰাকীৰ চকুযুৰি সমুখৰ পিনে স্থিৰ আৰু তেওঁৰ দৃষ্টিত নিৰ্লিপ্ততা পৰিলক্ষিত হৈছিল। সেই ঠাই ডোখৰৰ দৃশ্য সেই সময়ত ইংলেণ্ডৰ আন যি কোনো ঠাইৰ লগতেই মিলাব পৰা। আলিবাটবোৰ বৰ বেছি একা-বেকা নহয় যদিও একেবাৰে পোন বুলিও ক'ব নোৱাৰি। মাজে মাজে ওখ আৰু মাজে মাজে চাপৰ ঠাইডোখৰ সমতলো নহয়, পাহাৰীয়াও নহয়। আলিৰ কাষে কাষে চাপৰ জোপোহা গছবোৰৰ উপৰিও আন গছ বনো আছিল। গছৰ পাতবোৰে ইতিমধ্যে ঘন সেউজীয়া ৰঙৰ সলালে। শুকাই হালধীয়া হৈ ৰঙা ৰঙৰ ললে। তলসৰা গছৰ পাতবোৰ য'তে ত'তে সিঁচৰিত হৈ পৰি চাৰিওদিশ অপৰিষ্কাৰ কৰি ৰাখিছিল। খৰ গতিৰে অহা যোৱা কৰা

যানবাহনে আলিৰ কাষৰ গছবনবোৰ ধূলিৰে ঢাকি পেলাইছিল। আলিৰ ওপৰত পৰি থকা সেই ধূলিবোৰৰ ওপৰেদি আহি থকা লোক কেইজনৰ ভৰিৰ খোজবোৰ দলিচাৰ ওপৰত কঢ়া খোজবোৰৰ দৰে নিঃশব্দ আছিল। খোজৰ নিঃশব্দতা আৰু তেওঁলোকৰ দুয়োৰো মাজৰ কথা বতৰাৰ অবিহনে ওচৰৰ যিকোনো বাহিৰা শব্দকে স্পষ্টকৈ শুনাত অকণো বাধাৰ সৃষ্টি হোৱা নাছিল।

চৰাইৰ মৃদু গতানুগতিক কণ্ঠস্বৰৰ বাহিৰে ভালেমান পৰ আন একোৰে সাৰ-সিকতিও নাছিল। সেই কঁপি কঁপি অহা চৰাইৰ মৃদু মাত দূৰণিৰ পাহাৰতো নিশ্চয় প্ৰতিফলিত হৈছিল। বিয়লি সূৰ্য অস্ত যোৱাৰ সময়ত সেই ঋতুত এনেধৰণৰ চৰাইৰ মাত অনাদি অনন্ত কালৰ পৰাই মানুহে শুনি আহিছে। কিছুপৰ পিছত তেওঁলোক আহি গাঁওখন সোমোৱাৰ লগে লগেই দূৰৈৰ কোনো ওখ ঠাইৰ পৰা অহা দুই এটা জন-জ্ৰনিনি, খেৰ-খেৰনিৰ শব্দ শুনিবলৈ পালে। গছ গছনিয়ে ঢাকি ৰখাত সেই ঠাই ডোখৰ তেওঁলোকে তেতিয়াও ভালকৈ দেখা পোৱা নাছিল। ৱেডন্ প্ৰাইঅৰ্চৰ দাঁতি কাষৰীয়া ঠাইৰ বাসিন্দা সকলৰ ঘৰবোৰ লাহে লাহে চকুত পৰিবলৈ ধৰিলে। এনেতে চালগোম খেতিত কামকৰা বনুৱা এজন আহি থকা দেখা পাই বাতৰি কাকত পঢ়ি আহি থকা মানুহজনে ঘপহকৰে মুৰটো দাঙি ইফালে সিফালে চালে।

'কিবা কামবন পোৱা যাব নেকি?' শান্ত সমীহেৰে তেওঁ চালগোম খেতিত কাম কৰা বনুৱাজনক সুধিলে। কথাটো বুজি নেপালে বুলি ভাবি তেওঁ আকৌ সুধিলে 'ঘাইঁ, খেৰ আদি চপোৱা কামৰ কাৰণে কাবোবাক বনুৱা লাগে নেকি?' বনুৱাজনে মূৰ জোকাৰি ক'লে, 'কোনো জনা বুজা মানুহেই বছৰটোৰ এনে সময়ত ৱেডনলৈ তেনে কাম বিচাৰি নাহে।'

'তেতিয়া হ'লে ইয়াত থাকিবৰ কাৰণে সৰু চাই ভাৰাঘৰ এটা পোৱা যাব নেকি?' তেওঁ বনুৱাজনক সুধিলে।

সেই নিৰাশাবাদী মানুহজনে আকৌ নেতিবাচক উত্তৰ এটাহে দিলে। 'ৱেডনত ঘৰ সজাতকৈ ভঙাৰ সংখ্যাহে বেছি হৈছে। যোৱা বছৰ পাঁচটা আৰু গিৰিহঁতে এই বছৰ তিনিটাকৈ ঘৰ ভাঙিলে। মানুহ থাকিবলৈ ঠাই নোহোৱা অৱস্থা হৈছে। ভেড়া ৰাখিবৰ কাৰণেও আনকি ঘৰ এটা বিচাৰি পোৱা টান। ৱেডন্ প্ৰাইঅৰ্চৰ অৱস্থা বৰ্তমান তেনেকুৱাই হৈছেগৈ।'

দাম্ভিক ঘাইকটা বনুৱাজনে লাহেকৈ মূৰটো দুপিয়ালে। গাঁওখনৰ পিনে চাই তেওঁ আকৌ সুধিলে, 'তাত কিবা এটা হৈ আছে যেন লাগিছে, হয়নে নাই?'

'অ', তাত মেলা এখন চলি আছে, এতিয়া অৱশ্যে সামৰিবৰ হ'ল। সেইবোৰ টকা পইচা গতিকল্যাণহে জুনজুনি। ঘাই বেপাৰ আগতেই হৈ গ'ল। মই মেলাখনৰ ওচৰতে কাম কৰোঁ আৰু বজাৰৰ কোলাহলো মোৰ কাণত পৰেহি যদিও মই

সেইফালে নেযাওঁ। সেইবোৰ মোৰ ব্যৱসায়ৰ সীমাৰ বাহিৰৰ।

বাঁহকটীয়া বনুৱাজনে তেওঁৰ পৰিয়ালটোৰ সৈতে গৈ মেলাখনত সোমালেগৈ। পুৱাৰ ভাগতে বিক্ৰী হৈ যোৱা ঘোঁৰা, ভেড়া আদি জন্তুবোৰ পিবিইত সকলে ঘৰলৈ নিবলৈ যো-জা কৰিছিলহি। বাটত পোৱা বনুৱাজনে কোৱাৰ দৰে ধাই বেপাৰৰ আগতেই সামৰণি পৰিছিল। কিছুমান অৱশিষ্ট নিম্নখাপৰ জন্তুহে বিক্ৰী হ'বলৈ বাকী আছিল। মানুহৰ সমাগম তেতিয়াও কমা নাছিল, বৰঞ্চ বাঢ়িহে আছিল। সামৰণিৰ সময়ত গোটখোৱা বিভিন্ন ধৰণৰ মানুহবোৰৰ ভিতৰত আছিল কিছুসংখ্যক অস্থায়ী বনুৱা, ছুটীত অহা দুই এজন সৈনিক আৰু সৰুসুৰা গাঁৱলীয়া বেপাৰী। মেলালৈ অহা সেই মানুহবোৰক বিশেষকৈ আকৰ্ষণ কৰিছিল- জুমি চোৱা ছবিঘৰ, মমৰ বস্তু, পুতলাৰ দোকান আৰু বহুৰূপী ভেশধৰা দৈত্যই। ইয়াৰ উপৰিও ঠায়ে ঠায়ে ভ্ৰমি ৰাইজৰ সেৱাত ব্ৰতী হোৱা নিস্পৃহ ডাক্তৰে স্থাপন কৰা দাতব্য ঔষধালয় বোৰতো মানুহৰ জুম দেখা গৈছিল। লাপীলুপা বস্তুৰ দোকান আৰু ভাগ্য পৰীক্ষা কৰা জ্যোতিষী বিলাকৰ ওচৰতো মানুহৰ ভিৰ বৰ কম নাছিল।

কিন্তু বাটৰুৱা কেইজনৰ সেইবোৰৰ প্ৰতি অকণো আগ্ৰহ নাছিল। শাৰী শাৰীকৈ পতা খোৱাবোৱাৰ ব্যৱস্থা থকা তম্বুবোৰৰ পিনেহে তেওঁলোক আকৰ্ষিত হ'ল। অস্তমিত বেলিৰ পোহৰত দেখা পোৱা দুখন দোকানত তেওঁলোকৰ চকু পৰিল। দুয়োখন দোকানেই দেখাত ভাল আৰু হাত বাউলি দি মাতি থকা। তাৰে এখন দোকানৰ তম্বুটো নতুন আৰু ৰংটো গাখীৰৰ দৰে বগা। ওপৰত এখন ৰঙা নিচান উৰি আছিল। নামটো হ'ল 'গুড্ হোম- ব্ৰুড বিয়েৰ- এল্ এণ্ড চাইডাৰ।' আনখন দোকান কিছু পুৰণি। দোকানখনৰ পিছ পিনে থকা ষ্টোভটোৰ পৰা লোহাৰ নলীৰে ধোঁৱা ওলাই আছিল। আগপিনে থকা নাম ফলি খনিত লিখা আছিল 'গুড্ ফৰমিটি চোল্ড হিয়েৰ' কিন্তু বানানবোৰ ভুল। প্ৰথম দোকানখনেই ভাল হ'ব বুলি মনতে ভাবি মানুহজন তাতে সোমাব খুজিছিল।

এনেতে ঘৈণীয়েকে মাত দিলে- 'নহয় নহয় ইখনলৈ ব'লক। মই আৰু এলিজাবেথ জেনে ফাৰমিটি (ঘেঁহু, খিচমিচ আৰু গোমধানত গাখীৰ দি কৰা এবিধ সৰ্বসাধাৰণ মানুহে খোৱা জনপ্ৰিয় খাদ্য) খাই ভাল পাওঁ। যাৱনে বাৰু তালৈকে। বৰ ভাগৰ লাগিছে, গতিকে গাত শক্তি অকণো পাম।' মুনিহজনে ক'লে, 'মই সেই বস্তুটো কেতিয়াও খাই পোৱা নাই। তথাপিও ঘৈণীয়েকৰ কথাত মান্তিহে ফাৰমিটি বিক্ৰী কৰা দোকানখনত সোমালহি।

দোকানৰ ঠেক টেবুলখনৰ দুয়োপিনে বিভিন্ন ধৰণৰ মানুহ বহি আছিল। আন এফালে, আছিল কয়লাৰ চুলাৰ ষ্টোভটো। বাওঁফালে চিকচিকাই থকা তিনিঠেঙীয়া পিতলৰ টৌ এটা তাৰ ওপৰতে ভুলি থোৱা আছিল। তাৰ কাষতে ঘৰিনীয়েকে ক্ষীণ

মানুহ এগৰাকীয়ে সকলো কাম-কাজৰ নিয়ন্ত্ৰক হিচাপে বহি আছিল। কৰ্কাললৈকে ওলমি পৰা বগা এপ্ৰণটোৱে যিমানখিনিলৈকে পাৰে সিমানখিনিলৈকে মানুহ গৰাকীক এক বিশেষ মৰ্যাদা প্ৰদান কৰিছিল। টৌটোত থকা বস্তুখিনি তেওঁ ধীৰে ধীৰে লৰাই থাকোতে হেতাখনৰ ঘঁহনিত হোৱা শব্দ তম্বুটোৰ ভিতৰৰ সকলো মানুহেই শুনিবলৈ পাইছিল। লৰাই থকা কাৰণেই টৌটোৰ ভিতৰত থকা ঘেহু, গোমধান, ময়দা, খিচ্‌মিচ্‌ আৰু আন উপাদানেৰে কৰা মিশ্ৰণটো তলিত ধৰি বাব পৰা নাছিল। ক'বলৈ গ'লে এই মান্ধাতা যুগৰ জুলীয়া খাদ্য বিধেৰেই তাই ব্যৱসায়টো চলাই আছিল। বগা কাপোৰ পাৰি থোৱা টেবুলএখনৰ ওপৰতে থকা পাত্ৰবোৰত খাদ্য তৈয়াৰ কৰা বিভিন্ন উপাদানবোৰ থৈছিল।

ডেকা মুনিহ তিৰোতা হালে সেই উত্তলি থকা মিশ্ৰণৰ দুবাটি দিবলৈ নিৰ্দেশ দিলে। বহি লৈ ধীৰে ধীৰে তেওঁলোকে খাবলৈ আৰম্ভ কৰিলে। মহিলা গৰাকীয়ে কোৱাৰ দৰে পুষ্টিকৰ, সহজতে হজম হোৱা, ফাৰমিটি খাই গিৰিয়েকেও বৰ তৃপ্তি পালে। ওপঙি থকা ডোখৰা ঘেঁহুৰ টুকুৰাবোৰ পোনতে চকুত পৰিলে কাহানিও মুখত নিদিয়া মানুহে নাক কোঁচাবও পাৰে বুলি ঘৈণীয়েকৰ সন্দেহ আছিল।

সাধাৰণ চকুৰে দেখাতকৈ তম্বুটোৰ ভিতৰত আন বহুত কিবা কিবি চলি আছিল। সেইবোৰ কথা বেয়া মানুহৰ চকুতহে ধৰা পৰে। বাটিটোৰ পৰা মানুহজনে দুসোহামান মৰাৰ পিছত তেওঁ চকু কেঁৰা কৰি সেই ক্ষীণ তিৰোতা জনীৰ কাৰবাৰবোৰ লক্ষ্য কৰি বুজিব পাৰিলে তলে তলে আৰু কি চলি আছিল। মানুহজনীক চকু টিপিযাই ওচৰলৈ মাতি বাটিটো আগবঢ়াই দিলে। সি গৰাকীয়ে বটল এটাৰ পৰা কিবা উলিয়াই জোখ কৰি মানুহজনৰ বাটিটোত ঢালি দিলে। সেয়া আছিল ৰাম-এবিধ নিচাযুক্ত দ্ৰব্য। মানুহজনেও মনে মনে তাৰ মূল্য আগবঢ়ালে।

মদ মিহলি ফাৰমিটি খাই তেওঁ বেছি তৃপ্তি পালে। গিৰিয়েকৰ কাৰবাৰবোৰ দেখি ঘৈণীয়েকে অস্বস্তি পাবলৈ ধৰিলে। ঘৈণীয়েকেও ফাৰমিটিৰ লগত ৰাম মিহলি কৰি ল'লে বেছি ভাল পাব বুলি তেওঁ জোৰ দি ধৰিলে। লওঁ নলওঁ কৈ তেৰো সামান্য পৰিমানে ৰাম মিহলাই ল'বলৈ মান্তি হ'ল।

মানুহজনৰ বাটিটোত থকা খিনি শেষ কৰি সৰহ পৰিমানৰ ৰামেৰে সৈতে আৰু এবাটি বিচাৰিলে। তাৰ পৰিণাম তৎকালেই তেওঁৰ ব্যৱহাৰত প্ৰতিফলিত হ'ল। তেওঁৰ ঘৈণীয়েকে বুজিব পাৰিলে যে অনুজ্ঞাপত্ৰ থকা দোকানবোৰ এৰি আহি যিখন দোকানত সোমালেহি সেইখন দোকান ক'লা বেপাৰীৰহে ঘাটি।

কেচুবাটোৱে অধৈৰ্য হৈ আমনি কৰিবলৈ ধৰিলে। ইফালে ঘৈণীয়েকে গিৰিয়েকক বাৰে বাৰে সুধিবলৈ ধৰিলে 'মাইকেল, আমাৰ ৰাতি থকাৰ ব্যৱস্থা কি হৈছে? আমি সোনকালে কিবা ব্যৱস্থা নকৰিলে পিছত দিগদাৰ হ'বগৈ।' কিন্তু

ঘৈণীয়েকৰ কথাত কাণ নিদি সেইবোৰ চৰাইৰ চী-চিয়নি বুলিহে তেওঁ গণ্য কৰিলে। তেওঁৰ মাতবোৰ লাহে লাহে ডাঙৰ হৈ আহিল। কেচুৰাটোৰ ক'লা চকুযুৰিয়ে মমবাতিৰ পোহৰৰ পিনে তধা লাগি চাই  চাই অৱশেষত টোপনিতে লালকাল দিলেগৈ।

প্ৰথম বাটি খাই ভালপোৱাত মানুহজনৰ মনটো সুস্থিৰ হ'ল; দ্বিতীয় বাটি মুখত দিয়াৰ লগে লগেই তেওঁৰ মনলৈ ফুৰ্তি আহিল। মনৰ ফুৰ্তিত তেওঁ আৰু এবাটি খালে। তাৰ কিছু পৰৰ পিছৰে পৰা তেওঁ তৰ্ক কৰিবলৈ আৰম্ভ কৰিলে। ইয়াৰ পিছত চতুৰ্থ বাটি খাই শেষ কৰাৰ লগে লগে তেওঁৰ মুখৰ আকৃতি সলনি হ'ল আৰু শৰীৰৰ স্থিৰতাও হেৰাল। তেওঁ দাঁত কৰছিবলৈ লাগিল। ক'লা চকু দুটা টিক্‌টিককৈ ৰঙা পৰি জুইৰ ফিৰিঙতিৰ দৰে হ'ল। তেওঁৰ আচৰণৰ দ্ৰুত পৰিবৰ্তন ঘটিবলৈ ধৰিলে। দাম্ভিক আৰু দন্দুৰা মানুহজনৰ স্বভাৱটোৱে উল্লেখনীয়ভাৱে প্ৰকাশ কৰিবলৈ ধৰিলে।

তেওঁৰ মাত-কথাবোৰ ডাঙৰহৈ আহিল। তেনে এটা পৰিস্থিতিত অৱশ্যে সেইটো স্বাভাৱিক কথা। তেওঁ যিহকে তিহকে  বলকিবলৈ ধৰিলে- কেনেকৈ ভাল মানুহক তিৰোতাই নষ্ট কৰে, কেনেকৈ একোজন উজ্জ্বল ভৱিষ্যত লৈ উঠি অহা লোকৰ আশা আকাংক্ষা, প্ৰতিভা কম বয়সৰ অবিবেচক বিবাহে ধ্বংস কৰে।

'মোৰ জীৱনত এইবোৰ কথাৰে পুনৰাবৃত্তি,' তেওঁ কোৱা কথাবোৰ আন মানুহে সমৰ্থন নকৰিলেও তেওঁ অত্যন্ত বিৰক্তি সহকাৰে কৈয়েই থাকিল 'মই মাত্ৰ ওঠৰ বছৰ বয়সতে বিয়া কৰাইছিলো আৰু আজি মোৰ এই দশা।' তেওঁ ঘৈণীয়েক আৰু নিজৰ পিনে আঙুলিয়ালে। পা-পইছা সমূলি নাই বুলি হাত দুখনো ওপৰলৈ ডাঙি দেখুৱালে।

ঘৈণীয়েকজনী গিৰিয়েকৰ তেনেকুৱা কথা কাণত অভ্যস্ত হোৱাৰ কাৰণেই তৰুণী ভাৰ্য্যা গৰাকীয়ে সেইবোৰ নুশুনা ভাবে থাকিব পাৰিলে। কেচুৱাটো বহিব পৰা হৈছিল। নিজৰ হাতদুখনক অকণ জিৰণি দিবৰ কাৰণে ছোৱালীজনীক বেঞ্চখনতে বহুৱালে। তাতে তাই কলমটিয়াবলৈ ধৰিলে। চেষ্টা কৰিও  তেওঁ গিৰিয়েকক তাৰ পৰা লৰাব নোৱাৰি কলমটিয়াই থকা কেচুৱাটোৰ লগত দুই এটা মৰম লগা কথা বিনিময় কৰিবলৈ ধৰিলে।

'মোৰ হাতত বৰ্তমান মাত্ৰ পোন্ধৰটা শিলিংহে  বাকী আছে, কিন্তু কাম কাজততো মোক কোনেও পেলাব নোৱাৰে। মই এজন নিপুণ, অভিজ্ঞ কৰ্মী। মই ডাঠি ক'ব পাৰো যে ঘাঁহৰ ব্যৱসায়ত সমগ্ৰ ইংলেণ্ডত মোক চেৰ পেলোৱা মানুহ নোলাব। হায়      ! আজি যদি মই এজন মুক্ত মানুহ হলোহেতেঁন তেন্তে হাজাৰ পাউণ্ড আৰ্জন কৰা মোৰ কাৰণে কোনো কথাই নহ'লহেতেঁন। কিন্তু বৰ পৰিতাপৰ

কথা যে তেনে সুযোগ পাৰ হৈ যোৱাৰ আগলৈকে কোনো দুৰ্ভগীয়াই সেইবোৰ চিন্তা কৰিবলৈ সুবিধাকে নাপায়।'

বুঢা, অকামিলা ঘোঁৰাবোৰৰ নিলাম তেতিয়াও চলিয়েই আছিল। কোনোবাই বাহিৰত চিঞৰি আছিল। 'এই শেষ বজাৰ, এনে সুযোগ এবাৰ গ'লে আৰু ঘূৰি নাহে। একেবাৰে সস্তা দামত, মাত্র গান এটাৰ বিনিময়ত এটা ঘোঁৰা, সোণালী সুযোগ। চল্লিশ শ্বিলিং, চল্লিশ শ্বিলিং- কোনোবাই ল'ব নেকি? ঘোঁৰাজনীৰ বয়স পাচঁ উকলি গৈছেহে মাথোন। মাইকী ঘোঁৰা, পিঠিত কিঞ্চিত দোষ এটা অৱশ্যে আছে। আন ঘোঁৰাই লঠিযাইহে তাইৰ চকু এটাও কণা কৰিলে। তাইৰ ভনীয়েকজনীও আলিবাটেদি আহি আছে।'

তম্বুৰ ভিতৰত বলকি থকা মানুহজনে পুনৰ আৰম্ভ কৰিলে, 'মই ভাবি নেপাওঁ, যিবোৰ মানুহৰ ঘৈণীযেক বিলাকৰ প্রয়োজন নাই সেইবোৰে এই অৰবীবোৰে ঘোঁৰা বিক্রী কৰাৰ দৰে বিক্রী কৰি তেনেবোৰ আপদৰ পৰা নিস্তাৰ নেপায় কিয়? এই অদৰকাৰী বস্তুবোৰৰ কি প্রয়োজন? মোৰ জনীক এতিয়াই বিক্রী কৰিম, যদি কোনোবা লওঁতা ওলায়।'

তম্বুটোৰ ভিতৰত ভোজন কৰি থকা অতিথি সকলৰ মাজৰে দুই এজনে সুন্দৰ গঢ-পিটৰ মানুহ গৰাকীৰ পিনে চাই মন্তব্য কৰিলে, 'অ, এয়া এওঁলোকে ইযাৰ ভিতৰতে নিলাম কৰাত লাগি গৈছে দেখোন।'

নিশ্চিন্তমনে চিগাৰেট হুপি থকা মানুহ এজনে ঘটনাটো লক্ষ্য কৰি ক'লে, 'বাস্তবিকতে তেনেকুৱাই হৈছে' এই বক্তব্যটো কৰা মানুহজনৰ কোটটোৰ কলাৰ, কিলাকুটি আৰু বাহু কেইটা কিবা খহটা বস্তুত ঘঁহনি খাই খাই মিহি হৈ চক্‌চকাই থকা। তেনেকুৱা চক্‌চকনি কাঠৰ ফাৰ্ণিচাৰতহে শোভা পায। মানুহজনে সম্ভৱ আগতে দেশে-বিদেশে ঘোঁৰাবাগী চলাইছিল। 'মই বহুত দেশ ঘূৰিলো, বহুত উচ্চ বংশৰ পৰিয়ালৰ ঘনিষ্ঠতালৈও আহিছিলোঁ, গতিকেই সভ্যতাৰ কথা মই ভালদৰে বুজো। সদ্ আচৰণ মানে কি সেই বিষয়ে মোৰ আনতকৈ বেছি জ্ঞান আছে বুলি নদি কব পাৰোঁ। মই নিশ্চিত ভাবে ঘোষণা কৰিব পাৰো যে সদ্ পৰিয়ালৰ তেজ মানুহগৰাকীৰ গাত মজ্জাগত হৈ সোমাই আছে। এই মেলা খনত গোট খোৱা আন যিকোনো তিৰোতা এগৰাকীতকৈ এই মহিলাগৰাকী ওপৰ খাপৰ। এই কথাটো সকলোৰে জনা উচিত বুলিও মই ভাবো।' ইয়াৰ পিছত মানুহজনে ইটো ভৰিৰ ওপৰত সিটো ভৰি তুলি চিগাৰেটৰ পাইপ হুপি হুপি আকাশৰ পিনে চাই বহি থাকিল।

ঘৈণীয়েকৰ অপ্রত্যাশিত প্রশংসা শুনি চিন্তাশক্তি হেৰুৱা ডেকা বনুৱাজনে ক্ষন্তেকপৰ ভাবিব লগীয়া হ'ল যে ইমান গুণ বিশিষ্ট ঘৈণীয়েক- জনীৰ মোল নুবুজাটো তেওঁৰ মতিভ্রমহেনেকি? কিন্তু আকৌ তেওঁৰ আগৰ ধাৰণাটো ঘূৰি অহাত

অধিক দৃঢ়তাবে ক'বলৈ ধৰিলে- 'এতিয়া অপোনালোকৰ ভাগ্যৰ কথা, এই বহুমূলীয়া সম্পদ পাবলৈ যেয়ে প্ৰস্তাৱ দিয়ে তেওঁকেই দিবলৈ মই ৰাজী আছোঁ।'

মানুহজনবাকীয়ে গিৰিয়েকৰ পিনে চাই ভোৰ ভোৰালে। 'মাইকেল, এনে অৰ্থহীন কথা তুমি আগতেও ৰাজহুৱাভাবে বহুত ঠাইত কৈছা, ধেমালি কৰিছা বুলিও এনে ধেমালি বৰ ঘনে ঘনে হ'বলৈ লৈছে , তুমি মন কৰিছানে বাৰু!'

'মই জানোঁ, মই আগতেও কৈছিলোঁ, আৰু এতিয়াও সঁচা-সচিকৈয়েই কৈছোঁ, মোক মাথোন এজন কিনোতা লাগে।'

এনেতে সেই ঋতুত আবিৰ্ভাব হোৱা অৱশিষ্ট চাকে -চকোৱা চৰাই এটি কোনো পাকত তম্বুটোৰ ওপৰৰ ফাঁকেদি ভিতৰ সোমাই মানুহবোৰৰ মূৰৰ ওপৰেদি চক্ৰাকাৰত উৰিবলৈ ধৰিলে। অন্যমনস্ক ভাবে হ'লেও সকলোৱে চৰাইটোৰ পিনে লক্ষ্য কৰিবলৈ ধৰিলে। হঠাতে আহি সোমোৱা চৰাইটো ওলাই নোযোৱালৈকে ডেকা বনুৱাজনে আগবঢোৱা প্ৰস্তাবটো তল পৰিল।

পোন্ধৰ মিনিটমান সময় এনেদৰে পাৰ হ'ল। কিন্তু ইতিমধ্যে ডেকা বনুৱাজন ভিতৰ সোমাই গৈ ফাৰমিটিৰ লগত আৰু এসোপামান ৰাম মিহলি কৰি খাই আছিল। তাৰ পিছতো তেওঁ শৰীৰ আৰু মনৰ ভাৰসাম্য ৰাখিবলৈ সক্ষম হৈছিল। হঠাতে স্তব্ধ হোৱা সঙ্গীতৰ সুৰ পুনৰ বাজিবলৈ আৰম্ভ কৰিলে, 'মোৰ প্ৰস্তাৱটো কোনোবাই গ্ৰহণ কৰিবনে? মানুহজনীৰ মোৰ কোনো আৱশ্যক নাই। কোনে ল'ব আগবাঢি আহক।'

তাত গোট খোৱা সদ্ লোক সকলো ইতিমধ্যে গুচি যোৱাত অৱশিষ্ট কিছুমান বেয়া মানুহহে তাত থাকি গৈছিল। তেওঁলোকে হাঁহি ফূৰ্ত্তি কৰি ডেকা বনুৱাজনক উদ্‌গনিহে দিবলৈ ধৰিলে। ঘৈণীয়েকজনী গৈ গিৰিয়েকক অনুনয় বিনয় কৰিবলৈ ধৰিলে, 'আমি ইয়াৰ পৰা যাওঁগৈ ব'লা,মাইকেল, আন্ধাৰ হৈও আহিছে, তোমাৰ এই বলিয়ালিবোৰ বাদ দিয়া। তুমি নোযোৱা যদি মই অকলেই ইয়াৰ পৰা ওলাই যাওঁগে। ওলাই আহা, বেগতে ওলাই আহা।'

মানুহজনী কিছুসময় ৰ'ল, কিন্তু গিৰিয়েক লৰচৰ কৰাৰ কোনো আশাই তেওঁ নেদেখিলে। দহ মিনিটমান পিছত ফাৰমিটি খাই মতলীয়া হৈ থকা মানুহজনক সম্বোধন কৰি তেওঁ সুধিলে, 'মই এটা প্ৰস্তাৱ আগবঢ়ালো, তাৰ উত্তৰ কোনেও নিদিলে। মই আকৌ সুধিছোঁ কোনোবা হৰি, যদু, মধুৱে মোৰ বস্তুটো কিনিব নেকি?'

এইবোৰ দেখি শুনি যুৱতী মহিলা গৰাকীৰ আচৰণ সলনি হ'বলৈ ধৰিলে। তেওঁৰ খংমুৱা মুখখনৰ ৰঙণো সলনি হৈ গ'ল। 'মাইক, মাইক, কথাবোৰে বৰ বেছি বেয়াৰ ফালে গৈছে। আহ! কি গুৰুতৰ পৰিণামৰ সম্ভাৱনা এটা আহি পৰিছেহি।'

মানুহজনে আকৌ ক'লে, 'কোনোবাই কিনিবনে?' এনেতে তিৰোতা গৰাকীয়ে দৃঢ়ভাবে ক'লে, 'কোনোবা আগবাঢ়ি আহিব বুলি ময়ো ইচ্ছা কৰো। বৰ্তমানৰ গিৰিহঁতক মোৰ অলপো ভাল লগা নাই।'

'তোমাকো মোৰ ভাল লগা নাই।' মানুহজনে ক'লে। 'ভালেই হ'ল আমি দুয়ো একমত হ'লোঁ, বাইজসকল আপোনালোকে সকলোৱে শুনিলেই নহয় আমি দুয়ো এৰা এৰি হোৱাত মান্তি। তেওঁ যদি ইচ্ছা কৰে লগতে ছোৱালীজনীও নি নিজৰ মতে গঢ়ি ল'ব পাৰে। সেইবোৰত মোৰ কোনো আপত্তি নাই। মই মোৰ খেতিৰ সঁজুলিবোৰ লৈ গৈ নিজৰ মতে থাকিম। কথাবোৰ পবিত্ৰ ধৰ্মশাস্ত্ৰৰ কথাৰ দৰে ফটফটীয়া। সন্দেহৰ কোনো থলেই নাই। ও চুচান, তুমি এতিয়া থিয় হৈ সকলোকে দেখুৱা।'

মানুহ গৰাকীৰ কাষতে বহি আছিল পেটিকোটৰ লেচ্ বিক্ৰী কৰা মানুহজনী। তেওঁ ঘৈণীয়েকজনীৰ কাণত ফুচ ফুচাই ক'লে, 'মই হ'লে একো বুজি পোৱা নাই।'

মানুহ গৰাকী থিয় হ'ল। 'এতিয়া কোৱা, নিলামদাৰি কামটো কোনে কৰিবা,' ঘাঁহকটীয়া বনুৱাজনে ক'লে।

তাকে শুনি নেমুটেঙাহেন নাকৰ তাম বৰণীয়া চুটি চাপৰ মানুহ এজন আগবাঢ়ি আহি ক'লে, 'কামটো ময়েই কৰিম।' সেই মানুহটোৰ চকুকেইটা বুটামৰ ফুটাৰ দৰে সৰু সৰু , মাতটোও গেনগেনীয়া। 'এই মানুহজনীৰ কাৰণে কোনোবাই ডাক দিব নেকি?' মানুহটোৱে ডাক আৰম্ভই কৰিলে।

মহিলা গৰাকীয়ে অসীম চেষ্টা কৰি কোনো মতে তলমুৰাকৈ থিয় দি থাকিল।

কোনোবা এজনে মাত দিলে 'পাঁচ ছিলিং।' লগে লগে হাঁহিৰ ৰোল উঠিল।

'ঠাট্টা নকৰিবা।' গিৰিয়েকে ক'লে। ডাক কৰা মানুহটোৱে ক'লে 'কোনোবাই এক গিনী দিব নেকি?'

কোনেও একো নেমাতিলে। এনেতে পেটিকোটৰ লেচ্‌ৰ বেপাৰ কৰা মানুহ জনীয়ে এবাৰ মাত নমতাকৈ থাকিব নোৱাৰিলে।

'সৰগৰ প্ৰেম বিচাৰা যদি সদ্ আচৰণ কৰা। আহ, কি নিষ্ঠুৰ মানুহজনলৈ বেচেৰীৰ বিয়া হ'ল।'

ঘাঁহ কটীয়া বনুৱাজনে নিৰ্দেশ দিলে 'অলপ ওপৰৰ পৰা ডাক কৰা।'

ডাক কৰা মানুহজনে ক'লে 'দুই গিনী।' তাতো কোনেও একো সঁহাৰি নিদিলে।

'দহ চেকেণ্ডৰ ভিতৰত কোনেও এই দামত নল'লে কিন্তু পিছত বেছি ভৰিব লাগিব।' গিৰিয়েকে ক'লে। কিন্তু পিছ মুহূৰ্ততে মনটো সলনি কৰি ক'লে, 'হেৰা

নিলামদাৰ, তুমি আৰু এক গিণী বঢ়াই ডাক দিয়া।'

'তিনি গিণী, তিনি গিণী' নাকৰ পৰা শেঙুন ওলাই থকা মানুহটোৱে চিঞৰিলে। গিৰিয়েকে ক'লে 'কি হ'ল কোনেও একো নেমাতে দেখোন। হায় ভগবান। তাইক পাবলৈতো মই ইয়াৰ পঞ্চাছ গুণ খৰছ কৰিছিলোঁ। আৰু এক পেনিও কোনোবাই বেছিকৈ দিব নেকি, নিদিলেও ডাকচলি থাকিব।'

'চাৰি গিণী' মানুহটোৱে চিঞৰিলে।

'এইবাৰ মই খাটাং কথা কৈ দিলোঁ, পাঁচ গিণীৰ কমত মই বিক্ৰী নকঁৰো।' কথাষাৰ শেষ কৰি তেওঁ হাতৰ মুঠিটো তললৈ নমালে। 'পাচ গিণী পালে মই যিকোনো মানুহকে বিক্ৰী কৰি দিম কিন্তু তাইক হ'লে ভাল ব্যবহাৰ কৰিব লাগিব। তাইক একেবাৰে নিশ্চিন্তমনে লৈ যাব পাৰিব। মোৰ নাম গোন্ধেই আৰু শুনিবলৈ নেপাব। কিন্তু পাঁচ গিণীৰ কমত নহ'ব দেই, তাই নেযাব। কোনোবাই পাঁচ গিণী দিব নেকি? পাঁচ গিণী দিয়ক আৰু তাইক লৈ যাওক। চুচান, তুমি মান্তি হৈছা নহয়।'

তেওঁ সম্পূৰ্ণ নিৰ্বিকাৰ ভাবে মূৰ দুপিয়ালে। 'পাঁচ গিণী, পাঁচ গিণী,' ডাক দিয়া মানুহটোৱে চিঞৰিলে। 'সিমান নেপালে, বিক্ৰীৰ প্ৰস্তাৱ উঠাই লোৱা হ'ব। আছে নেকি কোনোবা, নহ'লে সামৰণি পৰিব। কোনোবাই হা বা না কিম্বা এটা ক'ব নেকি?'

এনেতে দুৱাৰ মুখৰ পৰা কোনোবাই প্ৰস্তাৱটোত সন্মতি জনাই ডাঙৰকৈ মাত দিলে, 'হয়, মই ল'ম।'

সকলোৱে চকু সেইপিনে ঘূৰালে। তিনিকোণীয়া ভাঁজটোৰ মাজেদিয়েই তম্বুটোলৈ ওলোৱা সোমোৱা বাট। ঠিক সেই ঠাইতেই এজন নাবিক আহি থিয় দিলেহি। ইমান পৰে আন কোনেও তেওঁলৈ মন কৰা নাছিল। মানুহজন অৱশ্যে মাত্ৰ কেইমিনিটমানৰ আগতেহে সেই ঠাইত উপস্থিত হৈছিলহি। তেওঁ সন্মতি দিয়াৰ লগে লগেই ঠাইখন একেবাৰে নিজম পৰি গ'ল।

মানুহজনলৈ চকু থিৰ কৰি গিৰিয়েকে সুধিলে, 'আপুনি তেন্তে সন্মতি দিছে।'

নাবিকজনে ক'লে 'হয়, মই সন্মতি দিলোঁ।'

উত্তৰত গিৰিয়েকজনে ক'লে, 'কোৱাটোও এটা কথা আৰু পইছা উলিয়াই দিয়াটোও এটা কথা, পইছা ক'ত?'

নাবিকজন ক্ষন্তেকপৰ দোধোৰ-মোধোৰ অৱস্থাত থাকি যুৱতী গৰাকীলৈ পুনৰ আৰু এবাৰ চাই পাঁচখন খমখমীয়া নতুন নোট টেবুলখনৰ ওপৰলৈ দলি মাৰি দিলে। পাঁচখন বেঙ্ক-অব-ইংলেণ্ডৰ পাউণ্ডৰ নোট। তাৰ পিছতে এক, দুই,

তিনি, চাৰি, পাঁচ বুলি জিলিকি থকা পাচোটা ৰূপৰ ছিলিং নোট কেইখনৰ ওপৰত এটা এটাকৈ হেঁচা মাৰি থৈ গ'ল।

পইছা উলিয়াই দিয়াৰ পিছত ইমান পৰে অবাস্তৱ বুলি ভাবি থকা কথাটোৱে বাস্তৱ ৰূপ ল'লে। দৰ্শক সকলৰ মনবোৰ উগুল-থুগুল হ'ল। তেওঁলোকৰ দৃষ্টি প্ৰথমে নাটক খনৰ মুখ্য নায়ক দুজনৰ ওপৰত পৰাৰ পিছত, একোটাকৈ ছিলিঙেৰে হেঁচা মাৰি থোৱা নোট কেইখনত পৰিলগৈ।

এই লোভনীয় ঘোষণাটোৰ প্ৰতি প্ৰথমে কোনেও দকৈ ভাবি চোৱা নাছিল। দৰ্শক সকলে ভাবিছিলযে এটা ধেমালিয়েই গৈ শেহ্যন্তৰত এটা চূড়ান্ত বাস্তৱ ৰূপ ল'লেগৈ। এয়া চাকৰি বাকৰি নোহোৱাৰেই পৰিণাম। সমাজ, আপোনজন আৰু সৰ্বশেষত গোটেই পৃথিৱীখনৰ প্ৰতি বিৰাগ জন্মিয়েই মানুহজনে এনে এখন নাটক কৰিলে গৈ। ইমানপৰে তামাছা বুলি ভাবি থকা ঘটনাটোৰ ওৰ পৰিল। এটি ম্লান পৰিবেশে তম্বুটোৰ ভিতৰত থকা সকলোকে প্ৰভাবান্বিত কৰিলেহি। মানুহবোৰৰ মুখৰ হাঁহি নাইকিয়া হ'ল। তেওঁলোকে ভেবা লাগি হা কৰি মুখ মেলি চাই থাকিল।

মহিলা গৰাকী আৰু নিমাত হৈ মনে মনে নেথাকি ক'বলৈ আৰম্ভ কৰিলে। বেজাৰত শুকাই যোৱা মুখখনৰ পৰা সহজে ওলাব নোখোজা সৰু সৰু কথাবোৰো তেওঁৰ কাৰণে ডাঙৰ ডাঙৰ যেন লাগিল। 'শুনা মাইকেল, তুমি আৰু এখোজো আগবাঢ়ি পইছা খিনি চুলেই মই আৰু এই ছোৱালীজনী আনৰ লগত গুচি যাবগৈ লাগিব। তুমি চিন্তা কৰি চোৱা, এইবোৰ জানো আৰু ধেমালি হৈ আছে।'

'ধেমালি?' কোনে কৈছে ধেমালি বুলি?' তেনে ধাৰণাৰ কাৰণে খং উঠি তেওঁ উচ্চস্বৰে ক'লে, 'চোৱা, এয়া মই পইছাখিনি ল'লো আৰু নাবিকজনে তোমাক ল'লে। ই এটা সাধাৰণ ঘটনা, এনে কাম আন ঠাইতো হৈছে, গতিকে আৰু হ'ব নেলাগে কিয়?'

নাবিকজনে মৃদু কণ্ঠস্বৰে ক'লে, 'মানুহগৰাকী মোৰ লগত যোৱাৰ ইচ্ছা প্ৰকাশ কৰিছে বুলিহে মই ভাবিছোঁ। তেখেতৰ মনত আঘাত দি মই গোটেই পৃথিৱীখন হাততে পালেও নলওঁ।'

'বিশ্বাস কৰক, তেনে ভাব মোৰ অন্তৰতো নাই,' গিৰিয়েকে ক'লে, 'কেচুবাটো পালে মানুহজনী যাবলৈ ইচ্ছুক বুলি কেইদিনমানৰ আগতে মোক কথা প্ৰসঙ্গত কৈছিল।'

নাবিকজনে মানুহগৰাকীক ক'লে, 'তেন্তে তুমি সেই বিষয়ে মোক প্ৰতিশ্ৰুতি দিয়া।'

গিৰিয়েকৰ মুখৰপিনে চাই তেওঁৰ মুখত অকণো অনুশোচনাৰ ভাব নেদেখি ক'লে, 'মই প্ৰতিশ্ৰুতি দিছোঁ যে মই আপোনাৰ লগত যাম।'

'ঠিক আছে, কেচুৱাটোও তেওঁ ল'ব। আৰু আমাৰ লেন দেন ইমানতে অন্ত পৰিল,' ঘাঁহ খেৰৰ বনুৱাজনে ক'লে। তেওঁ নোটকেইখন আপি শ্বিলিং কেইটাও সামৰি লেনদেনটোৰ এটা খাটাং ৰূপ দি ৱেষ্টকোটৰ ভিতৰ পকেট এটাত ভৰাই থলে। নাবিকজনে যুৱতী গৰাকীৰ পিনে চাই মৰমৰ হাঁহি এটা মাৰি ক'লে, 'আহা, কেচুৱাটোও লোৱা যিমানেই সৰহ হয় সিমানেই মঙ্গল।'

মানুহগৰাকী ক্ষন্তেক বৈ মানুহজনক এবাৰ ভালকৈ নিৰীক্ষণ কৰিলে। তাৰ পিছত মূৰ তল কৰি একো মাতবোল নকৰি কেচুৱাটো কোলাত তুলি ল'লে। দুৱাৰখনৰ পিনে আগবঢ়া মানুহজনৰ পিছে পিছে আহি তেৱো দুৱাৰ মুখ পালেহি। তাইক গিৰিয়েকে বিয়াত উপহাৰ দিয়া আঙুঠিটো আজোৰ মাৰি খুলি বনুৱাজনৰ মুখলৈ দলি মাৰি দিলে।

'মাইক, মই তোমাৰ লগত কেবাটাও বছৰ কটালোঁ কিন্তু তোমাৰ পৰা সেই কেই বছৰত খঙৰ বাহিৰে আন একোৱেই নাপালোঁ। এতিয়া আৰু মই তোমাৰ হৈ থকা নাই, মোৰ জীৱনৰ ভাগ্য পৰীক্ষা আন ঠাইত হব। এলিজাবেথ-জেন আৰু মোৰ কাৰণে সেইটো ভালেই হ'ব বুলি ভাবিছোঁ। মই তোমাৰ পৰা বিদায় ল'লোঁ।

এহাতে কোলাৰ কেচুৱা আৰু সোঁহাতে নাবিকজনক ধৰি বেজাৰত মৃয়মান হৈ উচুপি উচুপি তেওঁ তম্বুটোৰ পৰা ওলাই আহিল। তেতিয়াহে গিৰিয়েক থৰ হ'ল। এনে এটা পৰিসমাপ্তি তেওঁ পূৰ্বতে ধাৰণা কৰিব পৰাই নাছিল। ঘটনাটো দেখি তাত থকা কিছুমান অতিথিৰ হাঁহিহে উঠিল। চিন্তাই হেঁচা মাৰি ধৰাত তেওঁ নিজকে নিজেই প্ৰশ্ন কৰিলে।

'তাই বাৰু সঁচাকৈয়ে গ'লগৈ নেকি?' তম্বুটোৰ দুৱাৰ মুখত বৈ থকা কিছুমান সহজ সৰল গাঁৱলীয়া লোকে মন্তব্য দিলে 'মানুহজনী যে গ'লগৈ সেই কথাত সন্দেহ কৰিবলগীয়া আৰু একোৱেই নাই।'

মদৰ নিছাত থৰক বৰক যদিও কোনোৰকম থিয় দি ঢলং পলং কৈ আহি তেওঁ দুৱাৰ মুখ পালেহি। আন কিছুমান লোকও তেওঁৰ পিছে পিছে আহিল। ইতিমধ্যে বাহিৰত সন্ধ্যাৰ আন্ধাৰ নামিছিল।

প্ৰকৃতিৰ নিস্তব্ধতাৰত বিৰাজকৰা শান্তি আৰু মানুহে ইচ্ছাকৃতভাবে সৃষ্টি কৰা বিৰোধ, অশান্তিৰ মাজৰ পাৰ্থক্য সেই ঠাই ডোখৰত জল জল পট পট কৈ ওলাই পৰিছিল। ক্ষন্তেক আগৰ নিষ্ঠুৰ ঘটনাটোৰ বিপৰীতে সাজ পিন্ধাই নিজ ঘৰলৈ নিবলৈ বুলি বান্ধি থোৱা ঘোঁৰাবোৰে ধৈৰ্য্যৰে থিয় দি থাকি ইটোৱে সিটোৰ ডিঙিৰ ওপৰেদি হেপা মেলি চেলেকা চেলেকি কৰি মৰম বিনিময় কৰি থকা দৃশ্যটো মন কৰিবলগীয়া। মেলাৰ পৰিধিৰ বাহিৰত থকা সমতল ভূমিখণ্ড আৰু গছ বনেৰে ভৰি থকা হাবিডৰা স্থিৰ আৰু শান্ত। বেলিটো কিছুসময়ৰ আগতে মাৰ গৈছিল।

পশ্চিমৰ সৰগখন ৰঙীন মেঘে আবৰি আছিল, যেন যুগমীয়া হৈ বৰ্ত্তি থাকিব, কিন্তু সেই দৃশ্যও ক্ষন্তেকতে সলনি হ'ল। সেইবোৰ দেখিলে বোধ হয় যেন কোনোবাই অজান হাতৰ পৰশেৰে কোনো এক অন্ধকাৰ প্রেক্ষাগৃহৰ পৰা সৃষ্টি মহিমামণ্ডিত কৰি আছে। ইটো দৃশ্যৰ পৰা সিটো দৃশ্যলৈ পৰিবৰ্ত্তন হোৱালৈ মন কৰিলে ধাৰণা হয় যেন প্রকৃতিয়ে স্বতঃ স্ফুৰ্ত ভাৱেই অনন্য স্নেহশীল পৰিবেশৰ পৰা কলঙ্কিত মানুহৰ অস্তিত্ব অস্বীকাৰ কৰিছে। সকলো স্নেহশীল বস্তুৰ পৰিবৰ্ত্তনশীল অৱস্থাটোলৈ চালে এনে লাগে যেন মানৱ দেহাও কাহানিবা শান্তিত নিদ্রামগ্ন হ'বগৈ আৰু তেতিয়া তেওঁলোকৰ সলনি প্রকৃতিত বিৰাজকৰা আনাবোৰ জীৱ-জন্তুৱে খং-ৰাগ, অশান্তিত গৰজিবলৈ ধৰিব।

'নাবিকজন থাকে ক'ত? এজন দৰ্শকে অনাহকতে প্রশ্ন এটা কৰিলে।

"ভগবানেহে জানে' দেশ বিদেশ ভ্রমি উচ্চস্তৰৰ সমাজ দেখা লোক জনে কলে পিছে এইখন ঠাইত মানুহজনক কোনেও চিনি নেপাই যেন লাগিল।'

'মাত্র পাঁচ মিনিটমানৰ আগতেহে মানুহজন এই ঠাইত উপস্থিত হৈছিলহি' কঁকালত হাতখন থৈ ফাৰমিটি বিক্রী কৰা মানুহজনীয়ে আগফালে, পিছফালে চাই চুচুক-চামাককৈ ক'লে "মানুহটোৰ পৰা কিন্তু মোৰ ফুটাকড়ি এটাও লাভ নহ'ল।

লেচ বিক্রীকৰা মানুহগৰাকীয়ে মাত লগালে। 'গিৰিয়েকক মানুহজনীয়ে পৰিচৰ্যা কৰিব যেন লাগিল। এনে সুন্দৰ লাহি গাটোৱে সৈতে মানুহজনী। মানুহক তাতোকৈ বেছি লাগেনো বা কি? তাই সমস্ত নাৰী জাতিটোক ধন্য কৰিলে। মই নিজে হ'লেও তাইৰ দৰেই কৰিলোহেঁতেন, কিয় নকৰিম যদি মোৰ স্বামীয়ে মোক এনেদৰে ব্যৱহাৰ কৰে। মই কিন্তু ইমানতে ক্ষান্ত নাথাকিলোহেঁতেন। গালি শপনি পাৰি, চিঞৰ-বাখৰ কৰি নগৰ-নাগতি কৰিলোহেঁতেন। চাৰিওপিনে ৰণ-শিঙা বজাই প্রচাৰ কৰিলোহেঁতেন নহয়।'

'মানুহ গৰাকীৰ ভালহে হ'ব যেন পাইছো, আন এগৰাকীয়ে সুনিশ্চিতভাৱে ক'লে। 'সাগৰত ঘূৰি ফুৰা মানুহৰ প্রকৃতিবোৰ বেলেগ হয়। তেওঁৰ লগত নিৰীহ নোমকটা ভেড়াজনীয়ে নিৰাপদে থাকিব পাৰিব। নাবিকজনৰ যথেষ্ট পইছাও আছে যেন লাগে। মানুহজনীয়েতো গোটেই জীৱনটো টকা-পইছাৰ অভাৱতে ভুগিবলগীয়া হৈছিল।'

'মোক দেখিলা নহয, মই জানো তাইৰ পিছে পিছে গ'লো।' গোঁৱাৰ ঘাঁহ কটীয়া বনুৱাজনে ঘূৰি আহি পুনৰ নিজ আসনখনতে বহিলেহি।

কোনো ধৰণে বাধা দিবলৈ উপায় নোপোৱা অৱস্থা এটাৰ সন্মুখীন হোৱা লোকসকলৰ মনবোৰ সন্তাপত জৰ্জৰিত হ'বলৈ ধৰিলে। সময়ো ভালেখিনি হোৱাত তম্বুৰ ভিতৰত থকা বেপাৰীৰ সংখ্যা কমিবলৈ ল'লে। ডেকা বনুৱাজনে কিলাকুটি

দুটা মেজৰ ওপৰত দি মুখখন বাহুদুটাৰ মাজেৰে সুমুৱাই তাতে টলকা মাৰি থাকিল। কিছুপৰ পিছত লাহকাল টোপনিত তেওঁ নাক ঘোৰ্ঘোৰালে। ফাৰমিটি বিক্ৰী কৰা মানুহজনীয়ে ৰামৰ বটল, গাখীৰ, গোমধান আৰু খিচমিচৰ অৱশিষ্টখিনি গোটাই লৈ গাড়ীখনৰ ওপৰত তুলি টোপনিয়াই থকা মানুহজনৰ কাষলৈ আহিল। জোকাৰি দিলতো মানুহজনে সাৰ নেপালে। মেলাখন আৰু দুদিনমান চলিব কাৰণে দোকানৰ মালিকে তম্বুটো নুখুলিলে। মানুহ জনো অঘৰী নহয়, তাকে ভাবি তেওঁক তাতে থাকিবলৈ দিলে। বাস্কেটটোও মানুহজনৰ কাষতে পৰি থাকিল। বৰকৈ বতাহ নালাগিবৰ কাৰণে তম্বুটোৰ ওখ অংশটো কিছু তললৈ নমাই দিলে। যাবৰ সময়ত শেষ মমডালো নুমাই গাড়ীত উঠি গুচি গ'লগৈ।

# দ্বিতীয অধ্যায

পিছদিনা ৰাতিপুৱা ৰ'দ ওলোৱাত তেওঁ সাৰ পালে। তম্বুৰ ফাঁকেৰে ৰ'দ কাঁচৰলি আহি গাত পৰাত তেওঁ সামান্য উত্তাপো অনুভৱ কৰিলে। এটা নীল বৰণৰ মাখি আহি ভোঁ-ভোঁৱাই আছিল। এই মাখিটোৰ ভুনভুননিৰ বাহিৰে তেওঁ আন একো শব্দই শুনিবলৈ পোৱা নাছিল। উঠি আহি তেওঁ ইফালে সিফালে চালেহি। টেবুলখন তেওঁৰ চকুত পৰিল। কাষতে দেখা পালে তেওঁৰ খেতিৰ সঁজুলিৰে সৈতে পৰি থকা বাস্কেটটো আৰু ফাৰমিটি সিজোৱা ষ্টোভটোৰ ওপৰত তিনিঠেঙীয়া টোটো। অত ত'ত দুই চাৰি টুকুৰা ঘেঁহুৰ ভগা ডখৰা ঘাঁহনি ডৰাত সিঁচৰিত হৈ পৰি থকাও তেওঁ দেখা পালে। মূল্যহীন বস্তু কিছুমানৰ মাজতে কিবা এটা জিলিকি থকা দেখা পাই তেওঁ হাতলৈ তুলি ল'লে। সেইটো ঘৈণীযেকৰ আঙঠিটো বুলি তেওঁ চিনি পালে।

আগদিনাৰ ঘটনাৰ অস্পষ্ট ছবি এখন মনলৈ আহিবলৈ ধৰাত তেওঁ বেষ্টকোটৰ ভিতৰ জেপটোত হাঁত ভৰালে। দকৈ একো নভবা নিচিন্তাকৈ ঘপহকৰে হাতখন বেষ্ট কোটৰ জেপত ভৰাই দিয়াত নাবিকজনে দি যোৱা নোটকেইখনত আঙুলি কেইটা লাগি খমখমাই উঠিল।

এই দ্বিতীয়টো পৰীক্ষাৰ পিছত তেওঁৰ হেৰাই যোৱা স্মৃতি শক্তি পুনৰ ঘূৰি আহিল। এইবোৰটো সপোনত দেখা ঘটনা নহয়। তেওঁ তলমূৰ কৰি কিছুপৰ বহিয়েই থাকিল। মই ইয়াৰ পৰা সোনকালে ওলাব লাগিব, নিজমুখে উচ্চাৰণ নকৰিলে নিজৰ স্থিতিটোকে বিশ্বাস কৰিব নোৱাৰিব বুলি ভাবি তেওঁ কথাবোৰ স্পষ্টভাৱে উচ্চাৰণ কৰিলে। তেনেহলে তেওঁ সঁচাকৈয়ে গ'লগৈ — এলিজাবেথ জেনকো লগত লৈ সেই নাবিকজনৰ লগত গুচি গ'লগৈ'। এইবোৰকে ভাবি তেওঁ

বিবুদ্ধি হৈ পৰিল। আমি ইয়ালৈ খোজকাঢ়ি আহিছিলোঁ। মই এইখিনিতে বহি ফাৰমিটিৰ লগত ৰাম মিহলাই খাইছিলোঁ। ইয়াতে মই তেওঁক বিক্ৰী কৰি দিলোঁ। হয়, সেইটো ঘটনাই ঘটিল, নহ'লেনো মই এইখিনি ঠাই পালোঁহি কেনেকৈ। এতিয়া কি কৰোঁ। মদৰ নিচাই এৰা দিয়াত তেওঁ স্থিৰ হৈ থিয় দিব পাৰিব বুলি ভাব হ'ল। উঃ কি আচৰিত ঘটনা ঘটি গ'ল। থিয় হ'লত অনুভৱ কৰিলে যে তেওঁ সুস্থিৰ ভাবে আগলৈ খোজ দিব পাৰিব। পিঠিৰ পৰা এটা ডাঙৰ বোজা নাইকিয়া যেন হোৱাত তেওঁৰ গাটো পাতল লাগিল। তেওঁ বন্ধন মুক্ত বুলি অনুভৱ কৰিলে। খেতিৰ সঁজুলি থকা বাস্কেটটো ডাঙি চালে। সেইটো তেওঁ বলে পাৰিব যেন পাই গাত ওলমাই ল'লে। তম্বুৰ দুৱাৰ খন মেলি ওলাই আহি তেওঁ মুক্ত আকাশৰ তলত ভৰি দিলেহি।

মন বিষণ্ণতাৰে ভৰি থকা স্বত্বেও কিবা এটা কৌতূহল জগাত তেওঁ চাৰিওদিশে চকু ফুৰালে। চেপ্টেম্বৰ মাহৰ স্নিগ্ধ ৰাতিপুৱাৰ স্নেহশীল আলিঙ্গনে কিঞ্চিত হ'লেও তেওঁক প্ৰাণচঞ্চল কৰিলে। পৰিয়ালটো আগ দিনা ভাগৰি-জুগৰি আহি এইখিনি ঠাই পোৱাৰ সময়ত তেওঁলোক বৰ ক্লান্ত হৈ পৰিছিল। প্ৰকৃততে সেই সময়ত তেওঁলোকে ঠাইখনৰ একোকেই দেখা নাছিল বুলিব লাগে। এতিয়া চাৰিওপিনে এটা নতুনত্ব দেখা পালে। ঠাইখন মুকলি পাহাৰ এটাৰ ওপৰত। ইয়াৰ এটা দিশ গছ গছনিৰে ভৰপূৰ আৰু তাৰ মাজে মাজে অকোৱা পকোৱা আলিবাট। নিম্নভাগত এখন গাওঁ। সেই গাওঁখনৰ নামেৰেই মেলাখনৰো নামাঙ্কন হৈছিল। পাহাৰীয়া ঠাইখন তলৰ সমতললৈকে ব্যাপি আছিল। ইয়াতকৈও উচ্চতাত থকা ঠাই এখনলৈও যাব পৰা বাট এটা দেখা পায। তাৰ পৰা দূৰৈত থকা মৈদামবোৰ নিচেই ক্ষুদ্ৰ ক্ষুদ্ৰ বিন্দু একোটা যেনহে লাগিছিল। বুৰঞ্জীয়ে ঢুকি নোপোৱা যুগৰে পৰা থকা এটা দুৰ্গৰ ভগ্নাবশেষ ও সেই ঠাইৰ পৰা দেখা গৈছিল। দুৰ্গটোৰ চাৰিওপিনে গড খাঁৱৈয়ে ঘেৰি থকা। সমগ্ৰ অঞ্চলটোতেই নবোদয সূৰ্য্যৰ পোহৰ আহি পৰিছিলহি যদিও ঘন নিয়ৰত তিতি থকা ঘাঁহনি ডৰাৰ এখিলা পাতো ইয়াৰ ৰশ্মিয়ে তেতিয়ালৈকে শুকুৱাব পৰা নাছিল। তাত থকা ৰঙা হালধীয়া আৰু বিভিন্ন ৰঙৰ গাড়ীবোৰৰ ওপৰত হেলনীয়া সূৰ্য্যৰ কিৰণ আহি পৰাত ইয়াৰ ছাঁবোৰ বহুদূৰ পৰ্যন্ত পাইছিল গৈ। গাড়ীবোৰৰ চকাৰ ছাঁবোৰ আকৌ দীঘল চানেকীয়া হৈ ধূমকেতুৰ কক্ষপথ সদৃশ হৈছিল। এই ঠাইখনতে ৰাতি থকা যাযাবৰ আৰু মেলাত বিভিন্ন ধৰণৰ খেল দেখুৱা সকলৰ কিছুমান মানুহ গাড়ী নাইবা তম্বুৰ ভিতৰতে হেঁচা-টেপাকৈ সোমাই আশ্ৰয় লৈছিল। কিছুমানে আকৌ ঘোঁৰাবোৰৰ তলতে সোমাই ঘোঁৰাৰ গাত দিয়া উমলগা কাপোৰেৰেই নিজকে মেৰিয়াই মৰা মানুহৰ দৰে নিথৰ হৈ পৰি আছিল। মাজে মাজে সিহঁতৰ নাকৰ পৰা ওলোৱা শব্দৰ বাহিৰে আন একো সাৰ সুৰ নাছিল।

খৃষ্টান সকলৰ আখ্যান প্ৰসিদ্ধ সাতজন নিদ্ৰামগ্ন লোকক এটা কুকুৰে পহৰা দি ৰক্ষা কৰাৰ দৰে সেই ভিকহু অঘৰীবোৰৰ ও তেনে এজাত অলৌকিক কুকুৰ আছিল। সিহঁতক কুকুৰ, মেকুৰী বা শিয়ালো বুলিব পৰা ন'গৈছিল। তেনেকুৱা জন্তু এটাৰ সৰু গোবালি এটাই গাড়ী এখনৰ তলতে বহি ভুকি থকাটো তাৰ কৰ্তব্য বুলি ভাবিছিল। ভুকি ভুকি সিও অৱশেষত নিস্তব্ধ হৈ পৰিছিল। ঘাঁহবনৰ বনুৱাজনে বেডন্ প্ৰাইঅৰ্চৰ মেলা হোৱা ঠাইৰ পৰা প্ৰস্থান কৰাৰ সময়ত একমাত্ৰ সাক্ষী ৰাখি থৈ গৈছিল সেই কুকুৰৰ নিচিনা জন্তুটোকে।

এই ঠাইখন এৰি গুচি অহাৰ সমযত তেওঁক কোনেও দেখা নোপোৱাটো তেওঁৰ ইচ্ছাৰ অনুকলে গৈছিল। তেওঁ আহি থকাৰ সময়ত জোপোহাবোৰৰ মাজৰ পৰা সৰু সৰু এবিধ হালধীয়া চৰাইযে কুটা কটিযাই আছিল। তেওঁ ইফালে সিফালে চাওঁতে দেখা পালে বিভিন্ন ধৰণৰ অলেখ কাঠফুলাৰ গছ। আগদিনাৰ বজাৰত বিক্ৰী কৰিবলৈ নিনিয়া কিছুমান সৌভাগ্যবান ভেডা ছাগলি মুকলিমনে ওচৰৰে ঘাঁহনি ডৰাত চৰি আছিল। সিহঁতৰ ডিঙিত আঁৰি দিয়া ঘণ্টিবোৰৰ পৰা টিলিং টালাং শব্দ ওলাই আছিল। তেওঁ কিন্তু সেই আটাইবোৰৰ প্ৰতিযেই উদাসীন হৈ আপোনমনে আহি থাকিল। এমাইলমান বাট নীৰৱে আহি আহি তেওঁ এটা আলিবাট পালেহি। সেই ঠাইতে থকা জেওৰা এখনৰ কাষতে বাস্কেটটো নমাই তাতে ভেজাদি কিছুপৰ জিৰণি ল'লে। গভীৰ চিন্তা কিছুমানে তেতিযাহে তেওঁক হেঁচামাৰি ধৰিলেহি।

'মোৰ নামটো কাৰোবাক ক'লোনেকি?' তেওঁ নিজকে নিজে সুধিলে। ভাবি ভাবি পালেগৈ যে তেওৰ নামটো কাকো কোৱা নাছিল। তেওঁক দেখিলেই ধৰিব পৰা গৈছিল যে আগদিনাৰ ঘটনাটোৱে তেওঁৰ অন্তৰত কেনে ভীষণ আলোডনৰ সৃষ্টি কৰিছিল। কি হৈ গ'ল তাকে ভাবি তেওঁ নিজে কিমান আচৰিত হৈছিল। কথাবোৰ আখৰে আখৰে পালন কৰাৰ কাৰণে ঘৈণীযেকৰ ওপৰত তেওঁৰ খং উঠিছিল। অনুশোচনাত দেইপুৰি মৰা অশান্তি তেওঁৰ মুখ ব্যাপী প্ৰকাশ পাইছিল। যন্ত্ৰণাত থাকিব নোৱাৰি জোপোহা এটাৰ পৰা কুটা এগছ চিঙি তাকে মুখত ভৰাই চোবালে। তেওঁৰ বুজিবলৈ বাকী নাথাকিল যে কিবা উত্তেজনাৰ বশবৰ্ত্তী হৈ হে ঘৈণীয়েকক তেনেকৈ বিক্ৰী কৰিলে। ঘৈণীয়েকে লেনদেনটোত আইনগত মেৰপেচ আছে বুলি ভাবিছিল বুলি তেওঁ পতিয়ন গৈছিল। সেই অনুমানটো সঠিক বুলি তেওঁ প্ৰায় নিশ্চিত আছিল কাৰণ মানুহজনীযে অবিবেচক কাম কৰা তেওঁ কেতিয়াও দেখা নাছিল। তেনে দোষ তেওঁৰ চৰিত্ৰত সমূলি নাছিল। মানুহজনী সহজ সৰল, হোজা বুলিবও পাৰি। লেনদেনটো লৈ মানুহগৰাকীৰ মনত কিবা সন্দেহ উপজিছিল যদিও ক্ষোভ আৰু অভিমানে তেওঁৰ সেইভাব তল পেলালে। কপালৰ লিখনত যি আছে তাৰ খণ্ডন নাই বুলি তেওঁৰ মনলৈ অহা ভাবটোৱে যে তেওঁৰ বিবেচনা

শক্তিক ক্ষত্ৰেকৰ কাৰণে ঢাকি ৰাখিছিল তাত সন্দেহ কৰাৰ কোনো থল নাছিল। আগতেও তেওঁ মদৰ নিচাত মাতাল হৈ ঘৈণীয়েকক বিদায় দিম বুলি কৈছিল। তাৰ উত্তৰত ঘৈণীয়েকে কপালক ধিয়াই কৈছিল যে তেনেধৰণৰ কাণ্ড এটা যিহেতু অলপতে হ'বই গতিকে তেওঁ আৰু বেছিদিন সেইবোৰ কথা শুনি থাকিবলগীয়া নহ'ব। কিন্তু মদৰ নিচাতহে মই তেনে কথা কওঁ বুলি তেওঁ ভালকৈ জানে। তেওঁ চিএৰি ক'বলৈ ধৰিলে, 'মই তেওঁক বিচাৰি উলিযাব নোৱাৰালৈকে ক্ষান্ত নেথাকো। মই তেওঁক বিচাৰি খোজ কাটি কাটিয়েই গৈ থাকিম। লগ পালে মই তেওঁক সুধিম নহয়, মই এনেদৰে লাঞ্ছিত হ'ম বুলি তেওঁ কিয় নাভাবিলে। এনেবোৰ ভাবত মাজে মাজে তেওঁ গৰজিও উঠিছিল। তেওঁটো মোৰ দৰে একাচেকা ধৰণৰ নহয়। অ হয়, মই ঠিক বুজি পাইছো তেওঁ প্ৰকৃত চুচানৰ দৰেই অকৰামুৰীয়া হৈহে এনে কাম কৰিলে। তেওঁৰ মৃদু স্বভাবটোৱে মোক যিমান হানি কৰিলে, মোৰ উগ্ৰ খঙেও আমাক সিমান অনিষ্ট কৰিব পৰা নাছিল।

মনটো কিছু শান্ত অৱস্থালৈ অহাত তেওঁ ঠিৰাং কৰিলে যে যিকোনো প্ৰকাৰেই হওক ঘৈণীয়েক আৰু এলিজাবেথ জেনক তেওঁ বিচাৰি উলিয়াবই। নিজে ভুল কৰি যি লাজ চৰম হেৰুৱা কাম তেওঁ কৰিলে সেয়া নিজেই সহি সামৰি তাপৰাব লাগিব। সদ্যহতে তেওঁ এটা প্ৰতিশ্ৰুতিৰ কথা বিবেচনা কৰিলে। ঈশ্বৰক সাক্ষী কৰি তেওঁ এটা শপত ল'ব। এনে ডাঙৰ শপত তেওঁৰ জীৱনত আগতে কেতিয়াও লৈ পোৱা নাছিল। এই কামটো নিষ্ঠাসহকাৰে আৰু একান্তচিত্তে কৰিবলৈ হ'লে তেওঁক এখন আচুতীয়া ঠাই লাগিব। তেনে এখন ঠাইৰ কথা তেওঁ কল্পনা কৰিবলৈ ধৰিলে। দেও লগা বা ঐশ্বৰিক মহিমা থকা ঠাইৰ প্ৰতি তেওঁৰ আগৰে পৰাই অটল বিশ্বাস আছিল।

তেওঁ বাস্কেটটো কান্ধত লৈ আগবাঢ়িল। চাৰিওপিনৰ প্ৰাকৃতিক দৃশ্যবোৰলৈ এক অনুসন্ধানী দৃষ্টিৰে তেওঁ লক্ষ্য কৰিবলৈ ধৰিলে। প্ৰায় তিনি চাৰি মাইল দূৰৈৰ গাওঁ এখনৰ ঘৰবোৰৰ মুধচবোৰ তেওঁ দেখা পালে। তাৰ মাজতে তেওঁ এটা ওখ গীৰ্জাঘৰ দেখা পাই সেই পিনে আগবাঢ়িল। গাওঁখন তেতিয়াও নিৰ্জীৱ অৱস্থাত। সেই সময় খিনিতে খেতিয়কবোৰ পথাৰলৈ যায় আৰু ঘৰৰ জীয়ৰী বোৱাৰীয়ে ৰাতি পুৱাৰ আহাৰ তৈয়াৰ কৰিবলৈ পাকঘৰত ব্যস্ত থাকে। কোনেও মন নকৰা সেই সুবিধা কণতে তেওঁ আহি গীৰ্জাঘৰটো পালেহি। দুৱাৰখনত তলা নথকাৰ কাৰণে খিলিটো খুলি তেওঁ ভিতৰ সোমাই গ'ল। বাস্কেটটো নিলগতে এৰি তেওঁ মূল থাপনা খনৰ ওচৰ পালেহি। তাত সোমাৱাৰ লগে লগেই তেওঁৰ মনলৈ ক্ষন্তেকৰ কাৰণে হ'লেও কিবা এটা ভক্তিভাব আহিল। তেতিয়া তেওঁ খিয় দি থকা ঠাইতে আঁঠু ল'লে। ধৰ্ম কৰ্ম সম্পাদন কৰিবলৈ থোৱা টেবুলখনৰ ওপৰতে থকা

কিতাপ খনতে মূৰটো পেলাই ডাঙৰ ডাঙৰ কৈ উচ্চাৰণ কৰি তেওঁ এনেদৰে এটা শপত ল'লে—

'মই মাইকেল হেনচার্ডে আজি যোল্ল চেপ্তেম্বৰৰ ৰাতিপুৱা ভগৱানৰ এই পবিত্র স্থানত শপত লৈছোঁ যে মোৰ আজিলৈ যিমান বছৰ বয়স হৈছে অহা সিমান বছৰৰ কাৰণে মই কোনো ধৰণৰ নিচাযুক্ত পানীয় গ্রহণ নকৰোঁ। সন্মুখত থকা এই পবিত্র ধর্মগ্রন্থখনক সাক্ষী কৰি মই এই শপত লৈছো। এই শপত যদি মই ভঙ্গ কৰোঁ তেনেহলে মই কলা, বোবা বা কণাহৈ নৰক যন্ত্রণাত ভুগি মৰিম।'

কথাখিনি শেষ কৰি কিতাপখনত সম্ভ্রমেৰে চুমা খাই বনুৱা জন থিয় হ'ল। এই কর্মটো কৰাৰ পিছত তেওঁৰ মনটো পাতল লাগিল। এটা নতুন জীৱনৰ পাতনি মেলিবৰ কাৰণে তেওঁৰ মনলৈ কিছু উৎসাহ আহিল। গীর্জাঘৰটোৰ বাৰান্দাখনত থিয় দিয়াত ওচৰৰ ঘৰ এটাৰ চিম্‌নিৰ পৰা ধোৱা ওলোৱা দেখি তেওঁ ঘৰটোৰ কাষ চাপিল। শুই উঠি মানুহ ঘৰে পুৱাৰ আহাৰ তৈয়াৰ কৰিবৰ কাৰণে জুই জলাইছিল বুলি তেওঁ ধৰিব পাৰিলে। মানুহঘৰৰ দুৱাৰমুখখন পাই তেওঁ খাবৰ কাৰণে অলপ আহাৰ বিচাৰিলে। সামান্য পইছাৰ বিনিময়ত মানুহঘৰে তেওঁক কিছু খোৱা বস্তু দিলে। খাই উঠি তেওঁ ঘৈণীয়েক আৰু ছোৱালীজনী বিচাৰি পুনৰ যাত্রা আৰম্ভ কৰিলে।

ভাবি চিন্তি একো উৱাদিহ নোপোৱা এটা পৰিস্থিতিৰ সৃষ্টি হৈছিল। তেওঁৰ মনলৈ বহু ধৰণৰ চিন্তা আহিল। বিভিন্ন ধৰণৰ মানুহক সোধ পোছ কৰিও তেওঁ ঘৈণীয়েকৰ একো সন্ধান নাপালে। বহুদিন ধৰি তেওঁ বহু বাট বুলিলে যদিও মেলাখনৰ বিয়লি বেলাত ঘটা তেনে এটা ঘটনাৰ সন্ধান কোনেও দিব নোৱাৰিলে। তেওঁৰ মস্কিল হৈছিল যে নাবিকজনৰ নামটো কি তেওঁ জনা নাছিল। লাহে লাহে তেওঁৰ পইছাও কমি আহিবলৈ ধৰিলে। খৰচ নকৰোঁ নকৰোঁ বুলি ভাবিও বাধ্যত পৰি নাবিকজনে দিয়া পইছাখিনিতো হাত দিব লগীয়াত পৰিলগৈ। সেইখিনি পইছা খৰচ কৰাৰ পিছতো তেওঁ কোনো সুফল নেপালে। এই কামত তেওঁ কিছু অসুবিধাৰো সন্মুখীন হৈছিল। প্রকৃত ঘটনাটো নো কি আছিল সেই বিষয়ে তেওঁ বিতংকৈ কাকো জনাবও পৰা নাছিল। সত্য ঘটনাটো জনাবলৈ তেওঁ লজ্জাবোধ কৰিছিল। কিন্তু এনেকুৱা ধৰণৰ ঘটনাবোৰত হুলস্থুল নলগালে কার্য্য সিদ্ধি নহয়। সম্ভৱ সেই কাৰণেই তেওঁ ইয়াৰ একো গুৎসূত্র উলিয়াব নোৱাৰিলে। কেনেকৈনো পৰিয়ালটো হেৰাল সেই বিষয়ে উল্লেখ কৰাৰ বাহিৰে আন সকলোবোৰ কথাই তেওঁ খোলা মনেৰে ব্যক্ত কৰিছিল।

সপ্তাহ পাৰহৈ মাহ পালেহি, তথাপিও তেওঁ আশা এৰি দিয়া নাছিল। নিজে চলিবৰ কাৰণে মাজে সময়ে অ'ত ত'ত সৰু সুৰা কামবনো কৰিছিল। তেওঁ আছি

আহি ইতিমধ্যে এটা বন্দৰ পালেহিঁ। তাত সুধি পুছি তেনে বিবৰণৰ মানুহ কেইজনমান কিছুদিন আগতে বিদেশলৈ গুচি যোৱাৰ সম্ভেদ পালে।

তেতিয়া তেওঁ বুজি পালে যে আৰু বিচৰাৰ কোনো সকাম নাই। এই সিদ্ধান্তটো লোৱাৰ পিছত তেওঁ বহুদিনৰ পৰা সপোনত দেখি থকা জিলাখনলৈ গৈ থিতাপি লোৱাৰ প্ৰতি তৎপৰ হ'ল। পিছদিনা তেওঁ পশ্চিমমুখে যাত্ৰা আৰম্ভ কৰিলে। ৰাতিটো জিৰণি লোৱাৰ বাহিৰে আন ক'তো নৰৈ ৱেচেক্সৰ পৰা ভালেমান দূৰৈত থকা কেষ্টাৰব্ৰীজ নামৰ ঠাইখনত উপস্থিত হ'লগৈ।

# তৃতীয় অধ্যায়

ৱেডন প্ৰাইঅৰ্চৰলৈ যোৱা উজুবাট বোৰ এতিয়াও আগৰ দৰে ধূলিৰে পোত গৈ থকাত খোজবোৰ কোমল দলিচাৰ ওপৰত কঢ়াৰ দৰে নিঃশব্দ হৈছিল। গছবোৰ আগৰ দৰেই ডাঠ সেউজীয়া। এসময়ত যি ঠাই ডোখৰলৈ হেনচাৰ্ডৰ তিনিজনীয়া পৰিয়ালটো খোজ কাটি আহিছিল, এতিয়া তাৰ ঠাইত তেওঁৰ ওচৰ সম্বন্ধীয়া দুটি প্ৰাণীহে খোজকাটি আহি আছিল।

বহলভাৱে চালে দৃশ্যবোৰ আগৰ দৰেই আছিল। আনকি সেই খেৰেং খেৰেং শব্দবিলাকো। এতিয়া উল্লেখ কৰা সময়টোও আগতে বৰ্ণনা কৰা ঘটনাটোৰ পিছদিনাৰ দুপৰীয়া সময়খিনি বুলি ধৰি ল'বও পাৰি। দকৈ চালে অৱশ্যে কিছুমান পাৰ্থক্য দেখা গৈছিল। কোৱা বাহুল্য যে ইতিমধ্যে ভালেমান বছৰ পাৰ হৈ গৈছিল। উল্লেখিত দুগৰাকীৰ ভিতৰত এগৰাকী হ'ল হেনচাৰ্ডৰ এসময়ৰ তৰুণী ভাৰ্যা। আগৰ গোল ধুনীয়া মুখখন ভাগি এতিয়া অৱশ্যে নোহোৱা হ'ল আৰু ছালৰ ৰৱণবো যথেষ্ট পৰিবৰ্তন ঘটিল। তেওঁৰ চুলি কোছাৰ ৰং আৰু সৌন্দৰ্য্য আগৰ দৰেই আছিল যদিও এতিয়া আগতকৈ কিছু পাতল হৈছিল। বিধৱাৰ সাজেৰে তেওঁ বৰ্ত্তমান এগৰাকী বিমৰ্ষ নাৰী। তেওঁৰ লগত অহা প্ৰায় ওঠৰ বছৰীয়া ছোৱালীজনীৰ কাপোৰযোৰৰ ৰৱণো ক'লা আছিল। ক্ষন্তেকীয়া অথচ, বহুমূলীয়া যৌৱনেই অধিকাৰীস্বৰূপে দেখা দিয়া গাভৰু ছোৱালীজনীৰ গাৰ ৰৱণ বা শৰীৰৰ ৰূপৰেখাৰ চিত্ৰ অঁকাৰ কোনো প্ৰয়োজন নাই।

এবাৰ চকু ফুৰালেই ধৰিব পাৰি যে সেইজনী এতিয়া যৌৱন প্ৰাপ্ত চুচান হেনচাৰ্ডৰ ছোৱালী। জীৱনৰ মাজ ভাগতে পোৱা দুখ-কষ্টই মাকৰ মুখত বাৰ্দ্ধক্যৰ আচোঁৰ পেলাইছিলহি আৰু আনফালে তেওঁৰ যৌৱন কালৰ বিশিষ্টতাবোৰ সময়ে অতি কৌশলেৰে কাঢ়িয়াই আনি জীয়েকৰ গাতো বোলাইছিলহি। উত্তৰাধিকাৰী হিচাবে মাকৰ পৰা ইমান খিনি গুণ তেজত কঢ়িয়াই আনিছিল যদিও মাকে জনা বহুতো

কথা তাই জনা নাছিল। সেইবোৰ কথাও জীয়েকজনীয়ে নজনাটো নিৰন্তৰ সৃষ্টিকামী প্ৰকৃতিৰ ত্ৰুটি নাইবা অক্ষমতাহে বুলিব লাগিব।

তেওঁলোকে মৰমতে ইজনীয়ে সিজনীৰ হাতত ধৰা ধৰি কৰি আহি আছিল। ছোৱালীজনীৰ কান্ধত পুৰণি ধৰণৰ এটা নোমাল বাস্কেট। মাকৰ হাতত থকা নীলা ৰঙৰ টোপোলাটোৰ লগত তেওঁৰ ক'লা কাপোৰযোৰ অলপো খাপ খোৱা নাছিল।

তেওঁলোক আহি গাঁওখনৰ সীমান্তৱৰ্ত্তী অঞ্চলটো পালেহি। তাৰ পৰা তাহানিতে যোৱা বাটটোৰেই মেলাখন হোৱা ওখ ঠাইডোখৰলৈ বুলি উঠি আহিল। সময়ে সেই ঠাইখনত ভালেমান পৰিবৰ্তন ঘটালে। চহকীলোক সকলৰ বাহিৰে আন সাধাৰণ মানুহবোৰৰ অৱস্থাৰ বিশেষ একো উন্নতি পৰিলক্ষিত হোৱা নাছিল। চহকীসকলে কাৰিকৰী দিশতো উন্নতি কৰিছিল। তেওঁলোকে যন্ত্ৰপাতি ব্যৱহাৰ কৰিবও পৰা হৈছিল। কিন্তু সাধাৰণ গাঁৱলীয়া মানুহৰ কাৰিকৰী দিশত উন্নতি তেনেই নগণ্য। তেওঁলোকে ব্যৱহাৰ কৰা সামান্য আহিলা পাতিবোৰ হ'ল শক্তি আৰু ওজন পৰীক্ষা কৰা যন্ত্ৰ, বন্দুকৰ গুলিৰে লক্ষ্যভেদ কৰি গছৰ ফল সৰুৱা ইত্যাদি। এনেকুৱা খেলৰ বাহিৰে আন কাৰ্যত তেওঁলোকে যন্ত্ৰ ব্যৱহাৰ কৰাৰ সামৰ্থ অৰ্জন কৰা নাছিল। মেলাখনত হোৱা ব্যৱসায় বাণিজ্য ও আগতকৈ বহুতো কম পৰিলক্ষিত হৈছিল। ওচৰে পাজৰে গঢ়ি উঠা বজাৰবোৰে শতিকা ধৰি চলি অহা মেলাৰ বজাৰখনত যথেষ্ট প্ৰভাৱ পেলাই নিষ্প্ৰভ কৰি তুলিছিল। ভেড়া ৰখা ঠাই আৰু ঘোঁৰা বন্ধা ৰচিৰ দীঘ আগৰ আধা হ'লহি। দৰ্জ্জিৰ দোকান, মোজা আদি উলৰ বস্ত্ৰ গোঁঠা দোকান, সৰু জন্তু ৰখা গড়াল, মাটিৰ কলহ আদিৰ দোকান প্ৰায় নোহোৱাই হ'লগৈ।

গাড়ী-গুড়া, যান-বাহনো আগতকৈ কমিল। মাক আৰু জীযেক মানুহৰ জুম এটাৰ মাজেদি পাৰ হ'ব খুজি পুনৰ থমকি ৰ'ল।

'মা, তুমি ইয়ালৈ আহি সময়বোৰ কিয় নষ্ট কৰিছাহি? মই ভাবিছিলোঁ আমি আৰু কিছদূৰ আগবাঢ়ি যাম তুমি ইয়াতে ৰ'বা বুলি সমূলি ভবা নাছিলোঁ, ছোৱালীজনীয়ে ক'লে।

'ঠিকেই কৈছা এলিজাবেথ জেন,' মাকে উত্তৰ দিলে। 'কিন্তু মোৰ এই ঠাইখনৰ প্ৰতি এটা বিশেষ আকৰ্ষণ আছে।'

'কিয় বাৰু'।

'ইয়াতেই মই প্ৰথম নিউচনক লগ পাইছিলোঁ, ঠিক আজিৰ নিচিনা দিন এটাতে।'

'দেউতাক তুমি ইয়াতেই প্ৰথম লগ পাইছিলা? অ' হয় মোৰ মনত পৰিছে তুমি মোক আগতে সেই কথাটো কৈছিলা। এতিয়া সাগৰত ডুবি স্বৰ্গগামী হ'ল আৰু আমাৰ পৰা চিৰ বিদায় ল'লে।' ছোৱালীজনীয়ে কথাষাৰ কৈ কাষত বৰ্ডাৰ

দিয়া কাৰ্ড এখন জেপৰ পৰা উলিয়ালে। ধাতুৰে নিৰ্মিত কাৰ্ডখনত ম্যুৰ্যাল সদৃশ চিত্ৰ অঙ্কন কৰা আছিল 'ৰিচাৰ্ড নিউচনৰ স্মৃতিত মৰমৰ চিন স্বৰূপে - দুৰ্ভাগ্যক্ৰমে নবেম্বৰ' ৮৪, সাগৰৰ মাজত নোহোৱা হৈ গ'ল তেওঁ। নাবিক জনৰ বয়স আছিল এক চল্লিশ বছৰ।' 'ও হয়, এই খিনি ঠাইতে' মাকে ইতস্তত কৰি ক'বলৈ ধৰিলে, 'আমি বিচাৰি অহা আমাৰ সম্বন্ধীয়ালোক জনক ইয়াতেই শেষবাৰৰ বাবে দেখিছিলোঁ। নাম মাইকেল হেনচাৰ্ড।'

'তেওঁনো সম্বন্ধত আমাৰ কি হয় সেই কথাটো হ'লে মোক বুজাই কোৱা হোৱা নাই।' মাকে উত্তৰত কলে, 'বৈবাহিক সূত্ৰে তেখেতৰ লগত আমাৰ সম্বন্ধ এটা আছিল, এতিয়া তেখেতৰ মৃত্যু হ'ল যদিও একো গম নেপাও।' ছোৱালীজনীয়ে পুনৰ ক'লে সেই একেটা কথা তুমি যে মোক কিমান বাৰনো নক'লা। বৰ আগ্ৰহ নেদেখুৱাই তাই আকৌ ক'লে, 'বোধহয আমাৰ বৰ ওচৰ সম্বন্ধীয়া নহয়, মোৰ যিমান দূৰ ধাৰণা।'

'নাই, সম্বন্ধটো বৰ ঘনিষ্ঠ নহয।'

'তুমি যেতিযা তেওঁক শেষবাৰ লগ পাইছিলা তেতিয়া তেওঁ ঘাঁহ কটা বনুৱা আছিল, নহয জানো।'

'অ, আছিল।'

'তেখেতেতো মোক চিনিয়েই নেপাব।' ছোৱালীজনীয়ে নিৰ্জুভাবে ক'লে।

হেনচাৰ্ডৰ ঘৈণীয়েকে ক্ষন্তেক সময বৈও সহজভাবে ভাল উত্তৰ এটা দিব নোৱাৰি ক'লে 'অৱশ্যে তোমাক চিনি নেপাব, এলিজাবেথ জেন। বাৰু, তুমি এইফালে অলপমান আহাচোন।' কথাষাৰ কৈ মাকে পথাৰখনৰ আন এটাফালে খোজ দিলে।

'ইয়াত বিচাৰি একো লাভ নহব, মা।' ইফালে সিফালে চাই ছোৱালীজনীয়ে মন্তব্য দিলে।

'সময়ে সমযে গছত নতুন পাত ওলোৱাৰ দৰে মেলাত মানুহো সলনি হৈ থাকে, মোৰ ধাৰণা ইমান বছৰৰ মূৰত ইযালৈ অহা তুমিয়েই একমাত্ৰ লোক।'

'মই সেই বিষয়ে ইমান খাটাং নহয়', মিচেচ নিউচন বুলি নিজৰ চিনাকি দি ভালপোৱা গৰাকীয়ে অলপ দূৰৈত থকা সেউজীয়া ঢাপ এটাৰ পিনে একান্তমনে চাই ক'লে, 'সেইপিনে চোৱাচোন।'

ছোৱালীজনীয়ে মাকৰ কথা শুনি সেইপিনে দৃষ্টি দিলে। তিনিটা খুটিৰ ওপৰত চৰু এটা তুলি তলত জুই দি থকা তেওঁ দেখা পালে। কাঠখৰিৰ দপদপীয়া জুইত তুলি থোৱা বস্তুখিনি বৰ্ব্বকাই উতলি আছিল। পাত্ৰটোৰ সন্মুখত ফটাছিটা কাপোৰ পিন্ধা, ক্ষীণ বুঢী মানুহ এজনী থিয় হৈ থকাও তেওঁ দেখা পালে। পাত্ৰটোত থকা

বস্তুখিনি তেওঁ এখন হেতাৰে লৰাই আছিল, আৰু 'ভাল ফাৰমিটি ইয়াত পোৱা যায়', বুলি গ্ৰাহক মাতি আছিল।

সেইজনীয়েই তাহানি তম্বুৰ ভিতৰত ফাৰমিটি বিক্ৰীকৰি থকা মানুহজনী। এসময়ত বগা ধকধকীয়া এপ্ৰণ পিন্ধিছিল আৰু তেতিয়া পইছাই ও টৌ টৌৱাই আছিল। কিন্তু আজি তম্বু নথকা লেতেৰা ঠাইত দোকান দিছেহি। টেবুল চকী এখনো নাই। পাতল মুগা বৰণৰ দুজন ল'ৰাৰ বাহিৰে আৰু দোকানখনত কোনো মানুহদুনুহেই নাই। সিহঁত দুজনে সাধাৰণ মাটিৰ বাচনত খাই থকা তেওঁ দেখা পালে।

'এই মানুহজনী তেতিয়াও ইয়াতে আছিল,' কথাষাৰ মুখৰ পৰা ওলোৱাৰ পিছতে মানুহজনীৰ ওচৰ চাপো বুলি তেওঁ এখোজ কি দুখোজ দিয়াৰ লগে লগে জীয়েকজনীয়ে মাত লগালে 'মা, তাইৰ লগত তুমি কথা পতা শোভনীয় নহ'ব যেন লাগিছে।'

'মই কিবা এবাৰ কথা সুধিযেই গুচি আহিম – এলিজাবেথ জেন, তুমি ইয়াতে অকমান সময় ৰোৱাচোন।'

কাষতে থকা দোকান এখনত বিভিন্ন ৰঙৰ কাপোৰ সজাই থোৱা দেখি সেইবোৰকে চাই তাই তাতে থাকিল আৰু মাক ফাৰমিটি বিক্ৰী কৰা দোকানখনৰ পিনে আগবাটিল। মাকক দেখা পায়েই মানুহজনীয়ে ৰীতিমতে সম্ভাষণ জনালে। মাত্ৰ পেনী এটা আগবঢ়াই দিলতে তাই মিচেচ হেনচাৰ্ড নিউচনৰ প্ৰতি যিদৰে তৎপৰ হ'ল ডেকাকালত ছয় শ্বিলিঙতো সিমান নহ'লহেতেন। এলিজাবেথৰ মাকে নিজকে বিধৱা বুলি মানিলে সেইদৰেই চলিছিল। খাবলৈ বুলি আগবঢ়াই দিয়া বাটিটোৰ পিনে চাই তেওঁ দেখে যে আগৰ তুলনাত জুলীয়া খাদ্যখিনি যথেষ্ট নিম্নখাপৰ। চতুৰ, জধলা বুঢ়ীজনীয়ে জুহালখনৰ পিছপিনে থকা বাস্কেটটো মেলি মুখচেপি গোপনে সুধিলে 'অলপ ৰাম লাগে নেকি বাৰু? আপোনালোকেতো জানেই এইবোৰ চোৰাং কৈ অনা বস্তু। গা-মন একেবাৰে জুৰ পেলাই দিব। দুই পেনী মূল্যৰ দিম নেকি?'

পূৰ্বৰ চতুৰালি এতিয়াও থকা দেখি গ্ৰাহক গৰাকীৰ হাঁহি উঠিল। তেওঁ নেলাগে বুলি মূৰ জোকাৰিলে। তেওঁ কি ভাবত মূৰ জোকাৰিলে সেইটো বুঢ়ীজনীয়ে নুবুজিলে। সীহুৰ চামুচখন মুখলৈ নি তেওঁ ফাৰমিটি খোৱা যেন দেখুৱাই সুধিলে 'আপুনি এসময়ত নিশ্চয় ভাল দিনৰ মুখ দেখিছিল, হয়নে বাৰু?'

'হয়, মেডাম আপুনি ঠিকেই ধৰিছে।' পেটত একো কথা নাৰাখি তেওঁ ক'বলৈ আৰম্ভ কৰিলে। 'মই যুৱতী অৱস্থা পাৰ কৰি বিয়া কৰালোঁ, তাৰ পিছত বিধৱাও হ'লোঁ, তাৰ পিছতো যোৱা উনচল্লিশ বছৰ ধৰি এই মেলাখনৰ বাকৰিতে

জীৱনটো পাৰ কৰিলোঁ। অতি চহকীমানুহৰ পেট বিলাকেনো কি বিচাৰে মই ভালকৈ জানোঁ। মেডাম, আপুনি আজি মই ক'লে বিশ্বাসেই নকৰিব যে এসময়ত প্ৰকাণ্ড ওখ গম্বুজ থকা তম্বুৰ এখনৰ ময়েই মালিক আছিলোঁ। মোৰ দোকানখনেই গোটেই মেলাখনৰ মূল আকৰ্ষণ আছিল। তেতিয়া মিচেচ গুডয়্যানফৰ ফাৰমিটি নোখোৱাকৈ মেলালৈ অহা কোনো সাৰি যাব পৰা নাছিল। ধৰ্মযাজকৰ পৰা আদি কৰি ধুন-পেচ মৰা ফিট-ফাট ভদ্ৰলোকলৈকে সকলোৰে মুখৰ জুতি মই ভালকৈ জানিছিলোঁ, চহৰৰ মানুহে কি ভাল পায় গাঁওৰ মানুহে নো কি বিচাৰে, সেই সকলোবোৰ কথাই মোৰ জনা আছিল। এই সাধাৰণ নিৰ্গত তিৰোতাবোৰৰ মুখৰ জুতিও মই জানিছিলোঁ। হে ভগবান, মোৰ যে জীৱনটো আৰু, এই পৃথিৱীখনৰ যদি কিবা স্মৃতি শক্তি থাকিলহেঁতেন। কি কৰিম চিধা আঙুলিৰেতো ঘিউ উলিয়াব নোৱাৰি। অন্যায় নকৰিলে লাভ নহৈছিল আৰু এতিয়া ক'বলৈ গ'লে গোপন ব্যৱসায় কৰিবলৈ হ'লে টেঙৰ-ভেঙৰ, দুষ্ট দগাবাজ নহ'লে নহয়।'

মিচেচ্ নিউচনে ইফালে সিফালে মূৰটো ঘূৰাই দেখিলে যে ছোৱালীজনী গৈ দূৰৈৰ দোকান এখনত কিবা চাই আছিল গৈ। 'আপুনি বাৰু মোক মনত পেলাব পাৰিছেনে, তেওঁ অতি সাৱধানে কথাষাৰ সুধিলে 'আজি ওঠৰ বছৰৰ আগতে আপোনাৰ তম্বুটোৰ ভিতৰতে গিৰিয়েকে ঘৈণীয়েকক বিক্ৰী কৰাৰ ঘটনা এটা আপোনাৰ মনত থাকিব পায়।'

ক্ষীণ শুকান-উবান মানুহজনীয়ে মনত পেলাবলৈ চেষ্টা কৰি কিছুপৰ বৈ মূৰ জোকাৰিলে। 'তেনে এটা ডাঙৰ ঘটনা মনত থাকিলহেঁতেন।' মানুহজনীয়ে ক'লে, 'গিৰিযেক ঘৈণীযেকৰ হাই-কাজিযা, জেপলুৰুকা, হত্যাকাণ্ড আদি তেনেধৰণৰ প্ৰতিটো ঘটনাই মোৰ মনত আছে। সেইবোৰৰ লিষ্টি বৰ দীঘলীয়া, মোৰ কপাল গুণেহে দেখা পাইছিলো। কিন্তু ঘৈণীযেকক বিক্ৰী? তেনেকুৱা ঘটনা সচাঁকৈয়ে ঘটিছিল নে বাৰু?'

'মইতো তেনে ঘটনা বুলিযেই ভাবো।'

ফাৰমিটি বিক্ৰী কৰা মানুহজনীয়ে আকৌ মূৰটো জোকাৰিলে।

'এতিয়ালৈকে মই জনাত', বুলি কথাষাৰ কোৱাৰ পিছতেই কিবা এটা মনত পৰাত তেওঁ ক'লে 'অ হয় তেনে ধৰণৰ কিবা এটা ঘটনাৰ কথা মোৰ মনলৈ আহিছে — মানুহজনৰ চেহাৰাটোও মোৰ মনত পৰিছে, সীৰলু সীৰলু কাপোৰৰ জেকেট পিন্ধা, আৰু তেওঁৰ লগত অনা বাস্কেটটোত খেতিৰ সঁজুলি আছিল। ভগবানে তোমাৰ মঙ্গল কৰক। তেনেধৰণৰ বেয়া কথাই আমাৰ মগজত ঠাই নোপোৱাই ভাল। আৰু সচাঁ কথা ক'বলৈ গ'লে মোৰ মনত থকাৰ একমাত্ৰ কাৰণটো হ'ল যে সেই ঘটনাটো হৈ যোৱাৰ পিছৰ বছৰ মেলা হোৱাৰ সময়ত

তেওঁ আকৌ এবাৰ ইয়ালৈ আহিছিল। তেতিয়া তেওঁ মোক গোপনে কথা এটা কৈছিল, বোলে মানুহজনীয়ে যদি কেতিয়াবা তেওঁক বিচাৰি আহে তেন্তে মই ক'ব লাগিব— ক'লৈ বুলি ক'ব লাগিব বুজি পালানে? কেষ্টাৰব্ৰীজ— ও কেষ্টাৰব্ৰীজলৈ বুলি ক'বা। কিন্তু, হে ভগবান তাৰ পিছত আৰু এবাৰো সেই কথাটো মোৰ মনলৈ অহা নাছিল।'

মিচেচ্ নিউচনে নিশ্চয় সেই মানুহজনীক নিজৰ ক্ষুদ্ৰ শক্তি অনুসৰি কিবা এটা উপহাৰ দিলেহেঁতেন। কিন্তু এই অধৰ্মী মানুহজনীৰ কাৰণেই গিৰিয়েকে সেইদিনা বেয়া কামটোত লিপ্ত হৈছিল। তাকে বিবেচনা কৰি তেওঁ তাইক একো নিদিয়াকে উচিত হ'ব বুলি ভাবিলে। তথাপিও মানুহজনীযে খবৰটো দিয়াৰ কাৰণে ধন্যবাদ জনাই এলিজাবেথ জেনৰ ওচৰ পালেহি। মাকক দেখিয়েই তাই ক'লে 'মা, ইয়াৰ পৰা যাও ব'লা, — এই ঠাইখিনি মোৰ অলপো ভাল লগা নাই। ইয়াৰ দোকানবোৰ জা-জলপান খাব পৰা বিধৰ নহয়। বাজে মানুহ কিছুমানৰ বাদে ভাল মানুহ মই ইয়াত একেবাৰে দেখা নেপালোঁ।'

'মই জানিবলৈ বিচৰা কথাটোৰ সম্ভেদ পালোঁ,' মাকে ধীৰ স্থিৰ ভাবে ক'লে। 'আমাৰ সম্বন্ধীযা মানুহজন এবাৰ আহি ইয়াত খবৰ দি গৈছিল বোলে তেওঁ কেষ্টাৰব্ৰীজতে স্থায়ীভাৱে থাকিবগৈ। ঠাইখন ইয়াৰ পৰা বহুত দূৰৈত। বহুত দিনৰ আগতেও তেওঁ সেই ঠাইলৈ যোৱাৰ ইচ্ছা থকাৰ কথা প্ৰকাশ কৰিছিল। মই ভাবো আমি এতিয়া তালৈকে যোৱা ভাল হ'ব।

ইয়াৰ পিছত তেওঁলোক মেলাখন হোৱা ঠাইৰ পৰা নামি নিম্ন অঞ্চলত থকা গাওঁখনৰ পিনে ৰাওনা হ'ল। থাকিবৰ কাৰণে সুবিধাজনক ঠাই এডোখৰ বিচাৰি ৰাতিটো তেওঁলোকে তাতে কটালে।

# চতুৰ্থ অধ্যায

পূৰ্বৰ ঘটনাবোৰ গোপনে ৰাখি হেনচাৰ্ডৰ ঘৈণীয়েকে উত্তম কামেই কৰিলে। তাৰ কাৰণে তেওঁ যথেষ্ট অসুবিধাৰো সন্মুখীন হৈছিল। সেইবোৰ ঘটনা তেওঁ জীয়েক এলিজাবেথ-জেনক কেনেকৈনো কয়। তেওঁক ৰেডনৰ মেলাত বিক্ৰী কৰাৰ শোকাবহ কাহিনীটো জীয়েকক কওঁ কওঁ বুলি এশবাৰমান ভাবিও শেহত মুখৰ পৰা উলিয়াবগৈ নোৱাৰিলে। বৰ্তমান তেওঁৰ লগত থকা জীয়েকজনীতকৈ তেতিয়া তেওঁৰ নিজৰ বয়সেই বেছি নাছিল। এনেহেন ডাঙৰ কথা এটা নিজৰ পেটত ৰাখি থবলৈ সক্ষম হোৱাটো যথেষ্ট টান বুলিবই লাগিব।

মাক আৰু মৰমিয়াল নাবিকজনৰ মাজৰ সম্বন্ধটো সাধাৰণ আৰু গতানুগতিক

বুলি ভাবিয়েই ডাঙৰ দীঘল হোৱা ছোৱালী— এলিজাবেথ-জেন। ছোৱালীজনীৰ কোমল অন্তৰ খনত স্বাভাৱিক ভাবে উদয় হোৱা মৰম চেনেহবোৰক বিপৰ্যস্ত কৰি তাইৰ মনলৈ তিক্ততা অনাৰ কি ভয়াবহ পৰিণাম হ'ব পাৰে সেইকথা মনলৈ আহিলেই ভয়ত তেওঁৰ বুকু খন কঁপি উঠে। সেইকথাবোৰ জনাই তাইক জ্ঞানী কৰিবলৈ যোৱাটো মহা মুৰ্খামীহে হ'ব। ঘটনাটোৰ কাৰণে চুচান হেনচাৰ্ডৰ গাত অকণো দোষো নাছিল। কিন্তু তথাপিও মাকৰ ভয় হৈছিল কিজানি তাই সেই কথাবোৰ গম পালে, অতি মৰমেৰে তুলি তালি ডাঙৰ কৰা, সেইহেন ছোৱালীজনীকো হেৰুৱাব লগীয়া হ'ব। তেওঁৰ সহজ সৰল স্বভাৱটোৰ কাৰণেই হেনচাৰ্ডে তেওঁক অৱজ্ঞা কৰিবলৈ সুবিধা পালে। পইছা দি কিনি লোৱাৰ কাৰণে ধৰ্ম্মমতে তেওঁ নিউচনৰ পত্নী হ'ল বুলি বিশ্বাস কৰিছিল। ন্যায় আৰু যুক্তিয়েও সেই কথা প্ৰতিপন্ন কৰিছিল বুলি তেওঁ ভাবিলেও অধিকাৰৰ পৰিসীমা আৰু তাৰ গুৰুত্ব কিমান সেইবোৰৰ ধাৰণা তেওঁৰ বৰ স্পষ্ট নাছিল। এজনী মানুহক বিক্ৰী কৰিব পাৰে বুলি কূটনীতিজ্ঞ বা চতুৰলোকে হয়তো বিশ্বাস নকৰিব আৰু আচৰিতেই হব। পিছে আন ঠাইতো এনেকুৱা দুই এটা ঘটনা ঘটি থকাৰ কাৰণে কথাটো বিশ্বাস যোগ্য হৈছিল। গাঁওৰ নথি পত্ৰবোৰ ভালকৈ চালিজাৰি চালে দেখা যাব যে সেইদৰে আনুগত্য স্বীকাৰ কৰি সতী-সাবিত্ৰী হৈ থকাটো একো নোহোৱা নোপোজা ঘটনাও নাছিল। এনে ঘটনা এইটোৱেই প্ৰথমো নাছিল আৰু শেষ ও নহয়।

চুচান হেনচাৰ্ডে বৰ্তমানে চলোৱা দুৰূহ প্ৰচেষ্টাৰ ইতিবৃত্ত দুষাৰমান কথাৰেই সামৰি থ'ব পাৰি। সেই ভয়ঙ্কৰ ঘটনাটোৰ পিছত নিঃসহায় চুচান হেনচাৰ্ডক নিউচনে কানাডালৈ লৈ গ'ল। বৈষয়িক দিশত বিশেষ উন্নতি নহ'ল যদিও তেওঁলোকে তাত কেইবছৰমান ভালদৰে কটালে। সেইসময় ছোৱাত ঘৰ এখন নিয়াৰি আৰু সজীৱ কৰি ৰাখিবৰ কাৰণে এগৰাকী মহিলাই যিমানখিনি কঠোৰ পৰিশ্ৰম কৰিব লাগে সিমান খিনি কৰাত ত্ৰুটি তেওঁ কৰা নাছিল। এলিজাবেথ-জেনৰ বাৰ বছৰ হওঁতে তেওঁলোক ইংলেণ্ডলৈ ঘূৰি আহিল। ফলমাউথ নামৰ ঠাই এখনতে তেওঁলোকে ঘৰ ল'লেহি। জীৱিকাৰ কাৰণে নিউচনে নাৱৰীয়া বা সাগৰৰ পাৰত পোৱা ইটো সিটো কাম কৰি ব্যস্ত আছিল।

তাৰপিছত তেওঁ নিউফাউণ্ডলেণ্ডত কিবা ব্যৱসায় আৰম্ভ কৰিছিল। সেই সময়ত চুচানৰ এটা ডাঙৰ বিপৰ্যয় ঘটিল। কিবা এটা দুৰ্বল মুহূৰ্তত তেওঁৰ বান্ধৱী এগৰাকীক তেওঁৰ অতীত জীৱনৰ শোকাবহ কাহিনীটো ব্যক্ত কৰিলে। চুচানে সেই পৰিস্থিতিটো সহজভাবে মানি লোৱাৰ কাৰণে বান্ধৱী গৰাকীয়ে তেওঁক উপলুঙা কৰিবলৈ ধৰিলে। তাৰ পিছৰে পৰা চুচানৰ মনৰ শান্তি নোহোৱা হ'ল। এবাৰ শীতকালত নিউচনে ঘৰলৈ আহি দেখিলে যে যিটো ভুল ধাৰণাক তেওঁ যুক্তি

সহকাৰে বুজাই মেলি অত দিনে চুচানৰ মনত বিশ্বাসযোগ্য কৰি ৰাখিব পাৰিছিল সেইটো একেবাৰে নোহোৱা হৈ গ'ল গৈ।

তাৰপিছৰে পৰা তেওঁ মন মাৰি বেজাৰ কৰি থাকিবলৈ ল'লে। তেওঁ খোলোচাকৈ জনাই দিলে যে নিউচনৰ লগত সহবাস কৰাটো তেওঁৰ কাৰণে আৰু সম্ভৱ নহ'ব। ব্যবসায় সংক্ৰান্তত তেওঁ আকৌ যথা সময়ত নিউফাউণ্ডলেণ্ডলৈ যাব লগা হ'ল। ইয়াৰ পিছতেই নিউচন সাগৰত ডুবিল বুলি অস্পষ্ট খবৰ এটা আহিল। এই সংবাদটোৱে যন্ত্ৰণাত ভুগি থকা মৃদু স্বভাৱৰ মানুহ গৰাকীৰ সমস্যা এক প্ৰকাৰে সমাধান কৰি দিলে। নিউচন নামটো তেওঁৰ মনৰ পৰা তেনেকৈয়েই মচ্ খাই গ'ল।

হেনচাৰ্ড ক'ত আছে বা জীয়াই আছেনে নাই সেই বিষয়ে তেওঁলোকে একো জনা নাছিল। সাধাৰণ বনুৱা শ্ৰেণীৰ লোকৰ কাৰণে সেই সময়ত ইংলেণ্ডখনেই এখন মহাদেশ। এমাইল মানে নিজৰ কোনো কামত নহা ভূগোলত ব্যৱহৃত দূৰত্ব জোখা কিবা মাত্ৰা বুলিহে ভাবে।

এলিজাবেথ-জেনে কম বয়সতেই এগৰাকী পূৰ্ণাঙ্গ নাৰীৰ ৰূপ ল'লে। নিউচন নিউফাউণ্ডৰ ওচৰৰ সাগৰত ডুবাৰ খবৰটো অহাৰ এমাহমানেই হ'লহি। তেতিয়া ছোৱালীজনীৰ বয়স ওঠৰ বছৰ। তাই ঘৰৰ ভিতৰতে বহি মাছ ধৰা জাল এখন গুঁঠি আছিল। তাইৰ পিছপিনে বহি মাকেও সেই একেটা কামতে ব্যস্ত আছিল। এবাৰ জাল সিয়া কাঠৰ গধুৰ বেজীটো নিজেই মাটিলৈ পেলাই বোটলাৰ চলেৰে তাইৰ গাৰ গঠনটো মূৰৰ পৰা ভৰিলৈকে নিৰীক্ষণ কৰিলে। ঢিলাকৈ বন্ধা তাইৰ মূৰৰ চুলিকোছাত ৰ'দৰ জিলিঙনি আহি পৰিছিল। ঘন হেজেল গছেৰে ভৰা হাবিতলীয়া ঠাই এখনকো সূৰ্যৰ কিৰণে পোহৰাই ইয়াৰে গভীৰতম অংশকো দৃশ্যমান কৰাৰদৰে তাইৰ প্ৰতিডাল চুলি সোণোৱালী ৰদৰ জিলিঙনিত উজলি উঠিছিল। তেতিয়ালৈকে তাইৰ মুখখনে সম্পূৰ্ণ গঢ লোৱা নাছিল যদিও সময়ত ধুনীয়া হৈ পৰাৰ যথেষ্ট সম্ভাৱনা দেখা গৈছিল। শেঁতা পৰা নিস্তেজ মুখখনে তাইৰ সাম্প্ৰতিক কুমলিয়া অৱস্থা নেওচি সম্পূৰ্ণৰূপে প্ৰস্ফুটিত হ'বলৈ অহৰহ যত্ন কৰি আছিল। তাইৰ দেহৰ গঠনৰ খন্তেকীয়া অপূৰ্ণতা তেওঁলোকৰ সহজসৰল নিঃকিন জীৱন যাপনৰ পৰাই উদ্ভৱ হোৱা বুলিব পাৰি। গাৰ হাড়বোৰত মঙহৰ প্ৰলেপ নপৰাত তাইৰ শৰীৰৰ সৌন্দৰ্য্য তেতিয়াও প্ৰকাশ পোৱা নাছিল। তাইৰ লহপহীয়াকৈ বাঢি অহা সৌন্দৰ্য্যই প্ৰকাশ পাবলৈ সুবিধা নেপাই অকালতে মৰহি যাবও পাৰে যদিহে বৰ্ত্তমান চলি থকা দৈনন্দিন কষ্টদায়ক পৰিস্থিতিৰ পৰা তেওঁলোকে সোনকালে মুক্তি নেপায়।

ছোৱালীজনীৰ অৱস্থাটো দেখি মাকৰ বেজাৰ লাগিছিল—অবাবত নহয়, বৰঞ্চ বিবেচনা কৰি তাৰ যুক্তিযুক্ততা পাইছে। দৰিদ্ৰতাৰ কৰাল গ্ৰাসৰ পৰা অন্ততঃ

ছোৱালীজনীৰ কাৰণেই মুক্তি পাব লাগিব বুলি তেওঁ নিশ্চিত হৈছিল। নিজৰ অপৰিসীম যত্নৰ সত্ত্বেও,সা-সুবিধাৰ অভাৱত, তাই আশানুৰূপ সফলতা লাভ কৰিব পৰা নাছিল। তাই আহি ওঠৰ বছৰত ভৰি দিলেহি কিন্তু তথাপিও তাই নিজকে প্ৰকাশ কৰিবলৈ অকণো সুবিধা পোৱা নাই। এলিজাবেথ জেনে নিজৰ বুকুতে সংযমেৰে দমাই ৰখা সুৰুচিপূৰ্ণ আশা আকাঙ্খাবোৰ আনেও উপলব্ধি কৰা উচিৎ। তেওঁ ভাবি থাকে তাইনো আৰু অধিক জ্ঞান কেনেকৈ আহৰণ কৰিব পাৰে। তেওঁৰ নিজৰ ভাষাত কবলৈ গ'লে 'কেনেকৈনো তাই আৰু ভাল হোৱাৰ সুবিধা পাব,' তাকে লৈ মাক অনবৰত চিন্তিত আছিল। তাইৰ বয়সৰ আন যিকোনো ছোৱালীতকৈ কথাবোৰ তাই অধিক দকৈ চিন্তা কৰিব পাৰিছিল। কিন্তু তাইৰ অনুসন্ধিৎসু মনটোক সহায় কৰিবলৈ মাক একেবাৰে অসমৰ্থ। সেইলৈ মাকে হা-হুমিনিয়াহ কাঢি থাকে। নাবিকজন প্ৰকৃততে সাগৰত ডুবি মৰিল বুলি তেওঁলোক নিঃসন্দেহ হ'ল। প্ৰথম অৱস্থাত ধৰ্ম আৰু নৈতিক দিশৰ পৰা চালেও দেখা যায় যে গিৰিয়েকৰ প্ৰতি চুচানৰ নিষ্ঠা ভক্তি কোনোগুণে কম নাছিল। কিন্তু তেওঁক আমনি কৰা কথাবোৰ পোহৰলৈ অহাৰ মুহূৰ্ত্তৰ পৰা তেওঁৰ মনত সন্দেহ জাগিবলৈ ধৰিলে যে তেওঁ প্ৰকৃততে এগৰাকী কোনো বান্ধোন নথকা মুক্ত মানুহহে নেকি? আগন্তুক অশুভ দিনবোৰ তেওঁ দেখা পাইছিল। তথাপিও সেইবোৰৰ মাজতে জীৱনৰ দিশ পৰিবৰ্তন কৰি শুভদিন আনিব পৰা মুহূৰ্ত্তৰ কথাও তেওঁ নভবাকৈ থকা নাছিল। সেইবোৰ তেওঁ অনবৰতে চিন্তা কৰি থাকিছিল। অৱশেষত আত্মসন্মানক জলাঞ্জলি দি পূৰ্বৰ গিৰিয়েকক বিচাৰি যোৱাটোৱেই প্ৰাৰম্ভিক কাম হ'ব বুলি ধৰি ল'লে। মানুহে সেই কাৰ্য্যৰ কাৰণে তেওঁক মুৰ্খই বোলক বা জ্ঞানীয়েই বোলক লাগে। তেওঁৰ মনলৈ শঙ্কা আহিল কিজানি মানুহজনে মদ খাই খাই মৃত্যুকে সাবটি কবৰৰ স্থানতে স্থান ল'লেগৈ।

কিন্তু চাবলৈ গ'লে তেনেকুৱা হোৱাৰ কাৰণ একো নাছিল। তেওঁক অভ্যাসগত মদাহী বুলি ক'ব পৰা নগৈছিল, কেতিয়াবা কাচিৎ মদ মুখত দিলেও সেইটো যে বেয়া কথা সেই বিষয়ে তেওঁ সদায় সচেতন আছিল।

সেইবোৰ যিয়েই নহওঁক কিয় এতিয়া তেওঁৰ ওচৰলৈ উভটি যোৱাৰ বাহিৰে আৰু অন্য কোনো গত্যন্তৰ যে নাই সেই বিষয়ে তেওঁৰ মনত আৰু কোনো ধৰণৰ সন্দেহ নোহোৱা হ'ল। মানুহজনক বিচাৰি যোৱাটোৱেই মস্কিলৰ কথা। তেওঁ কোন, আৰু তেওঁকনো কিয় ইমানকৈ বিচাৰিব লগীয়া হৈছে বুলি এলিজাবেথ জেনে প্ৰশ্ন কৰিলেই তেওঁৰ কি বিড়ম্বনা হ'ব। সেইবোৰ ভাৱ আহিলেই ভয়ত তেওঁৰ অন্তৰখন কপি উঠে। বহুতো ভাবি গুণি তাইক আগৰ সম্বন্ধটোৰ বিষয়ে একো নজনোৱাকৈয়েই বিচাৰি যোৱাৰ সিদ্ধান্ত ল'লে। তেওঁক যদি লগ পাই তাৰ পিছত উত্তৰ হোৱা

পৰিস্থিতিৰ বিষয়ে তেওঁ নিজে চিন্তা নকৰি সিজনলৈ বুলি এৰি দিব। মেলাখনত থকাৰ সময়ছোৱাত মাকৰ লগত তাইৰ বৰ বেছি কথা বতৰা হোৱা নাছিল। এলিজাবেথক কথাবোৰ ভালকৈ ভাঙি পাতি নকলেও তাই মাকৰ মনৰ ভাৱৰ কিছু আভাস পাইছিল। ইয়াৰ পিছৰে পৰা মাক যেনি যাই তাইও পিছে পিছে গৈ আছিল।

তেওঁলোকৰ যাত্রা আৰম্ভ হ'ল। হেনচার্ডক ক'ত লগ পোৱা যাব পাৰে সেই বিষয়ে ফাৰমিটি বিক্রী কৰা মানুহজনীয়ে যি সামান্য সম্ভেদ দিছিল সেয়েই তেওঁলোকৰ একমাত্র ভৰসা। ঘোৰ অন্ধকাৰৰ মাজত তেওঁলোকৰ কাৰণে সেয়েই কিঞ্চিৎ টকা-চমকা পোহৰ। হাতত বিশেষ টকা পইছাও নথকাৰ কাৰণে টানি-টুনি চলাটো তেওঁলোকৰ কাৰণে নিতান্ত আৱশ্যক হৈ পৰিছিল। কেতিয়াবা খেতিয়কৰ গাড়ী, কেতিয়াবা মাল কঢ়িওৱা গাড়ী আৰু মাজে সময়ে কেতিয়াবা খোজকাঢ়ি আহি কেণ্টাৰব্রীজৰ ওচৰ পালেহি। ইমানদূৰ বাট কষ্ট কৰি অহাৰ পিচত মাকৰ স্বাস্থ্য ভাঙি পৰা দেখি এলিজাবেথৰ জেনৰ চিন্তা হ'বলৈ ধৰিলে। মাকে মাজে সময়ে উদাস ভাবেৰে কৈছিল যে ছোৱালীজনী নথকা হ'লে তেওঁ ইহ সংসাৰৰ পৰা বিদায় ল'বলৈ অকণো বেজাৰ নাপালেহেঁতেন। জীৱনটোত পাই অহা দুখ কষ্টৰ বোজাই তেওঁৰ মনলৈ ক্লান্তি আৰু অবসাদ আনিছিল। সেইদিনা শুকুৰবাৰ—চেপ্তেম্বৰ মাহৰ মাজভাগ। সন্ধ্যা লাগিবলৈ আৰু বেছিপৰ নথকা সময়ছোৱাত তেওঁলোক আহি এটা টিলাৰ ওপৰ পালেহি। তাৰ পৰা তেওঁলোকৰ গন্তব্যস্থানলৈ আৰু এমাইল মানহে বাকী থকা আলিবাট ছোৱাৰ দুয়ো কাষে শাৰী শাৰী জোপোহা গছ আছিল। ভাগৰ লগাত কিছুপৰ জিৰণি ল'বৰ কাৰণে তেওঁলোকে ঘাঁহনি এডৰাৰ ওপৰতে বহিলেহি। সেই ঠাইডোখৰৰ পৰা চহৰখন ভালকৈ দেখা গৈছিল আৰু ইয়াৰ পাৰিপার্শ্বিকতাৰ বিষয়েও সম্যক ধাৰণা কৰিব পাৰিছিল।

'ঠাইখন বৰ পুৰণিকলীয়া যেন লাগিছে,' এলিজাবেথে ক'লে। মাকে কিন্তু উপবিভাগত থকা জান-জুৰি, খলাবমা ঠাইবোৰলৈ লক্ষ্য কৰাতকৈ অন্য কিবা ভাবিহে চিন্তামগ্ন হৈ আছিল। 'চব্ বস্তু একেলগে ঠাহ খাই থকাৰ নিচিনা দেখি। শাৰী শাৰী প্রকাণ্ড প্রকাণ্ড গছে চহৰখন চাৰিওপিনৰ পৰা ঘেৰি থোৱা, ঘৰবোৰ এটাৰ ভিতৰত যেন উদ্যান এখন কোনোবাই ভৰাইহে থৈছে', এলিজাবেথ জেনে ঠাইখনৰ বিষয়ে পুনৰ মন্তব্য দিলে।

অলপ লক্ষ্য কৰিলেই বুজিব পাৰি যে চহৰখন চাৰিকোণীয়া ঠাই এডোখৰত প্রতিষ্ঠিত। ই তাৰ এক বিশেষত্ব। এই পুৰণিকলীয়া ঠাই খনৰ নামেই কেণ্টাৰব্রীজ। আধুনিক যুগৰ প্রভাৱে ঠাইখনক তেতিয়াও সমূলি স্পর্শ কৰা নাছিলহি। লেপথেপকৈ থকা গছবোৰে চহৰখনক ঢাকি থৈছে। চহৰখনৰ কোনো উপকণ্ঠ নাই বুলিয়েই

ক'ব পাৰি, কাৰণ গাওঁ আৰু নগৰ খনক জ্যামিতিৰ সৰলৰেখাৰে পৰিষ্কাৰকৈ বিভক্ত কৰা।

আকাশৰ বেছি ওপৰলৈ উৰা চৰাইবোৰ সেই সময়তে আহি কেষ্টাৰব্রীজ পাইছি। ঠাইখনৰ ওপৰেদি সেই সময়ত বিভিন্ন ধৰণৰ চৰাই উৰি আছিল। এই চাৰিকোণীয়া বিচিত্র ঠাইখনৰ ঘৰবোৰক ঘন সেউজীয়া জমিৰ টেঙা আৰু বৰ বৰ কাঠ বাদাম গছে ওখ প্রাচীৰ সদৃশ কৰি ঢাকি ৰখা স্বত্বেও ঠাইখনৰ ভিতৰত কিছুমান বস্তু সুৰুঙাৰ মাজেৰে ৰিণিকি ৰিণিকি দেখা গৈছিল। ঠাইখনৰ পৰিসৰ কেৰা বৰ্গ মাইলো জোৰা। মাজে মাজে গোটৌং চৰিয়া একোটাৰ দৰে খেতিৰ পথাৰবোৰ। দূৰৰ পৰা অস্পষ্ট দেখা বস্তুবোৰৰ ওপৰত পৃথকে পৃথকে নজৰ দিলেই বুজিব পাৰি যে সেইবোৰ ওখ ওখ ঘৰ নাইবা ওপৰলৈ ওলাই থকা ঘৰৰ চিম্‌নি। কিছুমান টুপ ভাঙি আগবঢ়াই দিয়া বুলনি কোঠা। আইনা লগোৱা বৰ বৰ খিৰিকী বোৰো দূৰৰ পৰা মনিব পৰা গৈছিল। সূৰ্যৰ ৰশ্মি আকাশত সিঁচৰিত হৈ মেঘৰ আঁৰে আঁৰে তিৰবিৰাই জিলিকি আছিল। অস্তমিত সূৰুযৰ পৰা ওলোৱা তেজগোৰা ৰঙা পোহৰ খিৰিকীৰ আইনাবোৰত প্রতিফলিত হৈ চকু জলক তবক লগাইছিল।

গছেৰে আবৰি ৰখা এই চর্তুভূজী ঠাইখনৰ প্রতিটো সীমা ৰেখাৰ মাজভাগৰ পৰা পুব, পশ্চিম, উত্তৰ আৰু দক্ষিণ দিশত থকা খেতিৰ পথাৰ আৰু চাৰিওপিনে পাহাৰৰ মাজৰ সমতল অঞ্চলৰ কুৰুং বোৰলৈ অহাযোৱাৰ কাৰণে আলিবাট আছিল। ইয়াৰে যিকোনো এটা আলিবাটেৰে চহৰখনত প্ৰবেশ কৰিব পাৰি। তেওঁলোকে পুনৰ যাত্ৰা আৰম্ভ কৰাৰ কথা চিন্তা কৰাৰ সময়তে কোনোবা দুজনে জোপোহা এটাৰ আঁৰত কিবা কথালৈ বাদানুবাদ কৰা শুনিবলৈ পালে।

এলিজাবেথ জেনে ক'লে, 'মানুহ কিজনে আমাৰ সম্বন্ধীয়া হেনচাৰ্ডৰ নাম উল্লেখ কৰা যেন শুনিলোঁ।'

'সেই নামটো লোৱা মৰো শুনা যেন কৰিলোঁ।'

'তেন্তে তেখেত ইয়াতে থকাটো হয় বুলি অনুমান কৰিব পাৰি,' জীয়েকে ক'লে।

'ও' বুলি মাকে শলাগি থ'লে।

'তেখেতৰ বিষয়ে সবিশেষ খবৰ ল'বৰ কাৰণে মই মানুহ কিজনৰ পিছে পিছে ল'ৰি যাওঁ নেকি?'

'নাই, নাই ইমান লৰা-ল'ৰি কৰাৰ সময় এতিয়াও আহি পৰা নাই। মোৰ ধাৰণা যে তেওঁ ইয়াত কোনোবা সৰু সুৰা শস্যৰ পাম বা ভঁৰালত কাম কৰি আছে,' মাকে ক'লে।

'মা, তুমি বাৰু সেইদৰে কিয় ভাবি লৈছা?'

'এনেয়ে কিবা এষাৰ কথা মুখত ওলাল আৰু – বিশেষ অৰ্থ একো নাই। কিন্তু এটা কথা শুনা, আমি আনে নজনাকৈহে অনুসন্ধান কৰিব লাগে।'

যথেষ্ট সময় জিৰণি লোৱাৰ পিছত প্ৰায় গধূলি হওঁ নহওঁ সময়তেই তেওঁলোকে পুনৰ যাত্ৰা আৰম্ভ কৰিলে। দুয়োকাষে থকা প্ৰকাণ্ড জোপোহা গছবোৰে আলিবাটটো এটা সুৰুঙৰ দৰে এন্ধাৰ কৰি ৰাখিছিল। আলিটোৰ বাহিৰ ভাগত তেতিয়াও কিছু পোহৰ আছিল। আন কথাত ক'বলৈ গ'লে তেওঁলোক দুকাষৰ মুনিচুনি পোহৰ আৰু তাৰ মধ্য অংশত বিৰাজ কৰা ঘোৰ মাজ নিশাৰ দৰে অন্ধকাৰৰ মাজে মাজে আহি আছিল। অন্য চিন্তা বাদ দি মানুহৰ সংস্পৰ্শৰ পিনে আগবাঢ়ি আহি থকাৰ লগে লগে চহৰখনৰ কিছুমান বিশিষ্টতাই এলিজাবেথ জেনৰ মাকৰ মন আকৰ্ষণ কৰিবলৈ ধৰিলে। তেওঁ ইফালে সিফালে চাই শকত শকত কাঠ পুতি তৈয়াৰ কৰা গড়বোৰ দেখিবলৈ পালে। সেইবোৰে বেষ্টনী স্বৰূপে কেষ্টাৰব্ৰীজ চহৰখন্ বেৰি ৰাখিছিল। এই গডবোৰৰ দুয়োকাষৰ আওগৰীয়া ঠাইবোৰত সেউজীয়া ঘাঁহনি। তাৰে নিম্নভাগত গডখাৱৈ। দুয়ো কাষে থকা শাৰী শাৰী গছৰ মাজৰ অংশটোৱেই আলিবাট। ঠাই বিশেষে আলিবাটটো ভাঙি চিঙি গৈছিল। এই আলিবাটেৰে আহি থাকিলে ইটাৰ দেৱালে ঘেৰী থকা ঠাই এখন পাইছি। পাৰ্লিয়ামেণ্ট মহা সভালৈ প্ৰতিনিধি বাচনি কৰাৰ অধিকাৰ প্ৰাপ্ত লোক সকলৰ নিবাসস্থল সেই দেৱালেৰে ঘেৰী থোৱা অঞ্চলটোৰ ভিতৰতে। মাক আৰু জীয়েকে ভাবিছিল এই গছ গছনিৰে আৱৰা উদ্যান পথবোৰ প্ৰমোদ ভ্ৰমনৰ কাৰণে নিৰ্মাণ কৰা। কিন্তু প্ৰকৃততে সেইবোৰ অতীজৰ প্ৰতিৰক্ষা ব্যৱস্থাহে।

টিমিক-ঢামাক চাকিৰ পোহৰ শাৰী শাৰী গছৰ ফাঁকেৰে দেখা গৈছিল। সেই দৃশ্য দেখি অনুমান হৈছিল যেন মানুহ বোৰে সুখ শান্তিৰে ঘৰৰ ভিতৰত জিৰণি লৈ আছিল।

সেই জীৱন্ত নগৰখনৰ গাতে লাগি থকা নিষ্প্ৰভ গাওঁখনে কিন্তু নিঃসঙ্গতা আৰু ভাবশূন্যতাৰ চিত্ৰ এখনহে দাঙি ধৰিছিল। সুৰ লগাই বজোৱা বেণ্ড পাৰ্টিৰ মধুৰ সঙ্গীত কাণত পৰাৰ লগে লগেই গাওঁৰ মুকলি ঠাইখন আৰু চহৰখনৰ মাজৰ পাৰ্থক্য ধীৰে ধীৰে অনুভৱ হ'বলৈ ধৰিলে। বাটৰুৱা কিজন আহি চহৰৰ ঘাই আলিত ভৰি দিলেহি। তাৰ পৰাই চহৰৰ ঘৰ দুৱাৰ বোৰ আৰম্ভ হৈছিল। কাঠৰ ঘৰবোৰৰ ওপৰ মহলাৰ বাৰান্দা, বুলনি আদি অংশ বহিঃ প্ৰসাৰিত হৈ থকা। সৰু সৰু আইনাৰ খিৰিকীবোৰত চৰীয়া কপাহী কাপোৰৰ পৰ্দা। ঘৰৰ বাজবোৰ্ড বিলাকত ওলমি লাগি থকা মকৰাজালবোৰ বতাহত উৰি আছিল। দুই এঠাইত ইটাৰে সজা ঘৰো নথকা নহয়। ঘৰৰ ওপৰৰ চালবোৰত স্লেইট পাথৰৰ আচ্ছাদন। কোনো

কোনো ঘৰৰ চালৰ শ্লেইট পাথৰ খহি যোৱাত সস্তীয়া টাইলচ্‌বে উকখা ঠাইবোৰত খোচা মাৰি থোৱা আছিল। ক'ৰবাত দুই এটা খেৰৰ ঘৰো দেখা গৈছিল।

খেতি পথাৰ আৰু ভেড়া পালনৰ দৰে গ্ৰাম্য অৰ্থনীতিৰ ওপৰত নিৰ্ভৰশীল লোকসকলৰ প্ৰয়োজনত লগা নানা বিধৰ খেতিৰ সা-সঁজুলিৰে দোকানবোৰ সজাই থোৱা আছিল। সেইবোৰৰ ভিতৰত উল্লেখনীয হ'ল কাচি, ভেড়াৰ নোম কটা কেঁচি, কোৰ, মৌ-পলা বাহ, বস্তু জোখমাখ কৰা দগা-পাল্লা, গৰু খীৰাবৰ সময়ত বহা টুল, মাল বস্তু কঢ়িওৱা চকা লগোৱা গাড়ী ঘোঁৰাৰ সঁজুলি, চামৰা কটা অস্ত্ৰ খেৰকটীয়াই আঠুত পিন্ধা নীকেপ, ঘাঁহ ৰখা কাঠৰ ৰেক, পথাৰত পানী খাবলৈ নিয়া লোটা, লোহা লকৰ ইত্যাদি।

তেওঁলোক আহি বৰ ওখ গম্বুজ থকা পাতল মটীয়া ৰঙৰ গীৰ্জাঘৰটো পালেহি। ইয়াৰে নিম্নাঞ্চল বস্তিয়ে পোহৰ কৰি ৰখাত শিলবোৰৰ গাঁথনিৰ মাজত থকা চুনচুৰকিবোৰ জহি খহি যোৱা দেখা পোৱা হৈ আছিল। ৰ'দ বতাহ আৰু কালৰ গতিত জোৰাবোৰৰ মাজৰ ফাঁকবোৰত ঘাঁহবন আদি উদ্ভিদৰ উপৰিও দুই এডাল গছো গজি উঠিছিল। তাৰ শিপাবোৰে শিলকে খামুচি ধৰি আহি আহি গীৰ্জাটোৰ ওপৰ অংশৰ খাজকটা প্ৰাচীৰ পৰ্যন্ত পাইছিলহি। গীৰ্জাঘৰৰ ঘড়ীটোৱে নিৰ্ধাৰিত সময়ৰ পিছে পিছে ক্ৰেং ক্ৰেং ধ্বনি কৰি আঠ বজাৰ সংকেত দিবলৈ ধৰিলে। কেষ্টাৰব্ৰীজ চহৰত আঠ বজাৰ ঘণ্টি পৰিবলৈ ধৰাত দোকান পোহাৰ বন্ধ কৰাৰ সময় হ'ল বুলি বাসিন্দা সকলে জাননী পালে। কিছুপৰ বাজি থকা ঘণ্টিৰ শব্দ শেষ হোৱাৰ লগে লগে দোকানী সকলৰ দুৱাৰ খিৰিকী বন্ধ কৰাৰ শব্দও শুনিবলৈ পোৱা হ'ল। কেষ্টাৰব্ৰীজৰ ব্যৱসায় বানিজ্য দিনটোলৈ ইমানতে অন্ত পৰিল।

আন আন ঠাইৰ পৰাও আঠ বজাৰ ঘণ্টিৰ ধ্বনি শুনিবলৈ পোৱা গৈছিল। বন্দীশালৰ পৰা অহা করুণ ঘণ্টিৰ ধ্বনিৰ উপৰিও চহৰৰ মগনীয়া থকা ঘৰটোৰ তিনিকোণীয়া বাহিৰাংশত ওলমি থকা ঘণ্টিটোও বাজিবলৈ ধৰিছিল। তলা-চাবি মাৰি দুৱাৰ বন্ধ কৰাৰ পিছতো দোকানৰ ভিতৰত থকা ঘড়ীবোৰে আঠ বজাৰ সংকেত ধ্বনি কৰিয়েই আছিল। চলি থকা ঘড়ীবোৰৰ ভিতৰত থকা যন্ত্ৰটোৱে ঘণ্টি মাৰিবলৈ সাজু হওঁতে ক্ৰীক কৰি মৰা প্ৰাৰম্ভিক শব্দটো বেছি ডাঙৰকৈ হে শুনা যেন লাগিছিল। নাটকৰ শেষ দৃশ্যত ভিন্ন ভিন্ন অভিনেতাই বচন মতাৰ পিছত শেষ বচন যাঁকিৰ লগে লগেই আঁৰ কাপোৰ পৰাৰ দৰে ঘড়ীৰ দোকানখনৰ একেবাৰে ভিতৰৰ পিনে থকা কোঠাটোত ৰখা ঘড়ী বোৰৰ পৰা অহা শেষ ধ্বনিৰ লগে লগেই আঠ বজাৰ সংকেতৰ সামৰণি পৰিছিল। ইয়াৰ পিছত সুৰ লগাই বজোৱা ঘণ্টাৰ তালে তালে চিচিলি দেশৰ নাৱিক সকলে গোৱা স্তুতি গীত শুনিবলৈ পোৱা গ'ল। কাললেখৰ প্ৰতি শ্ৰদ্ধা থকা সকলে বিগত ঘণ্টাটোত সমাপ্ত কৰা কামৰ খতিয়ান

লোৱাৰ পিছত আসন্ন ঘণ্টাটোত সমাপন কৰিবলগীয়া কৰ্মৰ কাৰণে উদ্যমেৰে সাজু হ'ল।

গীৰ্জাটোৰ সন্মুখৰ মুকলি ঠাইখনত এগৰাকী তিৰোতা আহি থিয় দিলেহি। তেওঁ পিন্ধা গাউনটো ওপৰলৈ খুচি লোৱাত তলত পিন্ধা কাপোৰৰ একাংশ ওলমি থকা দেখা গৈছিল। স্কাৰ্টটোৰ তলৰ অংশও কোঁচাই আনি জেপটোত খুচি লৈছিলহি। তেওঁৰ হাতত থকা ৰুটিটোৰ এটুকুৰা ভাঙি নিজে খাইছিল আৰু অলপ তেওঁৰ লগত থকা গৰাকীকো দিছিল। ৰুটিৰ প্ৰতিকণ টুকুৰাই ভালকৈ লিৰিকি-বিদাৰি চাইহে মুখত দিছিল। তেওঁলোকে খাই থকা দৃশ্যাই মিচ্চে নিউচনকো ভোক লগাৰ কথা সোঁৱৰাই দিলে। ওচৰতে ক'ৰবাত বেকাৰী এখন পাইনেকি বুলি মানুহ গৰাকীক সুধিলে। 'আপোনালোক মাম্নাফুডলৈ যাওক, তাতে ভাল ৰুটি পাব।' দোকানখননো ক'ত সেই বিষয়েও তেওঁলোকে বুজাই ক'লে।

ইয়াৰ ক্ষন্তেক পিছতে বেণ্ড পাৰ্টি এটা দেখি তেওঁলোকে ক'লে 'এওলোকে বেণ্ড বজাব, পেপা বজাব আৰু ৰাতিলৈ ফুৰ্ত্তি কৰি ভাল খাদ্য ও খাব।' পিতলৰ বাদ্য যন্ত্ৰবোৰ চিকমিকাই জিলিকি আছিল। প্ৰজ্বলিত বন্তিৰ পোহৰত তিৰবিৰাই থকা ঘৰ এটাৰ সন্মুখত তেওঁলোকে হৰ্ষোল্লাসে সঙ্গীত কৰি আছিল। তিৰোতা দুগৰাকীয়ে সেই ঠাইলৈ আঙুলিয়াই কিবা কিবি বেয়া ধৰণৰ মন্তব্য দি আছিল,'আমি ভাল ৰুটি এডোখৰ খাবলৈ নাপাওঁ আৰু সিহঁতে ৰাতি বটলে বটলে মদ খাব।'

'মদচদৰ কথা বাদ দিয়কচোন, কেনেকৈ আনক প্ৰবঞ্চনা কৰি অন্যায়ভাৱে মুনাফা কৰিছে তালৈ মন কৰিছেনে নাই,' জেপত হাত ভৰাই থকা মানুহজনে ক'লে। 'কি ইয়াত ভাল ৰুটিও পাবলৈ নাইকিয়া হৈছেনেকি?'

মিছেছ হেনচাৰ্ডে সুধিলে। 'অহ সেইবোৰ শস্য ব্যৱসায়ীয়ে কৰা কাম। 'তেওঁৰ পৰাই মিল আৰু বেকাৰীবোৰে খাদ্য শস্য কিনে। তেওঁ যদি পচি মলঙি যোৱা ঘেঁহু দিয়ে তেন্তে বেকাৰীবোৰনো ক'ৰ পৰা ভাল ৰুটি দিয়ে। তেওঁলোকেতো ঘেঁহুবোৰ বেয়া বুলি জানিবৰ উপাই নাই। ৰুটি কৰি চুলাৰ ভিতৰত দিয়াৰ পিছত নুফুলি চেপেটা লাগি থকা দেখিলেহে তেওঁলোকে আটা বা ময়দাবোৰ বেয়া বুলি জানিব পাৰে। নকৈন্ধে ৰুটিবোৰ ভেকুলীৰ পিঠিৰ দৰে চেপেটা আৰু চিঙিৰ নোৱাৰা ধৰণে লিকটা। প্ৰথমতে জীয়ৰী, তাৰ পিছত এই কেষ্টাৰব্ৰীজতে কেচুৱা জন্ম দিলোঁহি কিন্তু এনেকুৱা জঘন্য বেয়া ৰুটি মই হ'লে জীৱনত খাইও পোৱা নাছিলোঁ, দেখাও নাছিলোঁ। আপোনালোকে ইয়ালৈ নতুনকৈ অহা মানুহ, গতিকে এই পচা আটাৰ ৰুটি খাই পেট ফুলা মানুহৰ কি দশা হৈছে সেই বিষয়ে নাজানে। 'মোৰ কথা কৈছেনেকি?' লাজকুৰীয়া ভাৱে প্ৰশ্ন এটা কৰিলে মিছেছ হেনচাৰ্ডে। তাৰ পিছতে আনে মন নকৰা অৱস্থা এটাৰ সুবিধা লৈ সেই ফকফকাই থকা মানুহজনীৰ

কাষৰ পৰা জীয়েকজনীৰ সৈতে আঁতৰ হৈ গ'ল। যিখন দোকানলৈ বুলি তেওঁলোকক আঙুলিয়াই দিয়া হৈছিল তালৈকে আহি তেওঁলোকে কেইখনমান কটি আৰু বিস্কুট কিনি মোনাত ভৰাই ল'লে।' গধুৰ আহাৰৰ পৰিবৰ্তে সেইয়াকে খাই ৰাতিটো কটাব পাৰিব বুলি ভাবিলে। ঈশ্বৰে দিয়া অৱশিষ্ট শক্তি কণৰ ওপৰতে ভৰসা কৰি ভোকে পিয়াহে আতুৰ মানুহ দুজনী এখোজ দুখোজ কৰি বেণ্ড পাটী বাজি থকা ঠাইখনৰ পিনে আগবাঢ়িল।

# পঞ্চম অধ্যায়

দুই তিনি কুৰি গজমান আহিয়েই তেওঁলোকে বেণ্ড বজাই থকা ঠাই ডোখৰৰ ওচৰ পালেহি। সেই সময়ত জনপ্ৰিয় 'দি ৰোষ্ট্ বীফ্ অব্ অল্ড ইংলেণ্ড' গীতটোৰ সুৰ বেণ্ডত বাজি আছিল। সুৰৰ ঝঙ্কাৰত ওচৰে পাজৰে থকা খিৰিকীৰ আইনাবোৰো কঁপি উঠিছিল।

বেণ্ড বজোৱা গোষ্ঠীটোৱে কেষ্টাৰব্ৰীজৰ বিখ্যাত হোটেল দি কিংছ আৰ্মৰ সন্মুখতে বাদ্য যন্ত্ৰবোৰ স্থাপন কৰি লৈছিল। আলহীসকলক ভোজভাত খুউৱা হোটেলটোৰ অভ্যাৰ্থনা কক্ষটোত থকা ধেনুভিৰীয়া ডাঙৰ খিৰিকী কেইখন আলিবাটটোৰ নিচেই কাষতে আছিল। খিৰিকীবোৰত পৰ্দাও আৰি থোৱা নাছিল। চহৰখনৰ নিমন্ত্ৰিত বৰ বৰ মানুহৰ কথাবতৰাৰ মাজতে গিলাচৰ খুটুং খাটাং শব্দও শুনিবলৈ পোৱা গৈছিল। সন্মুখত বাজি থকা বিভিন্ন বাদ্য যন্ত্ৰৰ পৰা সুৰৰ ঝঙ্কাৰ আহি আছিল। হোটেলটোৰ বিপৰীত পিনে থকা যানবাহনৰ অফিচটোৰ শিলৰ চিৰিটোত উঠিলেই ভিতৰৰ দৃশ্য সুন্দৰ কৈ দেখা গৈছিল। ভালেমান কামবন নোহোৱা মানুহে তাকে চাবলৈ বুলি সেই চিৰিবোৰৰ ওপৰত থিয় দিছিলহি।

'এই বিনি ঠাইতে আমি আমাৰ সম্বন্ধীয়াজনৰ বিষয়ে কিছু খা-খবৰ ল'ব লাগিব,' মিছেছ নিউচনে জীয়েকক কাণে কাণে ক'লে। কেষ্টাৰব্ৰীজ চহৰখন পোৱাৰ পিছৰে পৰা মাকক অতি বেছি দুৰ্বল আৰু উদ্বিগ্ন দেখা গৈছিল। 'তেখেতৰ বিষয়ে কিবা খবৰ পাবলৈ হলে ইয়াতেই পাম বুলি মোৰ মনে ধৰিছে। মই ভাবিছোঁ তেওঁ এইখন ঠাইতে আছে। যোৱাচোন এলিজাবেথ, তুমি তেখেতৰ বিষয়ে অলপ খা-খবৰ লোৱাগে। মই বৰ ভাগৰি পৰিছোঁ, মই নোৱাৰিম। কাপোৰবোৰ ঠিক ঠাক কৰি লোৱা প্ৰথমে। আৰু শুনা, বৰ বেছি একো সোধ পোছ কৰি নাথাকিবা।'

মানুহগৰাকী একেবাৰে তলৰ চিৰিটোত বহি থাকিল আৰু এলিজাবেথ জেনে মাকৰ কথামতে চিৰিটোৰ ওপৰলৈ উঠি কামবন নোহোৱা মানুহজাকৰ ওচৰ পালেগৈ। তালৈ গৈ বয়োবৃদ্ধ মানুহ এজনৰ ওচৰতে থিয় দি থাকিল। মানুহজনৰ

ওচৰতে কিছুসময় থিয় দি থকাৰ আলম্‌লৈ তেখেতক দুই এষাৰ কথা সোধাৰ যত কিঞ্চিৎ হ'লেও স্বত্ব পালে বুলি ভাবি তাই ক'লে 'ইয়াতনো আজি ৰাতি কিহৰ আয়োজন চলিছে?'

'অহ, তুমি কবই নালাগে, মই বুজিলোৱেই নহয়, তোমালোক এই ঠাইৰ নোহোৱা, নতুন মানুহ,' বয়োবৃদ্ধ মানুহজনে এক মুহূৰ্ত্তৰ কাৰণেও খিৰিকী খনৰ পৰা চকু আঁতৰ নকৰাকৈয়েই উত্তৰটো দিলে, 'আজি ৰাতি ইয়াত চহৰৰ গন্যমান্য লোকসকলৰ এটা নৈশ ভোজমেল আছে। সৌ চকিখনত বহি থকা জনেই চহৰখনৰ মেয়ৰ। আমাৰ দৰে সাধাৰণ মানুহবোৰক নিমন্ত্ৰণ কৰা নাই। আমিবোৰেও ভোজমেলখন দেখা পোৱাৰ সুবিধাৰ কাৰণে খিৰিকীবোৰ খোলা ৰাখিছো। তুমি চিৰিটোৰেদি আৰু দুটামান খাপ উঠিলেই সকলো দেখা পাবা। তোমাৰ পিনে মুখ কৰি টেবুলখনৰ মূৰত বহি থকা জন হ'ল মিষ্টাৰ হেনচাৰ্ড, বৰ্তমান মেয়ৰ। তেখেতৰ দুয়োপিনে কাউঞ্চিলৰ সকল বহি আছে। সেইবোৰ মানুহ এসময়ত মোতকৈও নিঃকিন অৱস্থাৰ আছিল।'

'হেনচাৰ্ড।' এলিজাবেথে আচৰিত হৈ সুধিলে। কিন্তু মানুহজনে কথাষাৰ নিশ্চিত ভাৱে কোৱা দেখি তাইৰ সন্দেহৰ থল নেথাকিল। তাই খটখটিৰ একেবাৰে ওপৰলৈ উঠি গৈ চাবলৈ উদ্‌গ্ৰীৱ হ'ল।

মাকৰ গাটো বৰ বেছিকৈ বেয়া লগাত মূৰটো হেলনীয়া হৈ চিৰিত লাগো লাগো হৈছিলগৈ। কিন্তু 'মিষ্টাৰ হেনচাৰ্ড' নামটো শুনাৰ লগে লগেই মানুহগৰাকীৰ গাত যেন তড়িত সঞ্চাৰিত হ'ল। তেওঁৰ মনটোত তোলপাৰ লাগি গ'ল। চিৰিটো বগাই ওপৰ উঠিবলৈ তেওঁৰ শৰীৰলৈ শক্তি আহিল। তেওঁ যে উত্ৰাৱল হৈছিল সেই কথা জীয়েকক অকণো বুজিবলৈ নিদিলে। হোটেলটোৰ ভোজন কক্ষত গোটখোৱা মানুহবোৰৰ উপৰিও টেবুলত সজাই থোৱা গিলাচ প্লেট, চামুচ ইত্যাদি বোৰও ভালকৈ দেখা পালে। টেবুল এখনৰ এমূৰে খিৰিকীৰ পিনে মুখ কৰি প্ৰায় চল্লিশবছৰীয়া শকত-আবত, হটামুটা ধৰণৰ মানুহ এজন বহি আছিল। বয়সৰ ছাপ বা আন কোনো কাৰণ বশতঃ মাংসপেশীবোৰ সিমান সুসংহত যেন দেখা নগৈছিল। তেখেতৰ মাত্ৰ কথাই প্ৰাধান্য বিস্তাৰ কৰি আনৰ সমীহ আদায় কৰিব পৰা ধৰণৰ আছিল। শৰীৰৰ ছাল মসৃন যদিও ৰ'দত ক'লা পৰাত স্বাভাৱিক ৰঙটো দেখা পোৱা নগৈছিল। চকু কেইটা ক'লা আৰু উজ্জ্বল। চুলি আৰু চেলা-উৰি কিচকিচিয়া ক'লা আৰু ঘন। কিবা কথাত ডাঙৰকৈ হাঁহিলে তেওঁৰ বহল মুখৰ বত্ৰিশটা বগা ধুনীয়া দাঁত দুপাৰি চাকিৰ দৰে চিক্‌মিকাই উঠিছিল। সেই বাবে তেওঁ গৌৰব কৰিলেও দায় নাই। হাঁহিটো অৱশ্যে অচিনাকি মানুহে ভাল পাব পৰা ধৰণৰ নহয়। গতিকেই জুম বান্ধি থকা আন মানুহবোৰে সেইদিশটোলৈ মন দিয়া নাছিল। বিভিন্ন জনে তেওঁৰ এই

হাঁহিটোৰ বিষয়ে বিভিন্ন মতামত দিয়ে। কোনোৱে কয় যোলে সেই হাঁহিটোত দুৰ্বলতাৰ অকণো আভাস দেখা নাযায়। কিন্তু কোনো ধৰণৰ মতানৈক্যালৈ নহাকৈও ক'ব পাৰি যে হাঁহিটোৱে তেওঁৰ মহত্ব আৰু নিৰ্ভীক স্বভাৱটো সহজে প্ৰকাশ কৰে। এনে ধৰণৰ লোকে উত্তেজনাৰ বশৱৰ্তী হৈ হঠাতে বৰ দয়ালু হৈ পৰিব পাৰে যদিও সুস্থিৰ আৰু নিৰবিচ্ছিন্ন ভাবে সকলো সময়তে আনক দয়া মৰম যাচি থাকিব নোৱাৰে।

আইনতঃ হেনচাৰ্ড চুচানৰ স্বামী আৰু সেই হেনচাৰ্ড নামৰ মানুহ জনেই এতিয়া এক্ষন্তেকৰ কাৰণে হ'লেও তেওঁৰ সন্মুখত বহি আছে। ভাবগতি পূৰঠ মানুহজনৰ গাত বয়সৰো এতিয়া ছাপ নপৰাকৈ থকা নাই।

মাকৰ দৰে এলিজাবেথ-জেনৰ মনত একো আলোড়নৰ সৃষ্টি হোৱা নাছিল। অ'ত দিনে বিচাৰি ফুৰাৰ অন্তত নিজৰ আপোন মানুহ এজনক সমাজত প্ৰতিষ্ঠিত ব্যক্তি হিচাপে দেখি তাইৰ মনত কৌতূহল জগা একো অস্বাভাবিক কথা নাছিল। তেওঁ পিন্ধা চুটজোৰ সন্ধিয়াৰ উপযোগী যদিও তেনেকুৱা পুৰণি ধৰণৰে চিলোৱা কাপোৰ মানুহে পিন্ধিবলৈ এৰিছে। কামিজটোৰ বুকুৰ অংশত কোঁচ থকা আৰু বুটাম কেইটাত দামী বাখৰ লগোৱা। ডিঙিত এডাল শকত সোণৰ চেইন। তেওঁৰ ওচৰত থকা মদৰ গিলাচ তিনিটা খালি হৈ থকা দেখি ঘৈণীয়েক সঁচাকৈয়েই আচৰিত হৈছিল। কাষত থকা গিলাচটোত পানীহে আছিল। তাৰে আধামান ইতিমধ্যে তেওঁ খাইছিল।

শেষবাৰৰ কাৰণে হেনচাৰ্ডক দেখাৰ সময়ত তেওঁৰ গাত আছিল মাথোন এটা কপাহী ৱেষ্টকোট আৰু এটা ছুটি চেপামৰা লংপেণ্ট। ভৰিত আছিল তাম বৰণীয়া জোতা আৰু সন্মুখত গৰম ফাৰমিটি। যাদুকৰী সময়ে মানুহৰ কি অভাৱনীয় পৰিবৰ্তন আনিব পাৰে৷ বৰ্তমানৰ অৱস্থাত তেওঁক দেখাৰ পিছত বেদনাদায়ক পুৰণি দিনৰ স্মৃতি কিছুমান আহি চুচানৰ অন্তৰত খুন্দামাৰি ধৰিলেহি। তেওঁ কোনোমতে থৰক বৰক কৰি নামি আহি চিৰিটোৰ একেবাৰে তলত থকা গেটখনৰ খুটা এটাতে হাওলি বহি পৰিলহি। ভাবত তন্ময় হৈ পৰাত কিছুসময়ৰ কাৰণে তেওঁ জীয়েকৰ কথা পাহৰিয়েই গৈছিল। এলিজাবেথ আহি তেওঁক ভালকৈ বহুৱাই কাণে কাণে সুধিলে 'মা, তুমি দেখা পালানে?'

'ও, দেখিলোঁ।' মাকে উত্তৰ দিলে। 'তেওঁক দেখা পালোঁ সেয়াই মোৰ কাৰণে যথেষ্ট। মোক আৰু একো নেলাগে। মই আৰু এতিয়া ইহ সংসাৰৰ পৰা বিদায় ল'ব পৰা হলোঁ। মৃত্যুৰ বাহিৰে মই আৰু একোকে বাঞ্ছা নকৰোঁ, মৃত্যুৱেইহে কেৱল মোক শান্তি দিব পাৰিব।'

'মা, তুমি এইবোৰ কি কথা কৈ আছা — কিহে পাইছে তোমাক'। তাই

মাকৰ ওচৰ চাপি আনে নুতনাকৈ ক'লে 'তেখেতে বাৰু আমাক আপোন বুলি ল'বলৈ আগ্রহ নকৰিব নেকি? মোৰ মনে ধৰিছে যে তেওঁ এজন উদাৰ আৰু দয়ালু প্রকৃতিৰ লোক। নিশ্চয় এজন শান্ত সমাহিত ভদ্রলোক। তেখেতৰ চোলাত লগোৱা জিলিকি থকা হীৰাৰ বুটাম কেইটালৈ বাৰু মন কৰিলানে। কাৰবাৰ ঘৰত কাম কৰি থকা অৱস্থাতহে পামগৈ বুলি তুমি যে কি আচৰিত কথা এটা কৈছিলা। তুমিতো মৰিল বুলিও নভবাকৈ থকা নাছিলা। তোমাৰ ক'ৰবাত কিবা এটা ডাঙৰ ভুল হৈছিল নেকি? বাৰু কোৱাচোন, তুমি বাৰু তেখেতক দেখি কিয় ইমান ভয় খাইছা? মোৰ হলে তেওঁক দেখি অকণো ভয় লগা নাই, এতিয়াই মই তেওঁৰ ওচৰলৈ গৈ চিনাকি দিবগৈও পাৰোঁ। তেখেতে অৱশ্যে আমাক চিনি পাই বুলি স্বীকাৰ নকৰিবও পাৰে।'

'তোমাৰ একো প্রশ্নৰ উত্তৰকে মই দিব পৰা অৱস্থাত নাই। কথাবোৰে কেনি মোৰ লৈছে মই একোকে ধৰিব পৰা নাই। মই ভীষণ বিমোৰত পৰিছোঁ।'

'তুমি তেনেকুৱা নকৰিবাচোন, মা। আমি যে আহি এইখিনি পালোঁহি তাকে যথেষ্ট বুলি ধৰাচোন। তুমি ইয়াতে অলপ জিৰণি লোৱা, মই আকৌ গৈ তেখেতৰ বিষয়ে আৰু কিছু কথা জনাৰ চেষ্টা চলাওঁগৈ।'

'মই ভাবি থকাৰ দৰে তেওঁ আৰু হৈ থকা নাই। মই যে তেখেতক গৈ দেখা কৰিব পাৰিম সেই কথা আৰু মই ভাবিবই নোৱাৰা হ'লোঁ। এই চেষ্টাত মই বিফল হ'লোঁ বুলি মানি লৈছোঁ। নাই, তেখেতক আৰু দেখা কৰাৰ মোৰ কোনো হাবিয়াস নাই।'

'কিন্তু তুমি ইমান অধৈর্য্য নহ'বাচোন, ক্ষন্তেক বৈ কথাবোৰ ভালকৈ ভাবি চিন্তি চাবলৈ চেষ্টা কৰা।'

বৰ্তমান পৰিস্থিতিটোৰ সন্মুখীন হ'বলৈ তাই বৰ আগ্রহী হৈছিল। আন কোনো কথাৰ প্রতিয়েই তাই আগতে এনেকুৱা প্রবল আগ্রহ দেখুৱা নাছিল। তেখেতক দেখি তাই বৰ উৎফুল্লিত। মান্যৱন্ত লোক এজনক নিজৰ সম্বন্ধীয়া বুলি জানি তাই মনত বৰ আনন্দ পালে। কল্পনা কৰিব নোৱাৰা ধৰণৰ ঘটনা এটা তাইৰ চকুৰ আগত তাহি থকা দেখি তাই নিজৰ ভাগ্যৰ কথাহে সোঁৱৰিলে। তাই আনন্দত উত্রাৱল হৈ ওপৰলৈ উঠি আহি খিৰিকী এখনেৰে আকৌ ভোজমেলৰ দৃশ্য একে থৰে চাই থাকিবলৈ ধৰিলেহি। কম বয়সীয়া অতিথিসকল আনন্দমনে খোৱাত ব্যস্ত হৈ পৰিল। বয়সীয়া সকলে ইটো সিটো বস্তুৰ মাজৰ পৰা কিবা এটা বাছি লৈ মুখত দিছিল। গাহৰিয়ে নাকেৰে খুচৰি খুচৰি খাদ্য বস্তু বিচৰাৰ দৰে খেলোৱে নাকেৰে শুঙি মেলি কিবা এটা হাতত দিলেও আকৌ এৰি আন কিবা এখিধ লৈছিল। অতি পবিত্র বস্তু বুলি ধৰা তিনিবিধ মদ তাত সজাই থোৱা আছিল -

পৰ্চমদ, শেৰীমদ আৰু ৰাম। দেৱতাৰ ৰূপ ধাৰণ কৰি থকা ত্ৰিমূৰ্ত্তি আৰু কেইবিধমান সাধাৰণ মদৰ ব্যৱস্থাও আছিল। মদ ভৰাই থোৱা পুৰণিকলীয়া ডাঙৰ ডাঙৰ জাগ আৰু গিলাচৰ লগতে চামুচ একোখনো টেবুলৰ ওপৰত দি গৈছিল। তাৰ পিছতে গিলাচবোৰত মদ ঢালি দি আছিল। ইয়াৰ ভাগত যে কাৰোবাৰ কিবা হানি হ'ব পাৰে তালৈ কাৰো অকণো ভ্ৰূক্ষেপেই নাছিল। এলিজাবেথে এটা কথা মন কৰিলে যে পাকে প্ৰতি আন মানুহৰ গিলাচত যদিও মদ ঢালি আছিল মেয়ৰজনৰ গিলাচত দিবলৈ কিন্তু কোনো আগবঢ়া নাছিল। পিছফালে থকা ঢকঢকীয়া বটলৰ পৰা ঠাণ্ডা পানী আইনাৰ গিলাচত বাকিলেহে তেওঁ খাই আছিল।

'হেনচাৰ্ডৰ গিলাচত দেখোন কোনেও মদ বাকি দিয়া নাই,' তাই মনতে কিছু সাহ গোটাই, কিলাকুটিয়ে কিলাকুটিয়ে লাগি পূৰ্বতে এবাৰ চিনাকি হোৱা বয়োবৃদ্ধ মানুহজনক সুধিলে।

'অ, তুমি হবলা নেজানাই, মদ মুখত নিদিয়াৰ কাৰণে তেখেতৰ ইয়াত এটা ডাঙৰ সুনাম আছে। যিমানেই উৎকৃষ্ট বা লোভনীয় মদ নহওক কিয় তেওঁ সেইবোৰ ঘৃনাৰ চকুৰেহে চায়। মৰি গ'লেও তেওঁ সেইবোৰ নোচোঁৱে। তেওঁৰ সেইবোৰ গুণ বখানিব লগীয়া। মই শুনাত মদ মুখত নিদিওঁ বুলি হেনো ধৰ্মমতে শপত খাই তেখেতে কাহানিবাই মদ খাবলৈ এৰিলে। সেইদিন ধৰি তেওঁ লোৱা শপতটো মানি চলি আহি আছে। গতিকেই মদ খাবলৈ তেওঁক জোৰ কৰাটো অশোভনীয় হ'ব বুলি সকলোৱে বুজি পাইছিল। তোমালোকেও জানি থোৱা, গীৰ্জাত গৈ ধৰ্মমতে শপত লোৱাটো কিমান ডাঙৰ কথা।'

তেখেতে কৈ থকা কথাবোৰ শুনি ওচৰতে বৈ থকা আনএজন বয়সস্থ মানুহে মাত লগালে, 'হেৰি চলমন লংৱেইজ, তেখেতেনো আৰু কিমান বছৰ এইদৰে ভুগিব লগীয়া আছে। মানুহে কয় বোলে আৰু দুবছৰ আছে। মই হ'লে নেজানো তে.খতেনো কিয় আৰু কি মানসেৰে মদ নোখোৱাৰ সময়সীমা বান্ধিলে। সেই বিষয়ে তেওঁ কাকো একো কোৱাও নাই। শপত শেষ হ'বলৈ আৰু মাত্ৰ দুবছৰহে বাকী আছে বোলে। এলাপেচা মানুহে কিন্তু এনেদৰে আধৰে আধৰে কথা ৰাখিব নোৱাৰে। বৰ দৃঢ় মনৰ মানুহ হ'ব লাগিব।'

'আপুনি একেবাৰে নিৰ্ঘাত সত্য কথাটোকে কৈছে। কিন্তু মানুহ জাতিটো আশাতহে ভজী থাকে। তেওঁৰ মাত্ৰ আৰু দুবছৰহে আছে, তাৰপিছত হৈপাহ পলুৱাই মদ খাই " অত বছৰে খাব নোৱাৰি কষ্ট পাই থকাৰ হোৰ তুলিব। কোনো বাধা নোহোৱাকৈ মুকলি মনেৰে তেওঁ খাব পাৰিব। এইবোৰ কল্পনা কৰিয়েই তেওঁ উদ্যোগী হৈ থাকিব পাৰিছে।'

'নিঃসন্দেহেই আপুনি ঠিক কথা কৈছে, খৃষ্টাফাৰ কোণি। ডেনেবোৰ কথা

পৰ্যালোচনা কৰা নিতান্তই আৱশ্যক। ঘেঁহুৰ ঘেণীয়েকো কেতিয়াবাই ঢুকাল আৰু মানুহজন বৰ্তমান একেবাৰে অকলশৰীয়া,' লণ্ডৰেইজে ক'লে।

'তেখেতৰ ঘৈণীয়েকনো কেতিয়া ঢুকাল?' এলিজাবেথ- জেনে সুধিলে।

'সেই বিষয়ে মই একো নেজানোঁ। কেষ্টাৰব্ৰীজলৈ অহাৰ আগতেই ঢুকাইছে।' চলমন লণ্ডৰেইজে কথাটো ইমানতে অন্ত কৰিবৰ উদ্দেশ্যৰে ক'লে। ঘৈনীয়েক ঢুকুৱাৰ দিন-তাৰিখ নিজে নজনাৰ কাৰণেই ছোৱালীজনীৰো সেই বিষয়ে জনাৰ অধিকাৰ নথকাৰ ভাব তেওঁৰ মুখত প্ৰকাশ পাইছিল। কিন্তু মই এটা কথা নিশ্চিত ভাবে জানো যে তেওঁ মাদক দ্ৰব্যৰ ওচৰকে নাচাপে। এই বিষয়টোলৈ তেওঁ অকণো এৰা ধৰা নকৰে। কেতিয়াবা যদি তেখেতৰ আপোন মানুহে এসোহা মাৰিবলৈ জোৰ কৰে তেন্তে ইহুদীসকলে ভুৱা দেৱতা পূজা কৰাৰ কাৰণে ভগবানে দিয়া শাস্তিৰ দৰেই তেৰোঁ শাস্তি বিহে।

'তেখেতৰ লগত তেনেহলে বহুত মানুহ আছে নেকি?' এলিজাবেথে সুধিলে।

'বহুত মানে। শুনা হেৰা কুমাৰী ছোৱালীজনী, মই কৈ গৈ আছোঁ, তুমি শুনি থকা মাথোন, তেখেত নগৰ পৰিষদখনৰ এজন প্ৰভাৱশালী সদস্য হোৱাৰ উপৰিও এই অঞ্চলৰ এজন নামজাদা লোক। ঘেহুঁ, বাৰ্লি ওটচ, ঘাঁহবন, আলু ইত্যাদি সামগ্ৰীৰ বৰ ডাঙৰ ব্যৱসায়ী। তেওঁৰ ব্যৱসায় আনফালেও বঢ়াবলৈ চেষ্টা চলাই আছে। সেইটো অৱশ্যে তেখেতৰ ভুল সিদ্ধান্ত হৈছে নেকি। তেখেত ইয়ালৈ প্ৰথম আহোঁতেতো একোৱেই নাছিল, কিন্তু শেহত গৈ এতিয়া চহৰখনৰ লাই-খুটা স্বৰূপ। যোৱা বছৰৰ পৰা বেয়া শস্য যোগান ধৰিছে বুলি তেখেতৰ বদনাম হৈছে। উপসত্তৰ বছৰ ধৰি এই চহৰখনৰ কাষেদি যোৱা ডাৰ্ণভাৰ নামৰ জুৰিটোৰ পানী বৈ থকা দেখা মানুহজন হ'লো অমুকা। তেখেতৰ কৰ্মচাৰী হৈ থকাৰ দিনত তেখেতে মোৰ কামত দোষ ধৰি এবাৰ টান কথাও মোক ক'ব পৰা নাছিল। মিছাটো ক'লে কি হ'ব, মোক তেখেতে সদায় ভাল ব্যৱহাৰেই দিছিল। কিন্তু এটা কথা নকৈ নোৱাৰা হৈছোঁ যে তেখেতে যোগান ধৰা ঘেঁহুৰ পৰা তৈয়াৰী কটিবোৰ মুখত দিব নোৱাৰা— অতিপাত বেয়া— জীৱনত এনেকুৱা বেয়া কটি আমাৰ খাবলগীয়া হোৱা নাছিল। গজিবলৈ ধৰি সেইবোৰ ফাট মেলি মলণ্ডি যোৱা। তাৰ পৰা তৈয়াৰী কটিবোৰো জোতাৰ তলিখনৰ দৰে টান আৰু লিকটীয়া। পচা পচা গোন্ধৰ প্ৰতাপত মুখলৈ নিয়াৰ সাধ্য নাই।

ইতিমধ্যে বেণ্ড পাৰ্টীটোৱে আন এটা সুৰ জুৰিছিল। সেই সুৰটোও শেষ হোৱাত নৈশভোজৰো অন্ত পৰিল। ইয়াৰ পিছতে সভা আৰম্ভ হোৱাত বিভিন্নজনে বক্তৃতা দিবলৈ ধৰিলে। আন বক্তাৰ তুলনাত হেনচাৰ্ডৰ মাতটো যথেষ্ট ডাঙৰ আছিল। ঘাঁহবন আৰু শস্য ব্যৱসায় কাম কাজত লাভ কৰা অভিজ্ঞতাৰ কথাই

তেখেতে বিশেষকৈ কৈছিল। তেখেতে কথা কৈ থকাৰ মাজতে কোনোবা এজন চতুৰ লোকে কিবা এটা কাহিনীৰ উদ্ধৃতি দি তেখেতক বিপাণ্ডত পেলাবলৈ চেষ্টা কৰি বিফল হোৱা দেখিবলৈ পোৱা গৈছিল। এই পৰিস্থিতিটো দেখি দৰ্শক সকলৰ মাজত হাঁহিৰ বোল উঠিছিল। এনেবোৰ অনুষ্ঠানত এই ধৰণৰ হৰ্ষোল্লাস এটা অতি সাধাৰণ ঘটনা— কোনো ব্যতিক্ৰম বুলিব পৰা নগৈছিল। এনেতে কোনোবা এজনে মাত লগালে, 'আপুনি বেছ সুন্দৰ কথাই ক'লে আৰু আমি শুনিও ভাল পালোঁ। পিছে এই বেয়া ৰুটিৰ বিষয়ে আপুনি কিবা ক'বনেকি?' প্ৰশ্নটো টেবুল খনৰ পিছপিনৰ নিম্ন অংশটোত বহি থকা এজনে কৰিছিল। সেই ঠাইত কিছুমান সৰু সুৰা ব্যবসায়ী বহি আছিল। সেই গোটটোৰ সৰহ ভাগেই সমাজৰ নিম্ন শ্ৰেণীৰ লোক যদিও তেওঁলোকৰ এটা সুকীয়া মতবাদ থকাত এই বিষয়টোৰ ওপৰত কিছু আলোচনা হোৱাটো বিচাৰিছিল। কিন্তু আগশাৰীত বহি থকা সকলৰ মনৰ ভাব অৱশ্যে বেলেগ আছিল। গীৰ্জাত গোট খাই ধৰ্মীয় স্তুতি গাই থাকোঁতে আগশাৰীয়ে গোৱা সুৰৰ লগত পিছৰ শাৰীৰ সুৰ নিমিলাৰ দৰে পৰিস্থিতি এটাৰ উদ্ভৱ হৈছিল।

এই ৰুটিৰ প্ৰসঙ্গটো ওলোৱাত বাহিৰত গোট খাই থকা লোক সকলেও অত্যন্ত সন্তোষ পালে। হেনচাৰ্ড এনে এক কঠিন পৰিস্থিতিৰ সন্মুখীন হোৱাৰ বাবেই অৱশ্যে কিছুমানে আনন্দ পাইছিল। সেইকথা তেওঁলোকে পেটৰ ভিতৰতে নেৰাখি প্ৰকাশো কৰিছিল। 'মেয়ৰ ডাঙৰীয়া, বেয়া ৰুটিৰ বিষয়ে আপুনি দুষাৰমান কওঁক।' তাৰোপৰি, ভোজমেলত অংশ গ্ৰহণ কৰিবলৈ নোপোৱা সকলৰ মনত কোনো ধৰণৰ সঙ্কোচও নথকাত তেওঁলোকে মুকলিভাবে সুধিব পাৰিছিল, 'চাৰ, আপুনি সেই বিষয়েও আপোনাৰ কাহিনী শুনাব বুলি আশা কৰিলোঁ।'

এনেবোৰ খেলিমেলি আৰু ব্যাঘাতে মেয়ৰজনৰ দৃষ্টি আকৰ্ষণ কৰিলে।

'হয়, মই স্বীকাৰ কৰিছোঁ যে ঘেঁহুবোৰ বেয়া,' তেওঁ ক'লে। এই ঘেঁহুবোৰ কিনি মই নিজে যিমান ঠগ খালোঁ মোৰ পৰা কিনা বেকাৰীৰ মালিক সকলেও সিমানেই ঠগ খালে।'

'আৰু, সেই ৰুটি কিনি খোৱা মানুহবোৰেও — হয়নে বাৰু?' খিৰিকীখনৰ বাহিৰ পিনে কাষতে অকলশৰীয়াকৈ বহি থকা মানুহ এজনে মাত লগালে।

হেনচাৰ্ডৰ মুখখন ক'লা পৰি গ'ল। ভিতৰি ভিতৰি তেওঁৰ সেই পুৰণি খংটো উঠিল। কুৰি বছৰৰ আগতে এনেকুৱা খঙৰ ভমকতে নিজৰ ঘৈণীয়েকক বিক্ৰী কৰি দিছিল।

'এইবোৰ ডাঙৰ ব্যৱসায় এটাত হোৱা দুৰ্ঘটনা বুলিয়েই ধৰিব লাগিব,' তেওঁ ক'লে, 'আপোনালোকৰ মনত থাকিব পাই ঘেঁহু চপাৰৰ সময়ত বতৰ কিমান বেয়া আছিল। তেনেকুৱা বেয়া বতৰ আমিতো বহুত বছৰ দেখা নাছিলোঁ। তথাপিও মই

আপোনালোকক আশ্বাস দিছোঁ যে মই ইয়াৰ সংশোধনৰ অৰ্থে যৎপৰোনাস্তি চেষ্টা কৰিম। মোৰ এই ভাণ্ডৰ হৈ অহা ব্যৱসায়টো অকলে চম্ভালিবলৈ টান হৈ পৰাৰ কাৰণে এই বিভাগটো সুচাৰুৰূপে চোৱা চিতা কৰিবলৈ এজন সুদক্ষ মেনেজাৰ বিচাৰি বিজ্ঞাপন দিছোঁ। তেনে এজন মানুহ পালেই আপোনালোকে দেখিব যে এনে ভুল আৰু দুনাই নহয়— সকলো দিশৰ প্ৰতিয়েই যত্ন লোৱা হ'ব।'

'কিন্তু আগৰবোৰ বিবাই লোৱাৰ বিষয়ে আপুনি কেনে ধৰণৰ ব্যৱস্থা লৈছে', আগতে মাত নমতা মানুহ এজনে ক'লে। মানুহজন হয় বেকাৰীৰ মালিক নতুবা এজন মিল মালিক।

'আপুনি গুৰি কৰা বস্তবোৰ পুনৰ গোট গোট ঘেঁহলৈ ৰূপান্তৰ কৰিব পাৰিব জানোঁ?'

ভোজ মেলত ব্যাঘাত সৃষ্টি কৰা এই কাণ্ড কাৰখানাবোৰে হেনচাৰ্ডৰ মুখখনৰ ৰূপ সলনি কৰিলে। শান্ত মুখখন কঠোৰ হৈ পৰিল। চিন্তা কৰিবৰ কাৰণেই হওঁক বা খংটো দমন কৰি মনটো কিছু শান্ত কৰাৰ অৰ্থেই হওঁক তেওঁ গিলাচটোৰ পৰা এসোঁহামান পানী খালে। তাৰ পিছত পোনপটীয়াকৈ একো উত্তৰ নিদি ক'লে—

"কোনোবাই যদি এই গজি ফাটমেলা ঘেঁহবোৰ ভাল কৰাৰ কিবা উপায় দিব পাৰে, তেন্তে মই বিক্ৰী কৰা বেয়া ঘেঁহবোৰ ওলোটাই ল'ম। কিন্তু মই যিমানদূৰ জানোঁ তেনেকুৱা কোনো কৌশল ওলোৱা নাই।'

হেনচাৰ্ডে আৰু একো প্ৰশ্নৰে উত্তৰ নিদি চকিখনত বহি পৰিল।

## ষষ্ঠ অধ্যায়

কিছুমান নতুন মানুহ আহি থিয় দিয়াত খিৰিকীৰ বাহিৰত ৰৈ থকা মানুহৰ সংখ্যা বাঢ়িল। তাৰ ভিতৰত কিছুমান চহৰখনৰ নাম থকা দোকানী আৰু তেওঁলোকৰ কৰ্মচাৰী। দিনটো দোকানৰ ভিতৰতে সোমাই ভাগৰ লগাত অকণ মুকলি বতাহ লওঁ বুলি দোকান বন্ধ কৰি আহি সেইখিনি ঠাই পাইছিলহি। তাতোকৈ তল শ্ৰেণীৰ কিছুমানো আহি যোগ দিয়াত মানুহৰ সংখ্যা ভালেখিনি বাঢ়িল। হাতত সূতাৰে গোঁঠা ডাঠ ধুনীয়া ফুলাম মোনা এটা কান্ধত ওলোমাই লোৱা যুৱক এজনো আহি সেই ঠাইত থিয় দিলেহি। সুন্দৰ গঢ়পিটৰে এজন অচিনাকি যুৱক। আনবোৰ মানুহৰ লগত তেওঁৰ চেহেৰা পাতিৰ মিল নাছিল।

মানুহজনৰ শৰীৰৰ বৰণটো ধুনীয়া আৰু মুখত তেজ বিৰিঙি থকা। চকুযুৰি উজ্জ্বল। শকত আৰত কিন্তু নহয়, লাহি বুলিয়েই ক'ব পাৰি। মানুহজন সেই ঠাইত ন'বৈ পাৰ হৈ যোৱাৰ উদ্দেশ্য থকা যেন লগা। তথাপিও তাতনো কি হৈ আছে

তাকে ক্ষন্তেক চাওঁ বুলি ৰ'ল হ'বলা। ঠিক সেই মুহূৰ্ত্ততে বেয়া কটিৰ সমস্যাটো গুলাইছিল। এটা কথা ক'ব পাৰি যে সেই মুহূৰ্ত্তত তেওঁ তাত উপস্থিত নোহোৱা হ'লে এই কাহিনীটোৰও সৃষ্টি নহ'লহেঁতেন। সেই সমস্যা আৰু প্ৰসঙ্গটোৱে যুৱক জনক আৰু আগবাটি যাবলৈ নিদি তাতে ধৰি ৰাখিলে। ওচৰতে থিয় দি থকা মানুহৰ পৰা সমস্যাটোৰ বিষয়ে জানিবলৈ তেওঁ আগ্ৰহী হৈ পৰিল।

সেই সময়ত হেনচাৰ্ডৰ শেষ বাক্যটো আহি তেওঁৰ কাণত পৰিছিলহি, 'তেনেকুৱা কোনো কৌশল ওলোৱা নাই।' তেওঁৰ পেটতে হাঁহি উঠিল। এক অন্তৰ্নিহিত শক্তিৰ পৰা উত্তৰ হোৱা স্বয়ংক্ৰিয় হাঁহি। জেপৰ পৰা নোটবহী এখন উলিয়াই তাতে কিবা শব্দ কেইটামান লিখি পাতটো ফালি কেৰা ভাজো কৰি খিৰিকী খনেদি ভিতৰলৈ দলি মাৰি ডাইনিং টেবুলখনৰ ওপৰত পেলাম বুলি ভাবিও হঠাতে বৈ গ'ল। ক্ষন্তেক বিবেচনা কৰি মানুহৰ জুমৰ কাষেৰে আহি হোটেলখনৰ দুৱাৰমুখ পালেহি। তাতে কাম বন নথকা ৱেইটাৰ এজনক হোটেলৰ খুটাতে আঁউজি বহি থকা দেখা পালে।

'বেগতে গৈ এই কাগজখন মেয়ৰজনক দিয়াগৈচোন,' ৱেইটাৰ জনৰ হাতত কাগজখন দি তেওঁ ক'লে।

মানুহজন সেইপিনে যোৱাটো এলিজাবেথ জেনে মন কৰি আছিল। মানুহজনৰ উচ্চাৰণ বেলেগ ধৰণৰ হোৱাৰ কাৰণেই তাইৰ মনটো সেইপিনে আকৰ্ষিত ও হৈছিল। এই অঞ্চলত তেনে মাত কথা শুনা নেযায়, গতিকেই আচৰিত হ'ব লগা কথাও। উচ্চাৰণবোৰ উত্তৰ পিনৰ কোনোবা বেলেগ ঠাইৰ।

তেওঁ দিয়া হাত চিঠিখন ৱেইটাৰজনে লোৱাৰ পিছত মানুহজনে সুধিছিল, 'কম খৰচতে থাকিব পৰা ভাল হোটেল এটাৰ নাম তুমি ক'ব পাৰিবানেকি, বাৰু?'

ৱেইটাৰজনে আলিটোৰ ইফালে সিফালে এনেয়ে এবাৰ চকু ফুৰাই কিবা ভবা যেন কৰি ক'লে।

'মানুহে কয় বোলে থ্ৰী মেৰিনাৰ্চখন ভাল হোটেল। এই তলেদি যোৱা বাটটোৰেদি গৈ থাকিলেই পাবগৈ। মই নিজে অৱশ্যে তাত কেতিয়াও থাকি পোৱা নাই।' মাত এবাৰ দিবলৈও ক্লান্ত যেন দেখা ৱেইটাৰজনে তেনেকৈ ক'লে।

দেখাত স্কটচ্ দেশৰ যেন লগা মানুহজনে ধন্যবাদ জনাই থ্ৰী মেৰিনাৰ্চৰ পিনে খোজ ল'লে। তেওঁ দিয়া টোকাটোৰনো কি হ'লগৈ সেই বিষয়ে চিন্তা নকৰি বাতিটোনো ক'ত সুকলমে কটাব পাৰিব তাকে ভাবি থকা যেন দেখা গৈছিল। আলিটোৰ তলৰ পিনেদি নামি গৈ তেওঁ দৃষ্টিৰ অগোচৰ হ'ল। ৱেইটাৰজনে টোকাটো নি মেয়ৰজনক দিয়া দৃশ্যটো এলিজাবেথ জেনে মনোযোগেৰে চাই আছিল।

কিবা আৱশ্যকীয় বুলি ভাবি মেয়ৰজনে কাগজখন গ্ৰহণতে ধৰি বিশেষ মনযোগ

নিদিয়াকৈ চকু ঘূৰালে। বেয়া শস্যৰ সমস্যাটোৱে কিছুদিন ধৰি হেনচাৰ্ডক চোৰাত পাতে ডকা দি ডাকি আছিল। এই অপ্ৰত্যাশিত টোকাটোৱে তেওঁৰ মুখৰ বৰণ হঠাতে সলনি কৰি দিলে। তেওঁ আন কথা বাদ দি এই নতুনকৈ উদ্ভৱ হোৱা পৰিস্থিতিটোৰ কথা মনোযোগেৰে চিন্তা কৰিবলৈ ধৰিলে। অকণো বিৰক্ত নহৈ টোকাটো কেবাবাৰো পঢ়াৰ পিছত তেওঁৰ মনটো অস্থিৰ হৈ আহিবলৈ ধৰিলে। ইতিমধ্যে খোৱাবোৱা শেষ হোৱাৰ পিছত গান বাজনা ও সঙ্গীতৰ অনুষ্ঠান আৰম্ভ হৈছিল। আন মানুহবোৰে যেঁহুৰ সমস্যাৰ কথা পাহৰিলে। অতিথি সকলৰ মাজতে নানান ৰসাল আলোচনা হ'বলৈ আৰম্ভ কৰিলে। ধুনীয়া ধুনীয়া ৰগৰ উঠা গল্পও ওলাবলৈ ধৰিলে। কিছুমানে নিৰ্বাক হাঁহিৰে হাত মুখ জোকাৰি ভেঙুচালি কৰি ফুৰ্ত্তি কৰিবলৈ ধৰিলে। ভোজন বিলাসী সকলে ক'বই নোৱাৰা হ'ল তেওঁলোকনো তালৈ কি উদ্দেশ্যৰে আহিছিল আৰু কেনেকৈনো ঘৰলৈ ঘূৰি যাব। কিন্তু সেইবোৰ বাজে চিন্তা বুলি মনৰ পৰা বিসৰ্জন দি তাতে হাঁহি তামছা কৰি বহি থাকিল। উপস্থিত থকা মানুহবোৰৰ পৰিবৰ্ত্তিত আকৃতিবোৰ চাব লগীয়া হৈছিলগৈ – পোন দেহৰ মানুহৰ পিঠিয়ে ভাজ ল'লে, গহীন গম্ভীৰ মান মৰ্যাদা থকা ভদ্ৰলোক একোজনক দেখিলে চিনিব নোৱাৰা অৱস্থা হ'লগৈ। তেওঁলোকৰ কাপোৰ কানি একেবাৰে বিশৃঙ্খল হ'ল। সৰহকৈ খোৱাবোৰক টোপনিয়ে হেঁচা মাৰি ধৰাত মূৰবোৰ দোঁ খাই আহি বাহুদুটাৰ মাজত সোমালহি। ফলত চকু ওপৰ উঠিল, মুখবোৰ বেঁকা-বেঁকি হ'ল। -মাত্ৰ হেনচাৰ্ডহে সেইবোৰৰ শাৰীত নপৰিল। তেওঁ মান মৰ্যাদা সহকাৰে পোন হৈ বহি একান্তচিত্তে কিবা চিন্তা কৰি থাকিল।

ঘড়ীয়ে ন বজাৰ সঙ্কেত দিলে। এলিজাবেথ জেনে সঙ্গী গৱাকীৰ পিনে চাই মাত লগালে, 'মা, এই ৰাতি খন তুমি ক'লৈ যাওঁ বুলি ভাবিছা?'

মাকেনো মনৰ দৃঢ়তা কিয় একেবাৰে হেৰুৱালে তাকে দেখি তাই আচৰিত হৈছিল।

'আমি পৰি থাকিবলৈ ঠাই অকণ পালেই হ'ল', দুৰ্বল হৈ পৰা মাকে সৰুকৈ ক'লে, 'মই যে আহি হেনচাৰ্ডক দেখা পালোঁহি, সেয়েই যথেষ্ট, তাত কৈ বেছি আৰু মোক একো নালাগে।'

'আজি আৰু তুমি সেইবোৰ একো চিন্তা কৰিব নালাগে,' এলিজাবেথে, মৃদু ভাবে ক'লে, 'কালিলৈ দিনতহে ভাবি চাম, আমিনো কি কৰা উচিত হ'ব। ৰাতিটো কটাবৰ কাৰণে ঠাই এডোখৰ বিচাৰি উলিওৱাই বৰ্ত্তমান আমাৰ কাম। নহয় জানো মা?'

মাকে একো উত্তৰ নিদিয়াত ষেইটাৰ জনে কোৱা থ্ৰী মেৰিনাৰ্চ [illegible] তাইৰ মনলৈ আহিল। কম খৰচৰ মজলীয়া ধৰণৰ হোটেল। এজন মানুহক ভাল

হোটেল বুলি কোৱা তাই শুনিলে যেতিয়া আনৰ কাৰণেও নিশ্চয় ভাল হ'ব বুলি তাই ভাবিলে। 'ব'লা, আমিও সেই ডেকা মানুহজন যোৱা ঠাইলৈকে যাওঁ', তাই মাকক ক'লে, 'মানুহজনক ভদ্ৰলোক যেন লাগিল, তুমি কি কোৱা বাৰু, মা।'

মাকেও সমৰ্থন কৰাত তলৰ পিনে থকা আলিটোৰেদি তেওঁলোক যাওনা হ'ল।

সেই ডেকা মানুহজনে দিয়া টোকাটো পোৱাৰ পিছৰে পৰা মেয়ৰ জন কিবা ভাবত তন্ময় হৈ থকা দেখা গ'ল। তেওঁনো ক'ত আছে সেইবিষয়ে নিজে একোকে ক'ব নোৱাৰা এটা অৱস্থা। তেওঁৰ কাষতে বহি থকা মানুহজনক কোনোবাই কাণে কাণে কিবা কোৱা যেন গম পাইছে তেওঁৰ সম্বিৎ ঘূৰি আহিল। তেওঁ চকীখনৰ পৰা উঠি সেই বেইটাৰজনক বিচৰাৰ আৱশ্যকতা বোধ কৰিলে। ইতিমধ্যে এলিজাবেথ জেন আৰু মাকে সেই ঠাই এৰি হোটেল বিচাৰি যাওনা হৈছিল। নগৰ পৰিষদৰ সভাকক্ষৰ দুৱাৰখনৰ মুখলৈ আহি তেওঁ বেইটাৰজনক বিচাৰি উলিয়াই সুধিলেহি। 'পোন্ধৰ মিনিটমান আগতে মোক টোকাটো দিয়া মানুহজন কেনি গ'ল?'

'ডেকা মানুহ এজনে দি গৈছিলহি, চাৰ,' কোনোবা ভ্ৰমনকাৰী হবলা। অনুমান স্কটলেণ্ডৰ ফালৰ।'

'মানুহজনে টোকাটো ক'ত পাইছিল সেই বিষয়ে কিবা কৈছিল নেকি?'

'খিৰিকীৰ সিপাৰে থিয় দি তেওঁ তাতেই নিজ হাতে লিখিছিল।'

'অ' হয়নেকি, তেওঁ নিজহাতে, হে , মানুহজন বাৰু এতিয়াও হোটেলতে আছে নেকি?'

'নাই চাৰ, মই জনামতে তেওঁ থ্ৰী মেৰিনাৰ্চলৈ গ'ল।'

মেয়ৰজনে জেপত হাত ভৰাই হোটেলটোৰ বাৰান্দাৰ ইমূৰৰ পৰা সিমূৰলৈ কেবাবাৰো অহাযোৱা কৰিলে। গৰম, বন্ধ কোঠাটোৰ পৰা তেওঁ বাহিৰৰ বাৰান্দাৰ মুকলি শান্ত শীতল বতাহ লবলৈহে যেন ওলাই আহিল। প্ৰকৃত অৰ্থত ক'বলৈ গ'লে কিবা এটা নতুন ধৰণৰ কথা আহি তেওঁৰ মগজুত এবাৰ সোমালে, সেইটো আৰু কোনো পধ্যেই সহজে ওলাই নাযায়। কিবা ভাবি ভাবি গৈ আকৌ তেওঁ ডাইনিং হলত উপস্থিত হলগৈ। তাত গৈ দেখিলেগৈ যে তেওঁ নথকা সময় খিনিতো কামবোৰ সুচাৰুৰূপেই চলি আছিল। ইজনে সিজনে মঙ্গল কামনা কৰি মদৰ গিলাচ মুখলৈ তুলি লোৱা দৃশ্যৰ পৰা বুজা গৈছিল ফুৰ্ত্তি তামাছা, গান বাজনা পূৰ্ব্ব উদ্যমেৰেই চলি আছিল। কোম্পানী বিলাকৰ স্বত্বাধিকাৰী সকল, স্থানীয় ভদ্ৰ-গব্যলোক আৰু সৰু বৰ বেপাৰী সকলে একেলগে মিলিজুলি গা মন জুৰুৱা পানীয় গিলাচে গিলাচে খাই আছিল। তেওঁলোকে যে কেৱল মেয়ৰজনকহে পাহৰি গৈছিল তেনে নহয়, তেওঁলোকৰ মনৰ মাজত সোমাই থকা সামাজিক, ৰাজনৈতিক

আৰু ধৰ্মীয় মূল্যবোধবো পাৰাপাৰ ভাঙি চূৰ্ণ বিচূৰ্ণ হৈ গৈছিল। তেওঁলোকক পৃথক কৰি থোৱা লোহাৰ শৃংখল সদৃশ বাধাবোৰ অদৃশ্য হৈ পৰিছিল। দৃশ্যটো দেখি মেয়ৰজনেও ভাবিলে যে তেওঁ যাব পৰা হ'ল। ৰেইটাৰজনে আগবাটি আহি হলেও দেশৰ ওভ্যাৰ কোটটো পিন্ধাত তেওঁক সহায় কৰি দিলেহি। টুপিটো পিন্ধি তেওঁ আহি হোটেলখনৰ তিনিকোণীয়া বুলনিখনত থিয় দিলেহি।

আলিবাটত মানুহ তেতিয়া একেবাৰে পাতল। তাৰ পৰা মাত্ৰ এশগজমান আঁতৰতে হোটেলখন অৱস্থিত। কিবা এক আকৰ্ষণে তেওঁৰ দৃষ্টি সেইপিনে নিয়ালে। কাগজখনত টোকাটো লিখি দিয়া মানুহজন সেই ঘৰটোলৈকে গৈছিল— থ্ৰী মেৰিনাৰ্চ। হোটেলটোৰ সন্মুখত ৰাণী এলিজাবেথৰ যুগৰ এটা পৰ্টিক। খিৰিকীবোৰ ধেনুভিৰীয়া আৰু হোটেলটোলৈ সোমাই যোৱা পদুলিমুখৰ পথ চোৱা দুয়ো কাষৰ বস্তিয়ে পোহৰ কৰি থোৱা। তেওঁ থিয় দি থকা ঠাই ডোখৰৰ পৰাই এই দৃশ্য দেখিবলৈ পাইছিল। ভাবি চিন্তি কিছুসময় সেই ঠাইতে ৰৈ হোটেলটোলৈ যোৱা বাটটোৰে খোজ দিলে। অতীজতে মানুহ আৰু জন্তু একেলগে থকা অতিথিশালাৰ অংশটো ভাঙি-পুনৰ শিলেৰে নতুন ৰূপত গঢা হৈছিল। ভেটিটো মান ওখৰ পৰা শিলেৰে গটি অনা অংশবোৰৰ মাজে মাজে আইনাৰ খিৰিকীবোৰ আছিল। সন্মুখৰ পিনে থকা খিৰিকীখন আলিৰ পিনে মুখকৰা। অতিথি নিবাসৰ কাৰণে হোটেলটোৰ ভিতৰখনত সা-সুবিধাবোৰ ভালেই আছিল। সন্মুখৰ দুৱাৰখন সেই সময়ত বন্ধ আছিল। প্ৰতিখন দুৱাৰৰ ওপৰত একোটা একোটা বিন্ধা দেখা গৈছিল। প্ৰকৃতিৰ বুকুত থকা কোনো বস্তুৰ লগতে সেই বিন্ধাবোৰৰ সাদৃশ্য নাছিল, বৰঞ্চ মানুহৰ কলিজাৰ বাওঁ আৰু সোঁ নিলয়ৰ মাজৰ বিন্ধাৰ লগতহে তাৰ মিল আছিল। তিনি ইঞ্চিমান দূৰে দূৰে থকা এই বিন্ধাবোৰেদি শাৰী শাৰী পোহৰৰ ৰেঙনি দেখা পোৱা গৈছিল। আইনাৰ ব্যৱসায়ী বিলি উইলিচ, জোতাৰ ব্যৱসায়ী শ্ব মেকাৰ আৰু বিভিন্ন সাধাৰণ সামগ্ৰীৰ দোকানৰ পৰা নিক্ষেপিত তিৰবিৰ পোহৰৰ পৰাই তুলনামূলক ভাবে সেইবোৰৰ মৰ্যাদাৰ বিষয়ে জানিব পৰাৰ দৰে থ্ৰী মেৰিনাৰ্চত থকা অতিথিসকল যে কিংছ আৰ্মত থকা অতিথি সকলতকৈ নিম্নখাপৰ সেইটো যেয়ে সেয়ে সহজতে ধৰিব পাৰে। দুয়োখন হোটেলৰ অতিথিসকলো বেলেগ বেলেগ ধাতুৰ।

হোটেলটোৰ সন্মুখত চাৰিখন চৈ থকা এটা বাটচৰা। টিউডৰ বংশৰ ৰজাই ৰাজত্ব কৰা সময়ত প্ৰচলিত নক্সাৰ। বাটচ'ৰাটোৰ গাঁথনিৰ ওপৰ পিনে হোটেলটোৰ নামফলিখন। তাত বিপৰীত পিনৰ পৰা লেম্পৰ পোহৰ আহি পৰিছিলহি। সেই নামফলিখনৰ ওপৰত তাহানিতে তিনিজন নাবিকৰ ছবি আঁকিছিল কোনোবা চিত্ৰকাৰ এজনে। খাজকৰা নক্সা নহয়। ইজনৰ পিছত সিজন নাবিক জঠৰ ভাবে থিয় দি থকা নামফলি খনত দিনটোৰ প্ৰায়ভাগ সময়তে সূৰ্যৰ ৰশ্মি পৰি থকাৰ কাৰণে কালৰ

গভিত ধীৰে ধীৰে জহি খহি ধৰিব নোৱাৰৰ দৰে হৈছিলগৈ আৰু তাত থকা কাঠ, গজাল আদিবোৰহে ৰবৰু প্ৰকট হৈ ওলাই আছিল। সঁচা কথা কবলৈ গ'লে অবহেলা কৰিছে বুলি হোটেলৰ মালিক ষ্টেননীজক ইয়াৰ বাবে জগৰীয়া কৰিব নোৱৰি, বৰং কেষ্টাৰব্ৰীজৰ দৰে ঠাইত ভাল চিত্ৰ অঙ্কন কৰিব পৰা মানুহৰ অভাৱৰ কাৰণেহে এনে দুৰৱস্থা হ'বলৈ পাইছিল। কেষ্টাৰব্ৰীজত পোৱা চিত্ৰাঙ্কনকাৰী সকল অলপো কল্পনা প্ৰয়াসী নাছিল। কোনো ধৰণৰ নতুনত্ব সৃষ্টি কৰিব নোৱৰি একধৰণেকে চিত্ৰ অঙ্কন কৰি থকাৰ কাৰণেই নামফলিত থকা চিত্ৰখন বৰ আমনি লগা হৈছিল।

অতিথিশালালৈ সোমাই যোৱা বাটছোৱা দীঘলীয়া, কিন্তু ঠেক। নিষ্প্ৰভ চাকিৰ পোহৰে বাটছোৱা সামান্য পোহৰ কৰি ৰাখিছিল। হোটেলটোৰ পিছ পিনে থকা ঘোঁৰা শালখনলৈ ঘোঁৰা অনা নিয়া কৰা বাটেৰেই মানুহো অহাযোৱা কৰিছিল। পদূলিমুখত ইজনে সিজনৰ পৰা বিদায় লোৱাৰ আবেগিক মুহূৰ্ত্তটো তেওঁলোক সচেতন থাকে যাতে ঘোঁৰাৰ গছক তেওঁলোকৰ ভৰিৰ ওপৰত নপৰে। ঘোঁৰাশালৈলৈ যোৱা বাট আৰু প্ৰী মেৰিনাৰ্চত আৰাম কৈ বহি মদ খোৱাৰ ব্যৱস্থা থকা ঠাইকণ পাবলৈ একেটা ঠেক বাটেই আছিবিলৈ অসুবিধা হৈছিল যদিও কেষ্টাৰব্ৰীজৰ বয়োবৃদ্ধ চতুৰ লোকসকলে তাৰ মাজে দিয়েই অহৰহ চলাচল কৰিব জানিছিল। কেষ্টাৰব্ৰীজৰ ক'ত কি পাই সেইবোৰ তেওঁলোকৰ আঙুলি মূৰত।

হেনচাৰ্ড আহি অতিথিশালটোৰ বাহিৰতে ক্ষন্তেক ৰ'লহি। এই নিম্নমানৰ অতিথিশালটোত সোমালে তেওঁৰ সন্মান হানি হোৱাৰ আশঙ্কাৰ হেতুকেই তেওঁৰ মুগাৰঙৰ বিদেশী হলেণ্ডীয় ওভাৰকোটটোৰ আটাইকেইটা বুটাম টানকৈ মাৰি নিজকে যিমান দূৰ পাৰে ঢাকি মেলি তাত সোমাবৰ কাৰণে প্ৰস্তুত হ'ল। তাৰ পিছত সদায় তালৈ অহাযোৱা কৰা এজনৰ মাজৰে বুলি ধৰি দুৱাৰখন খুলি তেওঁ অতিথিশালাটোৰ ভিতৰ সোমাল।

## সপ্তম অধ্যায়

প্ৰায় বিশমিনিটমান আগতেহে এলিজাবেথ জেন আৰু মাক আহি সেই ঠাইখিনি পাইছিলহি। ঘৰটোত সোমোৱাৰ আগতে তেওঁলোকে বাহিৰতে বৈ কিছুপৰ ভৰা চিন্তা কৰিলে। অতিথিশালাটো ঘৰুৱা ধৰণৰ আৰু মধ্যবৃত্ত শ্ৰেণীৰ সামৰ্থৰ ভিতৰত যদিও হাতত সামান্য পইছাহে থকাত তেওঁলোকে তাত থাকিবলৈ ভয় কৰিলে— কিজানিবা তাত সোমাই আৰ্থিক বিপৰ্য্যয়ৰ সন্মুখীন হ'ব লগা হয়। কিন্তু ৰাতিটো কটাবৰ কাৰণে আন কোনো উপাইও বিচাৰি নেপাই মনসাহ কৰি তালৈকে সোমাই গ'ল। সোমায়েই অতিথিশালাটোৰ মালিক ষ্টেনীজক দেখা পালে। মানুহজন

শান্ত প্ৰকৃতিৰ। তাত কাম কৰা মহিলা ৱেইটাৰ কেইগৰাকীৰ লগতে তেওঁ নিজেও অতিথি সকলৰ বয়বস্তুবোৰ অনা নিয়া কৰা কামত ব্যস্ত আছিল। এই কামটো তেওঁ আনতকৈ ধীৰস্থিৰ আৰু মন্থৰ গতিৰে কৰিছিল। দেখিলেই ধৰিব পাৰি যে তেওঁ স্বইচ্ছাই এই কামত হাত দিয়াহি নাছিল। মালিকজনৰ ঘৈণীয়েক গৰাকী মদ বিক্ৰী কৰা আজুতীয়া ঠাই ডোখৰতে চকী এখনত স্থিৰ হৈ বহি আছিল। তেওঁৰ শেন চকুযুৰিয়ে তাৰ পৰাই নজৰ দি সকলো কথা তদাৰক কৰি আছিল। গ্ৰাহকসকলক আৱশ্যক অনুযায়ী সহায় কৰিবলৈ তেওঁ গিৰিয়েকক দুৱাৰখনৰ ফাঁকেৰে আকাৰে ইংগিতে হুকুম দি আছিল। তাকে নকৰাহলে গিৰিয়েকে স্বইচ্ছাৰে আহি একো কামতে হাত নিদিলেহেঁতেন।

ভ্ৰমনকাৰী বুলি আন্দাজ কৰি এলিজাবেথ জেন আৰু মাক থাকিবৰ কাৰণে বাৰান্দাখনৰ কাষতে থকা সৰু কোঠা এটা দিলে। তেওঁলোক আহি কোঠাটোৰ কাষৰে বাৰান্দাখনত বহিলহি।

স্বাচ্ছন্দ্যহীন এটা পুৰণি ধৰণৰ ঘৰ। ঠগবাজী, অন্ধকাৰ বাটপথ, অস্পষ্ট মজিয়া আৰু অস্বচ্ছ খিৰিকীৰ আইনাবোৰ ইয়াৰ বিশেষত্ব। তেও বুলি অতিথি শালাটোৰ নিজা এক আদৰ্শ আছিল। তেনেধৰণৰ অসুবিধা থকা স্বত্বেও প্ৰবাসী সকলে পৰিষ্কাৰ কাপোৰ কানিৰে সুন্দৰকৈ পাৰি থোৱা বিচনাবোৰ দেখি চমকি উঠিছিল। -

'আমি ভবাতকৈ দেখোন এইটো বেছিহে ভাল, ইমান খৰচ কৰিব পাৰিমজানো?' বয়সস্থ গৰাকীয়ে ঘৰটোৰ ইফালে সিফালে থকা কোঠাবোৰ দেখি ভয় সংশয়েৰে সিজনীক কথাষাৰ ক'লে।

'মোৰো তেনেকুৱা ভয়েই হৈছে।' এলিজাবেথে ক'লে, 'কিন্তু মৰ্যাদা সহকাৰে ইয়াতে থকাৰ বাহিৰে আমাৰ আন কোনো উপায়েই নাই।'

'পইছা দিব পাৰিলেহে আমি সন্মান ৰাখিব পাৰিম, সন্মান যোৱাৰ পিছত পইছা দিয়াৰ লাভ কি?' মাকে ক'লে, 'আমি জেখেতৰ চিনাকি দিব নোৱাৰো কাৰণ হেনচাৰ্ডৰ লগত আমাৰ আকাশ-পাতাল পাৰ্থক্য। তেখেতৰ ওপৰত ভৰসা নকৰি, আমাৰ নিজৰ হাতত থকা পইছা কেইটাৰ ওপৰতে নিৰ্ভৰ কৰা উচিৎ হ'ব।'

'কি কৰিলে ভাল হ'ব তাৰ উপায় এটা মই ভাবি পাইছোঁ।' এলিজাবেথে কিছুসময় নীৰৱে থাকি ক'লে। তাৰপিছত নিজৰ সা-সুবিধাৰ কথা চিন্তা নকৰি তলৰ মহলাতনো কি হৈ আছে তালৈহে মন দিবলৈ ধৰিলে। তাই চিৰিয়েদি নামি আহি মদ বিক্ৰী কৰা কোঠাটোত সোমালেহি।

এই ছোৱালীজনীৰ এটা বৰ ডাঙৰ গুণ হ'ল যে তাই সমূহীয়া স্বাৰ্থৰ কাৰণে নিজৰ সুখ স্বাচ্ছন্দ্য অনায়েসে বাদ দিব পাৰে। তাৰ কাৰণে সন্মান কিছু লাঘৱ

হোৱালৈ চিন্তা নকৰে।

'আমাৰ মাৰ আৰ্থিক অৱস্থা বৰ ভাল নহয়। আনহাতে আপোনাকো আজি মই বৰ ব্যস্ত দেখিছোঁ, সেই কাৰণেহে সুধিছোঁ, বেয়া নেপাব আৰু মই বাৰু কিবা প্ৰকাৰে আপোনাক সহায় কৰি দিব পাৰোঁ নেকি?' এলিজাবেথে অতিথিশালাটোৰ মালিকৰ ঘৈণীয়েকক সুধিলে। গলিত ধাতু সাঁচত বজবাই দিলে যেনে হয় ঠিক তেনেদৰে তেখেত চকীখনত খাজে খাপে স্থিৰ হৈ বহি আছিল। মালিকৰ ঘৈণীয়েকে সমুলি লৰচৰ নকৰাকৈ ছোৱালীজনীক ভৰিৰ পৰা মুৰলৈকে নিৰীক্ষণ কৰিলে। এলিজাবেথে আগবঢোৱাৰ নিচিনা প্ৰস্তাৱ গাঁৱলীয়া ঠাইত নচলা ধৰণৰ নহয়। কেষ্টাৰব্ৰীজখন পুৰণি ঠাই যদিও তেনেকুৱা ব্যৱস্থা কাহানিবাই উঠি গৈছিল। অচিনাকি যদিও অবিশ্বাস নকৰি মানুহগৰাকীয়ে ছোৱালীজনীৰ প্ৰস্তাৱটোত আপত্তি নিদিলে। তাৰ পিছত তেখেতে মুখেৰে এটা শব্দও উচ্চাৰণ নকৰি মূৰ আৰু চকুদুটা সামান্য লৰচৰ কৰিয়েই ঠাৰে ঠিয়াৰে ছোৱালীজনীক বুজাই দিলে তাই কাম কৰিবৰ কাৰণে বিভিন্ন যতনবোৰনো ক'ত পাব। ভাল মদ পাই বুলি ইয়াৰ এটা সুনাম থকাৰ কাৰণেই এক শ্ৰেণীৰ লোকক আকৰ্ষণ কৰিব পাৰিছিল। সেই হেতুকেই মদ খোৱাৰ যতনবোৰেও প্ৰাধান্য পাইছিল। সেইবোৰ কথা চিন্তা কৰিয়েই শান্ত প্ৰকৃতিৰ স্কটলেণ্ডৰ মানুহ জনক আৰু এলিজাবেথৰ মাকক একাষৰীয়াকৈ থকা সৰু সৰু কোঠা দুটাত থাকিবলৈ দিছিল।

তাই ট্ৰেখন লৈ আহি কোঠাটোত সোমায়েই প্ৰখ্যাত হোটেল কিংছ আৰ্মৰ খিৰিকীৰ কাষত বৈ থকা মানুহজন বুলি চিনি পালে। সেই সময়ত কোঠাটোত আন কোনো বেলেগ মানুহ নাছিল। মানুহজন সেই সময়ত বিচনাত পৰি আৰামকৈ এখন বাতৰি কাকত পঢ়ি থকাৰ কাৰণে তাই কোঠাটোত সোমোৱাৰ উমান তেওঁ পোৱা নাছিল। সেই সুবিধাতে মানুহজনক তাই এবাৰ চাই ল'ব পাৰিলে। তাই চঞ্চল হৈ পৰা নাছিল। লাইটৰ পোহৰতে জিলিকি থকা তেওঁৰ কপালখন আৰু গলধনলৈকে পৰি থকা ভেলভেটৰ দৰে কোমল আৰু সুন্দৰ চুলি কোছা ভালকৈ দেখা পালে। গালদুখন গোল। ভাঁজ লাগি থকা চকুৰ নোমবোৰে তেওঁৰ লৰনি চকুযুৰি ঢাকি ৰাখিছিল। তাই ট্ৰেখন তাতে লাহেকৈ থৈ মাত এবাৰও নিদি ওলাই আহিল। গাটো সমুলি লৰাবলৈকে মন নকৰা প্ৰকাণ্ড শকত মালিকনী গৰাকী কিন্তু মৰম নথকা ধৰণৰ নহয়। তেওঁ মন কৰি আছিল যে এলিজাবেথে এবাৰ ওপৰলৈ এবাৰ তললৈ অহা যোৱা কৰি ভাগৰি পৰিছিলগৈ। অতিথিশালাটোত তাইৰ প্ৰয়োজনীয়তা প্ৰতিপন্ন কৰিবৰ কাৰণে নিজৰ ভাগৰ জুগৰলৈ আওকাণ কৰিও তাই কাম কৰি আছিল। ছোৱালীজনীলৈ বেয়া লগাত মিচেচ ষ্টেনৃজীজে নিজেই অৱশেষত ক'লেগৈ যে তাই আৰু মাকে আহাৰ গ্ৰহণ কৰিবৰ সময় হ'ল।

স্কটচ দেশীয় ডেকাজনক তাই সৰ্বসাধাৰণে ভালপোৱা খাদ্যকে পৰিবেশন কৰিছিল। মাক আৰু নিজৰ কাৰণেও ট্ৰেখনতে তেনেধৰণৰ কিছু আহাৰলৈ ওপৰমহলাৰ মাক থকা সৰু কোঠাটোৰ দুৱাৰমুখ পালেহি। কোনো শব্দ নোহোৱাকৈ দুৱাৰখন লাহেকৈ ঠেলামাৰি তাই কোঠাটোৰ ভিতৰ সোমাল। মাকে বিচনাত জিৰণি ল'বলৈ যোৱাৰ সলনি উদ্বিগ্নভাৱে থিয় দি থকা দেখি তাই আচৰিত হ'ল। তাই কোঠাটোত সোমোৱাৰ লগে লগেই মাকে তাইক নীৰৱে থাকিবলৈ ইঙ্গিত দিলে।

ইয়াৰ অৰ্থ বুজিবলৈ তাইৰ বেছি সময় নেলাগিল। তেওঁলোকক দিয়া সৰু কোঠাটো পূৰ্বতে স্কটছ দেশৰ মানুহজনক দিয়া কোঠাটোৰ ড্ৰেছিংৰুম হিচাবেহে ব্যৱহাৰ কৰা হৈছিল। দুয়োটা কোঠা এখন দুৱাৰে সংলগ্ন কৰি ৰাখিছিল বুলি সহজতে ধৰিব পৰা গৈছিল। সেই দুৱাৰখনতে স্ক্ৰু মাৰি বন্ধ কৰি তাৰ ওপৰত ধুনীয়া কাগজেৰে আঠা মাৰি থোৱা। ডাঙৰ ডাঙৰ খ্যাতনামা হোটেল বিলাকতো ইটো কোঠাৰ শব্দ সিটোত শুনে, তেনেস্থলত থ্ৰীমেৰিণাৰ্চৰ নিচিনা হোটেলত, ওচৰৰ কোঠাটোত হোৱা কথা বাৰ্তা শুনাটো একো অস্বাভাবিক নহয়। বৰ্তমান তেনেকুৱা ঘটনা এটাই ঘটি আছিল।

মাকে ঠাৰেঁ চিয়াৰে এলিজাবেথক নীৰৱে থাকিবলৈ কোৱাত তাই চুপেচাপে আহাৰ অনা ট্ৰেখন টেবুলখনৰ ওপৰতে থ'লে। মাকে তাইক ওচৰ চপাই কাণে কাণে ক'লে, 'তেখেত ইয়াতে আছে।'

এলিজাবেথে সুধিলে 'কোন?'

চুচান হেনচাৰ্ডৰ কঁপা কঁপা মাত আৰু অধীৰ অৱস্থাটোৰ তাৎপৰ্য্য কিবা বেলেগও থাকিব পাৰে বুলি তাইৰ সহজ সৰল মনটোৱে ভাবিবই পৰা নাছিল। আন যি কোনো মানুহেই অৱশ্যে ইয়াৰ কিবা গুঢ়াৰ্থ আছে বুলি নিশ্চয় ধৰিব পাৰিলেহেতেঁন। চুচান হেনচাৰ্ডৰ অবিশ্বাস্য যেন লাগিলেও হেনচাৰ্ড আৰু স্কটছ দেশীয় মানুহজনে ওচৰৰ কোঠাটোত কথা পাতি থকাটো এক বাস্তৱ সত্য। এলিজাবেথজেনে তেওঁলোকৰ ৰাতিৰ আহাৰ আনিবৰ কাৰণে ৰান্ধনি ঘৰলৈ গৈ তাতে বৈ থকাৰ সময় খিনিতে নিশ্চয় হেনচাৰ্ড আহি কোঠাটোত সোমাইছিলহি। হোটেলটোৰ মালিক ষ্টেন্‌ণীজে নিজে তেখেতক সম্ভ্ৰমেৰে আগবঢ়াই আনি ওপৰ মহলা পোৱাইছিলহি। জেৱালীজনীয়ে আহাৰ খিনি প্লেটত সজাই মাকক খাবলৈ মাতিলে। মাক আহাৰ খোৱা টেবুলখনৰ ওচৰ পালেহি যদিও সিটো কোঠাত হোৱা কথা বাৰ্তাবোৰ কাণ থিয় কৰি শুনিয়েই থাকিল।

'মই ঘৰলৈ বুলি আহি থাকোঁতে এবাৰ বাটতে ভাবিলোঁ যে ইয়াত সোমাই আপোনাক কথা এটা সুধি যাওঁ। কথা এটা জানিবৰ কাৰণে মই বৰ উদগ্ৰীৱ হৈ আছোঁ।' বিশেষ নভবা নিচিন্তাকৈ আৰু সিজনৰ মন নুবুজাকৈ মেয়ৰজনে কথাবাৰ

ক'লে। 'কিন্তু সোমায়েই দেখিলোঁ যে আপোনাৰ আহাৰ খোৱা শেষ হোৱাই নাই।'

'এহ্, মোৰ খোৱা শেষ হ'বই আৰু আপুনি ক্ষন্তেক এই চকীখনতে বহক, চাৰ। খোৱা-বোৱা কথাটোত মই বৰ প্ৰাধান্য নিদিওঁ।'

হেনচাৰ্ড চকীখনতে বহিল। ক্ষন্তেক বৈ তেওঁ আকৌ আৰম্ভ কৰিলে, 'কথা এটা সোধো বুলিহে আহিলোঁ। আপুনি বাৰু এই খন লিখিছিল নেকি?' কাগজ এখনৰ খমখমনি শুনা গ'ল।

'হয়, মই লিখিছিলোঁ,' স্কটছ দেশৰ লোকজনে ক'লে। 'তেনেহ'লে,' হেনচাৰ্ডে ক'লে, 'কিবা দৈব্যক্ৰমেহে আমাৰ ইয়াত দেখা দেখি হলহি। কালিলৈ ৰাতিপুৱা আপোনাক লগ পোৱাৰ সময়সূচী পূৰ্বে নিৰ্দ্ধাৰিত কৰা আছিলেই নহয়।' তেখেতে পুনৰ আৰম্ভ কৰিলে, 'মোৰ নাম হেনচাৰ্ড, মোৰ শস্য ব্যৱসায়ৰ কাম কাজ চাবৰ কাৰণে এজন মেনেজাৰৰ আৱশ্যক বুলি বিজ্ঞাপন দিছিলোঁ। সেই সন্দৰ্ভতে আপুনি মোক দেখা কৰাহি নাই জানো?'

কিছু আচৰিত হোৱা যেন দেখুৱাই স্কটছ দেশৰ মানুহজনে ক'লে, 'নাই নাই, মোৰ তেনে কোনো উদ্দেশ্য নাই।'

'মই বিচাৰি থকা মানুহজন আপুনিয়েই, নিশ্চয়,' হেনচাৰ্ডে কিছু জোৰ দি ক'লে। 'মোক তেওঁ লগ ধৰাৰহে কথা আছিল। তেওঁৰ নামটো মোৰ মনলৈকে নহা হ'ল- যশোৱা, নহয় যশোৱা নহয়- জীপ- জীপ এহ জীপো নহয় য্যাপ্, য্যাপহে।'

'আপোনাৰ কিবা ভুল হৈছে হ'বলা', ডেকা মানুহজনে ক'লে, 'মোৰ নাম ডোন্যাল্ড ফাৰফ্ৰেহে। মই শস্যৰ ব্যৱসায়ৰ লগত জড়িত বুলি আপুনি ঠিকেই ধৰিছে, পিছে মই আপুনি দিয়া বিজ্ঞাপনৰ বিষয়ে একোকে নেজানোঁ আৰু সেই সন্দৰ্ভত কাকো দেখা কৰিবলৈ অহাও নাই— মই বৃষ্টললৈ যাবলৈহে আহি আছোঁ— তাৰ পৰা পৃথিৱীৰ আনটো গোলাৰ্দ্ধলৈ গুচি যোৱাৰ ইচ্ছা, তাত গৈ ঘেঁহুৰ ব্যৱসায়ত হাত দি ভাগ্য পৰীক্ষা কৰিম গৈ বুলি ভাবিছোঁ। এই শস্য ব্যৱসায়ৰ সম্পৰ্কত মই কিছুমান নতুন পদ্ধতিও উদ্ভাৱন কৰিছোঁ। তালৈ গৈ অৱশ্যে সেইবোৰ ব্যৱহাৰ কৰাৰ কোনো সুবিধা নেপাম গৈ।' স্কটছদেশীয় মানুহজনে নিজ ঠাইত প্ৰচলিত বেলেগ ধৰণৰ উচ্চাৰণেৰে কথাবোৰ ক'লে।

'আমেৰিকালৈ - বেচ্- বেচ্' হেনচাৰ্ডে হতাশ মনেৰে কথাষাৰ কোৱাৰ ফলত গোটেই পৰিবেশটোৱেই সেমেকি উঠিল। মই ডাঠি ক'ব পাৰোঁ যে আপুনিয়েই মই বিচৰা সেই মানুহজন। তাৰ বাহিৰে আন একো কথা হ'বই নোৱাৰে।'

স্কটছ দেশীয় মানুহজনে তেওঁৰ কথাত হয়ভৰ দিব নোৱাৰি মুখৰ ভিতৰতে অস্পষ্টভাৱে কিবা এটা কৈ থ'লে। কিছুপৰ নিৰৱতাৰ পিছত হেনচাৰ্ডে ক'লে 'তেন্তিয়া হ'লে মোক লিখি দিয়া কাগজখনৰ কাৰণে আপুনি ধন্যবাদৰ পাত্ৰ।'

'সেইটো একো ডাঙৰ কথা নহয়, চাৰ,' ডোন্যাল্ডে ক'লে। 'কিন্তু মোৰ কাৰণে বৰ্তমান সেই সমস্যাটোৱেই ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিছে। ইয়াৰ সমাধান বৰ জৰুৰী হৈ পৰিছে। বেয়া বুলি জানি সেই ঘেঁহবোৰ মই কেতিয়াও কিনা নাছিলোঁ। চিএৰি চিএৰি গোটেই পৃথিবীখনকে সেই কথা মই জনাব পাৰোঁ। মই জানিব পাৰিলোঁ যে মই কিনা ঘেঁহবোৰ বেয়া। মোৰ কেইবাশ মোন তেনেকুৱা ঘেঁহ এতিয়াও গুদামত পৰি আছে। আপুনি তেনেকুৱা বেয়া ঘেঁহও ভাল কৰি খোৱাৰ উপযোগী কৰিবলৈ সক্ষম হৈছে, সেইটো জানি মই কিমান সকাহ পাইছোঁ। আপুনি উপলব্ধি কৰিব পাৰিছেনে নে নাই মই ক'ব নোৱাৰোঁ, কিন্তু যদি সেই ঘেঁহখিনি ভাল কৰিব পাৰোঁ তেন্তে মই এটা ডাঙৰ সমস্যাৰ পৰা মুক্তি পাম। সাগৰৰ অটল গৰ্ভত ককবকাই থকা মানুহ এজনৰ দৰে বৰ্তমান অৱস্থা হৈছে মোৰ। আপুনি দিয়া পদ্ধতিটো মই প্ৰমাণ কৰি চাবলৈ ইচ্ছা কৰোঁ, কিন্তু আপুনিনো বিনামূল্যে কিয় মোক সেই কৌশলটোৰ সবিশেষ জনাব।'

ডেকা মানুহজনে কেইমুহূৰ্তমান চিন্তা কৰি ক'লে, 'মোৰনো কি আপত্তি থাকিব পাৰে, তেনেকুৱা ভাব মোৰ মনলৈ অহাই নাই। মই এতিয়া বিদেশলৈ যাবলৈ ওলাইছোঁ আৰু তাত গৈ যে মই বেয়া হোৱা শস্য ভাল কৰা ব্যৱসায় নকঁৰোগে সেইটো খাটাং। মই বাৰু আপোনাক সেই পদ্ধতিটোৰ বিষয়ে সবিশেষ বুজাই দিওঁ। মই বিদেশলৈ গৈ সেই পদ্ধতি প্ৰয়োগ কৰি যিমান লাভবান হ'ম তাতকৈ আপুনি ইয়াত বেছি লাভবান হ'ব। আপুনি চাৰ, মাত্ৰ এক মিনিট সময় এই পিনে মন কৰক, মই মোৰ বেগৰ পৰা অলপমান ঘেঁহ উলিয়াই আপোনাক নমুনা হিচাবে দেখুৱাওঁ বাৰু।'

তেওঁ বেগটোৰ তলাটো খোলোতে ক্লিক কৰে শব্দ এটা হ'ল। তাৰ পিছত কিছুৱাৰ খচ্‌মচনি আৰু পদ্ধতিটোৰ সবিশেষ বিৱৰণ আৰম্ভ। এক ব্ৰুছেলত কিমান আউন্স দৰব দিব লাগিব, তাৰ পিছত কিমান পৰ শুকুৱাব লাগিব, কিমান পৰ শীতৰ প্ৰবাহ বলাব লাগিব সেই বিষয়ে দুয়োৰো মাজত বিশদভাবে আলোচনা হ'ল।

'আপুনি এই শস্যৰ গুটি কেইটা চাওকচোন,' ডেকাজনে কথাষাৰ কৈ হাতেৰে কিবা কিবি কৰাত লাগি গ'ল। দুয়োজনে একে পিনেই মন দি থাকিল। তেওঁ কামটো শেষ কৰি আত্মোল্লাসে ক'লে 'এইখিনি লওঁক আৰু মুখত দি চাওঁক।'

'অ হয়, সম্পূৰ্ণ ভাল অৱস্থালৈ আহিল বুলিবই লাগিব- সম্পূৰ্ণ নহ'লেও ভাল বুলি ক'বই লাগিব।'

'যথেষ্ট ভাল অৱস্থালৈ আহিল যদিও সামান্য দোষ অৱশ্যে থাকিল। কিছু কম দামত হ'লেও আপুনি বিক্ৰী কৰিব পাৰিব', ষটজনে ক'লে, 'সম্পূৰ্ণ ভাল অৱস্থালৈ অনাটো অসম্ভৱ, প্ৰকৃতিয়ে আপোনাক সিমানলৈ যাবলৈ নিদিয়ে। এতিয়া

পিছে বেয়া বুলি ক'ব নোৱাৰি, ভালৰ শাৰীতে পৰিল। প্ৰণালীটো এইটোৱেই, চাৰ। মই পিছে এই কথাটোত বৰ গুৰুত্ব দিয়া নাই। যিবোৰ দেশত বহুতৰ ঘৰ বেছি সালসলনি নহয় সেইবোৰ দেশত এনে পদ্ধতিৰ কোনো প্ৰয়োজন নাই। কিন্তু তথাপিও মই নিজে হ'লে বৰ সন্তোষ পাম যদি আপুনি ইয়াৰ পৰা কিবা উপকাৰ পায়।'

'মই কথা এবাৰ কওঁ, আপুনি বাৰু শুনকচোন' হেনচাৰ্ডে সানুনয়ে ক'লে, 'আপুনিতো গম পাইছেই যে শস্য আৰু জীৱজন্তুৰ খাদ্য লৈয়েই মই ব্যৱসায় কৰি আছোঁ। কিন্তু আৰম্ভণিতে মই এজন ঘাঁহ-খেৰৰ পোলা বন্ধা বনুৱাহে আছিলোঁ। গতিকে জন্তুৰ কাৰণে ব্যৱহাৰ কৰা ঘাঁহ -খেৰৰ বিষয়ে মোৰ ভাল জ্ঞান আছে। বৰ্তমান কিন্তু মোৰ প্ৰধান ব্যৱসায় খাদ্য শস্যহে। যদি আপুনি মোৰ লগত কাম কৰিবলৈ মান্তি হয় তেন্তে খাদ্য শস্যৰ বিভাগটোৰ দায়িত্ব আপোনাকেই গতাব পাৰিম। দৰমহাৰ উপৰি কমিচনো পাব।'

'মই আপোনাক নিশ্চয় বৰ উদাৰ প্ৰকৃতিৰ লোকহে বুলিব লাগিব। কিন্তু মই আপোনাক সহায় কৰিব নোৱাৰিম। আপুনি বেয়া নেপাব,' মানুহজনে কিছু আক্ষেপেৰে ক'লে।

'ঠিক আছে, সেয়েই হওঁক, তেনেহ'লে।' হেনচাৰ্ডে প্ৰসঙ্গটোৰ ইমানতে অন্ত পেলালে। 'এতিয়া বাৰু আমি আন এটা কথালৈ যাওঁ। কিবা এটা ভাল বস্তু পালে মানুহে তাতোকৈ অধিক প্ৰাপ্যৰ যোগ্যতা আৰ্জন কৰে বুলি মোৰ ভাব হয়। গতিকেই মই ইচ্ছা কৰোঁ যে আপুনি ইয়াত যিবোৰ খাদ্য খাই আছে সেইবোৰত আৰু মুখ দিব নেলাগে। মোৰ ঘৰলৈ ব'লক, আপোনাক হেম আৰু উৎকৃষ্ট মদ পৰিবেশন কৰিব পাৰিম।'

কথাবাৰ শুনি তেওঁ কৃতজ্ঞ হ'ল যদিও প্ৰস্তাৱটো গ্ৰহণ কৰিব নোৱাৰিলে, কাৰণ পিছদিনা ৰাতিপুৱাই তেওঁ সেই ঠাই এৰি গুচি যোৱাৰ কথা।

'ঠিক আছে মই বাৰু জোৰ নকৰোঁ,' হেনচাৰ্ডে ক'লে, 'আপুনি ভালপোৱা দৰেই কৰক। কিন্তু মই এটা কথা ক'ব খোজোঁ যে এই নমুনা খিনিৰ দৰে যদি মোৰ বাকীবোৰ যেঁহও ভাল হয় তেন্তে এই ব্যৱসায়টোত মোৰ সুনাম পুনৰ ঘূৰি আহিব। তাৰ পিছতো আপুনি মোৰ কাৰণে এজন অচিনাকি যুবক হৈয়েই থাকিব। এতিয়া কওঁকচোন বাৰু এই কৌশলটোৰ বিষয়ে মোক জ্ঞান দিয়াৰ কাৰণে আপোনাক কিমান পইছা দিয়া উচিত হ'ব।'

'নাই, নাই, একেবাৰেই দিব নেলাগে। আপুনি এই পদ্ধতিটো সদায় ব্যৱহাৰ কৰিবও নেলাগে। কেতিয়াবা আৱশ্যক হ'লে কৰিব আৰু তাৰ বাবদ মোক একো মূল্য দিব নেলাগে কাৰণ মই কোনো মূল্য দি ইয়াক আহৰণ কৰাও নাই। মই জনা কথা এটাৰ বিষয়ে আপোনাক অৱগত কৰালোঁ। এই সমস্যাটোৱে আপোনাক কষ্টও

দি আছে।'

হেনচার্ড কিছুসময় নীৰবে ৰৈ ক'লে 'আপুনি কৰা উপকাৰ মই সহজে পাহৰি যাব নোৱাৰিম। তাৰোপৰি আপোনাৰ দৰে অচিনাকি লোকে কৰা উপকাৰ। মই নিজে কিন্তু এতিয়াও বিশ্বাস কৰিব পৰা নাই যে আপুনি মোৰ লগত কাম কৰিবলৈ সন্মতি নিদিলে। হে প্ৰভু, তুমি ভালকৈ জানা মই কোন আৰু কি বিচাৰিছিলোঁ আৰু তুমি মোৰ কাৰণে বাছি বাছি পঠিওৱা জনকো মোৰ গোৰা কপালে ৰোটলিব নোৱাৰিলে,' প্ৰশংসাসূচক বাক্য কঁকিবে নিজকে নিজেই ক'লে, 'মই আৰু এতিয়া পৰিষ্কাৰকৈ বুজি পালোঁ যে মোৰ বিজ্ঞাপন পাই সাক্ষাৎ কৰিবলৈ অহা ব্যক্তিজন আপুনি নহয়, এজন সম্পূৰ্ণ অচিনাকি লোকহে।'

'হয়, হয় আপোনাৰ ধাৰণাটো সঠিক হৈছে,' ডেকা মানুহজনে ক'লে। ইয়াৰ পিছত হেনচার্ডে কিবা কম কম বুলি ভাবিও ফুটাই একো ক'ব নোৱাৰিলে। তেওঁৰ মনটো গধুৰ হৈ পৰিছিল যদিও কথা এষাৰ নকৈ নোৱাৰিলে 'ফাৰফ্ৰে, মোৰ নিজৰ ভাইৰ দৰে বুলি ভাবি তোমাক এটা কথা কওঁ, মোৰ ভাইটোৰ কপালখন ঠিক তোমাৰ কপালখনৰ দৰে, সি বেচেৰা ঢুকাল। তাৰ নাকটোও তোমাৰ নাকটোৰ লগত মিলে। মোৰ ধাৰণা তাৰ দৰে তুমিও পাঁচফুট ন ইঞ্চি, মোৰ যিমান দূৰ অনুমান। মোতকৈ বয়সত ভালেমান সৰু কাৰণে তুমিকে বুলিলোঁ।'

'জোতাৰে সৈতে জুখিলে মই ছফুট ডেৰ ইঞ্চি।' ফাৰফ্ৰেই ক'লে। 'সেইবোৰ থাওঁক বাৰু, জানিনোঁ মোৰ কি লাভ হ'ব। মোৰ ব্যৱসায়টো চলাবলৈ শাৰীৰিক শক্তিৰ উপৰিও ততমুৰকৈ সিদ্ধান্ত লোৱাৰো আৱশ্যকতা আছে। জ্ঞান আৰু তীক্ষ্ণ বিচাৰ বুদ্ধি হ'লেহে ইয়াক দৃঢ়ভাবে প্ৰতিষ্ঠিত কৰিব পৰা যায়। কিন্তু ফাৰফ্ৰে, দুৰ্ভাগ্য বশতঃ বিজ্ঞান আৰু হিচাপ পত্ৰৰ ক্ষেত্ৰত মই একেবাৰে কেঁচা। মই হ'লোঁ আঙুলিৰ মূৰত হিচাপ ৰখা মানুহ। তুমি পিছে ঠিক তাৰ ওলোটাটো। মোৰ চকুত সেইটো ধৰা পৰিছে। যোৱা দুবছৰ ধৰি তোমাৰ নিচিনা মানুহ এজন মই বিচাৰি ফুৰিছিলোঁ, কিন্তু এতিয়া পায়ো হাততে হেৰুৱাইছোঁ। মই যোৱাৰ আগতে শেষবাৰৰ কাৰণে তোমাক কথা এটা সোধোঁ, মই ভাবি থকা মানুহজন তুমি নহয়, কিন্তু মই ভাবি আছিলোঁ তুমিয়েই সেই মানুহজন, তেনেস্থলত এই বিসঙ্গতিটো দূৰ কৰি একেজন কৰিব নোৱাৰিনে? কিবা উপায় উলিয়াই থাকি যাব পাৰিবা নেকি বাৰু; তুমি? আমেৰিকালৈ যোৱাটো একেবাৰে খাটাং কৰিলা নেকি? বেছি কথা ক'বলৈ ইচ্ছা নকৰোঁ যদিও, নকৈও নোৱাৰোঁ যে তুমি মোৰ কাৰণে এক অমূল্য সম্পদ। সেই কথা জানো মই দোহাৰিব লাগিব - মোৰ মেনেজাৰ হ'বলৈ সন্মতি দিলে তুমি তাৰ যথোচিত মূল্য পাবা।'

'মোৰ পৰিকল্পনা একেবাৰে ঠিক হৈ আছে' ডেকাজনে নেতিবাচক উত্তৰ

এটাহে দিলে, 'মই কিবা এটা ভাবি ঠিক কৰি থোৱা আছে, সেইবোৰ বহলাই কোৱাৰ কিবা আৱশ্যক আছে বুলি মই নাভাবোঁ, গতিকে সেইবোৰ কথাৰ সামৰণি মৰাই ভাল।' সেই বিষয়েটোৰ পৰা আঁতৰি আহি তেওঁ ক'লে, 'চাৰ, আপুনি বাৰু এতিয়া মোৰ লগত অলপ ড্ৰিংক্ছ কৰিব নেকি? কেষ্টাৰব্ৰীজৰ মদে পেটৰ ভিতৰলৈকে গৰম কৰি দিব।'

'নাই, নাই, মই বৰ সন্তোষেৰেই ভাগ ল'লোহেতেঁন, কিন্তু সেইটো কাম মই কৰিব নোৱাৰোঁ।'

হেনচাৰ্ডে গহীনভাবে উত্তৰটো দিলে। তাৰ পিছত কাণপাতি কথাবাৰ্তাবোৰ শুনি থকা সকলে চকীখন চোঁচৰোৱাৰ শব্দ শুনিলে। সেই সকলেও বুজিব পাৰিলে যে মানুহজন যাবলৈ ওলাল।

'মই ডেকা বয়সত, অলপ মদ খোৱা নাছিলোঁ- ইমান বেছিকৈ খাইছিলোঁ যে নিজক প্ৰায় ধ্বংসৰ মুখলৈ ঠেলি দিছিলোঁ। মদৰ জালত মই বৰ ডাঙৰ কাণ্ড এটাও কৰি পেলাইছিলোঁ। মৰমা দিনলৈকে সেই ধিক্কাৰৰ পৰা হাত সাৰিব নোৱাৰিম। সেই ঘটনাটোৱে মোৰ মনৰ ওপৰত এনে প্ৰচণ্ড আঘাত কৰিলে যে সেইদিনাখনলৈকে মোৰ যিমান বয়স হৈছিল ঠিক সিমান দিনলৈকে আৰু মদ স্পৰ্শ নকৰোঁ বুলি শপত খালোঁ। তেতিয়াৰ পৰা চাহৰ বাহিৰে আন কোনো ধৰণৰ মাদক দ্ৰব্য মুখত দি পোৱা নাই। আজিও মই সেই শপত ৰাখি আছোঁ। আৰু শুনা ফাৰফ্ৰে, মই তোমাৰ আগত কোনো লুকঢাক নকৰি খোলাখুলি ভাবে কৈছোঁ যে যি সময়ত আকাশত লুব্ধক নক্ষত্ৰ দেখা পোৱা যায় আৰু কুকুৰ বলিয়া হোৱা ভাদ মাহটো পাইহি সেই সময়ত মই নিজকে ইমানেই নিৰ্জীৱ অনুভৱ কৰোঁ যে এগাগৰী মদৰ চাৰি ভাগৰ এক অংশ অকলেই যেন খাই শেষ কৰিম। কিন্তু ঠিক তেনে সময়তে মাদক দ্ৰব্য নাখাওঁ বুলি মই কৰা প্ৰতিজ্ঞাটোৰ কথা মনলৈ আহে।'

'মই আপোনাক জোৰ নকৰোঁ, চাৰ - এইটো জোৰ কৰাৰ কথাই নহয়। আপোনাৰ প্ৰতিজ্ঞাটোক মই সন্মানহে কৰোঁ।'

'ভাল বাৰু, আহিলোঁ, মই ক'ৰবাত এজন ভাল মেনেজাৰ বিচাৰি পাম নিশ্চয়,' হেনচাৰ্ডে দুখেৰে কথাষাৰ ক'লে, 'কিন্তু মোৰ মনৰ মতে এজন ভাল মানুহ পাওঁতে বহু সময় লাগিব।'

তেওঁৰ প্ৰতি হেনচাৰ্ডৰ বিশ্বাস দেখি ডেকাজন অভিভূত হ'ল। দুৱাৰমুখ পোৱালৈকে দুয়োজন নীৰৱে থাকিল। 'মই ভাবো যে মই থাকিব পৰা হ'লে ভাল আছিল,' কথাষাৰ কৈ তেওঁ পুনৰ সংশোধন কৰিলে, 'নাই সেইটো সম্ভৱ নহয়, কোনো পথেৰেই সম্ভৱ নহয়। পৃথিৱীখন চোৱাৰ উদ্দেশ্য লৈ মই ঘৰৰ পৰা ওলাই আহিছোঁ।'

# অষ্টম অধ্যায়

হেনচাৰ্ডে বিদায় লোৱাৰ সময়ত এলিজাবেথ-জেন আৰু মাক নিজ নিজ চিন্তাত মগ্ন। সম্মুখত সজাই থোৱা আহাৰৰ দুখন কাঁহী। আগতে কৰা কাণ্ডটোৰ কাৰণে হেনচাৰ্ড লজ্জিত বুলি কোৱা কথাবাৰ শুনাৰ মুহূৰ্ত্তৰ পৰা মাকৰ মনৰ সংশয় ভালেখিনি দূৰ হ'ল। দুয়োটা কোঠাৰ মাজৰ পাৰ্টিচনখন আকৌ এবাৰ লৰাৰ পৰা অনুমান হ'ল যে ফাৰফ্ৰেই হেনচাৰ্ডক আগবঢ়াই থৈ আহি বেলটো বজাইছিলহি। তেওঁৰ কোঠাৰ বাচন বৰ্তনবোৰ নিবৰ কাৰণেই নিশ্চয় এইবাৰ বেলটো বজালে। কোঠাটোৰ ভিতৰতে ইফাল সিফাল কৰি তেওঁ গুণ গুণাই গীত এটি গাই আছিল। ইয়াৰ পৰা ধৰিব পৰা গৈছিল যে ক্ষন্তেক আগতে শেষ হোৱা সন্তোষজনক কথাবাৰ্তা আৰু তলৰ কোঠাত বাজি থকা সুৰসমলয়ে তেওঁৰ মনটোক আকৃষ্ট কৰিছিল। এখোজ দুখোজ কৈ আহি তেওঁ চিৰিটোৰ ওচৰত ক্ষন্তেক থিয় দি তলৰ মহলাটোলৈ নামি আহিল।

এলিজাবেথ-জেনেও মাক আৰু নিজৰ খোৱা বোৱা বাচনৰ লগতে সিটো কোঠাৰ মানুহজনৰ বাচন বৰ্তন কেইখনো সামৰি তললৈ নামি আহি আছিল। ডাইনিং হলটোৰ মানুহবোৰ খোৱা বোৱাত ব্যস্ত। তলৰ মহলাৰ মানুহৰ খোৱা বোৱা পৰিবেশনৰ দায়িত্বত কোনো ধৰণে জড়িত নথকাৰ কাৰণে গাভৰু ছোৱালীজনীয়ে সেইপিনে চকু নিদি কাষেদি লাহেকৈ পাৰ হৈ গ'ল। তাইৰ কাৰণে এইখন একেবাৰে নতুন আচহুৱা ঠাই। তেওঁলোক সাগৰৰ পাৰৰ হাঁই উকমি নথকা নিৰ্জন ঠাইৰ সৰু ঘৰ এটাৰ পৰা অহা। ইফালে অতিথিশালাটোৰ বহা কোঠাটোৱেই যথেষ্ট ডাঙৰ। তাই দেখিলে যে তাৰ ভিতৰত প্ৰায় দুই তিনি ডজন মান আউজি বহিব পৰা চকী। চকীবোৰ বেৰত লগাই ঘূৰণীয়াকৈ পৰা আছিল। প্ৰত্যেকখন চকীতে একোজন শান্ত প্ৰকৃতিৰ লোক। মজিয়াখন নিমজ পকাৰ। কোঠাটোৰ ই মূৰৰ পৰা সিমূৰলৈকে এখন ডিভান। ডিভানখনৰ এটা মূৰত এখন দুৱাৰ। তাতনো মানুহ কিয় গোট খাইছে তাকে চাবৰ কাৰণে তাই কোঠাটোৰ চুক এটা বাচি ল'লে- সহজতে আনৰ চকুত নপৰা।

ডেকা স্কটছজনেও ইতিমধ্যে হোটেলৰ আন আলহীবোৰৰ লগতে শাৰী-পূৰাই বহিছিলহি। তেওঁলোকৰ উপৰিও চহৰখনৰ ডাঙৰ ডাঙৰ ব্যৱসায়ী সকলৰ কিছুমানো ওপৰফালে অৰ্ধ চক্ৰাকাৰ খিৰিকী কেইখনৰ কাষতে পাৰি থোৱা সংৰক্ষিত আসন কেইখনতে আহি বহিলেহি। লাইটৰ পোহৰ কম পৰা ঠাইত সাধাৰণ তৰপৰ কিছু মানুহ বেঞ্চ এখনত বহি থকা তাই দেখা পালে। গিলাচত মদ বাকী খাব পৰা তৰপৰ মানুহ তেওঁলোক নহয় হেতুকে সৰু সৰু কাপতহে খাইছিল। কিন্তু আৰ্ম

হোটেলখনৰ খিৰিকীৰ বাহিৰ পিনে থিয় দি থকা লোকসকলৰ মাজৰ দুই এজনো তালৈ আহি বেঞ্চত বহি মদ খাই আছিল। তেওঁলোকক দেখি তাই চিনিও পাইছিল।

কোঠাটোৰ পিছপিনে এখন খিৰিকী। তাৰে এটা পাটিত চকৰি লগাই খোৱা, যাতে সেইখন সহজতে হেঁাহকা পিছলা কৰিব পাৰি। সেইখন খোলা মেলা কৰিলে জিৰিং জিৰিং কৰি চকৰি ঘূৰাৰ শব্দ হৈ আকৌ বন্ধ হয়। ক্ষন্তেক পিছতে আকৌ চলাৰ শব্দ হয়।

এইদৰে চুপে চাপে ইফালে সিফালে পৰ্যবেক্ষণ কৰি থাকোঁতেই তাইক এটি গীতৰ সুৰে চমক খুৱাই দিলে। বেলেগ ধৰণৰ কণ্ঠস্বৰৰ মধুৰ সুৰটো তাঁহি অহা দিশে তাইৰ দৃষ্টি আকৰ্ষিত হ'ল। তাই সেই ঠাইখিনি পোৱাৰ আগতেও দুই এটি গীত মাত হৈ গৈছিল। স্কটচ্ দেশীয় ডেকাজনৰ আচাৰ ব্যৱহাৰে ক্ষন্তেকতে সমজুৱা বাইজ সকলৰ মন জয় কৰিব পৰাত তেওঁকো এটি গীত গাবলৈ অনুৰোধ কৰা হৈছিল। ডাঙৰ ডাঙৰ ব্যৱসায়ী সকলৰ অনুৰোধ ৰক্ষা কৰি তেওঁও গীত আৰম্ভ কৰিছিল।

এলিজাবেথ-জেনে সঙ্গীত ভাল পায় আৰু সেই কাৰণেই গীত শুনাৰ প্ৰলোভন সামৰিব নোৱাৰিলে। গান শুনি শুনি তাইৰ হেঁপাহ নপলোৱা হ'ল। গানবোৰৰ সুৰে তাইক মতলীয়া কৰিলে। এনেধৰণৰ গান তাই আগতে কেতিয়াও শুনাও নাছিল। এই কথাটোও পৰিষ্কাৰকৈ ওলাই পৰিছিল যে তাত গোটখোৱা সৰহভাগ মানুহেই এনেধৰণৰ গান আগতে শুনা নাছিল। এনে ধৰণে তন্ময় হৈ গান শুনাটো সাধাৰণতে দেখা পোৱাও নাযায়। আন নালাগে সেই সময়ত কোনেও মদ এঢোকাও মুখত দিয়া নাছিল। কোনো ধৰণৰ গুণ গুণনি শব্দও নাছিল। কোনেও মদ খোৱা পাইপডালতো গিলাচত ভৰোৱা নাছিলেই, আনকি মদ বকা মাগটোও ইজনে সিজনলৈ পাৰ কৰি দিয়া নাছিল। গীত গোৱা মানুহজন নিজেও অভিভূত হৈছিল। আন এটা গীত জোৰাৰ লগে লগেই গায়কজনৰ চকুৰ পানী বৈ অহা সকলোৰে দেখা পাইছিল। গীতটো এনে ধৰণৰঃ-

অ' মোৰ জননী, অ' মোৰ চেনেহী দেশ
ক'তেনো পাম এনুৱা ধুনীয়া দেশ।
এযুৰি চকুৰে সদায় উচুপে, সদায়ে চকুপানী টোকে
তোমাৰ মুখেখনি চায়ে থাকিলেও
হেপাহ যে নপলায় মোৰ।
জান জুৰিৰ ওপৰে, সুললিত সুৰেৰে
ফুলে কলি মেলা দেখোঁ
তোমাকে সুঁৱৰি কুলি ফেতেকীয়ে
ইনাই বিনাই থকাও শুনোঁ।

প্ৰশংসাত জাউৰিয়ে জাউৰিয়ে হাত চাপৰি পৰিবলৈ ধৰিলে। লগে লগে চিএৰ বাখৰো কিছু হ'ল। ইয়াৰ পিছতে অহা নিস্তব্ধতাই প্ৰশংসাৰ জয়ধ্বনিকো চেৰ পেলালে। চলমন লংবেইজে আম্বাৰ ঠাই এডোখৰত বহি চটপ চটপ কৰি পাইপ হুপি আছিল। আনকি তেওঁৰ পাইপটোও কিছু সময়ৰ কাৰণে নিস্তব্ধ হৈ পৰিল। তেওঁৰ দৰে মানুহে হুপিবলৈ বন্ধ কৰাটো নিশ্চয় বৰ কষ্টকৰ কথা। এনে কাম তেওঁৰ দ্বাৰা নহয়েই। খিৰিকীখনৰ পাটিৰ চকৰিটো আকৌ ঘূৰিবলৈ ধৰিলে। সেই শব্দটোৱেহে ডোনাল্ডৰ গীতৰ কৰুণ সুৰৰ প্ৰভাৱৰ পৰা দৰ্শক সকলক ক্ষন্তেকৰ কাৰণে অন্য মনস্ক কৰালে।

'আমাৰ সময়বোৰ অথলে যোৱা নাই', খৃষ্টফাৰ কোণিয়ে মুখৰ পৰা পাইপটো আতঁৰ নকৰাকৈ মন্তব্য কৰিলে। পিছত পাইপটো এৰুৱাই ডাঙৰকৈ ক'লে 'হেৰি প্ৰিয় যুৱক, অনুগ্ৰহ কৰি আৰু এটা গীত ধৰক।'

'আপোনাক চিনি নেপাওঁ যদিও কৈছোঁ, অনুগ্ৰহ কৰি আৰু এটি গীত গাওক,' গাত বগা এপ্ৰণ মেৰুৱা শকত আবত বাল্টিটোৰ দৰে মূৰৰ কাঁচৰ বেপাৰী জনৰ পৰা অনুৰোধটো আহিছিল। 'হেৰি, এইদৰে অন্তৰ উথলি উঠা দেশপ্ৰেম মূলক গীত হ'লে আৰু নাগাব, আমাৰ এইফালে তেনে গীতৰ সকাম নাই। তাৰ পিছত একাষে মুখখন ঘূৰাই ক'লে 'যুৱকজননো ক'ৰ মানুহ - কোনোবাই স্কটছ্ বুলি কোৱা শুনিছিলোঁ- হয়নে বাৰু?'

'হয় স্কটলেণ্ডৰ পাহাৰীয়া ঠাইৰ পৰা আহিছে বুলি মোৰ ধাৰণা।' কোণিয়ে কাঁচৰ বেপাৰী জনৰ প্ৰশ্নৰ উত্তৰটো তেনেদৰে দিলে।

ডেকা ফাৰফ্ৰেই শেষৰ গীতটো জুৰিলে। সকলোৱে স্বীকাৰ কৰিলে যে থ্ৰী মেৰিনাৰ্চত এনেকুৱা কৰুণ সুৰৰ গীত আগতে কোনেও শুনা নাছিল। সুকীয়া উচ্চাৰণেৰে সৈতে প্ৰাণ ঢালি গোৱা গীতৰ সুৰে সৃষ্টি কৰা শিহৰণ সকলোৱে শৰীৰৰ ৰন্ধ্ৰে ৰন্ধ্ৰে অনুভৱ কৰিলে। তাৰোপৰি তেওঁৰ গীতত স্থানীয় আশা আকাঙ্ক্ষা জগাই তুলিব পৰা মাটিৰ গোন্ধো আছিল। গা বেজোৰা অৱজ্ঞাসূচক মন্তব্য একোটাৰে সচৰাচৰ সামৰি থোৱা সকলেও প্ৰশংসা নকৰাকৈ থাকিব পৰা নাছিল।

'আমাৰ এইখন ঠাইত এনেকুৱা দেশপ্ৰেম উথলি উঠা গীতৰ কোনো প্ৰয়োজন নাই।' কাঁচৰ বেপাৰীজনে মন্তব্য কৰিলে। সেই সময়ত স্কটছ্ যুৱক জনে বিগত শৰৎ কালৰ ওপৰত ভিত্তি কৰি আন গীত এটি আৰম্ভ কৰিব খুজিছিল। 'অ মোৰ জননী, অ' মোৰ চেনেহী দেশ, সেইবোৰ গীত নেলাগে, আমাৰ মাজৰ পৰা যদি আপুনি অধামুৰ্খ ঠগ, প্ৰৱঞ্চক লেণ্ডেৰা- ভেণ্ডেৰা আৰু নিলাজ, দুষ্ট তিৰোতাবোৰক নিলগ কৰে তেন্তে আমাৰ এই কেষ্টাৰব্ৰীজক লৈ মুকুতাৰ মালা ৰচি অলঙ্কৃত কৰিবলৈ একো বাকীয়েই নেথাকিব দেখোন।'

ঠিক, ঠিক,' টেবুলখনৰ কাঠৰ আঁহবোৰৰ পিনে চাই চাই ৰাজফোৰ্ড নামৰ বেপাৰীজনে ক'লে, 'এই কেণ্টাৰব্ৰীজ নামৰ পুৰণি ঠাইখন দুষ্টামিৰে ভৰা। কুৰুক্ষীৰ পাত লুটিয়ালে পোৱা যাব যে এই ঠাইৰ মানুহে প্ৰায় দুশ বছৰৰ আগতে ৰোমান সকলৰ ৰাজত্ব কালত ৰজাৰ বিপক্ষে বিদ্ৰোহ কৰিছিল। আমাৰ কিছুমান মানুহক তেখেতসকলে ফাঁচি কাঠত ওলোমালে, কিছুমানক ফাটেক দিলে আৰু কিছুমানক কছায়ে মাংস কটাদি কাটি টুকুৰা টুকুৰ কৰিলে। সেইবোৰ কথা মই হ'লে বিশ্বাস কৰোঁ।'

'হেৰি, নিজ দেশ এৰি আহি যদি ইমানেই বেজাৰ পাইছে, তেন্তে এৰিয়েইবা আহিলেনো কিয়?' খৃষ্টফাৰ কোণিয়ে স্থূল কথাটোলৈ ঘূৰি অহাৰ সুৰত কথাবাৰ ক'লে, 'আমাৰ নিচিনা মানুহৰ ওপৰত অটল বিশ্বাস ৰাখি আপুনি গুচি অহাটো উচিৎ নহ'ল নেকি? মিষ্টাৰ বিলী- উইলছে ক'লেই নহয় যে আমাৰ ভিতৰৰ অতি ভালজনকো কেতিয়াবাহে সাধু ৰূপত দেখা পোৱা যায়। ঠাণ্ডাৰ দিনত আমাৰ কি অৱস্থা হয়, তাতে আকৌ ঘৰৰ অতবোৰ মানুহৰ মুখ ভৰাব লাগে। আৰুনো কি ক'ম, সৰ্বশক্তিমান ভগৱন্তই ও আমাৰ কপালত অতি নিকৃষ্ট আৰু অল্প পৰিমাণৰ বস্তুহে লিখি দিছিল হ'বলা। সেইকণ বস্তুৰেই আমাৰ পেট ভৰাব লাগে। আমি ধুনীয়া ফুল এপাহী বা ধুনীয়া মহিলা এগৰাকীৰ মুখখন দেখি আনন্দ পাব নেজানিলো। ফুল মানে ফুল কবি আৰু ধুনীয়া ছাল এখন বুলিলে নোদোকা গাহৰিৰ ছালৰ বাহিৰে মানুহৰ ছাল এখনো হ'ব পাৰে বুলি ভাবিবই নোৱাৰোঁ।

'আপোনালোকৰ লগত মই একমত হ'ব নোৱাৰো,' ডোনাল্ড ফাৰফ্ৰেই, মানুহবোৰৰ মুখলৈ চাই, গভীৰ ভাবে চিন্তা কৰি কথাষাৰ ক'লে, 'আপোনালোকৰ মাজত কাচিৎহে ভাল মানুহ এজন ওলাই বুলি ভবাটো কিমানদূৰ সমীচীন হৈছে মই নেজানো। সম্ভৱ সেইটো সত্য কথা নহয়। আপোনালোক কোনেওতো আনৰ বস্তু চুৰ কৰা নাই, কৰিছে জানো।'

'হে ভগৱান, নাই নাই।' চলমন লংৱেইজে বিকট হাঁহি এটা মাৰিলে। 'সেইবোৰ তেখেতে ভাবি গুণি কোৱা কথাও নহয়। তেনেকুৱা বাজে, তলখুচৰীয়া কথা কোৱাই তেখেতৰ অভ্যাস,' (খৃষ্টফাৰৰ পিনে চাই তিৰস্কাৰ কৰাৰ সুৰত ক'লে) 'যিজন মানুহ আপোনাৰ পৰিচিত নহয় সেইজনৰ আগতে খোলাখুলি ভাবে কিয় এনেবোৰ কথা কৈছে। তাৰোপৰি এই মানুহজন আমাৰ ইয়াৰো নহয়, একেবাৰে উত্তৰ মেৰুৰ পৰা অহা।'

খৃষ্টফাৰ কোণি চুপ হৈ ৰহিল। তেওঁ আন বাইজৰ পৰাও কোনো ধৰণৰ সহানুভূতি নাপালে। নিজৰ মনলৈ অহা ভাবৰোৰ পেটৰ ভিতৰতে সহি সামৰি মুখৰে কিছু ভোৰভোৰালে। 'মই নৱক বাস কৰোঁ, এই যুৱকজনে ভাল পোৱাৰ

আধাও যদি মই মোৰ নিজ দেশখনক ভাল পাওঁ। তথাপিও মই নিজ দেশ এৰি কতোকো নাযাওঁ। গাহৰিয়ে দানা খোৱা বাচন চাকা কৰিব লগীয়া হ'লেও মই মোৰ নিজ দেশতেহে মৰিম। হাজাৰ হাজাৰ মাইল দূৰৈত থকা অষ্ট্ৰেলিয়াৰ চিড়্নীৰ ওচৰৰ ধুনীয়া সাগৰৰ পাৰ খনতকৈ মই মোৰ নিজ দেশ খনকহে বেছি ভাল পাওঁ।'

লংবইজে ক'লে, 'এতিয়া যুবকজনে বে'লে গীত এটা যদি আৰম্ভ কৰে তেন্তে আমি গোটেই ৰাতিটো ইয়াতে কটাম।'

'ঠিক আছে, সেইটোৰেই মোৰ গীত সামৰিম', গায়কজনে অনুৰোধৰ সুৰত ক'লে।

'নহয়, তাৰ পিছতো এটা গীত গাব লাগিব', জন সাধাৰণে দৈনন্দিন ব্যৱহাৰ কৰা বস্তুৰ ব্যৱসায় কৰা লোকজনে ক'লে।

'মহিলা সকলৰ মন জুৰুৱা গীত এটি গাবনে বাৰু।'

বেঙুনীয়া নক্সা থকা এপ্ৰণৰ ওপৰত ফিটা এডাল ওলমি থকা বৰ শকত মানুহ গৰাকীয়ে ক'লে।

'হেৰি কাস্নচম্, তেখেতক ক্ষন্তেক জিৰণি ল'বলৈ দিয়কচোন, মানুহজনে উশাহ সলাবলৈও সময় পোৱা নাই দেখোন', কাঁচৰ ডাঙৰ ব্যৱসায় থকা লোকজনে ক'লে।

'জিৰণি ল'ম বাৰু', সকলোৱে শুনাকৈ কৈয়েই গায়কজনে 'অ নেনী' বুলি গীত এটি আৰম্ভ কৰিলে। তাৰ পিছতো তেওঁ আৰু কেইটামান গীত শুনালে। স্কটলেণ্ডৰ গীত যদিও ইংলেণ্ডত অতি জনপ্ৰিয় 'আউল্ড লেঙ চাইনী' গীতটোৰ স্বকীয় মাধুৰ্য অটুট ৰাখি তেওঁৰ গীতৰ সামৰণি মাৰিলে।

থ্ৰী মেৰিণাৰ্চত থকা সকলো শ্ৰোতাৰ মনেই তেওঁ জয় কৰিব পাৰিছিল, আনকি বয়োবৃদ্ধ কোণিৰো।

তেওঁৰ সুমধুৰ সুৰে দৰ্শক বৃন্দক এনেভাবে তন্ময় কৰি ৰাখিছিল যে তেওঁলোকে ৰহস্যাবৃত সোণোৱালী আভাৰ মাজেদিহে যেন গীতিকাৰজনক দেখা পাইছিল। কেণ্টাৰব্ৰীজৰ আবেগ আছে, কেণ্টাৰব্ৰীজৰ কল্পনা আছে, কিন্তু এই অচিনাকি মানুহজনৰ ভাবাবেগ সম্পূৰ্ণ বেলেগ ধৰণৰ। তেওঁৰ লগত আনৰ কি পাৰ্থক্য, সহজতে ধৰিব নোৱাৰি। দকৈ চিন্তা কৰিলে হয়তো ওলাব যে তেওঁ এজন নতুন চিন্তাধাৰাৰ কবি, গীতিকাৰ আৰু সমসাময়িক কবি সকলৰ মনত ধুমুহাৰ সৃষ্টি কৰিব পৰা ধৰণৰ শিল্পী। তেওঁৰ একো নতুনত্ব নাথাকিবও পাৰে, কিন্তু এই কথাটো স্বীকাৰ কৰিব লাগিব যে শ্ৰোতা সকলৰ হিয়াৰ মাজত লুপ্ত হৈ থকা চেতনা তেওঁ জগাই তুলিবলৈ সক্ষম হৈছিল।

গীত গাই থকা সময়ছোৱাত অতিথিশালাটোৰ মালিকজনে নীৰৱে চকী এখনত হেলনীয়াকৈ বহি আছিল। মদ বিক্ৰী কৰি কৰি চকীখনতে আঠা লাগি বহি থকা মিচেচ ষ্টেননীজ ও তাৰ পৰা উঠি আহি খুটাটোৰ ওচৰ পাইছিলহি। মদ খোৱা ঢোলবোৰ গাড়ীত বোজাই কৰিবৰ হ'লে তলিৰ কাষটো সামান্য হেলনীয়াকৈ মাটিত লগাই ঘূৰাই ঘূৰাই আনিব লাগে, প্ৰকাণ্ড শকত মিচেচ ষ্টেন্‌নীজে মানুহৰ ভিৰৰ মাজেদি সেইদৰে ঘূৰি ঘূৰি আহিহে সেইখিনি পাইছিলহি।

'আপুনি কেষ্টাৰব্ৰীজতে থাকিব নেকি, চাৰ?' মানুহগৰাকীয়ে সুধিলে।

'নাই, নাই মই ইয়াত নাথাকোঁ', স্কটছ ডেকাজনে বিষাদৰ সুৰত কথাষাৰ ক'লে। মই বৃষ্টল অভিমুখেহে বৰ্তমান গৈ আছোঁ। তাৰ পৰাহে বিদেশলৈ যামগৈ।' তেওঁৰ মনৰ ভাবত এনে এটা কথা প্ৰকাশ পাইছিল যেন তেওঁৰ এই যাত্ৰা দৈৱ নিবন্ধ।

'আমি কথাটো জানি সঁচাকৈয়ে বৰ বেজাৰ পাইছোঁ।' চলমন লংবেইজে ক'লে, 'আমি আপোনাৰ দৰে সুমধুৰ কণ্ঠৰ লোক এজনক হেৰুৱাবলৈ বাঞ্ছা নকৰোঁ। তেনে এজন মানুহ আমাৰ মাজত পোৱাটো কিমান ভাগ্যৰ কথা। আপুনি কিমান দূৰ দূৰণিৰ ঠাই এখনৰ পৰা আহিছে। তুষাৰ আবৃত ও বনৰীয়া বাঘ ভালুকৰ উপদ্ৰুত অঞ্চল সেইবোৰ! আমাৰ ইয়াৰ আকাশত উৰি ফুৰা চৰাইবোৰৰ সমান তাত বাঘ ভালুক। বাৰু এটা কথা সোধোঁ, আপোনাৰ দৰে সুগায়ক এজনৰ গান আমি বাৰু কিয় মাজে সময়ে শুনিবলৈ নেপাওঁ। আৰু ক'ত দিন অপেক্ষা কৰিব লাগিব এনেকুৱা গান শুনিবলৈ।'

'আমাৰ দেশখন পিছে আপোনালোকে ভবাৰ দৰে নহয়।' ডেকাজনে ইফালে সিফালে মূৰটো ঘূৰাই বেজাৰ মনেৰে কথাষাৰ ক'লে। তেওঁলোকৰ ভুল ধাৰণাবোৰ আঁতৰ কৰিব নোৱাৰালৈকে তেওঁৰ মনৰ উচ্ছ্বাস, চকুৰ জ্যোতি আৰু গাল দুখনৰ নিজা ৰং ঘূৰাই আনিব পৰা নাছিল। 'আমাৰ ঠাইখন সকলো সময়তে তুষাৰ আবৃতও নহয় আৰু অপোনালোকে ভবাদৰে বাঘ ভালুকেৰে ভৰি থকাও নহয়। শীত কালত বৰফ পৰে— আৰু কৈ থওঁ যে গ্ৰীষ্ম কালতো কাচিৎ বৰফ নপৰা নহয়। ভিক্ষাৰী আৰু চোৰাং চিকাৰী নাই বুলিব নোৱাৰি, কিন্তু সেইবোৰক জানো ভয় কৰিব লগীয়া কিবা কথা আছে। মই কওঁ শুনক আপোনালোকে এবাৰ গ্ৰীষ্মকালত এডিনবৰালৈ গৈ আৰ্থাৰছ মহানগৰখন চাই ঘূৰি পকি আহিব লাগে। জুন মাহত আমাৰ দেশৰ হ্ৰদ আৰু পাহাৰীয়া ঠাইবোৰৰ দৃশ্য চাবলগীয়া। সেইবোৰ চাই মেলি অহাৰ পিছত সেইখন কুকুৰনেচীয়া বাঘৰ ঠাই বুলি আপোনালোকে কেতিয়াও ক'ব নোৱাৰিবহি।'

'অন্তবোৰ যুক্তি দৰ্শোৱাৰ পিছত, তেনেবোৰ কথা আৰু কোনেনো ক'বলৈ

যাব', বাজফৰ্ডে ক'লে। 'এইবোৰ ঘৰৰ ভিতৰতে সোমাই থকা জ্ঞান শূন্য মানুহৰ ভুল ধাৰণা। আপুনি চাব, সেইবোৰ মানুহৰ কথাত লাগি বেয়া নেপাব। ভাল মানুহৰ সঙ্গ পাবৰ তেওঁলোক যোগ্যই নহয়।'

'আপুনি বাৰু নিজৰ বিচনা, লেপ, তুলি বাচন-বৰ্তন লৈ ফুৰিবলৈ ওলাই নে শৰীৰত থকা মঙহ খিনিৰ ওপৰতে নিৰ্ভৰ কৰি চলে। নিজৰ হাড় কেইডালৰ বাহিৰে ভ্ৰমণ কালত আপোনাৰ আন কোনো সঙ্গী নায়েই নেকি? মই হ'লে তেনেকুৱা যেনেই দেখিছো', খৃষ্টাফাৰ কোণিয়ে মন্তব্য কৰিলে।

'দীঘলীয়া ভ্ৰমণৰ কাৰণে মোৰ বস্তু বাহানি অলপীয়া। সেইবোৰ বেলেগে পঠিয়াই দিয়া হ'ল,' কথাকে থাকোতে ডোন্যাল্ডৰ চকুযুৰি দূৰৈৰ চুক এটাত থকা কিম্বা এটাত পৰিছিল। 'মই নিজকেই কওঁ যে যদি মই দেশ বিদেশ ভ্ৰমণ নকৰোঁ তেন্তে মোৰ জীৱনৰ এটা মূল্যবান বস্তু হেৰুৱালোঁ বুলি ধৰিবলগীয়া হ'ব। গতিকেই মোৰ বিদেশলৈ যোৱাৰ সিদ্ধান্তটো খাটাং।'

কথাটো শুনি সকলোৰে দুখ পালে। এলিজাবেথ জেনেও যে আনৰ সমানেই দুখী সেইটো তাইৰ মুখখনত ফুটি উঠিছিল। ডিভানখনৰ পিচপিনে থকা চুকটোৰ পৰা তাই ফাৰফ্ৰেলৈ চোৱাৰ সময়কণতেই বুজিছিল যে সেইজন এজন সবল চিত্তৰ প্ৰাণবন্ত লোক। তেওঁ কোৱা কথাবোৰেও প্ৰমাণ কৰিছিল যে তেওঁ এজন দৰদী অন্তৰ থকা গহীন-গম্ভীৰ প্ৰকৃতিৰ লোক। ধূৰ্ত মানুহ কিছুমানে কৰা মন্তব্য কেষ্টাৰব্ৰীজৰ দুই এজন মানুহে ব্যঙ্গাত্মক ৰূপে ল'লেও তাই কিন্তু সেইবোৰ ভাল পোৱা নাছিল। তাইৰ দৰে তেওঁ ও খৃষ্টফাৰ কোণি বা আন দুই এজনে কৰা ৰসিকতাবোৰ ভাল পোৱা নাছিল বুলি ধৰিব পৰা গৈছিল। চাৰিও দিশৰ পৰা মানুহৰ জীৱনটোক যে দুখেহে আবৰি থাকে সেই কথা তেওঁ মৰ্মে মৰ্মে হৃদয়ঙ্গম কৰিছিল। ৰং ধেমালি, ফুৰ্ত্তি তামাছাই ক্ষন্তেকৰ কাৰণে মানুহক ৰঙিয়াল কৰিব পাৰিলেও সেই ৰং ধেমালিখিনি যে নাটকৰ বিৰতিৰ সময়ত দেখুৱা অলাগতীয়াল খণ্ডহে আৰু মূল নাটকখনৰ লগত তাৰ অলপো সম্পৰ্ক নাই সেই কথা তেওঁলোক দুয়োজনে সমানেই উপলব্ধি কৰিছিল। এই বিষয়ত তেওঁলোকৰ চিন্তাধাৰা একে হোৱাটো অৱশ্যে আশ্চৰ্যজনক বুলিয়েই ক'ব লাগিব।

ৰব বেছি ৰাতি হোৱা নাছিল যদিও ডেকাজনে জিৰণি লোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। অতিথিশালাটোৰ মালিকনী গৰাকীয়ে সেইটো গম পায়েই এলিজাবেথ-জেনক ওচৰলৈ মাতি তেখেতৰ বিচনাখন পাৰি দিবৰ কাৰণে ক'লে। হাতত মমবাতি এডাল লৈ তাই ওভাতেঁয়াকে কামটো শেষ কৰিলেগৈ। তাই চিৰিটোৰে নামিবৰ সময়তে মিষ্টাৰ ফাৰফ্ৰেও আহি চিৰিটোৰ তলৰ খাপত ভৰি দিছিলহি। তাই পিছ হোঁহকি যাবলৈ ভাল নেপালে। চিৰিটোৰ ভাজ লগা অংশটোতে দুয়ো মুখা মুখি

হ'ব লগীয়াত পৰিল।

তাইৰ কাপোৰ কানি সাধাৰণ যদিও একেবাৰে মনযোগ নেপাব লগীয়াও নাছিল। দৃঢ় মনা আৰু নম্ৰ প্ৰকৃতিৰ হোৱাৰ কাৰণে সাধাৰণ পোছাক যোৰতে তাইক ভাল দেখা গৈছিল। দুয়ো চিৰিটোত মুখামুখি হোৱাৰ সময়ত তাইৰ মুখখন লাজত ৰঙা চিঙা পৰি গৈছিল। আন কোনো পিনে নাচাই চকুৰ সন্মুখত থকা মমবাত্তি ডালতে চকু স্থিৰ কৰি তাই ধীৰ স্থিৰ ভাবে তলৰ পিনে নামি আহিল। দুয়ো একোবাৰে ওচৰ চপাৰ সময়ত চঞ্চল মনৰ মানুহ এজনৰ দৰে তেওঁৰ মুখতো মিচিকীয়া হাঁহি এটা বিৰিঙি নুঠাকৈ থকা নাছিল। ইমান পৰে গান গাই গাই কল্পনা ৰাজ্যত উৰি ফুৰা মনটোৰ ভাবেগ তেওঁ বাধা দিব নোৱাৰিলে। কোমল সুৰৰ আৰু এটি গীত মুখৰ পৰা গুণ গুণাই ওলাই আহিল। ইয়াৰ প্ৰেৰণা যেন তাইৰ পৰাই পাইছিল তেওঁ।

কুঞ্জবনৰ পদুলি মুখত
এটি ক্লান্ত দীঘলীয়া দিনৰ শেষত,
জখলা বগাই হালি জালি নাচি ৰাগী
নামি আহে কোন,
এপিয়লা মদিৰাৰ সুমধুৰ ৰাগীৰ দৰে।

বিবুধি হৈ এলিজাবেথ-জেনে লৰা-লৰিকৈ আতঁৰি যোৱাত গীতৰ কথাবোৰো তাই নুশুনা হৈ আহিল। ডেকা গায়কজনে কিন্তু নিজৰ বন্ধ কোঠাটোৰ ভিতৰত আৰু কিছুপৰ গুণগুণাই গীতটো গায়েই থাকিল। দিনটোৰ ঘটনাৱলী ধীৰে ধীৰে মনৰ পৰা মচ খাই আহিল। অলপ আগতে সঙ্গীতে ৰোমাঞ্চিত কৰি ৰখা মনৰ ভাবো পাতলি আতঁৰ হ'ল। তাই আহি মাকৰ ওচৰ পাই দেখিলেহি যে মাক কিবা ভাবত ডুব গৈ আছে। ডেকাজনে গোৱা সঙ্গীতৰ সুৰৰ লগত ইয়াৰ কোনো সম্পৰ্ক অৱশ্যে নাছিল- ই এক সম্পূৰ্ণ পৃথক চিন্তা।

সিটো কোঠাত থকা স্কটছ্ ডেকাজনৰ কাণত নপৰাকৈ মাকে লাহেকৈ ক'লে 'আমি এটা ভুল কৰিলোঁ।' 'আজি ৰাতি তুমি ইয়াত কাম কৰিব নেলাগিছিল। তেখেতে সেইটো ভাল নেপাবও পাৰে। আপোন ভাব কৰি আমাক গ্ৰহণ কৰিলেও তুমি ইয়াত কাম কৰিছিলা বুলি পিছত হ'লেও গম পালে চহৰ খনৰ মেয়ৰ হিচাপে কথাটো সহজ ভাবে ল'ব নোৱাৰিব। বেজাৰ পোৱাৰ উপৰিও তেখেতৰ সন্মানো হানি হ'ব।'

তেখেতৰ লগত থকা প্ৰকৃত সম্বন্ধটো জনা হ'লে এলিজাবেথ জেনে মাকতকৈও বেছি চিন্তিত হ'লহেতেঁন। পিছে নজনাৰ হেতুকে সেইবোৰ চিন্তাই তাইক সিমান আমনি নকৰিলে। তাইৰ কাৰণে তেখেত আন এজন মানুহ মাত্ৰ। 'সেই

মানুহজনৰ আলপৈচান ধৰাটো কিবা বেয়া কাম হৈছে বুলি মই হ'লে ভবা নাই। হোটেলটোৰ আন মানুহবোৰতকৈ তেখেত বহুত মৰ্যাদা সম্পন্ন আৰু শিক্ষিত। ইয়াৰ মানুহবোৰে তেখেতক অজলা বুলি ভাবি মুখত যিহকে আহিছিল তাকে কৈ পেলালাই কৰিলে। অচিনাকি মানুহ এজনৰ আগত কিছুমান অশোভনীয় কথাও ক'লে। সেইবোৰ মুকলি কৈ কোৱা কথা নাছিল। তেওঁ পিছে সেইবোৰৰ অৰ্থ একোকে বুজি নেপালে। তেওঁৰ দৰে নিৰ্মল চৰিত্ৰৰ মানুহ এজনৰ কাৰণে সেইবোৰ বুজা সম্ভৱো নহয়', তাই আন্তৰিকতাৰে সৈতে মাকক কথাখিনি বুজালে।

মাকে 'তেখেত' বুলি উচ্চাৰণ কৰি থকা লোকজন গুচি গ'লগৈ বুলি ভাবিছিল যদিও তেখেত কিন্তু বৰ দূৰৈলৈ যোৱাগৈ নাছিল। শ্ৰী মেৰিনাৰ্চ এৰাৰ পিছত তেওঁ ঘাই আলিটোত উঠি এবাৰ ইফালে এবাৰ সিফালে অহা যোৱা কৰি হোটেলটোৰ আশে পাশে ঘুৰি আছিল। স্কটছ্ ডেকাজনৰ গীতৰ সুৰ হোটেলটোৰ খিৰিকীবোৰৰ ওপৰত থকা হৃদপিণ্ড আকাৰৰ বিন্ধাবোৰেদি ভাঁহি আহি তেওঁৰ কাণত পৰাৰ পিছত তেওঁ আৰু সেই ঠাই এৰি যাব নোৱাৰিলে।

'কোঁনো সন্দেহেই নাই', মানুহজনে মোক বৰ বেয়াকৈ আকৰ্ষণ কৰিছে', তেওঁ নিজকে নিজেই ক'লে। 'মই নিজে অকলশৰীয়া মানুহ, মোকনো বেছিকৈ কেলৈ! তেওঁক মোৰ ব্যৱসায়ৰ এক তৃতীয়াংশ দিলে নিশ্চয় তেওঁ মোৰ ব্যৱসায়ৰ লগত জড়িত হবলৈ মান্তি হ'ব।'

## নৱম অধ্যায়

পিছদিনা ৰাতিপুৱা শুই উঠি খিৰিকীখন খুলি তাই মূৰটো বাহিৰলৈ উলিয়াই চাৰিও পিনে চকু ফুৰালে। দূৰ দুৰণিৰ সৰু গাও এখনত অনুভৱ কৰাৰ দৰেই তাই শৰৎ কালৰ আগমনৰ পূৰ্বাভাস পালে। গাওঁৰ লগত কেষ্টাৰব্ৰীজৰ পৰিবেশ ভালেখিনি মিজাব পাৰি। ইয়াক চহৰৰ বিপৰীত নুবুলি পৰিপূৰক বুলিহে ক'ব পৰা যায়। ইয়াৰ উচ্চ অঞ্চলত থকা মৌ- মাখি আৰু পখিলাবোৰে মৌ আহৰণ কৰিবৰ কাৰণে নামনিৰ অকোৱা পকোৱা বাটেৰে নাহি চহৰৰ ঘাই আলিবাটৰ বহু ওপৰেৰে পোনে পোনে উৰি যাওঁতে ততকে ধৰিব নোৱাৰে যে সিহঁতে বিচিত্ৰ অঞ্চল এটা ভ্ৰমণ কৰিলে। শৰৎ কালৰ বিৰ্-বিৰ্ ৰতাহত কমোৱা তুলাৰ দৰে উৰি ফুৰা বিভিন্ন গছৰ শুকান গুটিবোৰে বায়ুমণ্ডলত ওপঙি ওপঙি আহি আলিৰ কাষৰ খাৱৈ বোৰত জমা হৈছিলহি। হালধীয়া আৰু পিঙল বৰণৰ তলসৰা গছৰ পাতবোৰে সাধাৰণ বাসিন্দা সকলৰ ঘৰৰ আগৰ পকী ঠাইবোৰত জমা হৈ হৈ এখন চামনিৰ আকাৰ লৈছিল। ভয়াতুৰ অভ্যাগতে সন্মুখৰ পোন বাটে নাহি চুচুক চাম্মাককৈ পিছ বাটে

আছি ঘৰ সোমোৱাৰ দৰে দ'ম হৈ থকা গছৰ শুকান পাতবোৰেও দুৱাৰ ডলিৰ তলেৰে ভিতৰ সোমাই মজিয়া পাইছিলহি।

তেনেই ওচৰতে মানুহৰ মাত শুনি তাই মুৰটো খিৰিকীখনৰ ভিতৰলৈ সুমুৱালে। বাহিৰত হেনচাৰ্ডকো বৈ থকা দেখা পালে। তেওঁৰ গাত তেতিয়া সম্ভ্ৰান্ত ব্যক্তি এজনে সাধাৰণতে পৰিধান কৰা সাজ পোছাক নাছিল। ব্যৱসায়ত সাফল্য অৰ্জন কৰা এজন চহকী লোকৰ দৰেহে তেওঁ আলিবাটটোৰ মাজত থিয় দি আছিল। স্কটছ্ দেশীয় ডেকাজনে তাইৰ ওচৰতে থকা আন এখন খিৰিকীৰে তললৈ কিছুপৰ চোৱাৰ পিছতহে হোটেলটোৰ পৰা কিছু দূৰৈত আগদিনা সন্ধ্যা চিনাকি হোৱা মানুহজন দেখা পালে। তেখেত কিছু ওচৰ চাপি অহা দেখি ডোন্যাল্ড ফাৰফ্ৰেই খিৰিকীখন বহলকৈ মেলি দিলে। 'অলপ পিছতে যাবাগৈ তেনেহ'লে', হেনচাৰ্ডে ওপৰ মূৰাকৈ চাই ক'লে। 'এই যাওৱেই আৰু। গাড়ীখন মোৰ পিছে পিছে আহি লগ নধৰে মানে মই খোজ কাটিয়েই গৈ থাকিম।'

'কোন পিনে যাবা?'

'আপুনি যি মুৱা হৈ গৈ আছে।'

'তেন্তে চহৰখনৰ পাহাৰীয়া অংশৰ টিঙটো নোপোৱালৈকে আমি দুয়ো খোজকাটি গৈ থাকিব পাৰিম।'

'মাত্ৰ একমিনিট সময় ৰ'বলৈ যদি আপুনি বেয়া নেপায়,' স্কটছ্জনে ক'লে।

কেইমিনিটমানৰ পিছত হাতত বেগ এটা লৈ মানুহজন নামি আহিল। তেওঁৰ হাতত থকা বেগটোক হেনচাৰ্ডে শত্ৰু স্বৰূপেহে গণ্য কৰিলে। মানুহজন যে যাবগৈ সেইটো সন্দেহ কৰিবলৈ আৰু একো নাথাকিল। 'জানো, ডেকাজনেনো কি কামটো কৰিবলৈ ওলাইছে,' তেওঁ ক'লে, 'মোৰ লগত থাকি যাব লাগিছিল, হয়নে নহয় বাৰু।'

'হয়, আপুনি ঠিকেই কৈছে, সেইটো জ্ঞানী মানুহৰ কাম হ'লহেতেঁন।' দূৰ দূৰণিত অৱস্থিত ঘৰবোৰ অনুবীক্ষণ যন্ত্ৰ এটাৰেহে নিৰীক্ষণ কৰি থকা যেন কৰি তেওঁ ক'লে, 'সচাঁ কথা ক'বগৈ গ'লে মই চিন্তা কৰি থকা আচনিখনে এতিয়াও এটা নিশ্চিত ৰূপ লোৱা নাই।'

ইতিমধ্যে হোটেলটোৰ চৌহদ পাৰ হোৱাত তেওঁলোকৰ মাজত হোৱা কথাবাৰ্তাবোৰ আৰু এলিজাবেথ-জেনে শুনি নোপোৱা হ'লগৈ। তাই মন কৰিছিল যে মানুহ দুজনে কথা পাতিয়েই গৈ আছিল। হেনচাৰ্ডে মাজে মাজে তেওঁৰ পিনে মুখ কৰি অঙ্গী-ভঙ্গী দেখুৱাই কিবা বুজাবলৈ যত্ন কৰি গৈছিল। এইদৰে আহি তেওঁলোকে কিংছ আৰ্ম হোটেল, মাৰ্কেট হাউচ, চেন্ট পিটাৰ্চ চাৰ্চৰ দেৱালখনো পাৰ হৈ গোন দীঘল আলিটোৰ ওখ অংশটোৰ পিনে আগবাঢ়ি গৈ থাকিল। লাহে লাহে

তেওঁলোক দুজন দুটা ক্ষুদ্ৰ শস্যৰ গুটিৰ দৰে হৈ অৱশেষত দৃষ্টিৰ অগোচৰ হৈ গ'লগৈ।

'মানুহজন কিমান ভাল আছিল আৰু তেওঁ ও গুচি গ'লগৈ,' তাই বেজাৰ কৰি নিজকে নিজেই ক'লে, 'তেওঁতো মোৰ কোনো আত্মীয় নাছিল, গতিকেই মোক তেওঁ মাত লগাই থৈ যোৱাৰ একো আৱশ্যকো বোধ নকৰিলে।'

তাইৰ মনটো কিছু উদাস হৈ পৰিছিল। তাৰোপৰি, আন এটা অন্তৰ্নিহিত হৈ থকা ভাবো তাইৰ মনলৈ নহাকৈ থকা নাছিল। তেওঁ তাইক মাত এবাৰো নিদি অৱজ্ঞা কৰিলে বুলি ভাবিবলৈ তাই কিছু কাৰণ বিচাৰি নোপোৱাকৈ থকা নাছিল। কেইটামান সৰু সৰু ঘটনাইহে তাইৰ মনত তেনে এটা ভাব জগাইছিল। মানুহজনে দুৱাৰ খন মেলি ওলাই যাবৰ সময়ত তাইক দেখা পাইছিল কিন্তু হাঁহি এটা নেমাৰিলে আৰু শব্দ এটাও উচ্চাৰণ নকৰি মুৰটো আন পিনে ঘূৰাই গুচি গ'লগৈ। খিৰিকীখনৰ ওচৰৰ পৰা তাই নিজৰ কোঠাটোলৈ সোমাই আহিল আৰু মাকক চিন্তিত দেখি সুধিলেহি, 'মা, এতিয়াও তুমি কিবা ভাবি আছা?'

'হেনচাৰ্ডে সেই ডেকা মানুহজনক হঠাতে ইমান বেছি অন্তৰঙ্গ কৈ ভাল পোৱাৰ কথাটোকে ভাবি আছোঁ। তেওঁ সদায় তেনেকুৱাই। আৰু ভাবিছোঁ যিজন লোকে নিলগীয়া এজনকো ইমান আঁপোন কৰি ল'ব পাৰে সেইজন মানুহে বাৰু নিজৰ ওচৰ সম্বন্ধীয়া এজনক আকোৱালি নল'বনে?'

দুয়ো এনেদৰে কথা পাতি থাকোঁতেই তেওঁলোকৰ খিৰিকী খনৰ সমান ওখলৈ বোজাই কৰা গাড়ী পাঁচখন পাৰ হৈ যোৱা দেখিলে। গাড়ী কেইখন গাওঁৰ পিনৰ পৰা অহা আৰু ধোঁৱা কেইটাই ফোপাই থকাৰ পৰাই অনুমান হৈছিল যে ৰাতিটোৰ সৰহভাগেই সম্ভৱ গাড়ী কেইখন চলি আহি আছিল। প্ৰতিখন গাড়ীৰ শলখাত ওলোমাই থোৱা নামফলিত লিখা আছিল 'হেনচাৰ্ড, শস্য আৰু ঘাঁহৰ ব্যৱসায়ী।' এই দৃশ্যটো দেখাৰ পিছত তেওঁ সিদ্ধান্ত ল'লে যে যিকোনো উপায়েৰেই নহওঁক কিয় অন্ততঃ ছোৱালীজনীৰ কাৰণেই তেওঁ মানুহজনৰ লগত পুনৰ মিলনৰ কাৰণে চেষ্টা চলাব।

ৰাতিপুৱা আহাৰ কৰাৰ সমযতো এই বিষয়টো লৈ চিন্তা ভাবনা চলিল। শেষত তেওঁ এইটোৱেই ঠিৰাং কৰিলেগৈ যে যিয়েই নহওক কিয় এলিজাবেথ জেনৰ যোগেদি তেওঁ হেনচাৰ্ডলৈ বাৰ্তা এটি পঠিয়াই জনাব যে নাবিকজনৰ বিধৱা পত্নী চুচান হেনচাৰ্ড আহি চহৰখনতে আছেহি আৰু তেওঁক তেখেতে স্বীকৃতি দিবলৈ ইচ্ছুক নেকি? সিদ্ধান্তটো সম্পূৰ্ণৰূপে তেখেতলৈ এৰি দিয়া হ'ব। দুটা মান কথা ভাবি গুণিহে তেওঁ এনে কৰিবলৈ আগবাঢ়িছিল। তেখেতে সেই সময়লৈকে এজন অকলশৰীয়া বৰলা হৈয়েই আছিল আৰু অতীতৰ কাৰ্যৰ কাৰণে অনুতপ্ত বুলি

প্ৰকাশ কৰিছিল। এই দুয়োটা কথাৰ পৰাই তেওঁৰ মনত আশাৰ সঞ্চাৰ হৈছিল।

এলিজাবেথ জেনে মূৰৰ কাপোৰখন ঠিক ঠাক কৰি যাবলৈ সাজু হোৱাৰ সময়তে মাকে ক'লে 'তেখেত যদি মান্তি নহয় আৰু ভাবে যে চহৰখনত এক বিশেষ স্থান অধিকাৰ কৰি থকাৰ সময়ত তেখেতে আমাৰ নিচিনা সাধাৰণ মানুহক ওচৰ সম্পৰ্কীয় বুলি স্বীকাৰ কৰিব নোৱাৰিব, তেন্তে তাৰ উত্তৰ হিচাপে তুমি কবা "তেনেকুৱা পৰিস্থিতিৰ উদ্ভৱ হলে আমি অনধিকাৰ প্ৰৱেশ নকৰোঁ, চাৰ। আনে গম নোপোৱাকৈ কেষ্টাৰব্ৰীজ চহৰখন এৰি আমি নিজৰ গাৱঁলৈ গুচি যামগৈ।" মই প্ৰায় নিশ্চিত যে তেওঁ তেনেকৈয়েই ক'ব কাৰণ আজি বহুত দিন ধৰি তেওঁৰ লগত মোৰ কোনো সম্পৰ্কই নাই। আমাৰ দুয়োৰো মাজত একেবাৰে মিলো মই দেখা পোৱা নাই।'

'তেওঁ যদি মান্তি হয়?' আশাবাদী ছোৱালীজনীয়ে সুধিলে। 'তেতিয়া হলে,' মিচেচ হেনচাৰ্ডে ধীৰ স্থিৰ ভাবে ক'লে, 'তেখেতে মোক ক'ত কেনেকৈ লগ পালে সুবিধা হব সেইটো জনাই দুশাৰীমান আখৰ লিখি মোক জনাবলৈ ক'বা।'

এলিজাবেথ জেনে চিৰিটোৰ পিনে দুখোজমান দিওঁতেই মাকে আকৌ ক'লে, 'তেখেতক তুমি বুজাই ক'বা যে তেখেতৰ ওপৰত মোৰ কোনো ধৰণৰ অধিকাৰ নাই, আৰু এই কথাটোও ক'বলৈ নেপাহৰিবা যে তেখেতৰ উন্নতি হোৱা দেখি মই আনন্দিত হৈছোঁ। তেখেত সুখী আৰু দীৰ্ঘায়ু হোৱাৰ কামনা কৰোঁ বুলিও ক'বা। এতিয়ালৈ ইমানেই, তুমি যোৱা তেনেহলে।'

এনে এটা কাম কৰিবৰ কাৰণে মানুহগৰাকী বৰ বেছি আগ্ৰহী নাছিল, তথাপিও স্পৰ্শকাতৰ কোমল হৃদয়ৰ মানুহ গৰাকীয়ে আগৰ সকলোবোৰ কথা মনৰ পৰা আঁতৰাই নিজৰ উদ্দেশ্যটো সিদ্ধিৰ কাৰণে জীয়েকক প্ৰেৰণ কৰিলে। আনফালে বেচেৰী ছোৱালীজনীয়ে প্ৰকৃত কথাৰ একো ভূকে নাপালে।

সেইদিনা হাটবাৰ। সময় দহমান বাজিছিল। এলিজাবেথ জেনে ঘাঁই আলিটোৰে লাহে লাহে খোজ পেলাই গৈ আছিল। লৰা ল'ৰি কৰিবলগীয়া একোৱেই নাছিল। এজনী দুখীয়া অৱস্থাৰ আত্মীয়াই চহকী এগৰাকীৰ ঘৰ বিচাৰি উলিওৱাহে তাইৰ একমাত্ৰ কাম। শৰৎ কালৰ গৰম দিনটোত শান্ত প্ৰকৃতিৰ প্ৰায়বোৰ গৃহস্থয়েই ঘৰৰ সন্মুখৰ দুৱাৰ খুলি থৈছিল, যদিও ছাতি চোৰৰ ভয় তেনে সময়তে থাকে। ঘৰৰ ভিতৰলৈকে খুলি থোৱা দুৱাৰবোৰ একোটা সুৰঙ্গ যেনহে দেখি। সেইপিনে গোনে গোনে চালে পিছফালে শিলত গজা সেউজীয়া শেলুৱৈবোৰ আৰু বিভিন্ন ফুলেৰে শোভিত ফুলনিবোৰ দেখিবলৈ পোৱা গৈছিল। সেই সময়ত ফুলি থকা ফুলবোৰ আছিল নাষ্টাৰচিয়াম, ফুক্সিয়াচ, বেঙুনীয়া জিৰেণীয়াম, ব্লাডী বাৰিয়ৰ্ছ, স্নেপ-ড্ৰেগনছ আৰু ডালিয়া ইত্যাদি। বিভিন্ন ৰঙৰ ফুলৰ জেউতিয়ে ফুলনিবোৰ সুশোভিত কৰি

ৰাখিছিল। আলিৰ কাষত দেখা এনে মনমোহা দৃশ্যৰ উপৰিও কেষ্টাৰব্ৰীজৰ দূৰ দূৰণিত থকা ধূসৰ বৰণৰ শিলৰ উপৰিভাগত খোদিত কাৰুকাৰ্য্যই সোণত যেন সুৱগাহে চৰাইছিল।

ঘৰবোৰৰ সন্মুখবোৰ পুৰণি ধৰণৰ আৰু পিছফালবোৰ তাতোকৈও পুৰণি। খোজকাঢ়ি মানুহ অহাযোৱা কৰিবৰ কাৰণে থকা পকী পদপথৰ একেবাৰে গাতে লগাই ওখকৈ সাজিছিল মানুহৰ ঘৰৰ বেৰাবোৰ। ঘনে ঘনে থকা মানুহৰ ঘৰৰ খিৰিকীবোৰে পথচাৰী সকলক বাধাহীন ভাবে খোজ কঢ়াত অসুবিধা কৰিছিল। সময়ৰ জোৰা মাৰিবলৈ সেইবোৰ অতিক্ৰম কৰি যাওঁতে তেওঁলোকে ঘনে ঘনে এবাৰ ইফাল এবাৰ সিফাল কৰিবলগীয়া হয়। ফলত তেওঁলোকে নৃত্য কৰি গৈ থকা যেনহে দেখি। ইয়াৰ উপৰিও মানুহৰ ঘৰৰ পদুলিমুখ বোৰত খেলিমেলি হৈ পৰি থকা ভঙা চিঙা পেলনীয়া বস্তুবোৰৰ দ'ম। ঘৰৰ তল খলপাবোৰ শস্য ৰখা ভৰাঁল। গীৰ্জা ঘৰৰ ঢলি পৰা পকাৰ দেৱালবোৰত ঠায়ে ঠায়ে ঢোকা দি থোৱা। তাৰোপৰি পকাৰ ঘৰবোৰ ধুনীয়া দেখিবৰ কাৰণে আগলৈ উলিয়াই দিয়া সাজাবোৰৰ একো একোটা অংশই নতুন অৱস্থাত মানুহ অহাযোৱা কৰাত বাধাৰ সৃষ্টি কৰা নাছিল যদিও সময়ৰ সোঁতত আঠুভগা মানুহৰ দৰে হলি অহাত সেইবোৰ পথিক সকলে অতি কৌশলপূৰ্ণ নাচোনৰ ভঙ্গীমা উদ্ভাৱন কৰিহে পাৰ হ'ব লগীয়া হৈছিল।

এনেবোৰ স্থায়ী ধৰণৰ বাধা থকাৰ উপৰিও বাটত পৰি থকা কিছুমান অস্থায়ৰ বস্তুৱেও মানুহক অহাযোৱা কৰাত বাধাৰ সৃষ্টি কৰিছিল। কিন্তু এচাম মানুহে হ'লে সেই কথা স্বীকাৰ নকৰে। তেওঁলোকে হৰ্ষোল্লাসে কৈছিল যে সেইবোৰে যাতায়তত কোনো বাধাৰতো সৃষ্টি কৰা নায়েই আনকি মানুহৰ মাজত সীমালৈও কোনো বিবাদ লগোৱা নাই। কেষ্টাৰব্ৰীজৰ ভিতৰে বাহিৰে থকা মালগাড়ী বোৰৰ কথা উল্লেখ নকৰি নোৱাৰি। সেইবোৰ মেলষ্টক, ৱেডাৰবাৰী, হিন্টক, চেৰাটন্ আবাচ, কিংছবেৰী, অভাৰ কম্বী আৰু ওচৰে পাজৰে থকা গাওঁ আৰু চহৰবোৰলৈ অহাযোৱা কৰে। গাড়ীৰ মালিক সকলৰ সংখ্যা সহজে লেখি উলিয়াব পৰা ধৰণৰ নহয়। তেওঁলোকৰ এটা স্বকীয় বিশিষ্টতাও আছিল। সেই কাৰণে তেওঁলোকক মাথোন এটা বেলেগ সমষ্টি বা জনগোষ্ঠী নুবুলি এটা জাতি বুলিয়েই ধৰিবলগীয়া হৈছিলগৈ। কিছুপৰ আগতে আহি পোৱা গাড়ীবোৰ আলিবাটৰ দুয়ো পাৰে শাৰী শাৰীকৈ ইখনৰ লগত সিখন লগাই থোৱা থাকে। মানুহ অহা যোৱা কৰা পকী পদ পথছোৱাত পথালিকৈ থোৱা গাড়ীবোৰে প্ৰতিবন্ধক হিচাপে থিয় দিয়ে। প্ৰতিখন গাড়ীয়েই একোটা হেন্তাৰ। ইয়াৰ উপৰিও সৰহভাগ দোকানৰ মালিকেই পকী পদপথটোৰ সিটো পাৰলৈকে পথালি কৈ কাঠ পাৰি তাৰ ওপৰত দোকানৰ বস্তু

প্ৰদৰ্শন কৰে। কাঠচটাৰ দুয়োটামূৰ সমানে থাকিবৰ কাৰণে আনটো মূৰে কিবা ঠেকা বা বাকচ আদি দি থয়। কাঠচটা প্ৰতি সপ্তাহতে অকণ অকণ কৈ যাঁই আলিটোৰ পিনে আগবাঢি গৈ থাকে। কনিষ্টবল জনৰ দাবী হুমকিবোৰ নুশুনা ভাও ধৰি তেওঁলোকে মানুহ চলাচল কৰা পকী পদ পথটো পাৰ কৰি যাই আলিটোকো ঠেকাই পেলোৱাত মালগাড়ী চালকসকলে অতি কৌশলপূৰ্ণ ভাবে লেকাম ডালৰ সদব্যৱহাৰ কৰি অকাই পকাই পাৰ হৈ আহিবলগীয়া হয়। তেনেদৰে আহি তেওঁলোকৰ দক্ষতা প্ৰতিপন্ন কৰিবলৈ সুবিধা এটাও পায়। ৰ'দ পৰি থকা বাটটোতে দোকান বোৰে পৰ্দাবোৰ আঁৰি থয় কাৰণে চলাচল কৰা মানুহৰ মূৰৰ টুপিত ঘনে ঘনে সেইবোৰে খুন্দা মাৰে। মূৰত খুন্দা লাগিলেই মানুহবোৰে ভাবে যে তেওঁলোকক কোনোবা অচিন হাতে থপৰিয়াই থৈ গ'ল। ক্ৰেমচ্‌টাউনচ গবলিন্ পেজৰ কল্পনা প্ৰসূত লোকগীতত তেনেকুৱা অশৰীৰী হাতৰ কথা উল্লেখ অৱশ্যে আছিল।

বিক্ৰী কৰিবৰ কাৰণে থোৱা যোঁৰাবোৰ শাৰী শাৰীকৈ বান্ধি থোৱা থাকে। সিহঁতৰ আগভৰি দুটা পদপথত আৰু পিছভৰি দুটা যাঁই আলিত। তেনে সময়ত লৰা ছোৱালী স্কুললৈ গ'লে যোঁৰাবোৰে সিহঁতৰ বাউসীত মুখেৰে চেপা একোটা নমৰাকৈ নেথাকে। কোনোবা এঘৰ মানুহে যদি আনবোৰক অনুসৰণ নকৰি দাঁতিত আওহতীযাকৈ অকণ ঠাই এৰে সেই কণ ঠাইও বেপাৰীবোৰে গাহৰিৰ গড়াল হিচাপে ব্যৱহাৰ নকৰি নাথাকে।

বজাৰ কৰিবলৈ অহা সাধাৰণ গাৱঁলীয়া মানুহ, খেতিয়ক, বেপাৰী, গুৱাল আৰু চহৰীয়া লোক সকলে কথাবোৰ মুখ ফুটাই নকৈ অন্য কিবা ধৰণেহে বুজায়। চহৰখনৰ এনেকুৱা ব্যৱসায় কেন্দ্ৰবোৰত হোৱা মানুহৰ কথা বাৰ্তাৰ ওৰ উলিয়াবকে নোৱাৰি কাৰণ মানুহবোৰে আনে বুজাকৈ ফুটাই একোকে নকয়। জিভাখনৰ লগতে হাত, মুখ, টুপি, লাঠি সকলো অঙ্গই সমানে ভাগ লয়।

কিনা বেচা কৰি কিবা একোটাহঁত কথাত সন্তোষ পালে কিবা এৱাৰ কোৱাৰ উপৰিও মুখখন মেলাহি কৰি চকুদুটা মুদি বাউসি কেঁইটা পিছলৈ নিয়াৰ অভ্যাস। আলিটোৰ সিপাৰে অলপ দূৰৈত থাকিলেও সেই দৃশ্যৰ অৰ্থ বুজিব পাৰি। কোনোবাই কিবা কথাত আশ্চৰ্য প্ৰকাশ কৰিলে নিচান এখনে কিবা এটা নিৰ্দিষ্ট অৰ্থ বুজুৱাৰ দৰে, গোল হৈ পৰা মুখখন আৰু চকু কেঁইটাই তেওঁৰ মনৰ ভাব প্ৰকাশ কৰে। সেইসময় খিনিত, বজাৰৰ কথাত তেওঁলোক ইমানেই মগ্ন থাকে যে ঘেৰ ঘেৰ শব্দ কৰি কাবেদি গৈ থকা হেনচাৰ্ডৰ গাড়ীবোৰলৈ ভ্ৰূক্ষেপেই নকৰে। কিবা আলোচনাত ব্যস্ত হ'লে হাতত থকা লাঠিডালৰ মূৰটোৰে কাষৰ বেৰখনত থকা শেলুৰৈবোৰ খুঁচি থাকে আৰু মূৰৰ টুপিটো একতীয়া কৰে। কিবা

কথাত বিৰক্ত হ'লে মানুহজন চাপৰি ভৰি কেইটা বহলাই মাজৰ অংশটো এটা গোল মিঠৈৰ লাড়ুৰ দৰে কৰে আৰু বেদনাত জৰ্জৰিত এজনৰ দৰে হাতদুখন কান্ধৰ পৰা আঙুলি মূৰলৈ মোকোটাই আনে। সকলোপিনৰ পৰাই সভ্যতাৰ মাপ কাঁঠিৰে জুখিব পৰা এই চহৰখনৰ আলিবাটত বৰকৈ ফাকিফুকা বা টেঙৰালিৰ স্থান নাছিল। শুনিবলৈ পোৱা গৈছিল যে ওচৰতে থকা ন্যায়ালয়টোৰ উকিল সকলে কাচিৎহে— তাকো পৰোপকাৰৰ উদ্দেশ্য মনত ৰাখিহে বিপক্ষৰ যুক্তি খণ্ডন কৰিবলৈ নিজ পক্ষৰ হকে চোকা কথাৰে যুক্তি দাঙি ধৰিছিল। (সেইটোও তেওঁলোকে কিবা অমঙ্গলীয়া দিনৰ অথন্তৰ বুলিহে গণ্য কৰিছিল।)

প্ৰায় সকলো ক্ষেত্ৰতেই কেষ্টাৰব্ৰীজ চহৰখন আশে পাশে থকা ঠাইবোৰৰ প্ৰাণকেন্দ্ৰ স্বৰূপ আছিল। মণ্ডলটোত থকা গাওঁবাসীবো সেইখনেই কেন্দ্ৰস্থল। আন আন শিল্প উদ্যোগ গঢ়ি উঠা নগৰবোৰতকৈ ভালেখিনি বেলেগ। সমতল অঞ্চলত পৰি থকা কটুৰ শিলৰ লগত কোমল সেউজীয়া ঘাঁহনি এডৰাৰ কোনো মিল নথকাৰ দৰে আন চহৰৰ লগত ইয়াৰ কোনো সামঞ্জস্য নাই। কেষ্টাৰব্ৰীজৰ মানুহে প্ৰধানকৈ খেতিৰ ওপৰত নিৰ্ভৰ কৰি জীৱিকা নিৰ্বাহ কৰে। চহৰখনৰ কাষেদি বৈ যোৱা জুৰিটোৱেই চহৰ আৰু গাওঁৰ মাজৰ একমাত্ৰ ব্যৱধান। গাৱঁৰ অৰ্থনীতিত কিবা ব্যতিক্ৰম ঘটিলে চহৰৰ মানুহৰ ওপৰতো ইয়াৰ প্ৰভাব পৰে কাৰণ গাৱঁলীয়া বনুৱা সকলৰ উপাৰ্জন কমিলে চহৰীয়া সকলো ক্ষতিগ্ৰস্ত হয়। সেই কাৰণেই তেওঁলোকৰ সুখ দুখ মাত্ৰ দহমাইল আতৰত বাস কৰা চহৰৰ সম্ভ্ৰান্ত লোকসকলকো স্পৰ্শ নকৰাকৈ নাথাকে। তেনে অৱস্থাত চহৰত আয়োজন কৰা নৈশ ভোজমেল বিলাকত, ব্যৱসায়ৰ লগত জড়িত পৰিয়ালবোৰে, গৰু মহৰ বেমাৰ, খেতি বাতি, শস্য সিঁচা, চপোৱা, জেওৰা জপনা, গছৰোপনৰ বিভিন্ন সমস্যাৰ বিষয়েহে আলোচনা কৰিছিল। সেই সময়ত ৰাজনীতিৰ আলোচনা বিলাকতো চহৰবাসী সকলে নিজৰ সা-সুবিধাবোৰৰ প্ৰতি আওকণীয়া মনোভাব লৈ গাওঁবাসীৰ সমস্যাবোৰকহে প্ৰাধান্য দিয়ে।

সেই অৰ্চনীয় কৌশলবোৰ দেখি এলিজাবেথ জেন অবাক হৈ গৈছিল। প্ৰচলিত ব্যৱস্থাবোৰৰ সাৰ্থক প্ৰয়োগ দেখি তাইৰ মনলৈ ফুৰ্তি নহাকৈও থকা নাছিল। তাই হ'ল সাগৰৰ পাৰৰ সৰু পঁজাত বহি মাছ ধৰিবৰ কাৰণে পুঙা লগোৱা জাল গুঁঠি ভাগৰ দীঘল হোৱা ছোৱালী। তাইৰ কাৰণে বজৰুৱা ঠাইখনৰ চহৰীয়া উত্তাৰনবোৰ কাহানিও নেদেখা অতি দুৰ্লভ দৃশ্য হৈ পৰিছিল। হেন্‌চাৰ্ডৰ ঘৰটোনো ক'ত, কোন পিনে যাব লাগিব, সেই বিষয়ে তাই কাকো একো সুধিবই লগীয়া হোৱা নাছিল। চহৰখনৰ ভিতৰত সেইটোৱেই আটাইতকৈ ভাল ঘৰ। ইয়াৰ পাতল বঙা আৰু ফুটচাই কৰাৰ পুৰণি ইটাবোৰ সন্মুখৰ পৰাই দেখা যায়। আন বোৰৰ দৰে হেন্‌চাৰ্ডৰ

ঘৰৰ সন্মুখৰ দুৱাৰখনো খোলা আছিল। খোলা দুৱাৰৰ মাজেৰে ভিতৰৰ ফুলনিখনকে ধৰি ডাঙৰ বাগিছাখনৰ সিটো মূৰলৈকে দেখা গৈছিল। দীঘে দীঘে চালে তিনি মাইল মান হ'ব।

মিষ্টাৰ হেনচাৰ্ড সেই সময়ত ঘৰৰ ভিতৰত নাছিল। শস্যৰ ভঁৰালটোৰ লগতে থকা চোতালখনতহে কিবা কামত ব্যস্ত আছিল। কোনোবা এজনে তাইক শেলুৰৈ ধৰি সেউজীয়া হৈ থকা বাগিছাখনৰ পিনে আগবঢাই নিলে। ঘৰ আৰু বাগিছাৰ মাজৰ পকা দেৱালখনত থকা দুৱাৰ খনেদি তাই পাৰ হৈ আহি বাগিছাখন পালেগৈ। পুৰণিকলীয়া ইটাৰ বেৰখনত মাৰি থোৱা গজালবোৰত মামৰ ধৰিছিল। ফলমূলৰ ঠানিবোৰ তললৈ হালি আহিব নোৱাৰাকৈ গজালত বান্ধি থোৱা। একোটা নিজৰ দিশত ঠানিবোৰ গত লগাই বান্ধি দিয়াত ফলৰ উৎপাদন বাঢ়িছিল। দুৱাৰখন পাৰ হলেই ভালেমান ঠাইজুৰি থকা চোতালখন পায়। তাতে শস্য ব'দত দিয়া, জৰাফুকা আৰু ওজন কৰা কাম চলে। তেখেতক বিচাৰি উলিয়াই লগ পাবৰ কাৰণে সেইখিনি ঠাইতে তাইক ৰ'বলৈ দিয়া হ'ল। ঘাঁহ খেৰ জমা কৰি থোৱা শাৰী শাৰী ভঁৰালবোৰ তাই দেখা পালে। হোটেলৰ খিৰিকীৰে তাই ৰাতিপুৱা দেখা পোৱা গাড়ীবোৰৰ পৰা সেই সময়ত ঘাঁহ খেৰ বোৰ নমাই থকা হৈছিল। খেৰবোৰ আঁটি আঁটি বান্ধি একোটা পোলা কৰি ভঁৰালত থৈ গৈছিল। আনটোফালে বৰ বৰ শিলৰ ওপৰত বহুৱাই সজা বিয়াগোম বিয়াগোম শস্যৰ ভঁৰালবোৰ দেখা পালে। ওখ আৰু কেবাটাও খলপ থকাৰ কাৰণে জখলাৰেহে তালৈ উঠিব পাৰি। দুৱাৰ খুলি থোৱা ভঁৰালবোৰৰ ভিতৰত কছি কছি বান্ধি দ'মাই থোৱা বস্তাবোৰ দেখিলে দুৰ্ভিক্ষৰ উপক্ৰম হৈছে বুলি মনলৈ শঙ্কা আহে। কিন্তু সেইবোৰ সংশয় একেবাৰে ভিত্তিহীন। তেখেতক বিচাৰি তাই ইফালে সিফালে কিছু ঘূৰিলে। যিটো উদ্দেশ্য লৈ তাই তেখেতক সাক্ষাৎ কৰিবলৈ আহিছিল সেইটো যে আহুকলীয়া সেইকথা তাইৰ জ্ঞান বুদ্ধিৰে বেছ বুজিছিল। ঘূৰা পকা কৰি ভাগৰ লাগিলত তাই কাম কৰা ল'ৰা এজনক সুধিলে যে হেনচাৰ্ডক ক'ত বিচাৰি পোৱা যাব। ল'ৰাজনে অফিচ এটাৰ পিনে তাইক বাট দেখুৱাই দিলে। সেই ঘৰটোৰ পিনে তাই মনেই কৰা নাছিল। তাই দুৱাৰখনত টক্-টকালেগৈ। তাৰ প্ৰত্যুত্তৰত 'ভিতৰলৈ সোমাই আঁহা,' বুলি মাত এষাৰ তাই শুনিবলৈ পালে।

এলিজাবেথে দুৱাৰখনৰ হেণ্ডেলডাল পকাই খুলিবলৈ চেষ্টা কৰিলে। দুৱাৰখন খোল খোৱা মাত্ৰকে এজন মানুহে তললৈ মূৰ কৰি টেবুলত থকা বেগৰ পৰা হাতত এমুঠি শস্য লৈ পৰীক্ষা কৰি থকা তাই দেখা পালে। কিন্তু তাইৰ সন্মুখৰ মানুহজন শস্য ব্যৱসায়ী জন নহয়। ইখন হাতৰ পৰা সিখন হাতলৈ নি শস্য পৰীক্ষা কৰি থকা জন হোটেলত দেখা মিষ্টাৰ ফাৰফ্ৰেহে, সেই স্কটছদেশীয় যুৱকজন।

তেওঁৰ টুপিটো কাঠৰ কিম্বা খোপ এটাত ওলোমাই থোৱা আছিল আৰু নোমাল বেগটোত থকা গোলাপৰ ছবিটো কোঠাটোৰ কোনোবা এটা কোণত তাই স্পষ্টভাৱে দেখা পালে।

মনৰ প্ৰৱণতা সামৰিব পাৰিলে যদিও হেনচাৰ্ডক দেখা পোৱা মাত্ৰকে কি বুলিনো আৰম্ভ কৰিব তাকে চিন্তা কৰি আছি থকা ছোৱালীজনী ক্ষন্তেকৰ কাৰণে হ'লেও অপ্ৰস্তুত হ'ল।

'ও, কি লাগে?' তাত নিগাজীভাৱে কতৃত্ব চলোৱা লোক এজনৰ দৰে তেওঁ সুধিলে।

তাই কলে যে তাই মিষ্টাৰ হেনচাৰ্ডক দেখা কৰিবলৈ আহিছে। 'অ হ'ব বাৰু, তুমি ক্ষন্তেক ইয়াতে অপেক্ষা কৰিব পাৰিবানে? তেখেত অলপ ব্যস্ত আছে,' ডেকামানুহ জনে ক'লে। অতিথিশালাত দেখা ছোৱালীজনীয়েই বুলি তেওঁ যে ধৰিব পৰা নাছিল সেই কথা ফটফটীয়াকৈ ওলাই পৰিছিল। তাইক বহিবলৈ চকী এখন আগবঢ়াই দি তেওঁ আকৌ শস্যৰ নমুনা পৰীক্ষা কৰাত লাগি গ'ল। হেনচাৰ্ডক লগ পাবৰ কাৰণে বহি থকা অৱস্থাত তাই ভাবিবলৈ ধৰিলে যে সেই ডেকা মানুহজননো কেনেকৈ তাত উপস্থিত হ'লহি। তেওঁনো কেনেকৈ আহি সেইখিনি পালেহি সেই কথা চমুকৈ হ'লেও জনা দৰকাৰ।

নতুনকৈ চিনাকি হোৱা মানুহজন সেইদিনা ৰাতিপুৱা বাথ আৰু বৃষ্টলটল যোৱা বাটটোৰেদি আহি এটা সময়ত দৃষ্টিৰ অগোচৰ হৈ পৰিছিল। নগৰখনৰ সীমাত থকা বেৰখনৰ কাষেদি তললৈ নামি যোৱা স্বক্ৰাক নামৰ আলিটো নোপোৱালৈকে তেওঁলোক দুজনৰ মাজত বিশেষ একো কথাবাৰ্তাও হোৱা নাছিল। সেই আলিটোৱে কিছুদূৰ আগুৱালে উত্তৰ আৰু পশ্চিম পিনৰ পৰা আহি কোণাকুণিকৈ লগ হোৱা থিয় গৰাডোখৰৰ ওচৰ পাইগৈ। ইয়াতে থকা মাটিৰ চাৰিকোণীয়া ওখ ঠাই ডোখৰৰ পৰা কাষৰ গাওঁবোৰৰ বৃহৎ অংশবোৰ দেখা পোৱা যায়। এটা থিয় পদপথ সেউজীয়া ঘাঁহনিৰ মাজেৰে নামি তলৰ উদ্যান এখনলৈ গৈছিল। গছৰ ছাঁ পৰি জুৰ হৈ থকা উদ্যানখনৰ দেৱালৰ কাষেৰে যোৱা পথ প্ৰদৰ্শক আলিটোৰ নামনি অংশটো ভগা চিগা। তাৰ পিছত আৰম্ভ হোৱা আলিটোৱে স্কটচ্ ডেকাজন তললৈ নামি গুচি যাবগৈ। তাতে তেওঁলোকৰ এৰা এৰি হোৱাৰ কথা।

'বেছ ভাল কথা, জীৱনত তুমি উন্নতি কৰা', হেলনীয়া ঠাই ডোখৰত মানুহ পিচলি পৰি নাযাবৰ কাৰণে পুতি থোৱা খুঁটি এটাত বাওঁহাতখনেৰে ধৰি সোঁহাতখন আগবঢ়াই দিলে। হেনচাৰ্ডে মনৰ বাঞ্ছা পূৰণ কৰিব নোৱাৰি পৰাজিত লোক এজনৰ দৰে অপ্ৰকৃতিস্থ হৈ ক'লে, 'মই তোমাক সহজে পাহৰিব নোৱাৰিম। তুমি আহি ওলোৱাত মোৰ সমস্যাটোৰ সমাধানৰ উপাই এটা পাইছিলোঁ বুলি ভাবিছিলোঁ।'

মানুহজনৰ হাতখন তথাপিও এৰি নিদি অন্তৰ, উবুৰিয়াই শেষ বাক্যষাৰ অবশেষত প্ৰয়োগ কৰিলেগে। 'যথা সময়ত শব্দ এটা প্ৰয়োগ কৰিবলৈ অসমৰ্থ হৈ ভাল উদ্দেশ্য এটাৰ বিঘিনি হ্বলৈ এৰি দিয়া মানুহ মই নহওঁ। চিৰদিনৰ কাৰণে মোৰ পৰা বিদায় লোৱাৰ আগতে দুটা মান কথা কওঁ শুনা। তুমি ইয়াতে থাকি যোৱাটো মই বৰ বাঞ্ছা কৰোঁ, থাকি যাবানে বাৰু? মই একেবাৰে গোনগটীয়া ভাবে খোলা খুলিকৈ সুধিছোঁ, তোমাক। অকল মোৰ স্বাৰ্থৰ খাতিৰতে মই ইমান জোৰ দি থকা নাই। সচাঁ কথা কবলৈ গ'লে মোৰ ব্যৱসায়টো সুচাৰুৰূপে আৰু বিজ্ঞান সম্মত ভাবে চলাই থাকিবলৈ বৰ বেছি মেধা সম্পন্ন লোকৰ প্ৰয়োজনো নাই। আন এজন মানুহেও মোৰ কামবোৰ নিয়াৰিকৈ চলাব নোৱাৰা ধৰণৰো নহয়। তথাপিও তুমি হ'লে মোৰ আন ব্যক্তিগত স্বাৰ্থ এটাও পুৰণ হয়। —কি লাগে তুমি মোক খোলাখুলিকৈ কোৱা— তোমাৰ চৰ্তবোৰ মোক জনোৱা —হাঁহি মুখে মই তাত সম্মতি জনাম, সেইবোৰৰ একোতে মই আপত্তি নকৰোঁ। ইয়াৰ একমাত্ৰ কাৰণ যে মই তোমাক মোৰ এজন অন্তৰঙ্গ বন্ধু হিচাবে ভাল পাই পেলাইছোঁ। তোমাক এৰি মই থকিবই নোৱাৰিম', হেনচাৰ্ডৰ হাতৰ মাজতে ডেকাজনৰ হাতখন থৰ লাগি ৰ'ল। তলৰ পিনে থকা বিস্তাৰিত ভূমি খণ্ড লৈ তেওঁ চকু ফুৰালে। মনৰ কিঞ্চিৎ পৰিবৰ্ত্তন হোৱাত দুয়ো পিছুৱাই আহি নগৰখনৰ সীমাত থকা পাহাৰটোৰ শীৰ্ষ বিন্দুটোত থিয় দিলেহি। সেই সময়ত তেওঁৰ মুখখন ৰঙা পৰি যোৱা দেখা গৈছিল।

'এনেকুৱা পৰিস্থিতিত পৰিম বুলি মই সপোনতো ভবা নাছিলো আপোনাক নকৈছো, মই কেতিয়াও ভবা নাছিলোঁ,' তেওঁ ক'লে। এইটো কপালৰ লিখন বুলিয়েই মানি লৈছোঁ। ইমানৰ পিছত জানো কোনোবা মানুহে অসম্মতি প্ৰকাশ কৰা উচিত? নাই, মই আৰু আমেৰিকালৈ যোৱাটো বাদ দিলোঁ, মই ইয়াতে থাকি যাম আৰু আপোনাৰ লগতে কাম কৰিম।'

হেনচাৰ্ডৰ হাতৰ মাজতে সোমাই থকা তেওঁৰ নিস্প্ৰাণ হাতখন মুঠিৰ পৰা এৰাই নিজ অৱস্থা পালেহি।

'হৈ গ'ল তেনেহ'লে' হেনচাৰ্ডে ক'লে।

'ও হৈ গ'ল', ডোন্যাল্ড ফাৰফ্ৰেই ক'লে।

আনন্দত হেনচাৰ্ডৰ মুখখন প্ৰচণ্ড বিজুলীৰ পোহৰত উজলি উঠাৰ দৰে হ'ল। 'আজিৰ পৰা তুমি মোৰ বন্ধু হ'লা', চৰম আবেগত তেওঁৰ মুখৰ পৰা স্বতঃস্ফূৰ্ত ভাবে কথাষাৰ ওলাই আহিল। 'ঘৰলৈ গৈ আমাৰ দুয়োৰো মাজত কোনো ধৰণৰ খুদুৰনি নথকাকৈ চৰ্তবোৰ পৰিষ্কাৰ কৰি লওঁগৈ ব'লা।' ফাৰফ্ৰেই বেগটো কান্ধত ওলোমাই ল'লে। যি বাটে আহিছিল তেওঁলোক দুয়ো সেইবাটেই উভতি

আহি নৰ্থ- ষ্ট্ৰেট এভিনিউ পালেহি। হেনচাৰ্ডৰ হেৰোই যাব খোজা আত্মবিশ্বাস পুনৰ ঘূৰি আহিবলৈ ধৰিলে।

'আনক আদৰ কৰিব নজনালৈকে মই এই পৃথিৱীখনক প্ৰকৃততে চিনিকে পোৱা নাছিলোঁ। কোনেও নজনা কোনেও নুশুনা দূৰ দূৰণিৰ কোনোবা চুক এটাত মই যেন লুকাইহে আছিলোঁ। এবাৰ তাৰ পৰা ওলাই আহি এজনক নিজৰ বুলি ভাবি ল'লে কিন্তু তেওঁক একেবাৰে আপোন কৰি মই বুকুৰ মাজতে সুমুৱাই লওঁ। তেওঁক আৰু মই এৰি নিদিওঁ। ইমান ৰাতিপুৱাই তুমি নিশ্চয় ব্ৰেকফাষ্ট কৰা নাছিলা। হোটেলখনত খাবলৈ দিবলৈ কিবা ভাল বস্তু আছিলেইনে নাই বা। মোৰ বোধেৰে তেওঁলোকৰ একো যোগাৰ নাছিল। গতিকে এতিয়া ব'লা, আমাৰ ঘৰলৈকে গৈ আনন্দমনেৰে গধুৰ কিবা অলপ খাই বৈ আমাৰ চৰ্তবোৰ সামৰি চুক্তি পত্ৰ এখন কৰি কথাবোৰ পকা কৰি লওঁগৈ। অৱশ্যে তোমাৰ যদি মোৰ ওপৰত বিশ্বাস আছে তেন্তে মোৰ বাক্যকে এখন চুক্তি বুলি ধৰিব পাৰা। তাৰোপৰি শুনা, মোৰ ঘৰত ৰাতিপুৱাৰ আহাৰ বৰ সুন্দৰকৈ প্ৰস্তুত হয়। এতিয়া উৎকৃষ্ট পাৰ চৰাইৰ মাংসৰে পুৰ দিয়া কোমল ৰুটি পাবা। আৰু তুমি ইচ্ছা কৰিলে ঘৰতে তৈয়াৰী কৰা ড্ৰিঙ্কছও অলপ কৰিব পাৰিবা।'

'ইমান ৰাতিপুৱাই সেইবিধ মুখত দিবৰ ইচ্ছা কৰা নাই', ফাৰফ্ৰেই হাঁহি মাৰি ক'লে।

'সোনকাল হৈ আছে হয়, সেইবিধ মুখত দিবৰ কাৰণে। সেইবোৰৰ আওভাও অৱশ্যে মই নেপাওঁ। ঈশ্বৰৰ নামত প্ৰতিজ্ঞা কৰি সেই বস্তুটো এৰিলোঁ। মোৰ কাম কৰা মানুহবোৰৰ কাৰণেহে ঘৰতে অলপ তৈয়াৰ কৰিবলৈ দিওঁ।'

এইদৰে কথাপাতি তেওঁলোক আহি ঘৰ পালেহি। পিছপিনে থকা গাড়ী সোমোৱাৰ বাটটোৰেদি হেনচাৰ্ড ঘৰৰ চৌহদৰ ভিতৰত সোমালহি। ৰাতিপুৱাৰ আহাৰৰ লগতে চুক্তিপত্ৰৰ চৰ্তবোৰও ঠিক হৈ গ'ল। ফাৰফ্ৰেই আৰু খাব নোৱাৰোঁ বুলি বাৰে বাৰে কোৱা স্বত্ত্বেও হেনচাৰ্ডে তেওঁৰ প্লেটত খোৱ বস্তু দিয়েই আছিল। ৰাক্ষসৰ দৰে হুতাশনীয়াকৈ খোৱাৰ অভ্যাস ফাৰফ্ৰেৰ নাছিল। খোৱা শেষ কৰি তেওঁৰ বস্তুবোৰ বৃষ্টলৰ পৰা কেষ্টাৰব্ৰীজলৈ পঠিয়াই দিবৰ কাৰণে চিঠি এখন পষ্ট অফিচত দি নহা পৰ্যন্ত হেনচাৰ্ডে শান্তি পোৱা নাছিল। সেই কামটোও হৈ উঠাত আবেগ প্ৰৱণ মানুহজনে জনাই দিলে যে তেওঁৰ নতুন বন্ধুজনে সুবিধাজনক ঘৰ এটা নোপোৱা পৰ্যন্ত দুয়ো একেলগে তেওঁৰ ঘৰতে থাকিব।

ইয়াৰ পিছত ফাৰফ্ৰেক লগতলৈ দৰকাৰী ঠাইবোৰ যেনে গুদাম ঘৰ, শস্য ৰখা ভঁৰাল ঘৰবোৰ দেখুৱাই আনি শেষত অফিচ ঘৰটো পোৱালেহি। এলিজাবেথ-জেনে ডেকাজনক তাতে দেখা পাই আচৰিতো হৈছিল।

# দশম অধ্যায়

তাই স্কটছ্ দেশৰ ডেকাজনৰ সন্মুখত বহি থকাৰ সময়তে আৰু এজন মানুহ আহি কোঠাটোত সোমাই দুৱাৰখনৰ পিনে আগবাঢ়িছিল। ঠিক সেই সময়তে এলিজাবেথক ভিতৰ সোমাবৰ কাৰণে হেনচাৰ্ডে দুৱাৰখন খুলি দিলে। বাইবেলত উল্লেখিত আখ্যানত পোৱা গৈছিল যে পবিত্ৰ পুখুৰী এটাৰ পানী খাই বিকলাঙ্গ সকল ভাল হৈ যোৱা বুলি শুনি তেওঁলোকে যিদৰে তাৰ পানী খাবলৈ হেতা-ওপৰা লগাইছিল ঠিক তেনেদৰে সেই মানুহজনেও লৰাধপৰাকৈ আহি তাইক পিছ পেলাই ভিতৰ সোমাল। মানুহজনে হেনচাৰ্ডক উদ্দেশ্য কৰি কোৱা তাই শুনিলে, 'জশোৱা, য্যপ, চাৰ-- নতুন মেনেজাৰৰ সাক্ষাৎকাৰৰ কাৰণে আহিছোঁ, চাৰ।'

'নতুন মেনেজাৰ, তেওঁক নিজৰ অফিচৰুমতে পাবা', হেনচাৰ্ডে উদাসীন ভাবে কথাষাৰ ক'লে।

'নিজৰ অফিচত।' তেওঁ আচৰিত হোৱা যেন দেখুৱাই ক'লে। 'মই আপোনাক বৃহস্পতিবাৰ বুলি কৈছিলোঁ', হেনচাৰ্ডে ক'লে, 'আৰু যিহেতু আপুনি সময়মতে নাহিল, মই আন এজনক মেনেজাৰ হিচাবে নিযোগ কৰিলোঁ। প্ৰথমতে মই ভাবিছিলোঁ আপুনিয়েই সেই মানুহজন। ব্যৱসায়ৰ ক্ষেত্ৰত মই মানুহ বিচাৰি বৈ থাকিব পাৰোঁ জানো, আপুনিয়েই কওঁকচোন বাৰু।'

'আপুনি বৃহস্পতি বা শনিবাৰ বুলি কৈছিল, চাৰ' জেপৰ পৰা চিঠি এখন উলিয়াই নবাগতজনে ক'লে।

'যিয়েই নহওক কিয় আপোনাৰ পলম হৈ গ'ল।' শস্যৰ ব্যৱসায়ীজনে ক'লে, 'ইয়াতকৈ বেছি আৰু মোৰ একো ক'বলগীয়া নাই।'

'আপুনিতো মোক নিয়োগেই কৰিছিল, মানুহজনে ভোৰভোৰালে। 'সাক্ষাৎকাৰ হোৱাৰ পিছতহে বুলি কৈছিলোঁ,' হেনচাৰ্ডে ক'লে, 'মই আপোনাৰ কাৰণে দুখিত, মই বৰ দুখিত, কিন্তু এতিয়া আৰু মোৰ কোনো উপায় নাই।'

মানুহজনৰ আৰু একো ক'বলগীয়া নথকাত তেওঁ কোঠাটোৰ পৰা ওলাই আঁহোতে এলিজাবেথ জেনৰ সৈতে মুখামুখি হ'ল। হতাশমনেৰে খঙত কঁপি কঁপি ওলাই যোৱা মানুহজনক তাই লক্ষ্য নকৰাকৈ থকা নাছিল।

বৃহৎ চৌহদৰ সৈতে ঘৰটোৰ মালিকজনৰ কোঠাটোৰ ভিতৰ সোমাই এলিজাবেথ-জেনে তেখেতৰ সন্মুখত থিয় দিলেহি। মানুহজনৰ চকুৰ মণি কেইটা জুইৰ ফিৰিঙতিৰ দৰে উৰবিৰাই থকা। তেখেতৰ দেহৰ গঠন আৰু চকুৰ মণিকেইটাৰ মাজত অৱশ্যে একো মিল নাছিল। আনফালে কিবা মন কৰি থকা তেওঁৰ নিৰ্লিপ্ত

চকু ঘূৰিব দৃষ্টি আহি ছোৱালীজনীৰ ওপৰত পৰিলেহি। 'অ মোৰ মাজনী, কিয় বা আহিছিলা, এতিয়া কোৱা', তেওঁ নম্ৰভাবে সুধিলে।

'মোৰ কিবা কথা এটা সুধিব লগা আছে চাৰ, পিছে ব্যৱসায় সম্পৰ্কীয় নহয়', তাই ক'লে।

'কোৱাচোন বাৰু কি ক'ব খুজিছিলা।' তেওঁ তাইৰ পিনে অধিক মনোযোগেৰে চাই সুধিলে।

'বিবাহ সূত্ৰে হোৱা আপোনাৰ এগৰাকী দূৰ সম্পৰ্কীয় আত্মীয়ই কথা এষাৰ সুধিবলৈ পঠিয়াইছে।' তাই সৰলভাবে ক'লে, 'নাবিকৰ পত্নী, চুচান নিউচনে, জানিবলৈ বিচাৰিছে আপুনি তেখেতক দেখা কৰিবলৈ ইচ্ছা কৰে নেকি? তেখেত বৰ্তমান এই চহৰখনতে আছেহি।'

তেওঁৰ উজ্জ্বল মুখখনৰ সামান্য পৰিবৰ্তন ঘটিল। 'অহ অহ, চুচান জীয়াই আছে, এতিয়াও জীয়াই আছে, এতিয়াও আছে?' তেওঁ অধীৰ হৈ সুধিলে।

'আছে, চাৰ।'

'তুমি তেওঁৰে ছোৱালী নেকি?'

'হয় চাৰ, তেখেতৰ একমাত্ৰ ছোৱালী।'

'তোমাক কি বুলি মাতে— মানে তোমাৰ ভাল নাম?'

'এলিজাবেথ-জেন চাৰ।'

'নিউচন?' হেনচাৰ্ডে প্ৰশ্ন কৰিলে।

'হয়, এলিজাবেথ-জেন নিউচন।'

তেওঁৰ প্ৰশ্নৰ উত্তৰটো পাই খাটাং হ'ল যে বেডনৰ মেলাত হোৱা লেনদেনৰ বিষয়টো পৰিয়ালটোত পঞ্জীয়ন হোৱা নাছিল। সেই কথাটো জানি তেওঁ আকাশখন ঢুকি পোৱা যেন পালে। তেওঁৰ পৰা পোৱা নিষ্ঠুৰ ব্যৱহাৰৰ পিছতো তেওঁৰ ঘৈণীয়েক নিদাৰুণ হৈ যোৱা নাই। নিজৰ জীয়েক বা পৃথিৱীখনৰ আনকোনো ব্যক্তিকেই তেওঁ সেই কথাটো জনোৱা নাই।

'তোমাৰ পৰা খবৰটো পাই মই সঁচাকৈয়ে বৰ ভাল পালোঁ,' তেওঁ ক'লে। এইটো ব্যৱসায়ীক লেনদেনৰ কথা নহয়, আনন্দৰ কথাহে, ব'লা ভিতৰলৈকে যাওঁ।' এলিজাবেথে আচৰিত হ'ল তাইক কিমান আদৰ সাদৰ কৰি মানুহজনে বাহিৰৰ কোঠাটোৰ মাজে দি বাট দেখুৱাই লৈ আহিলে। আহোঁতে তাই ডোনাল্ড ফাৰফ্ৰেক একান্ত মনে পাত্ৰত থকা খাদ্য শস্যৰ লগত নমুনাবোৰ পৰীক্ষা কৰি থকা দেখা পালে। সেয়া এজন মানুহে প্ৰথম কামত যোগ দিয়াৰ একাগ্ৰতা। হেনচাৰ্ডে গৈ দেৱালত থকা দুৱাৰখন খুলি দিলে। ফলে ফুলে ভৰি থকা উদ্যান এখনত তেওঁলোকে ভৰি দিলেহি। উদ্যানখনৰ মনোৰম প্ৰাকৃতিক দৃশ্য তাই দেখা

পালে। তেওঁলোক সেইপিনেদি আহি ঘৰ এটাৰ ভিতৰ সোমালেহি। আহোঁতে তেওঁৰ ডাইনিং ৰুমটো তাইক দেখুৱাই আনিছিল। কিছুসময়ৰ আগতে ফাৰফ্লেই কৰি যোৱা ব্ৰেকফাষ্টৰ অৱশিষ্ট তেতিয়াও টেবুল খনৰ ওপৰত পৰি আছিল। সুসজ্জিত কোঠাটোৰ ফাৰ্নিচাৰবোৰ ৰঙা মেহগনী কাঠৰ। সেইবোৰ স্পেইনৰ পৰা অনা।

কেইখনমান পেমব্ৰক টেবুল তাই দেখা পাইছিল। সেই বোৰৰ দুয়োমুৰে দেৰাজ থকা। পথালিকৈ দুপিনে মজিয়া চোৱাকৈ কাঠ লগোৱা টেবুল কেইখনৰ এখন বেৰখনৰ মুখামুখিকৈ আছিল। ইয়াৰ খুড়া কেইটা হাতীৰ ভৰিৰ আকাৰৰ। সেইখনৰ ওপৰতে ডাঙৰ ডাঙৰ তিনিখন পুথি আছিল— এখন গৃহস্থীসকলৰ বাইবেল, এখন জোচেফাচ আৰু আনখনৰ নাম— মানুহৰ সম্পূৰ্ণ কৰ্তব্য । চিমনিটোৰ মুখত আধাঘূৰণীয়াকৈ খাঁজ কাটি কেচা লোৰে সজা এখন জালি। তাৰ দুয়োকাষে কিছু ওখত নিপুণ ভাস্কৰ্য্যমণ্ডিত কেইটামান কলচি আৰু কেইখনমান বৈজয়ন্তী। চাকি জলাৰলৈ থোৱা গছ কেইটাও অতি চমৎকাৰ। এই কাৰু কাৰ্য্যবোৰে প্ৰখ্যাত স্থাপত্যবিদ শ্বেৰাটন আৰু চিপান্দেলৰ কৃতিত্বৰ কথা অনবৰতে সোঁৱৰাই থাকে যদিও সঁচা কথা কবলৈ গ'লে সেইহেন মহান ব্যক্তি সকলেও এনে নিখুঁত ভাস্কৰ্য্যৰ কথা শুনাও নাছিল উপভোগো কৰিবলৈও পোৱা নাছিল।

'এলিজাবেথ জেন, — ইয়াতে বহা,' তেওঁ ক'লে। এলিজাবেথৰ নামটো উচ্চাৰণ কৰোঁতে তেওঁৰ মাতটোত এটা বিশেষ স্পন্দন হৈছিল। তেৰোঁ বহিল যদিও হাতদুখন আঠুদুটাৰ মাজত সুমুৱাই তলৰ কাৰ্পেটখনৰ পিনেহে চাই থাকিছিল। তেনেহলে তোমাৰ মাৰাৰ শৰীৰ ভালেই আছে।'

'তেওঁ ভ্ৰমণ কৰি কৰি, চাৰ, এতিয়া ভাগৰি পৰিছে।'

'এজন নাবিকৰ বিধবা পত্নী, নহয় জানো? তেখেতনো কেতিয়া ঢুকাল বুলিলা?'

'যোৱা বছৰ বসন্ত কালৰ সময়তে দেউতা নোহোৱা হ'ল বুলি খবৰ এটা আহিল।'

তাইৰ মুখত 'দেউতা' শব্দটো শুনাৰ লগে লগে তেওঁৰ চকু মুখ কোঁচ খাই গ'ল। তেওঁ যেন অপ্ৰীতিকৰ আৰু কষ্টদায়ক কিবা কথা এটাহে শুনিলে।

'তোমালোক দুয়ো এতিয়া বিদেশৰ পৰাহে আহিছা, আমেৰিকা নে অষ্ট্ৰেলিয়াৰ পৰা?'

'নাই আমি কেইবছৰমান ইংলেণ্ডতে আছোঁহি। মোৰ বাৰ বছৰ বয়সতে আমি কানাডাৰ পৰা আহিলোঁ।'

'হয় হয়, ঠিক ঠিক। তাইৰ লগত কথা পাতি সকলো কথা বুজি তেওঁ এতিয়া নিশ্চিত হ'ল। ক'তো একো সুংসূত্ৰ নাপাই তেওঁ অতদিনে ভাবি আছিল যে তেওঁৰ পত্নী আৰু কেছুৱাটোৰ কাহানিবাই মৃত্যু হৈছিল। অতীতৰ পম খেদি কথাবোৰ পৰিষ্কাৰ যেন পোৱাত তেওঁ আকৌ বৰ্তমানলৈ ঘুৰি আহিল।

'তোমাৰ মা নো এতিয়া আছে ক'ত?'

'থ্ৰী মেৰিনাৰ্চত।'

'আৰু তুমি হ'লা তেওঁৰে ছোৱালী, এলিজাবেথ জেন, নহয় জানো?'

হেনচাৰ্ডে পুনৰ সুধিলে। তেওঁ থিয় হৈ ওচৰ চাপি আহি তাইৰ মুখখনৰ পিনে ক্ষন্তেক পৰ চালে। 'মই ভাবো', চকুপানী বৈ অহা সেমেকা চকুযুৰি সিপিনে ঘুৰাই তেওঁ কলে, 'তোমাৰ মালৈ মই চিঠি এডোখৰ দিম, তুমি লৈ যাবা,মই তেওঁক দেখা কৰিবলৈ ইচ্ছা কৰো । মৃত গিৰিয়েকে তেওঁক বৰ ভাল অৱস্থাত থৈ যোৱা নাই নেকি?'

এলিজাবেথ জেনে পিন্ধি থকা কাপোৰযোৰত তেওঁৰ চকু পৰিল। তাইৰ কাপোৰবোৰৰ ভিতৰত সেই যোৰেই আটাইতকৈ ভাল আছিল। ৰংটো ক'লা আৰু যথেষ্ট দামী। তথাপিও সেইযোৰ কাপোৰ পুৰণি বুলি আনকি কেষ্টাৰব্ৰীজৰ মানুহৰ চকুতো নপৰাকৈ নাথাকে।

'মাৰ স্বাস্থ্য বৰ ভাল নহয়।' তাই ক'লে, সেইবিষয়ে তেওঁ নিজেও আগতেই অনুমান কৰিব পৰাত তেওঁৰ ভালো লাগিল।

তেওঁ টেবুলখনৰ ওপৰতে বহি চুটিকৈ চিঠি এখন লিখিলে। জেপৰ পৰা তেওঁ পাঁচখন পাউণ্ডৰ নোট উলিয়াই ক্ষন্তেক কিবা ভাবি পাঁচটা চিলিঙও খামটোত ভৰাই সাৱধানেৰে ভালকৈ আঠা লগাই বন্ধ কৰি পাওঁতাজনৰ নাম ঠিকনা লিখিলে- — 'মিচেচ্ নিউচন, থ্ৰীমেৰিনাৰ্চ হোটেল।' তাৰ পিছত পেকেটটো এলিজাবেথৰ হাতত দিলে।

'মাজনী, এইটো তেওঁক তুমি নিজ হাতে দিবা দেই', হেনচাৰ্ডে ক'লে, 'তোমাক ইয়াত দেখি মই বৰ ভাল পালোঁ, এলিজাবেথ জেন। মই সচাঁকৈয়ে বৰ আনন্দিত হৈছোঁ, আমি দুয়ো একেলগে খোজ কাঢ়ি ফুৰিম দেই, — পিচে আজি নহয়,'।

বিদায়ৰ সময়ত তেওঁ তাইৰ হাতখনত ধৰিলে। তেওঁৰ হাতৰ পৰশে তাইক প্ৰাণচঞ্চল কৰি তুলিলে। এনে ধৰণৰ উপলব্ধি তাইৰ আগতে হোৱা বৰকৈ মনত নপৰে। আকাশী ৰঙৰ তাইৰ চকু যুৰিয়েদি পানী বৈ আহিবলৈ ধৰিলে। তাইক বিদায় দি দুৱাৰখন বন্ধ কৰি কোঠাটোৰ ভিতৰলৈ হেনচাৰ্ড সোমাই আহিল। বেৰখনৰ পিনে স্থিৰ হৈ চাই চাই তেওঁ যেন তাত লিখিথোৱা তেওঁৰ জীৱনৰ ইতিহাসহে

পটি গৈ থাকিল।

'হে ভগৱান,' উত্তেজিত হেনচাৰ্ডে জাপ এটা মাৰি চিঞৰি উঠিল, এনেকুৱা হ'ব পাৰে বুলি মই কেতিয়াও ভাবিবই পৰা নাছিলোঁ। সম্ভৱ ইহঁত প্ৰতাৰক — চুচান আৰু কেছুৱাটো কেতিয়াবাই মৰিল।'

ছোৱালীজনী দেখি তেওঁৰ প্ৰত্যয় জন্মিছিল আৰু সন্দেহ কৰিবলৈকো একো থল বিচাৰি পোৱা নাছিল। তাৰোপৰি মাত্ৰ কেই ঘন্টামানৰ পিছতে মাকৰ পৰিচয় ওলাই পৰিবই, কাৰণ সেইদিনা সন্ধ্যা সময়তে তেওঁক দেখা কৰাৰ কথা।

'কেতিয়াবা বৰষুণ নিদিয়ে কিন্তু পানী কলহৰ কাণে পৰে,' হেনচাৰ্ডে মনতে ভাবিলে।

স্কটছ ডেকাজনৰ লগত গটি উঠা বন্ধুত্বৰ তীব্ৰ উত্তেজনা পিছৰ ঘটনাটোৱে শামকটাই প্ৰায় নোহোৱাই কৰিলে। সেইদিনালৈ আৰু নিয়োক্তা গৰাকীক এবাৰো দেখা নেপাই তেখেতৰ মেজাজৰ ক্ষিপ্ৰ পৰিবৰ্তনৰ কথা চিন্তা কৰি নতুন মেনেজাৰজন কিছু আচৰিত নোহোৱাকৈ থকা নাছিল।

ইতিমধ্যে এলিজাবেথ আহি থ্ৰীমেৰিনাৰ্চ পালেহি। দুখীয়া মানুহ গৰাকীলৈ তেখেতে কিবা সাহায্য পঠিয়াইছে নেকি বুলি কৌতূহল ওপজাৰ সময় নোলাল। তেখেতৰ চিঠিখন দেখিয়েই তেওঁ অভিভূত হ'ল। চিঠিখন তেওঁ ততালিকে নপটি এলিজাবেথেনো কেনে ব্যৱহাৰ পালে সেইটোহে জানিবলৈ ইচ্ছা কৰিলে। হেনচাৰ্ডে কোৱা কথাবোৰৰ ও যথাৰ্থ বৰ্ণনা দিবলৈ ক'লে। মাকে চিঠিখন পঢ়িবলৈ বুলি হাতত তুলি লোৱাৰ লগে লগেই এলিজাবেথে পিঠিখন সিফালে ঘূৰালে।

"আজি সন্ধ্যা আঠ বজাত মোক লগ ধৰিবা, যদি তোমাৰ অসুবিধা নহয়। বুড মাউথ ৰ'ডৰ সেই ঘূৰণীয়া চক্‌টোত। ঠাইডোখৰ সহজতে উলিয়াব পাৰি। আৰু বেছি মই এতিয়া একোকে ক'ব নোৱাৰোঁ। খবৰটোৱে মোক একেবাৰে বিচলিত কৰি তুলিছে। ছোৱালীজনী এইবোৰৰ বিষয়ে অজ্ঞ যেন লাগিল। মই তোমাক লগ নোপোৱালৈকে তাইক তেনেকৈয়েই থাকিবলৈ দিয়া।

তেওঁ পঠিওৱা পাঁচ গিনিৰ বিষয়ে চিঠিত একোকে উল্লেখ নকৰিলে। পইচাখিনি ঘৈণীয়েকে যথেষ্ট বুলি ভাবিলে। কোনো আপত্তি নকৰি পুনৰ কিনি লোৱাৰ ইঙ্গিতটো মৌন ভাবে মানি ললে। দিনটো পাৰ হোৱালৈ তেওঁ অধৈৰ্য্য ভাবে বাট চাই থাকিল। হেনচাৰ্ডে তেওঁক লগ ধৰিবলৈ ইচ্ছা কৰাৰ কথা এলিজাবেথকো জনালে। এই কথাও জনাই থলে যে তেওঁ অকলেহে যাব। তাৰোপৰি চিঠিখনো এলিজাবেথক নিদি নিজৰ হাততে ৰাখিলে।

# একাদশ অধ্যায়

কেষ্টাৰব্ৰীজৰ প্ৰতিটো সৰু বৰ আলিবাট আৰু ঘৰৰ চৌহদে পুৰণি ৰোমৰ আধিপত্যৰ কথা সোঁৱৰাই থাকে। চাৰিওপিনে ৰোমৰ কলাকৃষ্টি বিদ্যমান। সেইবোৰ নুসুৱঁৰি এখোজো দিবলৈ ঠাই নাই। ভূগৰ্ভৰ প্ৰতিজোখৰ ঠাইতেই অসংখ্য ৰোমানৰ মৃতদেহ এতিয়াও লুকাই আছে। দীঘল দীঘল ৰোমান সৈনিক বা সেই সাম্ৰাজ্য খনৰ বশ্যবৰ্তী ভিন্ন দেশৰ সৈনিকৰ মৃতদেহৰ কঙ্কাল নোপোৱাকৈ চহৰখনৰ মাজত থকা পথাৰ বা বাগিছাবোৰৰ এচাব মাটিও খান্দিবলৈ পোৱাটো এটা অসম্ভৱ কথা বুলিবহে লাগে। অনাহুত ভাবে প্ৰবিষ্ট নোহোৱা সকলৰ দৰে সেই সকলেও নিজমে, যোৱা পোন্ধৰশ বছৰ, তাত শান্তিৰে জিৰণি লৈ আছে। বেছিভাগ ক্ষেত্ৰতে জকাবোৰ কাটি হৈ পৰি আছিল। আঠুকেইটা বুকুলৈকে কোঁচখাই থকা। কণীৰ খোলাৰ মাজত পোৱালীটো থকাৰ দৰে উপবৃত্তকাৰ আকৃতি ধাৰণ কৰি কঙ্কালবোৰ নিজৰ প্ৰতিক চিহ্নৰ মাজত সোমাই আছিল। কোনো ক্ষেত্ৰত নিজৰ যাঁঠি পাতৰ চিনটোও বাহুৰ কাষতে ৰাখি থৈ যোৱা দেখা যায়। বুকু বা কপালত একোপাত অনুজগুঘষ্ঠি বা এবিধ পিতলৰ অলঙ্কাৰ। আঠুৰ ওচৰত এটা কলহ, ডিঙিত এটা জগ আৰু মুখৰ ওপৰত এটা বটল। তাৰোপৰি কেষ্টাৰব্ৰীজৰ ল'ৰা বা আন সাধাৰণ মানুহে সেই নৰকঙ্কালবোৰক লৈ কিছুমান দুৰ্বোধ্য আৰু অলৌকিক কল্পনা কৰি সেইপিনে তন্ময় হৈ চাই থকাটো এটা নিয়মিত দৃশ্য।

নিজৰ বাৰীৰ পিছফালে মৰামানুহৰ জকা এটা দেখা পালে কল্পনা বিলাসী মানুহৰ মনলৈ নিশ্চয় দুখ দায়ক ভাবনা এটা আহে। কিন্তু এই প্ৰাচীন জকাৰ আকাৰবোৰে তেওঁলোকক অলপো বিচলিত নকৰে। তেওঁলোকে এই পৃথিৱীখনত বহুত দিনৰ পূৰ্বে বাস কৰিছিল। সেই সময়ৰ লগত আজিৰ অকণো মিল নাই। তেওঁলোকৰ আশা আকাঙ্ক্ষাবোৰ সময়ে ইমানেই আঁতৰ কৰি পেলাইছিল যে সেইহেন সাগৰ সদৃশ দূৰত্ব কোনো অশৰীৰী আত্মাইও অতিক্ৰম কৰি আহিব নোৱাৰিব বুলি মানুহৰ বিশ্বাস।

কেষ্টাৰব্ৰীজত থকা পুৰণি ৰঙ্গক্ষেত্ৰখনৰ চাৰিওপিনে ঘূৰণীয়াকৈ প্ৰকাণ্ড দেৱাল দিয়া। ইয়াৰ উত্তৰ দক্ষিণ মুৰাকৈ থকা ব্যাসাৰ্দ্ধৰ দুয়ো মূৰে ইংৰাজী 'ভি' আখৰটোৰ দৰে খাজ কটা দুটা স্মৃতি চিহ্ন। এই ক্ৰীড়া-ভূমি খনৰ ভিতৰপিনে তললৈ নামি যোৱা খাপ খাপ গাঁথনিটোক আখ্যান প্ৰসিদ্ধ জাটুনৰ পিক পেলোৱা বানটোৰ লগত তুলনা কৰিব পাৰি। ধ্বংসস্তুপত পৰিণত হোৱা কেলিচীয়্যামক সাম্প্ৰতিক কালৰ ৰোমৰ মানুহে যেনেদৰে চাই কেষ্টাৰব্ৰীজৰ মানুহেও এই ক্ৰীড়াভূমিখনক ঠিক তেনেদৰেই চায়। আকাৰতো দুয়োখন ৰঙ্গমঞ্চ সমান। সন্ধ্যাৰ আন্ধাৰ নামি অহাৰ

পিছতহে ইয়াৰ মহিমা সঠিক ভাবে উপলব্ধি হয়। ভৰ দুপৰীয়া সকলোদিশ পৰিষ্কাৰকৈ দেখা পোৱা ইয়াৰ শীৰ্ষ বিন্দুটোত থিয় দি কোনোবাই চালেও তেওঁলোকৰ মাজৰ অতি তীক্ষ্ণবুদ্ধি সম্পন্ন জনৰ কাৰণেও ঠাইখন দুৰ্বোধ্য হৈয়েই থাকিব। হতাশা আৰু হৃদয়হীন নিঃসঙ্গতা ঠাইখনৰ চাৰিওপিনে বিৰাজমান। চহৰখনৰ মাজমজিয়াত দুৰণীয়াকৈ অৱস্থিত হোৱাত ইয়ালৈ যিকোনো দিশৰ পৰাই সোমাব পাৰি। সেই কাৰণেই গোপন আলোচনাৰ কাৰণে ঠাইখন অতি সুবিধাজনক। দুৰ্ঘোৰ ষড়যন্ত্ৰবোৰ ইয়াতে আলোচনা হৈছিল। বেলেগ বেলেগ ফৈদ বা খেলৰ মাজত হোৱা দ্বন্দ্ব-বিগ্ৰহৰ পিছত পৰীক্ষামূলক মীমাংসাৰ বিষয়বস্তুবোৰৰ সূত্ৰপাত ইয়াতে হৈছিল। প্ৰিয়তম আৰু প্ৰিয়তমাৰ প্ৰেম বিনিময়ৰ মিলন ক্ষেত্ৰ ৰূপে এই ঠাইডোখৰ সঘনে ব্যৱহৃত হৈছিল যদিও এই ৰঙ্গমঞ্চত হোৱা প্ৰেমৰ পৰিণাম কদাপিও মধুময় হোৱা দেখা নগৈছিল। মৃদু মুকলি বতাহ, চহৰখনৰ চাৰিওপিনৰ পৰা সহজতে ওলোৱা সোমোৱা কৰিব পৰা বাট পথ আৰু আনে নজনাকৈ অকলশৰে সাক্ষাৎ কৰাৰ অতি উত্তম ঠাই হোৱা স্বত্বেও কোনো শুভকামৰ কাৰণে পুৰণি ধ্বংসস্তুপেৰে ভৰি থকা এই ঠাইখন বাছনি কৰিবলৈ কোনেও ভাল নাপায। অনুসন্ধানকাৰী পণ্ডিত সকলে ইয়াৰ প্ৰকৃত কাৰণ বিচাৰি উলিওৱাৰ আৱশ্যক।

ঠাইখনৰ লগত নানান অমঙ্গলীয়া কথা জড়িত থকাটোও ইয়াৰ কাৰণ হ'ব পাৰে। বুৰঞ্জীয়ে ঠাইখনৰ স্বাক্ষৰ বহন কৰি আহিছে। অতীজতে ইয়াত প্ৰদৰ্শন হোৱা খেল ধেমালিবোৰ জিঘাংসু প্ৰকৃতিৰ। ইয়াৰ কোনোবা এটা কোণত বহুবছৰ ধৰি পৰি আছিল — ফাঁচিশালখন। ১৭০৫ চনত নিজৰ গিৰিয়েকক হত্যা কৰাৰ অপৰাধত এগৰাকী মহিলাক ফাঁচি কাঠত ওলোমোৱা হৈছিল। কিন্তু ফাঁচডাল ভালকৈ নলগাত আধামৰা অৱস্থাত, দহহেজাৰ দৰ্শকৰ আগত, অগ্নিদগ্ধ কৰি, পিছত মৰা হৈছিল। মৌখিকভাবে মানুহে এতিয়াও কোৱাকুই কৰে যে জ্বলি থকাৰ কোনো এটা মুহূৰ্ত্তত হৃদপিণ্ডটো শব্দ কৰি ফাঁটি শৰীৰৰ পৰা ওলাই আহোতে উপস্থিত দৰ্শক সকলে ভয় খাই উঠিছিল। তথাপিও, তাৰ মাজৰ এজন দৰ্শকেও, পোৰা মাংসখিনিৰ কি হ'ল, সেই বিষয়ে এক বিন্দুও চিন্তা কৰা নাছিল। এই শোকাবহ ঘটনাটোৰ উপৰিও সেই নিজান ঠাইডোখৰত কিলা কিলি, ভুকুৱাভুকি কৰি আধামৰা হোৱা ঘটনা তেতিয়াও চলি আছিল। একেবাৰে শীৰ্ষ বিন্দুটোত উঠিলেই সেইবোৰ ঘটনাৰ কথা মানুহে জানিব পাৰে। কিন্তু ব্যস্ততাৰ মাজত চহৰৰ মানুহে ইমান কষ্ট কৰি পাহাৰ বগাই ওপৰলৈ নুঠে। শুল্ক বিভাগৰ চকীটো খাজনৰা পথটোৰ ওচৰতে আছিল যদিও তেওঁলোকৰ কৰ্মচাৰী সকল ৰাজহ আদায় কৰিবলৈ সেইপিনে নাযায়। দিন দুপৰতে কোনোবাই কিবা বে- আইনী কাম কৰি থাকিলেও কোনেও একো গমকে নেপায়। ভালেমান দিনৰ আগতে

কিছুমান ল'ৰা গোটখাই ধ্বংসপ্ৰাপ্ত ৰঙ্গমঞ্চটোৰ কেন্দ্ৰস্থলত ক্ৰিকেট খেলিবৰ কাৰণে ঠাই এডোখৰ সমান কৰি লৈছিল। কিন্তু আগতে উল্লেখ কৰা কাৰণবোৰৰ কাৰণেই সম্ভৱ সেই প্ৰচেষ্টাৰ সফল ৰূপায়ন নহ'ল। মাটিৰ বৃত্তাকাৰ ওখ ঠাইডোখৰ আটাইতকৈ বেছি নিজম আছিল। ৰঙ্গমঞ্চটোৰ কাষেদি কোনোবা পাৰহৈ যাওঁতে সেই ঠাইডোখৰৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ গুণগান কৰিব খুজিলেও ওখ ঢাপটোৱে আঁৰ কৰি ৰখাৰ কাৰণে তেওঁলোকে আকাশখনৰ বাহিৰে আন একোৰে বৰ্ণনা দিব নোৱাৰিছিল। তেনে এটা অৱস্থাত তাত ক্ৰিকেট খেলাটো উদংঘৰত নাটক কৰাৰ লেখীয়া কথাহে হ'লহেঁতেন। সম্ভৱ ল'ৰাবোৰও ভয়াতুৰ আছিল। কিছুমান ভয়লগা কথা বুঢ়া লোক সকলে কোবা সিইঁতে শুনিবলৈ পাইছিল। গ্ৰীষ্ম কালৰ কোনো এটা মুহূৰ্ত্তত হাতত কিতাপ লৈ দিন দুপৰতে কেতবোৰ মানুহ ৰঙ্গভূমিত আবিৰ্ভাব হয়। তেওঁলোকে কলমটিয়াই থকাৰ মাজতে হঠাতে এবাৰ চকু ওপৰ কৰিলেই হেলনীয়া ঠাইডোখৰত সম্ৰাট হাড্ৰীয়াণৰ সৈন্য শাৰীপাতি থকা দেখিবলৈ পাইছিল বোলে। হাতত অস্ত্ৰলৈ নিজৰ জীৱন পণ কৰি হ'লেও বটা বিজয়ী হবলৈ জন্তুৰ লগত লিপ্ত হোৱা ভয়ানক যুঁজ চাই সৈন্য সকলে উপভোগ কৰি থকা তেওঁলোকে দেখিবলৈ পাইছিল। উত্তেজিত কণ্ঠৰ চিঞৰ বাখৰো হেনো তেওঁলোকে শুনিবলৈ পাইছিল। দৃশ্যটো বিজুলীৰ চমকৰ দৰে ক্ষন্তেক পৰৰ পিছতেই অন্তৰ্দ্ধান হৈছিল।

দক্ষিণৰ পিনৰ পৰা ৰঙ্গমঞ্চটোলৈ সোমোৱা বাটটোৰ তলৰ অংশৰ পৰা কিছুমান লোহাৰ গড়াল খাল্দি উলিয়াই থোৱা দেখা গৈছিল। জন্তুৰে সৈতে ভয়ঙ্কৰ খেলত অৱতীৰ্ণ হোৱা খেলুৱৈ সকলক সেই গড়ালবোৰৰ ভিতৰৰ পৰাই সম্বৰ্দ্ধনা জনোৱা হৈছিল বুলি প্ৰবাদ আছে। ঠাইডোখৰ ঘূৰণীয়া আৰু সমান। দেখিলে অনুমান হৈছিল যে পূৰ্বৰ নিয়ম অনুসৰি তাহানিৰ খেলবোৰ অলপদিনৰ আগলৈকে ইয়াত প্ৰদৰ্শন হৈয়েই আছিল। এঢলীয়া যিবোৰ বাটেৰে সেই সময়ৰ দৰ্শক সকল ওপৰলৈ উঠিছিল সেইবোৰ এতিয়াও অহাযোৱা কৰা বাট হিচাপেই ব্যৱহৃত হৈ আছে। অৱশ্যে সেইবিলাক এতিয়া ঘাঁহ গজি ঢাক খোৱা অৱস্থাত। গ্ৰীষ্মৰ শেষত ঘাঁহবোৰ শুকাই ভোবোৱা নোমৰ দৰে হয়। বতাহে কটিয়াই অনা সঙ্গীতৰ মধুৰ সুৰে বায়ুদেৱতা এবলীয়নকো মুগ্ধ কৰিব পাৰিছিল। সেই বতাহ ছাটিয়ে কমোৱা তুলাৰ দৰে উৰি ফুৰা এবিধ গছৰ পাখী লগা গুটিক ক্ষন্তেকৰ কাৰণে হ'লেও মাটিত পৰিবলৈ নিদিয়াকৈ আকাশত ওপঙাই ৰাখিছিল।

হেনচাৰ্ডে বিশেষকৈ এই ঠাইডোখৰ বাচনি কৰাৰ উদ্দেশ্য আছিল যে তেওঁৰ পৰা বিচ্ছেদ হোৱা বৈণীয়েকক ইয়াত লগ পালে কোনেও দেখা পোৱাৰ ভয় নাথাকে। আৰোপৰি সন্ধ্যা লগাৰ পিছতো অচিনাকি লোক এজনে সেই ঠাই বিচাৰি

উলিওৱাত অসুবিধা নাপায়। চহৰ খনৰ মেয়ৰৰ সম্মান ৰাখি তেওঁ ঘৈণীয়েকক ঘৰলৈ মাতিব নোৱাৰে। তেওঁ ভাবিছিল, কিবা এটা সিদ্ধান্ত হোৱাৰ পিছত বেলেগ উপায় এটা উলিয়াব পৰা যাব।

আঠ বজাৰ আগতেই তেওঁ কোনো মানুহ দুনুহ নথকা ওখ মাটিৰ টিপটো পালেগৈ। তাৰ পৰা দক্ষিণৰ পথটোৰে ভিতৰ সোমাল। তললৈ নামি ধ্বংসাৱশেষত পৰিণত হোৱা আগৰ দিনৰ চোংবোৰৰ ওপৰ পালেগৈ। কিছুপৰ পিছতেই উত্তৰ পিনৰ ৰাজহুৱা দুৱাৰখনেদি এগৰাকী মহিলা অতি সন্তৰ্পণে আহি থকা বুলি অনুমান কৰিলে। তেওঁলোক দুয়ো ঘূৰণীয়া ঠাই ডোখৰৰ মাজতে লগ হ'ল। প্ৰথমে কোনেও এটা শব্দও উচ্চাৰণ কৰা নাছিল কাৰণ সেই সময়ত বাক্য নিষ্প্ৰয়োজন। বেচেৰী মানুহজনীয়ে হেনচাৰ্ডৰ গাত ভেজা দিয়াত তেওঁৰ বাহুদুটাৰ ওপৰতে ঘৈণীয়েকৰ দেহৰ ভৰটো পৰিল।

'মই মদ নেখাওঁ', তেওঁ বৈ বৈ সৰু সৰু কৈ অনুশোচনাৰে জৰ্জৰিত সুৰত ক'লে, চুচান তুমি শুনিছানে?- মই এতিয়া মদ নেখাওঁ— সেইদিন ধৰি আৰু মই মদ মুখত দিয়া নাই' এই কেইটা শব্দহে তেওঁ প্ৰথমে উচ্চাৰণ কৰিবলৈ সক্ষম হৈছিল।

ঘৈণীয়েকে মূৰটো দোৱাই কথাষাৰৰ স্বীকৃতি দিয়া তেওঁ অনুভৱ কৰিছিল। এক মিনিটমান সময় নীৰৱে থাকি তেওঁ পুনৰ আৰম্ভ কৰিলে। মই যদি কিবা প্ৰকাৰে জানিলোঁহেঁতেন যে তুমি জীয়াই আছা, চুচান! তুমি আৰু কেছুৰাটো এই পৃথিবীত নাই বুলি ভাবিবলৈ মই বাধ্য হৈছিলোঁ। মই তোমাক বিচাৰি উলিয়াবলৈ কিমান যে চেষ্টা কৰিলোঁ,- কিমান ঠাই ভ্ৰমণ কৰিলোঁ— মই আনকি বাতৰি কাকতো বিজ্ঞাপন দিছিলো। শেষত মই এই সিদ্ধান্তত উপনীত হ'লোগৈ যে কোনোবা উপনিবেশলৈ বুলি যাওঁতে বাটতে জাহাজ ডুবি তোমালোকৰ মৃত্যু ঘটিল। তুমি বাৰু কিয় এনেদৰে মনে মনে লুকাই থাকিলা?

'অ, মাইকেল। অকল তেওঁৰ কাৰণেই- তাৰ বাহিৰেনো আৰু কি কথা হব পাৰে? যি কোনো এজনৰ মৃত্যু নোহোৱা পৰ্যন্ত এজনৰ ওচৰতহে বিশ্বাসভাজন হৈ থকাটো মই উচিৎ বুলি ভাবিছিলো। মোৰ ভাৱ হৈছিল লেনদেনটোৰ মাজত ধৰ্মীয় প্ৰভাৱৰ উপৰিও আইনগত বান্ধোন ও আছিল। ইমানবোৰ পইছা তেখেতে বিশ্বাসেৰে দিয়াৰ পিছত তোমাৰ আত্মসন্মান ৰক্ষা কৰাৰ দায়িত্ব মোৰ ওপৰতো পৰিছিলহি বুলি ভাবিছিলো। গতিকেই সেইবোৰ নেওচি গুচি আহিবলৈ সাহস গোটাব নোৱাৰিলো। আজি যে মই তোমাক লগ পাইছোঁহি সেয়া তেওঁৰ বিধবা পত্নী হিচাপেহে- মই নিজকে তেনে বুলিহে ভাবো। তোমাৰ ওপৰত মোৰ কিবা অধিকাৰ আছে বুলি মই ভাবিবই নোৱাৰো। তেওঁ নমৰাহেঁতেন মই কেতিয়াও নাহিলোহেঁতেন— মই দুনাই কৈছো কেতিয়াও নাহিলোহেঁতেন। সেইটো মোৰ

খাটাং সিদ্ধান্ত আছিল।'

'ইচ- ইচ-ইচ। তুমিনো ইমান সহজ সৰল ভাবে কথাষাৰ লব লাগেনে?'

'তাৰ বাহিৰে মই আন একো কথাই ভাবিব পৰা নাছিলো। আন কথা ভাবিবলৈ গ'লেও মোৰ কাৰণে অসৎ আচৰণ হ'ব বুলিহে ভাবিছিলো', চুচানে প্ৰায় কান্দো কান্দো হৈ ক'লে।

হয়, হয় তুমি ঠিকেই ভাবিছিলা। তেনেবোৰ কথাই মোকো ভাবিবলৈ বাধ্য কৰিছিল যে তুমি এগৰাকী নিস্পাপ, নিষ্কলঙ্কিত নাৰী। কিন্তু তোমাৰ সেই চিন্তাবোৰে মোক ক'ত যে পেলালেহি, দেখিলানে বাৰু!'

'কি ক'লা মাইকেল?' কথাষাৰ শুনি ভয় খাই তেওঁ সুধিলে।

'তাৰমানে, আমি যে আকৌ একেলগে থকাৰ সমস্যাটো আহি পৰিছেহি, তাৰোপৰি এলিজাবেথৰ বিষয়েও চিন্তা কৰিব নেলাগিব জানো। তাইকতো সকলোবোৰ কথা ক'ব নোৱাৰি— ক'লেই তাই আমাক ঘৃণাৰ চকুৰে চাবলৈ ধৰিব, সেইটো সহ্য কৰা মোৰ কাৰণে অসম্ভৱ হ'ব।'

'সেঁই কাৰণেইতো মই তোমাৰ বিষয়ে তাইক একো নজনোৱাকৈ ডাঙৰ দীঘল কৰিছো। সেইটো মইও সহ্য কৰিব নোৱাৰিম।'

'বাৰু, তেনেহলে তাই বৰ্ত্তমান যি বিশ্বাস লৈ আছে তেনেকৈয়ে থাকিবলৈ দি আমি এটা উপায় উদ্ভাৱন কৰিব লাগিব। এই আহুকালবোৰ থকা স্বত্ত্বেও কিবা এটা সমাধান উলিয়াই কথাবোৰ পোনাই লৈ যাব লাগিব। তুমি গম পাইছাই নহয় যে ইয়াত মোৰ বৰ ডাঙৰ ব্যৱসায় প্ৰতিষ্ঠিত হৈছে আৰু মই চহৰখনৰ মেয়ৰৰ উপৰিও গীৰ্জাই নিয়োগ কৰা ধৰ্মীয় কাম কাজ চোৱা চিতা কৰিব পৰা এজন দায়িত্বপূৰ্ণ বিষয়া। ইয়াৰ উপৰিও আৰু কিমান যে বিষয় বাব আছে মই ক'বই নোৱাৰো।'

'হয় গম পাইছো,' মানুহগৰাকীয়ে মুখৰ ভিতৰতে কথাষাৰ ক'লে, 'মই যিবোৰ দায়িত্বত আছো সেইবোৰলৈ লক্ষ্য ৰাখি আৰু ছোৱালী জনীৰ কথাও চিন্তা কৰি আমি বৰ সাৱধানে আগবাঢ়িব লাগিব। তাইক আমাৰ আগৰ কলঙ্কৰ কথা ঘূণাক্ষৰেও গমপাবলৈ দিব নোৱাৰি। সেইবোৰ কাৰণেই সকলোৰে জনাওনাকৈ তোমালোক দুজনক কেনেকৈনো মোৰ পত্নী আৰু জী হিচাবে মোৰ ঘৰলৈ আনিব পাৰো তাকে চিন্তা চৰ্চা কৰি একো উপায়ন্তৰ নোপোৱা হৈছো। এসময়ত তোমালোকক মই বৰ দুৰ্ব্যৱহাৰ কৰি থৈছিলো আৰু সেইবোৰে আজিও মোক খুলি খুলি খাই আছে। সেইবোৰ অশান্তিৰ খেদে আজিও মোক এৰা দিয়া নাই।

'নাই নাই, তোমাৰ অশান্তি বঢ়াবলৈ মই ইয়ালৈ অহা নাই, আজিয়েই আমি এই ঠাই এৰি গুচি যামগৈ — মাত্ৰ তোমাক এবাৰ দেখা কৰাৰ হেঁপাহ —।'

'নাই নাই চুচান তুমি আকৌ ক'লৈ গুচি যোবাৰ কথা কৈছা – তুমি মোক ভুল বুজিছা,' দৃঢ় অথচ মৰমেৰে কথাবাৰ ক'লে। 'মই চিন্তা কৰি এটা উপায় বিচাৰি পাইছো। মিচেচ নিউচন নামৰ এগৰাকী বিধবা ৰূপে তুমি আৰু এলিজাবেথ এটা ভাৰা ঘৰত থাকিবা। পিছত মই তালৈ অহাযোৱা কৰিম। মানুহে ভাবিব, প্ৰেম প্ৰাৰ্থনা আৰু তেতিয়া মই তোমাক দুনাই বিয়া কৰাম। তোমাৰ লগতে সতিয়ে জীয়েক হিচাবে এলিজাবেথ জেনো মোৰ ঘৰলৈ আহিব। কামটো ইমানেই সহজ আৰু সৰ্বজন স্বীকৃত হব যে ভাবোতেই আধা হৈ যোৱা যেন লাগিছে। ডেকা বয়সত উতনুৱা হৈ মই যি ধিক্কাৰ পাবলগীয়া অন্যায় কৰিলো সেই কথা আনে নেজানিব। সদায় গোপন হৈয়েই থাকিব। মুখাখন খোল খোৱাৰ ভয় নাথাকে। মই তেতিয়া পৰম আনন্দেৰে মোৰ এক মাত্ৰ ছোৱালীজনীক চোৱাচিতা কৰাৰ উপৰিও তোমাকো মোৰ লগতে পত্নীৰূপে ৰাখিব পাৰিম।'

'মই তোমাৰ ওপৰতে সপি দিছো, মাইকেল, 'তেওঁ শান্তভাৱে ক'লে 'মই ইয়ালৈ অহা একমাত্ৰ কাৰণ হ'ল এলিজাবেথ। মাথোন তাইৰ কাৰণেই মই ইয়ালৈ আহিছো, নিজৰ কথা সমূলি ভবা নাই মই, কাইলৈ ৰাতিপুৱা গুচি যাবলৈ ক'লেও মই যামগৈ। তোমাৰ ওচৰলৈ পুনৰ কাহানিও নাহিবলৈ ক'লেও মই অলপো অসন্তুষ্ট নহওঁ।'

'মই এতিয়া আৰু সেইবোৰ কথা শুনিবলৈ ইচ্ছা নকৰো,' হেনচাৰ্ডে শান্তভাৱে ক'লে, 'মোক এৰি গুচি যাবলৈ তোমাক আৰু নিদিওঁ, মই। মই বহুত চিন্তা কৰি কিবা উপায় এটা বিচাৰি উলিয়াইছো। তুমি চিন্তা কৰি চোৱা যদি ইয়াতকৈও কিবা ভাল পন্থা উলিয়াব পাৰা। যদি পাৰা মই সেইটো কৰিবলৈ ও সাজু আছো। দুই এদিনৰ কাৰণে মই ব্যৱসায় সংক্ৰান্তত বাহিৰলৈ যাবলগীয়া হোৱাত বেয়া পাইছো। কিন্তু সেইখিনি সময়ৰ ভিতৰতে তোমালোক থকাৰ কাৰণে ভাল ঘৰ এটা বিচাৰি উলিয়াব পাৰিবা নিশ্চয়। মই ভবাত হাইষ্ট্ৰীটত থকা চীনা দোকানবোৰৰ ওপৰ পিনে ভাল হ'ব। মোৰ একো নাই, তুমি নিজে চাই চিতি য'তে ভাল ঘৰ এটা পোৱা।'

'কিন্তু, মই ভাবো হাইষ্ট্ৰীটৰ ঘৰৰ ভাৰা বৰ বেছি হবনেকি?' সেইবোৰ চিন্তা তুমি কৰিব নেলাগে। আমাৰ আচনিখন কৃতকাৰ্য্য হবলৈ হ'লে তুমি আভিজাত্য থকা পৰিবেশ এটালৈ আহিব লাগিব। টকা পইছা লৈ তোমালোকে মূৰ ঘূমাব নেলাগে, মোৰ ওপৰতে সম্পূৰ্ণ নিৰ্ভৰ কৰিব পাৰিবা। মই ঘূৰি আহি পোৱালৈ তোমাৰ হাতত যথেষ্ট পইছা আছে নে নাই?'

'কিছু পইছা আছে, বৰ্তমানৰ কাৰণে যথেষ্ট,' তেওঁ উত্তৰ দিলে।

'অতিথিশালাটোত ভালকৈ থাকিব পাৰিছা নহয়।'

'অ' ভালেই আছো।'

'আমাৰ লজ্জাজনক কথাটো তাই গম পোৱা নাইতো? সেইটোৱেই মোৰ কাৰণে ডাঙৰ চিন্তা। তাইক নিৰাপদে ৰাখিব পৰাটো।'

'সেই বিষয়ে তুমি অকণমানো চিন্তা নকৰিবা। অত দিনে লুকুৱাই ৰখা গোপন সত্যটো তাইৰ সপোনৰো অগোচৰ হৈয়েই থাকিব। তাইনো সেইবোৰ কথা কেনেকৈ জানিবলৈ পাব?'

'ঠিক আছে, মই তেনেহলে নিশ্চিন্ত হ'লো', হেনচাৰ্ডে ক'লে।

'আমাৰ বিয়াখন পুনৰ পতাৰ বুদ্ধিটো ভাল হৈছে বুলিয়েই মই ভাবিছো,' মিচেচ হেনচাৰ্ডে অলপ সময় কথাটো চিন্তা কৰি ক'লে। 'অতবোৰ ঘটনা হৈ যোৱাৰ পিছত সেইটোৱেই উত্তম ব্যৱস্থা হব। এতিয়া মই গৈ এলিজাবেথ জেনক কওঁগৈ যে আমাৰ শুভাকাঙ্খী সম্পৰ্কীয় লোক জনে আমাক চহৰ খনতে থাকিবলৈ কৈছে।'

'খুব ভাল কথা, তুমি তাকে কৰাগৈ যোৱা। মই বাৰু তোমাক কিছুদূৰ আগবঢ়াই দিওঁ, বলা।'

'নাই নাই, তুমি মোৰ লগত গৈ বিপদত পৰিবগৈ নেলাগে,' ঘৈণীয়েকে সংশয়েৰে কথাষাৰ ক'লে, 'মই নিজেই বাটটো উলিযাব পাৰিম। মোক অকলেই যাবলৈ দিয়া।'

'ঠিক আছে,' হেনচাৰ্ডে ক'লে, 'মাত্ৰ এটা কথা সোধো, তুমি মোক ক্ষমা কৰিব পাৰিবানে বাৰু, চুচান?'

ঘৈণীয়েকে মুখৰ ভিতৰতে কিবা কিবি শব্দ কেইটামান অস্পষ্টকৈ ক'লে যদিও যুকিয়াই মেলি সদোচিৎ উত্তৰ এটা দিব নেজানিলে।

'এতিযা আৰু চিন্তা কৰিবলগীয়া একো নাই, আমাৰ ভাল দিন আহিছে বুলি ভাবিছো,' তেওঁ ক'লে, 'ভবিষ্যতে মই কি কৰি দেখুৱাও তাৰ ওপৰতে মোৰ ভাল বেয়া বিচাৰ কৰিবা— আহো বাৰু এতিয়া, বিদায়।'

তেওঁ ৰঙ্গমঞ্চ খনৰ ওপৰৰ পিনে বগাই গ'লগৈ। নিম্ন অঞ্চলৰ গছৰ তলে তলে যোৱা বাটটোৰেদি ঘৈণীয়েক চহৰখনৰ পিনে আগবাঢ়িল। হেনচাৰ্ডে অতি বেগত খোজ দি আহি নিজ ঘৰৰ দুৱাৰমুখখন পাবৰ সময়ত ঘৈণীয়েকে অতি গভীৰ ভাবে কিবা চিন্তা কৰি গৈ থকা তেওঁ দেখা পাইছিল। কন্তেক আগতে বিদায় দিয়া মানুহ গৰাকীক পুনৰ লগ্ পাওঁ পাওঁৱেই হৈছিল গৈ। তেওঁৰ আৰু পিছ নলৈ নিজ ঘৰৰ দুৱাৰ মুখতে কিছুপৰ বৈ মানুহ গৰাকী গৈ থকাৰ পিনে চাই থাকিল।

# দ্বাদশ অধ্যায়

দৃষ্টিৰ অগোচৰ নোহোৱা পৰ্য্যন্ত ঘৈণীয়েকৰ পিনে তেঁও চাই থাকিল। তাৰ পিছত গেটখন মেলি ঘৰত সোমাই বাহিৰৰ পৰা সুৰঙ্গ যেন দেখা বাটটোৰেদি আহি বাগিছাখন পালেগৈ। বাগিছাৰ পৰা গুদাম ঘৰ আৰু ভঁৰাল থকা ঠাইৰ পিনে খোজ দিলে। পৰ্দা নথকা অফিচ ঘৰটোত পোহৰ দেখা পাই তেওঁ ভিতৰ সোমাই গ'ল। আহি দেখা পালেহি যে ফাৰফ্ৰেই একে ঠাইতে বহি হিচাপৰ বহী পত্ৰবোৰ পৰীক্ষা কৰি আছে। কিছুমান সজাই পৰাই ঠিক ঠাক কৰি পুনৰ বান্ধি কুন্ধিও থোৱা দেখিলে। তেতিয়াও তেওঁ কাম কৰি থকা দেখি হেনচাৰ্ড অবাক হ'ল। 'কিম্বা কাৰণে সেইপিনে আহোতে পোহৰ দেখিছে সোমালো', হেনচাৰ্ডে ক'লে, 'তুমি কিম্বা কৰি আছা যদি মই আমনি নকৰাই উচিত হব হবলা।'

তেওঁ ফাৰফ্ৰে বহি থকা চকীখনৰ পিছপিনে থিয় দিলেহি। ফাৰফ্ৰেৰ কৰ্ম নিপুণতা দেখি তেওঁ বিস্ময় মানিলে। এসোপা মান দ'ম কৰি থোৱা কাগজ পত্ৰৰ পৰা বুজিব পৰাকৈ তেওঁ হিচাপবোৰ উলিয়াই পেলালে। বহীবোৰ এনে খেলি মেলি হৈ আছিল যে প্ৰথমে ফাৰফ্ৰেও বিবুদ্ধিত নপৰাকৈ থকা নাছিল।

এই জটিল কামটো নিয়াৰিকৈ কৰি উলিওৱাৰ কাৰণে শস্য ব্যৱসায়ীজনৰ মুখ মণ্ডলত ভূযসী প্ৰশংসাৰ ভাব ফুটি উঠিল। মানুহজনৰ কষ্ট দেখি সহানুভূতিও জাগিল। তেওঁ মনতে ভাবিলে একোজন মানুহে অতি ক্ষুদ্ৰ অদৰকাৰী আৰু আমনি লগা কামতো সোৱাদ বিচাৰি পাই গুৰুত্ব সহকাৰে কৰিব পাৰে। শাৰীৰিক ভাৱেই হওক বা মানসিক ভাৱেই হওক, এনেবোৰ জধেমধে থোৱা পুৰণি কাগজ পত্ৰৰ গুঢাৰ্থ বাছি উলিয়াবৰ কাৰণে হেনচাৰ্ডৰ দৰে মানুহ একেবাৰে অনুপযুক্ত। তেওঁ আহৰণ ক ৰা শিক্ষা আধুনিক যুগৰ কাৰণে একেবাৰে নগণ্য বুলিও তেওঁ জানিছিল।

ভাল হাতৰ আখৰে তেওঁক সদায় আকৰ্ষণ কৰিছিল। তেনেধৰণৰ কাৰু কলা আহৰণ কৰা তেওঁৰ পক্ষে দুৰূহ হলেও সেইবোৰ আদৰ নকৰাকৈ থকা নাছিল।

'একেদিনাই তুমি বহুত কাম কৰিলা, আজি ৰাতি আৰু একো কাম কৰিব নেলাগে', এসময়ত কঠোৰ পৰিশ্ৰম কৰা হেনচাৰ্ডৰ প্ৰকাণ্ড হাতখন কাগজ পত্ৰবোৰৰ ওপৰত থৈ ক'লে, 'কালিলৈ দিনত বহুত সময় পাবা। এতিয়া ৰাতিৰ আহাৰ কৰোগৈ ব'লা। তোমাক মোৰ লগত লৈহে যাম নহলে তুমি দেৰি কৰি থাকিবা,' জোৰ কৰিয়েই পৰম বন্ধুভাৱে হেনচাৰ্ডে বহীপত্ৰবোৰ জপাই দিলে।

ডোনাল্ড সেইসময়ত নিজৰ থকা ঠাইলৈ গৈহে জিৰণি লোৱাৰ কথা ভাবিছিল কিন্তু তেওঁ ইতিমধ্যেই বুজি পাইছিল যে তেওঁৰ নিয়োগ কৰ্ত্তা সকলো কথাতে অত্যন্ত আবেগিক হৈ পৰে। কাৰবাৰ কিবা এটা অনুৰোধ কৰাৰ পিছত তেওঁৰ সংযত আচৰণ কৰবাতে থাকি যায়। গতিকেই তেওঁৰ অনুৰোধ ৰক্ষা কৰাৰ বাহিৰে ফাৰফ্ৰেই আন একো উপাই নেদেখিলে। হেনচাৰ্ডৰ মৰম সাদৰ খিনি ফাৰফ্ৰেই ভাল পাইছিল যদিও ইয়াৰ অত্যাধিকে অসুবিধাত পেলাই বুলি তেওঁ ভয়ো কৰিছিল। দুয়োজনৰে পৃথক পৃথক চাৰিত্ৰিক বৈশিষ্ট্য থকা সত্বেও ইজনে সিজনক অন্তৰঙ্গভাৱে ভাল পোৱাৰ ক্ষেত্ৰত ই কোনো ধৰণৰ বাধাৰ সৃষ্টি কৰা নাছিল। অফিচৰ তলা বন্ধ কৰাৰ পিছত যুবকজনে লগৰীয়াজনৰ পিছে পিছে আহি ভিতৰলৰা সৰু দুৱাৰখন পাৰ হৈ হেনচাৰ্ডৰ ফুলনিখন পালেহি। মাত্ৰ এখোজ কি দুখোজৰ পিচতে জড়বাদী এজনে প্ৰকৃতিৰ নন্দন কাননত সোমোৱাৰ অনুজ্ঞা পত্ৰ এখন পাই যায়। নিয়ঁৰ পৰি থকা বাগিছাখন নিজম পৰি আছিল যদিও বিভিন্ন ধৰণৰ ফুলৰ সুৰভিয়ে পৰিবেশটো মধুৰ কৰি ৰাখিছিল। ঘৰটোৰ পৰা আৰম্ভ হৈ বহুদূৰলৈকে বিস্তৃত এখন ধুনীয়া সেউজীয়া ঘাঁহনি। তাৰ পিছৰ ভেটিবোৰত বিভিন্ন ধৰণৰ ফুল। মাজে মাজে থকা ফলৰ গছবোৰত লোহাৰ গাঁঠনি কৰি হেলান দি থোৱা। সেইবোৰ ঘৰটো সজাৰ সময়ৰে পৰা থকা। লোহাবোৰ পুৰণি হোৱাত মামৰে ধৰিছিল। কিছুমান গছ ক্ৰমাত বাঢ়ি গৈ লোহাৰ খুঁটাবোৰৰ মাজত সোমাই গৈছিল গৈ। ফলত কিছুমান খুঁটা ভৰত বেকা হৈ গৈছিল। আখ্যান প্ৰসিদ্ধ ট্ৰজানৰ পুৰোহিত লাউকুনৰ শোকাবহ মৃত্যুৰ পিছত তেওঁৰ স্মৰণাৰ্থে মাৰ্বলৰ এটি ভাস্কৰ্য্য গঢ়ি তোলা হৈছিল। কিন্তু চাৰিওপিনৰ পৰা আবৰি ধৰা গছ বনে সেইটো চিনিবকে নোৱাৰা কৰি পেলাইছিল। এই বাগিছা খনতো গছবোৰ বেকা হৈ ওলমি পৰি নাযাবৰ কাৰণে ৰখা লোহাৰ গাঁঠনিবোৰও উদ্ভিদৰ আক্ৰমণত তিষ্ঠিব নোৱাৰি নিজেই সেও মানি ঢাক খাই গৈছিল। সুৰভিৰে মলমলাই থকা গছবোৰৰ ফুলবোৰ হ'লে ৰাতি নেদেখি। ফুলনিখন পাৰ হৈ আহি তেওঁলোক ঘৰটোৰ ভিতৰ সোমালেহি।

ৰাতিপুৱা ব্ৰেকফাষ্টৰ সময়ত দেখুওৱা আতিথ্যৰ পুনৰাবৃত্তি হ'ল। খোৱা-বোৱা শেষ হোৱাৰ পিছত হেনচাৰ্ডে ক'লে 'হেৰা চকীখন টান মাৰি চিমনিটোৰ ওচৰলৈকে আহাচোন। জুই কুৰাও ভালকৈ জ্বলাই দিওঁ।' চিমনিৰ মুখৰ জালিখনত ধোঁৱা লাগি ক'লা হৈ থকা দেখি তেওঁ ক'লে 'চিমনিৰ মুখৰ জালিখন ক'লা হৈ থকা দেখিলে মই অলপো সহ্য কৰিব নোৱাৰো, আন বস্তুৰ কথা বেলেগ। চেপ্তেম্বৰ মাহহে সোমাইছে, এতিয়াইনো জালিখনত ক'লা বৰণ ধৰিবলৈ দিব লাগেনে। ওচৰতে থৈ দিয়া কয়লা অলপ দি দিয়াত জুইকুৰা দপদপাই জ্বলি উঠিল।

এইটো জানো এটা ব্যতিক্ৰম নহয়, হেনচাৰ্ডে ক'লে, 'আমি দুজন মানুহ ব্যবসায় সংক্ৰান্তত লগ হৈছোঁহি আৰু প্ৰথম দিনাই মই তোমাক এটা অতি গুৰুত্বপূৰ্ণ ঘৰুৱা কথা কব লগীয়াত পৰিছো। প্ৰকৃততে মই এজন বৰ অকলশৰীয়া মানুহ ফাৰফ্ৰে ঃ এইবোৰ কথা পাতিবলৈ আন কোনোবেই নোহোৱাত ভাবিছো তোমাৰ লগতেইনো নেপাতো কিয়।'

চিমনিটোৰ চাৰিওপিনে সুক্ষ্ম কাৰুকাৰ্য্য পূৰ্ণ ভাস্কৰ্য্যৰ এডাল ফুলৰ মালাৰ দৰে নক্সা। সেই নক্সাবোৰত আছিল প্ৰাচীন গ্ৰীচত প্ৰচলিত এবিধ তাঁৰৰ বাদ্য যন্ত্ৰ, ঢাল, ধেনুকাৰ থোৱা টোন ইত্যাদি। চিমনিটোৰ দুফালে ষাঁড় গৰুৰ দুটা মূৰ বস্ত্ৰৰে আচ্ছাদিত কৰি সজাই থোৱা। তাৰ ঠিক তলতে দুটা মূৰ্ত্তি — এফালে গ্ৰীচ দেশৰ উপাখ্যানত পোৱা সংগীতৰ অধিষ্ঠাতা দেৱতা এপ'লো আৰু আনফালে ৰোমৰ উপাখ্যানত উল্লেখিত বনৰীয়া জন্তুৰ অধিষ্ঠাত্ৰী দেৱী ডায়েনা।

'সদায় যে মোৰ অৱস্থা আজিৰ দৰেই আছিল এনে নহয়,' হেনচাৰ্ডে কৈ গ'ল। কথাবোৰ কওঁতে তেওঁৰ দৃঢ ও গভীৰ মাতটো অকণো কঁপি উঠা নাছিল। যিমানেই অন্তৰঙ্গ বন্ধু নহওঁক কিয় কিছুমান কথা মানুহে কওঁ কওঁ কৰি থাকিলেও কবগৈ নোৱাৰে। মুখৰ পৰা সহজে ওলাই নাহে। কিন্তু আজি এক অজান শক্তিয়ে প্ৰভাৱান্বিত কৰাৰ কাৰণেই তেওঁ কথাবোৰ ক'বলৈ সাহস গোটাব পাৰিছে। মই এজন সাধাৰণ ঘাঁহ কটা বনুৱা হিচাপেহে জীৱনটো আৰম্ভ কৰিছিলোঁ, আৰু তেতিয়া মোৰ বয়স আছিল মাত্ৰ ওঠৰ বছৰ। সেই জীৱিকাৰ পৰা পোৱা যৎ সামান্য উপাৰ্জনৰ ওপৰতে নিৰ্ভৰ কৰি মই বিয়া কৰাইছিলোঁ। তুমি বাৰু মোক বিয়া কৰোৱা মানুহ বুলি ধৰিব পাৰিছিলানে?

'চহৰখনৰ সকলোৱে আপুনি বৰলা মানুহ বুলিহে মোক কৈছিল।' ফাৰফ্ৰেই ক'লে।

'হয় হয় ঠিক কৈছা, তুমি তেনেকৈ শুনাটোৱে স্বাভাবিক। বাৰু এতিয়া মই কৈ যাওঁ তুমি শুনি যোৱা। আজি উনৈশ বছৰ মানৰ আগতেই মোৰ নিজৰ দোষৰ কাৰণেই তেওঁক হেৰুৱালো। সেইটোনো কেনেকৈ হবলৈ পালে কওঁ শুনা। এদিন গৰমৰ দিনৰ সন্ধিয়া সময়ত মই কাম বিচাৰি আহি আছিলো আৰু তেওঁ ও মোৰ কাষে কাষে কেচুৱাটো কোলাত লৈ আহি আছিল, আমাৰ একমাত্ৰ সন্তান। আমি আহি আহি গাঁও এখন পালোহি। তাত আনন্দ মেলা এখন চলি আছিল। আগৰ লগাত তাৰে দোকান এখনত সোমালো।' হেনচাৰ্ডে কন্তেক বৈ অলপ পিছুৱাল আহিল যাতে কিলাকুটি দুটাই টেবুলখনৰ ওপৰত তেজাদি জিৰণি পায়। হাত দুখন নি মূৰে কপালে ঢাক খোৱাকৈ থলে। অৰ্ন্তবাত্মাৰ গভীৰ কোণত কিবা এটাই খামোচ মাৰি ধৰি থকা মানুহটোক মাথোন হাতদুখনৰ জৰিয়তে ঢাকি ৰখাটো সম্ভৱ

নহ'ল। লুকুৱাই ৰাখিব নোৱাৰাত নাবিকজনৰ লগত হোৱা লেনদেনটোৰ বিতং বিৱৰণ দি গ'ল। প্ৰথমে নিৰ্লিপ্ত হৈ থকা স্কটচ্‌দেশৰ যুৱকজনে একান্তমনে শুনিবলৈ ধৰিলে।

হেনচাৰ্ডে তেওঁৰ যৈণীয়েকক বিচাৰি উলিওৱাৰ কাৰণে কৰা প্ৰচেষ্টা আৰু পিছত শপত লোৱাৰ কথাও বিবৰি ক'লে। তেতিয়াৰে পৰা যে তেওঁ একেবাৰে অকলশৰীয়া তাকো ক'লে। 'মোৰ প্ৰতিজ্ঞাটো যোৱা উনৈশ বছৰ ধৰি ৰক্ষা কৰি আছো। তুমিতো দেখাই পালা মই জীৱনত কিমান উন্নতি কৰিলো।'

'হয়,' ফাৰফ্ৰেই শলাগিলে।

'সেইদিন ধৰি মোৰ পত্নীৰ বিষয়ে একো খা-খবৰেই পোৱা নাছিলো। নাৰীৰ প্ৰতি মোৰ স্বাভাৱিক ঘৃণাৰ কাৰণেই যৌন আবেগক কোনো ধৰণে প্ৰশ্ৰয় নিদিয়াকৈ আজি পৰ্যন্ত মই বৰ্তি আছো। সেইবোৰ বিসৰ্জন দি মই একো যন্ত্ৰণা পাই থকাও নাই। ক'লোৱেই নহয় যে সেইদিন ধৰি মোৰ পৰিবাৰৰ একো গুংসূত্ৰই নাছিল— তুমি বিশ্বাস কৰা আজি পৰ্যন্ত। কিন্তু তুমি শুনি আচৰিত হবা, তেওঁ পুনৰ আহি মোৰ কাষ চাপিছেহি।

তেখেত সঁচাকৈয়ে আহি ওলাইছেহিনে?

'অ ক'লো নহয় আজি ৰাতিপুৱাতে। এতিয়া বাৰু মই কি কৰা উচিৎ?'

ইতস্তত কৰি ফাৰফ্ৰেই ক'লে, নিজকে সংশোধন কৰি আপুনি তেখেতৰ সৈতে থাকিব নোৱাৰিবনে?'

'তেনেদৰে মই এখন আচনি কৰি তেওঁক প্ৰস্তাৱো দিছো। কিন্তু ফাৰফ্ৰে, মই এগৰাকী নাৰীক ন্যায় আচৰণ কৰিবলৈ গৈ আন এগৰাকী নিৰপৰাধী নাৰীক অন্যায় কৰিবলৈ ওলাইছো,' নিৰাশাগ্ৰস্ত হৈ হেনচাৰ্ডে ক'লে।

'আপুনি তেনেকৈ ভৱাটো ঠিক হোৱা নাই।'

'মোৰ জন্মাৰ্জিত স্বভাৱটো মোৰ গাত লাগি থকা সত্বেও যোৱা বিশ বছৰে মই আৰু একো মাৰাত্মক ভুল কৰা নাই। ধনে সম্পদে সুখেৰে যে দিন কটাব পাৰিছো সেইটো মোৰ নিচিনা মানুহৰ কাৰণে অসম্ভৱ সম্ভৱ হোৱাৰ নিচিনা কথা। আদ্যোপান্ত কবলৈ গ'লে কথাটো এনেকুৱা - ব্যৱসায়ৰ সংক্ৰান্তত মই স্ব্যাৰ্য়াহী লৈ অহা যোৱা কৰিবলগীয়া হৈছিল—বিশেষকৈ মাটিৰ তলত হোৱা আলু জাতীয় শস্য চপোৱাৰ সময়ত। সেই ক্ষেত্ৰত মোৰ বৰ ডাঙৰ ব্যৱসায় আছিল। পিছে শুনা, এবাৰ শৰৎ কালত তালৈ যাওঁতে মই ডাঙৰ বেমাৰত পৰিলো। লগতে মোৰ মনটোৱে অৱসাদ আৰু বিষণ্ণতাত ভুগিবলৈ ধৰিলে। এই পৃথিৱীখনত মই একেবাৰেই অকলশৰীয়া বুলি মোৰ মনলৈ মাজে মাজে ভাব আহিবলৈ ধৰিলে। পৃথিৱীখন আন্ধাৰে ছাটি ধৰা যেন মোৰ অনুভৱ হ'ল। সাধুকথাৰ যব্‌ নামৰ চৰিত্ৰটোৰ দৰে

মই ও মোৰ জন্ম ক্ষণটোক অভিশাপ দিবলৈ ধৰিলো।'

'আহ, মই হলে তেনেদৰে কেতিয়াও ভাবিবই নোৱাৰো।'

'তুমি তেতিয়া হলে ভগৱানক প্ৰাৰ্থনা কৰা যাতে তোমাৰ তেনে অৱস্থা কেতিয়াও নহয়, বুজিলানে ডেকা ল'ৰা। মোৰ তেনেকুৱা এটা মানসিক অৱস্থাত এগৰাকী মহিলা — মহিলা নহয়, গাভৰু ছোৱালীক দৈৱক্ৰমে লগ পালো আৰু তাইৰ ওপৰত মোৰ পুতৌ জন্মিবলৈ ধৰিলে। ছোৱালীজনী ভাল ঘৰৰ আৰু শিক্ষা দীক্ষা একোতে পেলাব পৰা ধৰণৰ নহয়। তাইৰ দেউতাক সৈন্য বিভাগৰ এজন বিষয়া আছিল। মদৰ জালতে প্ৰমত্ত হৈ থকাৰ দোষত তেওঁৰ দৰমহা বন্ধ হৈ আছিল। পিছত মাক দেউতাক দুয়ো মৰাত তাই অকলশৰীয়া হ'ল। মই য্যাৰছীলৈ গ'লে যিটো ঘৰত থাকিছিলোঁ, বেচেৰী ছোৱালীজনীও তাৰেই আন এটা ভাগত আছিল। সেই ঘৰটোতে মই এবাৰ বেমাৰত পৰিলো আৰু তাইও সেই সময়তে মোক প্ৰতিপাল কৰাত লাগি গ'ল। সেইকণ মৰমো পাবৰ মই যোগ্য নাছিলো, ঈশ্বৰেনো কিয় দিলে জানো। একেটা ঘৰতে থকাত আমাৰ ঘনিষ্ঠতা ক্ৰমাত বাঢ়ি গ'ল আৰু দুয়ো গোপনে অতি অন্তৰঙ্গ হৈ পৰিলো। আমাৰ সম্বন্ধটোৰ বিষয়ে বহলাই আৰু একো কব নোখোজো। চমুকৈ ইমানকে কওঁ যে আমি বিয়া কৰাম বুলি আন্তৰিকতাৰে প্ৰতিশ্ৰুতি বদ্ধ হলো। কেলেঙ্কাৰী এটাৰ সৃষ্টি অৱশ্যে হৈছিল আৰু মানুহেও বু-বু-বা-বা কৰিবলৈ আৰম্ভ কৰিলে। তাত মোৰ নিজৰ একো হানি নহলেও ছোৱালীজনীৰ বদনাম নোহোৱাকৈ থকা নাছিল। ফাৰক্ৰে তুমি শুনি থাকা মই কৈ গৈ আছো — এজন পুৰুষে আন এজন পুৰুষক কোৱা কথা বুলি ধৰিবা — মই ধৰ্মতঃ কৈছো, তুমি বিশ্বাস কৰা, তিৰোতাৰ লগত মিথ্যা প্ৰেমাভিনয় কৰি ফুৰা লম্পট মই নহওঁ, সেইটো মোৰ কিবা গুণ বুলিও কব নোৱাৰো, দোষ বুলিও কব নোৱাৰো। লোক নিন্দাৰ প্ৰতি তাই অসাৱধান আছিল বুলিবই লাগিব। অৱশ্যে সেইসময়ত মই সুস্থ নাছিলো। মানসিক আৰু দৈহিক দুৰ্বলতাৰ উপৰিও নৈৰাশ্যত ভুগি আছিলো। ইফালে লোক নিন্দা বাঢ়িবলৈ ধৰিলে। চাৰিওপিনে বুবু-বাবা। অন্তত মোৰ বেমাৰ ভাল হল আৰু মই গুচি আহিলো। মই গুচি অহাৰ পিছতে তাইৰ অৱস্থা আৰু দুখ লগা হল। সেইবোৰ কথা লিখি ইখনৰ পিছত সিখনকৈ তাই ধুমাধুম মোলৈ চিঠি দিয়েই আছিল। মোক তাই পাহৰি যোৱা নাছিল। সেই গতিকে মইও তাইৰ ওচৰত ঋণী হৈ পৰিলো। সেইবোৰ বি হ'ল হ'ল বাক, আন পিনে মইও অভৱছৰে চুচানৰ কোনো খা-খবৰ পোৱা নাছিলো। তেনেস্থলত মোৰ কৃতজ্ঞতাৰ ঋণ পৰিশোধৰ অৰ্থে সিগৰাকীক মই সুধি পঠিয়ালো যে চুচান স্তীয়াই থকাৰ

বিপদ-শঙ্কা থকা অৱস্থাতো (অৱশ্যে তেনে এটা সম্ভাবনা প্ৰায় নাই বুলিয়েই মই ভাবিছিলোঁ) জানো তাই মোক বিয়া কৰাবলৈ ৰাজী হ'ব। মোৰ সেই অৱস্থাটো ঢাকি ৰাখিবলৈ মই চেষ্টা কৰাটো উচিত নহ'লহেঁতেন। ভৱিষ্যতে উদ্ভৱ হ'ব পৰা জটিল পৰিস্থিতি এটাৰ আগতীয়াকৈ অধ্যয়ন কৰিব পৰাৰ আনন্দত তেওঁ জপিয়াই উঠিল। আমি অলপতে বিয়াই কৰালোহেঁতেন নহয় – চোৱাচোন, চুচান আহি কেনে ঠিক সময়তে উপস্থিত হ'লহি।'

অতি গম্ভীৰ ভাৱে চিন্তা কৰিও ডোন্যাল্ডে এই জটিল সমস্যাটোৰ ওপৰত কোনো ধৰণৰ মন্তব্য দিবলৈ আগ নাবাঢ়িলে। তেওঁ দেখিলে ঘটনাটো সাধাৰণ মানুহৰ জীৱনৰ পৰিধিৰ বাহিৰৰ।

'এতিয়া তুমি দেখিলাই নহয়, এজন মানুহে নিজকে নিজে কিমান যন্ত্ৰণা দিব পাৰে। ডেকা কালত মেলাখনত সেইদিনা মই কি সাংঘাটিক কাণ্ডটো কৰি পেলাইছিলোঁ– মই কম অন্যায় কৰিছিলোনে। মই য্যাৰ্য়াচীত বেমাৰ পৰি থকাৰ সময়ত স্বাৰ্থপৰ ভাৱে নিজৰ কথা নাভাবি সেই চঞ্চল ছোৱালীজনীক মোক শুশ্ৰূষা কৰিবলৈ এৰি নিদিয়াহেঁতেনেই ভাল আছিল। মিছাটো মাতিলে কি লাভ হ'ব, তাই কিন্তু দেহে কেহে লাগি মোৰ শুশ্ৰূষা কৰিছিল। সমস্যাবোৰে এতিয়া মূৰ ডাঙি উঠি মোক তিতা কেহা লগাইছেহি। যি কোনো এজনীকটো মই হতাশ কৰিবই লাগিব – সেইজনী দ্বিতীয় গৰাকীহে হ'ব। মোৰ প্ৰথম কৰ্ত্তব্য চুচানৰ প্ৰতি – সেই বিষয়ে মোৰ কোনো সন্দেহেই নাই।'

'তেওঁলোকৰ মাজৰে এগৰাকীয়ে মনত কম আঘাত নাপাব নহয়।' ডোন্যাল্ডে মুখৰ ভিতৰতে সৰুকৈ ক'লে, 'সেইটো অৱশ্যে ধ্ৰুৱপ।'

'তেওঁলোকে মনত কি বেজাৰ পাই পাই থাকক, মই নিজে সেইবোৰলৈ পৰোৱাই নকৰোঁ – সকলোবোৰ সমস্যাই কেনিবা নহয় কেনিবা নিষ্পত্তি হয়েই। কিন্তু এই দুজনীৰ মাজত,' হেনচাৰ্ড ভাবাচ্ছন্ন হৈ ক্ষন্তেক ৰৈ ক'লে, 'মই ভাবো প্ৰথমজনীতকৈ দ্বিতীয়জনীয়ে মোৰ পৰা কোনো গুণে কম মৰম নাপাব। মোৰ অৱস্থাত পৰা যি কোনো মানুহেই তেনেকুৱাই কৰিলেহেঁতেন।'

ডোন্যাল্ডে নিৰ্বিকাৰ ভাৱে যন্ত্ৰণাদায়ক কথাটোৰ উত্তৰ হিচাপে ক'লে 'যি হ'ব লগীয়া আছিল হৈ গ'ল, এতিয়াতো আৰু আন কোনো উপায় নাই। আপুনি চাৰ যুৱতী গৰাকীক জনাই দিয়ক যে ঘটনাই আন মোৰ লোৱাত তেওঁক আপুনি পত্নী কৰি ল'ব নোৱাৰিব, কাৰণ আগৰ গৰাকী পত্নী আহি পালেহি। আপুনি তেওঁক আৰু দেখা কৰিব নোৱাৰিব বুলিও জনাই দিব। লগতে আৰু জনাব যে আপুনি তেওঁৰ সদায় শুভাকাঙ্ক্ষী হৈয়েই থাকিব।'

'সিমান খিনিয়েই নহ'ব, আৰু লেঠাই দেখা দিব পাৰে। গতিকেই মই আৰু কিছু অধিক কৰিব লাগিব। ছোৱালীজনীৰ সদায় এটা ফুটনি যে তাইৰ হেনো কোনোবা এজন বৰ ধনী খুড়াক নে খুৰীয়েক আছে আৰু তেওঁলোকৰ পৰা তাই আশা কৰি নথকাও নহয়— তাকে ভাবি গুণি যেচ কিছু পইছাই মই তাইলে পঠিয়াব লাগিব। সেয়েই বেচেৰী ছোৱালীজনীৰ কিছু ক্ষতিপূৰণ কৰিব বুলি মই ভাবো। এতিয়া মোৰ হৈ তুমি এটা কাম কৰিব লাগে। এই সকলোবোৰ কথা ব্যাখ্যা কৰি তাইলৈ বুলি চিঠি এখনৰ খচৰা এটা তুমি প্ৰস্তুত কৰা। ধীৰে ধীৰে লিখি নি পি ৰেয়া খবৰটো শেষত দিবাগে। পিছৰ কথাখিনি যিমান পাৰা সিমান নৰমকৈ লিখিবা। মই চিঠি পত্ৰ লিখাত বৰ বেয়া।'

'মই আপোনাৰ হৈ সেই কামটো কৰি দিম বাৰু।' ফাৰফ্ৰেই সঁহাৰি জনালে।

হেনচাৰ্ডে পুনৰ আৰম্ভ কৰিলে, "তোমাক সকলোবোৰ কথা সম্পূৰ্ণকৈ এতিয়াও কোৱা হোৱা নাই। মোৰ পৰিবাৰ চুচানৰ লগত মোৰ ছোৱালীজনীও আছে। সেই মেলাৰ দিনা কোঁচত থকা ছোৱালীজনী। ছোৱালীজনীয়ে এতিয়াও মোক কোনোবা দূৰ সম্পৰ্কীয় আত্মীয় বুলিহে জানি আছে। মই মাকক যি জন নাবিকৰ হাতত গটাই দিছিলো সেই নাবিকজনকে নিজৰ দেউতাক আৰু মাকৰ মৃত স্বামী বুলি তাই ভাবি আছে। তাইৰ মাকৰ লগত মই একমত যে ছোৱালীজনীক আমাৰ কলঙ্কিত অতীতৰ কথা জনোৱাতো উচিৎ নহ'ব। সেই বিষয়ে তোমাৰ নো কি মতামত? তোমাৰ  উপদেশৰ মোৰ দৰকাৰ হৈছে।'

'মই ভাবো যি বিপদেই নহওঁক কিয় সত্য ঘটনাটোৰ বিষয়ে তাইক জনাই থোৱাই ভাল। তাই আপোনালোক দুয়োকো ক্ষমা কৰিবও পাৰে।'

'সেইটো কোনো পধ্যেই হব নোৱাৰে,' হেনচাৰ্ডে ক'লে, 'মই তাইক সত্য ঘটনাটো জনাব নোৱাৰো', তাইৰ মাকৰ সৈতে আমাৰ পুনৰ বিবাহ সম্পন্ন হব। তেতিয়াহে ছোৱালীজনীৰ মান সন্মান ৰক্ষা হোৱাৰ উপৰিও লোকচকুৰ পিনৰ পৰাও শোভনীয় হৈ থাকিব। সেই নাবিকজনৰ বিধবা পত্নী বুলিহে চুচানে নিজকে ভাবি থাকে। গতিকেই এক ধৰ্মীয় সংস্কাৰ নহ'লে তেওঁ মোৰ লগত থাকিবলৈ ভাল নেপাব। তেওঁ সেইটো ন্যায্য কথা কৈছে বুলিয়েই মই ধৰিছোঁ।'

ইয়াৰ পিছত আৰু ফাৰফ্ৰেৰ একো মন্তব্য দিবলৈ নাথাকিল। তেওঁ বহি মনোযোগেৰে সৈতে ব্যগ্ৰাহীত থ[illegible]ছোৱালীজনীলৈ লিখিব লগা চিঠিখনৰ খচৰাটো প্ৰস্তুত কৰাত লাগি গ'ল। সেইখন প্ৰস্তুত হোৱাৰ পিছত তেওঁলোকৰ কথা বতৰাৰ অন্ত পৰিল। ডেকা স্কটছজন যাবলৈ ওলোৱাত তেওঁ ক'লে 'মই বহু এজনক কথাবোৰ কৈ হে স্বস্তিৰ নিশ্বাস পেলাব পাৰিছো। এতিয়া তুমি দেখিলা নহয়, কেষ্টাৰব্ৰীজৰ মেয়ৰ জনে টকা পইছা উপাৰ্জন কৰা ক্ষেত্ৰতহে কৃতকাৰ্য্য হৈছে।

মানসিক শান্তিৰ ক্ষেত্ৰত কিন্তু হ'ব পৰা নাই।'

'আপোনৰ কাৰণে মোৰ দুখ লাগিছে ,' ফাৰফ্ৰেই ক'লে।

হেনচাৰ্ডে চিঠিখন নিজহাতে লিখি চেক্ এখনেৰে সৈতে খামত ভৰাই পষ্ট অফিচ পালেগৈ। চিঠিখন দি গোটেই বাটটো অকলে অকলে খোজকাটি আহি থাকোতে তেওঁক বৰ চিন্তাকুল দেখা গৈছিল।

'এই কথাটোৱে বাৰু ইমান সোনকালে এৰা দিবনে?' তেওঁ মনতে ভাবিলে, 'বৰ মৰ্মান্তিক ঘটনা — হে ভগবান তুমিহে জানা ইয়াৰনো শেষ ক'ত হয়গৈ। এতিয়াৰে পৰা মই চুচানৰ প্ৰতি থকা মোৰ কৰ্তব্য পালন কৰি মোৰ পাপৰ প্ৰায়চিত্ত কৰিব লাগিব।'

# ত্ৰয়োদশ অধ্যায

মাইকেল হেনচাৰ্ডে তেওঁৰ পত্নী চুচানৰ কাৰণে আগতে ঠিক কৰা আচনি অনুসৰি, চহৰখনৰ পশ্চিম অংশৰ ওখ টিলাবোৰত থকা ঘৰ এটা ভাড়ালৈ ল'লে। ঘৰটো নিউচনৰ নামত লৈছিল। প্ৰকাণ্ড দেৱালখনৰ কাষতে ঘৰটো। দুয়োকাষে থকা শাৰী শাৰী গছবোৰে পথছোৱাৰ শোভা বঢ়াইছিল। তাৰোপৰি চোকা ৰ'দতো গছৰ তলে তলে থকা পথছোৱাত খোজ কাটি ভাল লগা। পশ্চিমে দেখা পোৱা শৰৎ কালৰ হালধীয়া বেলিটো সেই ঠাই ডোখৰৰ পৰা অধিক তেজাল দেখা গৈছিল। বিয়লি হৈ অহাৰ লগে লগে ইয়াৰ ৰক্তিম আভা প্ৰসাৰিত হৈ চাপৰ চাপৰ ডিমৰু গছবোৰৰ ঠাল ঠেঙুলি আৰু পাতৰ মাজেৰে সৰকি আহি সেউজীয়া ৰং দিয়া নিম্ন মহলাৰ ঘৰৰ খিৰিকী দুৱাৰৰ জাপবোৰত পৰিছিলহি। ভাৰাঘৰটোৰ বহা কোঠাটোৰ পৰা পকা দেৱালবোৰত খামোচি ধৰি তলমুৱা হৈ ওলমি থকা ডিমৰু গছৰবোৰ সহজতে চকুত পৰা। তাৰোপৰি দূৰণিৰ মাটিৰ দুৰ্গটোৰ কাষত কিছুমান মৈদাম সদৃশ টিপও দেখা গৈছিল। সেই আটাইবোৰে ঠাইডোখৰ মনোৰম কৰি ৰাখিছিল যদিও সচৰাচৰ দেখাৰ দৰে পুৰণি স্মৃতি চিহ্নবোৰে মনবোৰ উদাস আৰু বিষণ্ন নকৰাকৈও নাথাকে। মাক আৰু জীয়েক ভালকৈ থাকিবলৈ হ'লে যিবোৰ সা-সুবিধাৰ দৰকাৰ তালৈ হেনচাৰ্ডে চকু দিছিল। ঘৰুৱা বন কৰা লগুৱাৰ উপৰিও বগা এপ্ৰণ পিন্ধা বাৰ্বুচি, খানচামাৰ বন্দবস্ত কৰি দিছিল। সেই সকলোবোৰ ঠিক-ঠাক হৈ যোৱাৰ পিছত এদিন হেনচাৰ্ডে তালৈ আবেলিৰ চাহ খাবলৈ আহি বহুত সময় কটালে। সেইদিনটোত আনন্দেৰে পাৰ কৰা সময়খিনিত তেওঁলোকে সাধাৰণ ধৰণৰ কিছুমান কথাবাৰ্তাহে পতাত, এলিজাবেথ-জেনে ভিতৰি চলি থকা কথাবোৰৰ একো ভূ-ভা নাপালে। তাই সেই বিষয়ে অজলা হৈয়েই থাকিল। হেনচাৰ্ডে হাঁহি উঠা কথা

কিছুমান কৈছিল যদিও নিজকে হাঁহিয়াতৰ পাত্ৰ কৰি কৰা ৰসিকতাবোৰ ঘৈণীয়েকে কিন্তু ভাল পোৱা নাছিল। বাহিৰে ব্যৱসায়ী এজনৰ আদৱ কাইদা দেখুৱাই হেনচাৰ্ডে তালৈ ঘনাই অহা যোৱা কৰিবলৈ ধৰিলে। এই কথাটো তেওঁৰ ভালকৈ হৃদয়ঙ্গম হৈছিল যে আগৰ গৰাকী ঘৈণীয়েকৰ অধিকাৰৰ প্ৰতি তেওঁ সদায় লক্ষ্য ৰাখিব লাগিব। সেই নিয়মৰ ক'তো অকণো হীন-ডেটি নকৰি যন্ত্ৰ সদৃশ দক্ষতাৰে তেওঁৰ কৰ্তব্য পালন কৰি গৈছিল। তাৰ বিনিময়ত পিছৰ গৰাকীৰ প্ৰতি তেওঁৰ অন্তৰত থকা মৰমৰ দাবি ত্যাগ কৰিবলৈও তেওঁ প্ৰস্তুত হৈ আছিল।

আনন্দ কৰিবলগীয়া একেবাৰেই নথকা উত্তাপহীন নিৰস কথাটো ঘৈণীয়েকক সুধিবৰ কাৰণে এদিন ছোৱালীজনী ঘৰত নথকাৰ সময়তে হেনচাৰ্ড আহি ওলালেহি। 'তোমাক আজি কথাটো সুধিবলৈকে আহিলোঁ, ভাল দিন এটাৰ কথা কিবা চিন্তা কৰিছানেকি, চুচান?'

বেচেৰী মানুহজনীয়ে মলিন হাঁহি এটা মাৰিলে। মুকলি মনেৰে এই প্ৰসঙ্গটো লৈ আলোচনা কৰি উপভোগ কৰাৰ মানসিক প্ৰবৃত্তি তেওঁৰ নাছিল। ছোৱালীজনীক মৰ্যাদা সহকাৰে প্ৰতিষ্ঠা কৰাই তেওঁৰ একমাত্ৰ উদ্দেশ্য আছিল। এই গোটেই কথাটোকে এক প্ৰবঞ্চনা বুলি জানিও তেওঁ এই চল-চাতুৰালিত সম্মতি দিবলৈ বাধ্য হৈছিল। ইয়াৰ একমাত্ৰ কাৰণ হ'ল যে ছোৱালীজনীক তেওঁলোকৰ জীৱনৰ ইতিহাস কোনোৰকমেই জানিবলৈ দিব নোৱাৰে। একেবাৰে নিজৰ আত্মীয় স্বজনৰ স্বাৰ্থৰ ক্ষেত্ৰত মানুহৰ মনবোৰ বৰ দুৰ্বল হয় আৰু নিজস্বাৰ্থৰ হকে প্ৰবৃত্তিবোৰ কেনেদৰে সলনি হয় সেই কথা কোৱা টান। তথাপিও সময়ত ইয়াৰ যথাযথ উত্তৰ পোৱা যাবগৈ বুলি ধাৰণা কৰিব পাৰি।

'অ মাইকেল' তেওঁ ক'লে 'মোৰ চিন্তা হৈছে এইবোৰত লাগি তোমাৰ সময়হে নষ্ট হৈছে – বেছ আহুকালো হৈছে– আৰু সচাঁকথা ক'বলৈ গ'লে, অতবোৰ সা-সুবিধা মই বাঞ্ছাও কৰা নাছিলো।' এবাৰ চহকী মানুহজনে পিন্ধি অহা কাপোৰযোৰলৈ চাই আকৌ পিছ পাকতে তেওঁক থাকিবলৈ দিয়া ঘৰটোৰ মূল্যবান আচবাব্ বোৰলৈ চাই কিবা ভাবিহে তেওঁ কথাষাৰ কৈছিল।

'কষ্ট মোৰ সমূলি হোৱা নাই', হেনচাৰ্ডে অমায়িক ভাবে ক'লে 'এইটো এটা সৰু কুটিৰহে – মোৰ কাৰণে একো খৰছেই বুলিব নোৱাৰি। তাৰোপৰি মোৰ সময়বোৰ অবাবত নষ্ট হোৱা বুলি ভবাটোও তোমাৰ ঠিক হোৱা নাই।' তেওঁ আনন্দ মনৰে ক'লে– 'এতিয়া মোৰ কাম বনবোৰ চোৱা চিতা কৰিবৰ কাৰণে এজন অতি সুদক্ষ লোক পাইছো– তেনে এজন মানুহ মই আগতে বিচাৰি চলাথ কৰিও পোৱা নাছিলো। অতি সোনকালেই মোৰ সকলোবোৰ দায়িত্ব তেওঁক গতাই দি দিম। তাৰ পিছত যোৱা একুৰি বছৰে মই হেৰুৱাই পেলোৱা দিনবোৰ ঘূৰাই

আনি মোৰ নিজৰ কৰি লবলৈ যত্ন কৰিম।'

হেনচার্ডে এই ঠাই ডোখৰলৈ ইমান সঘনে আহিবলৈ ধৰিলে যে মানুহে বু-বু-বা-বা কৰিবলৈ এৰি এই বিষয়টোলৈ একেবাৰে মুকলি ভাবেই আলোচনা কৰিবলৈ ধৰিলে। তেওঁলোকে ক'বলৈ ধৰিলে যে প্রভাৱশালী আৰু জবৰদস্তি কৰি কাম আদায় কৰিব পৰা মেয়ৰজনক এগৰাকী নির্বলী নাৰীয়ে কেনেকৈ মন জয় কৰিলে। বশীকৰণৰ কিবা মন্ত্রহে মাৰিলে নেকি? নাৰী সমাজৰ প্রতি থকা তেওঁৰ নির্বিকাৰ ভাৱৰ কথা সর্বজন বিদিত। তেওঁলোকৰ লগত কোনোধৰণৰ কথাবতৰাতো লিপ্ত হ'ব নোখোজা মানুহজনৰ স্বভাবটোৱে এই ক্ষেত্রত দৰাচলতে অতি মনোৰম কৌতূহলৰ সৃষ্টি কৰিছিল। মানুহৰ মাজত মুখৰোচক আলোচনা হৈছিল। অন্যথা, এইটো প্রেম-প্রীতি শূন্য এটা নীৰস ঘটনা বুলিহে জানিব লগীয়া কথা আছিল। সেই দুখীয়া নিশকটীয়া মানুহ গৰাকীক তেখেতে নির্বাচন কৰাটো সকলোৰে কাৰণে দুর্বোধ্য হৈয়েই থাকিল। বিয়াবাৰুবোৰ একোটা সম্পূর্ণ ব্যক্তিগত কথা, প্রাণস্পর্শী আবেগ অনুভূতি কেতিয়াবা দেখা নোপোৱাকৈও থাকে। অৱশ্যে ঘুনুক ঘানাক কৰি এই কথাটোও ওলাইছিল যে তেওঁলোকৰ মাজত এটা বিশেষ ভিতৰুৱা সম্পর্ক আছিল। কিন্তু সেইটোনো কেনেধৰণৰ সম্পর্ক সেইবোৰ আনে জনাৰ কোনো উপায় নাছিল। মিচেচ হেনচার্ডক ইমানেই নিস্তেজ দেখা গৈছিল যে সৰু সৰু ল'ৰাবোৰে তেওঁক মানুহৰ শাৰীত নথৈ কিবা ভূত-প্রেতৰ আখ্যাহে দিছিল। তেওঁলোক দুয়ো একেলগে ফুৰিবলৈ যাওঁতে ল'ৰাবোৰে দিয়া জোকোৱা নামবোৰ হেনচার্ডৰ কাণত পৰিছিলহি। আলিবাটৰ নামাকৰণৰ দৰে দেৱালবোৰতো এনেকুৱা কুৎসিত নামবোৰ লিখি থোৱা দেখা পালেই হেনচার্ডে সিহঁতক এশিকনি দিম বুলি ভাবে আৰু তেতিয়াই তেওঁৰ মুখখন কেহেঁৰাজ বটাৰ দৰে ক'লাপৰি গৈ বীভৎস ৰূপ লয়। শুভ দিনৰ পূর্ব লক্ষণৰ ইঙ্গিত সেই ৰূপটোৱে বহন কৰি অহা নাছিল।

বেচেৰী তিৰোতা গৰাকীৰ লগত পুনৰ মিলনৰ কাৰণে পৰাত্মুখ নোহোৱাকৈ হেনচার্ডে কৰা প্রচেষ্টাই তেওঁৰ কর্তব্যনিষ্ঠাক প্রতিপন্ন কৰিব পাৰিছিল। হাড়-ছাল ওলোৱা মানুহজনী থকা ঘৰটোৰ ভিতৰত প্রাণচঞ্চল কৰি হৃদয়ৰ কম্পন তুলিব পৰা কিবা উদ্দীপকৰ ইঙ্গিত হেনচার্ডৰ বাহ্যিক আচৰণত প্রকাশ পোৱা নাছিল। তিনিটা কথাৰ ওপৰত ভিত্তি কৰি তেওঁ সেই হেন ডাঙৰ সিদ্ধান্তটো ল'ব লগীয়াত পৰিছিল। প্রথমটো হ'ল— চুচানৰ প্রতি তেওঁ কৰা অন্যায়ৰ প্রায়চিত্ত, দ্বিতীয়টো হ'ল - এলিজাবেথ-জেনক এটা ভাল ঘৰত দেউতাকৰ ছত্রছায়াত ৰখা আৰু তৃতীয়টো হ'ল— তেওঁৰ সামাজিক অৱস্থাৰ লগত খাপ নোখোৱা নিঃকিন তিৰোতাগৰাকীক পুনৰ বিয়া কৰোৱা কার্য্যৰ দ্বাৰা গাত চোৰাত পাত মেলি নিজে কৰা কুকর্মৰ ফল চিৰদিনলৈ ভুগি বং চাই থকাৰ সুযোগ আহ্বান কৰা।

জীৱনত প্রথম বাৰৰ কাৰণে চুচান হেনচাৰ্ডে ধোঁৱাবাগীত উঠিবলৈ পালে। বিয়াৰ দিনা এলিজাবেথ-জেন আৰু তেওঁক গীৰ্জালৈ নিবৰ কাৰণে চাৰিজন মানুহ বহিব পৰা এখন ধুনীয়া ধোঁৱাবাগী আহি হাজিৰ হ'লহি— হেনচাৰ্ডৰ দুৱাৰ মুখত।

নবেম্বৰ মাহ। বতাহ মাৰি থকা নাছিল যদিও বাহিৰত কিন্ কিনিয়া বৰষুণ। আকাশ খন ডাৱৰে ঢাকি ৰখাত তুলনামূলক ভাবে দিনটো গৰম আছিল। ক্ষুদ্র ক্ষুদ্র চাউলৰ গুৰিৰ দৰে বৰষুণৰ কণাবোৰ আকাশত ভাহি ভাহি তললৈ নামি আহিল। সেইবোৰ উপৰ কোট আৰু টুপিবোৰত লাগি ধৰিছিল। গীৰ্জাৰ ভিতৰত মানুহ ভৰি আছিল যদিও দুৱাৰ মুখত কোনো নাছিল বুলিবই পাৰি। ষ্কটিছ যুৱক জনেই একমাত্র লোক যি দৰাৰ পক্ষক ইটো সিটো কৰি সহায় কৰি দিছিল। প্রধান ভাৰৰীয়া কেইজনৰ বাদে প্রকৃত বন্দবস্তটো জনা তেওঁৱেই একমাত্র লোক। এনেবোৰ বিষয়ত তেৰোঁ একেবাৰে অনভিজ্ঞ। শুভ কাৰ্যটো সুকলমে পৰিচালনা কৰাৰ দায়িত্ব তেওঁৰ ওপৰতে পৰাত তেওঁক যথেষ্ট চিন্তিত দেখা গৈছিল। তাৰোপৰি ন্যায়পালিকা আৰু প্রচলিত আইন কানুনৰ প্রতি অসীম শ্রদ্ধা থকা লোক এজনে এনে এটা গুৰুত্বপূৰ্ণ শুভকাৰ্য্যক কৌতুক নাটকৰ অভিনয় হিচাবে ল'ব নোৱাৰা গতিকে তেওঁক অত্যাধিক উদ্বিগ্ন দেখা গৈছিল। ইয়াৰ উপৰিও তেওঁৰ নিজৰ জ্ঞান বুদ্ধিৰে এই নাটকীয় ঘটনাটোৰ অন্তর্নিহিত উদ্দেশ্যটো ভালকৈ উপলব্ধি কৰিব পাৰিছিল। সেই সময়ত তামাছাখনত উপভোগ কৰিবলৈ প্রয়োজন হৈছিল চোলমন লংৱেইজ, বাজফোৰ্ড, খৃষ্টফাৰ কোণি আৰু তেওঁলোকৰ শাৰীৰ অসাধাৰণ ব্যক্তিৰহে। কিন্তু দুৰ্ভাগ্যৰ বিষয় যে তেওঁলোকে ঘটনাটোৰ গোপনীয় দিশটোৰ বিষয়ে একেবাৰে অজ্ঞ। তথাপিও দম্পতিহাল ভিতৰৰ পৰা ওলাই অহাৰ সময়ত গীৰ্জাৰ সম্মুখৰ পকা ডোখৰত তেওঁলোক কিজন গোট খাই যি যেনেকৈ পাৰে তেনেকৈ শুভকাৰ্য্যৰ অৰ্থ ভেদ কৰিবলৈ যত্ন কৰিছিল।

'চল্লিশৰ লগত আৰু পাঁচ যোগ দিলে যিমান হ'ব সিমান বছৰ মই এই চহৰখনত আছোঁ', কোণিয়ে ক'লে, 'কিন্তু তথাপিও মই কাহানিও দেখা নাছিলো যে ইমান কম পাবৰ কাৰণে কোনোবাই ইমান বেছি বছৰ অপেক্ষা কৰিবলগীয়া হৈছিল। নেক্ক্ মকৰীডজ্ , ইয়াৰ পিছত কিন্তু আপোনাৰ দিন আহি আছে।' তেওঁৰ ঠিক পিছতে থিয় দি থকা মানুহ গৰাকীক উদ্দেশ্য কৰি তেওঁ কথাষাৰ কৈছিল। হেনচাৰ্ডৰ কাৰণেই ৰাইজে বেয়া কটি খাবলগীয়া হৈছিল বুলি সেই মানুহগৰাকীয়েই এলিজাবেথ আৰু মাকক চহৰখন আহি সোমোৱাৰ দিনাই অভিযোগ কৰিছিল।

'ঈশ্বৰৰ অভিশাপ হ'লেহে তেখেত বা আপোনাৰ নিচিনা এজনক মই বিয়া কৰাবলৈ যাম' উত্তৰত মানুহগৰাকীয়ে ক'লে, 'শুনক খৃষ্টফাৰ, আপুনি নিজেনো কি আমি নজনা নহয়, গতিকে আপোনাৰ বিষয়ে আমি একো নোকোৱাই মঙ্গল। আৰু

সেই তেখেত, লংবেইজ - তেখেতৰ বিষয়ে কিনো কম আৰু — (মাতটো সৰু কৰি) অৱশ্যে শুনা কথা, তেখেত বোলে উপাসক হবৰ মনেৰে গীৰ্জাত কিছুদিন শিক্ষা লবিছ আছিল, কথাটো গোটেই পৃথিৱীখনে জানক বুলি মই কোৱা নাই দেই, পিছে তেখেত গীৰ্জাত শিক্ষা লবিছ থকাটো সঁচা কথা, তেখেতে জীৱনটো তেনেকৈয়েই আৰম্ভ কৰিছিল যদিও পিছত গৈ গেলা পচা মৰাশ খোৱা কাউৰীহে হ'লগৈ।'

'কিন্তু এজন মানুহ যদি গৈ গৈ ইমানেই নগণ্য হ'বগৈ পাৰে,' লংবেইজে মুখৰ ভিতৰত ক'লে, 'কবলৈ গলে সেইটোও কম ডাঙৰ সৌভাগ্যৰ কথা নহয়।'

অকণমান সিফালে মূৰটো ঘূৰাওঁতেই জালপহীয়া কাপোৰ পিন্ধা গোটোং কিবা বস্তু এটা দেখা যেন কৰিলে। হাঁহিটোতে তেওঁ ধৰিব পাৰিলে যে তেখেত সেইদিনা থ্ৰী মেৰিনাচত গান গাবলৈ অনুৰোধ কৰা মানুহ গৰাকী বুলি। 'বেচ, মাই, কক্সচ্‌ম,' তেওঁ ক'লে 'এইটোনো কেনেকুৱা কথা? আমাৰ আগত সেইয়া হাঁড ছাল ওলোৱা মিচেচ্‌ নিউচনেও ৰক্ষণাবেক্ষণ দিব পৰা স্বামী এজন পালে,কিন্তু ট্ৰন হিচাবত ওজন কৰিব পৰা তোমাৰ কাৰণেহে মানুহ এজন নোলাল।'

-'মোক চেৰ পেলাব পৰা এজন মোক নেলাগেও ।' 'আহ, হয় হয়, এফালে কাক্সচমে নিজেই নিজৰ লেঠা মাৰিলে আনফালে শুকান ছালখনৰো লেঠা মৰিল।'

'পিছে ঈশ্বৰে কৃপা কৰিলে সেই ছালখনৰো আধ্যা পৰিবলৈ বেছিদিন নাই যেন লাগিছে।'

'মোৰ দৰে বুঢ়ী এজনীৰ কাৰণে স্বামী এজন কেলৈ লাগিছে,' মিচেচ কক্সচমে কৈ গ'ল, 'কিন্তু এই কথাটো মই নদি কব পাৰো যে তাইৰ দৰে আমিও সম্ভ্ৰান্ত পৰিয়ালৰ পৰা অহা।'

'হয়, হয়, আপোনাৰ মাক বৰ ভাল মানুহ আছিল, মোৰ ভালকৈ মনত আছে। ধৰ্মযাজকৰ সহায় নোলোৱাকৈয়েই এপালমান ল'ৰা ছোৱালী জন্ম দিয়াৰ কাৰণে কৃষি পৰিষদে তেখেতক পুৰস্কৃত কৰিছিল নহয়। তেখেতৰ বিষয়ে আৰু যে কিমান বখানিব লগীয়া কথা আছে। তেখেত বৰ ধৰ্মনিষ্ঠও আছিল নহয়।'

'সেইবোৰ কাৰণেইতো আমি ভূপৃষ্ঠকে ককাই বুলি ওথ হ'ব নেজানিলো— কিটোনো খাবলৈ পাইছিলো — সদায় ভোকতেই আছিলোঁ। মানুহে কয়েই নহয় বোলে গাহৰি বেচি থাকিলে সিহতৰ চেলেকতেই দানাখোৱা বাচনটোও পাতল হৈ যায়।'

'খৃষ্টফাৰ, আপোনাৰ মনত পৰেনে বাৰু আমাৰ মায়ে কেনে সুললিত কণ্ঠে গান গাইছিল।' পুৰণি কথাবোৰ মনত পৰি যোৱাত মিচেচ কক্সচমে বৰ নোৱাৰি পুৰণি স্মৃতি ৰোমন্থন কৰি গৈ থাকিল। 'আমি মাৰ লগতে মেলষ্টকলৈ গৈছিলো,

পাৰ্টী খাবলৈ, ডেম লেডলত থকা আমাৰ খীণা পেইীৰ ঘৰলৈও গৈছিলোঁ। তেওঁক আমি ভেকুলীৰ ছাল বুলি জোকাইছিলোঁ — মুখখনত ফুটুকা ফুটুকী দাগ থকাৰ কাৰণে। সেইবোৰ আপোনাৰ মনত আছেনে?'

'মোৰ মনত আছে, মোৰ খুব ভালকৈ মনত আছে,' খৃষ্টকাৰ কোপিয়ে ক'লে।

'তেতিয়াও মোৰ এফাল ভৰ যৌবনা গাভৰু এজনীৰ দৰেই হৈ আছিলে। মোৰ স্বামীকো মোৰ ৰূপ যৌবনে এখোপ তুলি ধৰিছিল নহয়। চলমনৰ গাত চিকুট এটা মাৰি তাই আকৌ ক'লে 'মনত আছেনে, সেই শেৰীৰ পৰা কৰা মদৰ কথা। গোন্ধত কেনেকৈ মলমলাই আছিল। আমি ঘূৰি আহোঁতে জোৱান ডুমেটৰ গা বেযা হৈছিল। জেক গ্ৰীলে তেতিয়া পথাৰৰ মাজে মাজে যোকা খচি খচি তাইক ডাঙি আনি সেই চুইট এপোল নামৰ গুৱাল জনৰ ঘৰৰ দুৱাৰ মুখত পেলাই দিলেহি। আমি তেতিয়াহে তাইৰ গাত লাগি থকা বোকা-চোকা, ঘাঁহবনবোৰ একেবাই চাফা কৰিছিলোঁ। সেইদিনাৰ দৰে খেলি-মেলি আগতে কিন্তু হোৱা নাছিল।'

'ও ও — সেইটো ঘটনা মোৰ ভালকৈ মনত আছে — হিঁ-হিঁ-হিঁ সঁচা কথা ক'বলৈ গ'লে তেনেকুৱা কিছুমান দুষ্টামি আগৰ দিনত আছিলেই। তেতিয়া মই কিমান মাইল খোজ কাঢ়িব পাৰিছিলোঁ, কিন্তু এতিয়া এখোজ গ'লেই ভাগৰ লাগে।'

নৱ দম্পতি আহি দেখা দিয়াৰ লগে লগেই তেওঁলোকৰ পুৰণি দিনৰ ৰোমন্থন পৰ্ব বন্ধ হৈ গ'ল — হেনচাৰ্ডে মুখখন ইফালে সিফালে ঘূৰাওঁতে সেই কাম বন নোহোৱা মানুহবোৰে তেওঁৰ মুখখন দেখা পালে যদিও তেওঁৰ মনৰ ভাব স্পষ্টভাবে বুজিব নোৱাৰিলে। এবাৰ যদি তেওঁৰ চকুকেইটাত সন্তোষৰ ভাব প্ৰকাশ পাইছিল পিছ মুহূৰ্ত্ততে দেখা গৈছিল তীব্ৰ ঘৃণাৰ প্ৰতিচ্ছায়া।

'মানুহজনে সুৰাপানো নকৰে, তথাপিও মহিলা গৰাকীক দেখিলে এনে ভাব হয় যেন তেখেত কম চহকী, কম প্ৰতাপী মানুহ এজন পালেহে সুখী হলহেঁতেন নেকি?' নেঞ্চ মক্‌ৰীডজে ক'লে। 'ফৰাছী সাধুকথাত থকাৰ দৰে কেবা বাৰো বিয়া কৰাই ঘৈণীয়েকবোৰক পিছত হত্যা কৰাৰ দৰে হ'বগৈ যেনহে পাইছো।'

'তেওঁৰ ঢেৰ ধন সম্পত্তি। কিছুমান মানুহে কপালখন ফুলক বুলি সদায় আশা কৰি থাকে, পিছে মিছা, নুফুলে। মোৰ মনৰ ইচ্ছা পূৰণৰ কাৰণে সমুদ্ৰখনৰ সমান বহল নিৰ্বাচন ক্ষেত্ৰ এখন যদি পালোহেঁতেন তেন্তে মই তেওঁৰ দৰে এজনকহে বাছি ল'লোহেঁতেন,' দুখ কষ্টত দিন কটোৱা এগৰাকীয়ে মাত লগালে — ঈশ্বৰে দিছে— তাইৰো ভাগ্য। এই ৰাতিৰ কোঢ়া চৰাইজনীৰ কাৰণে আমিও আনন্দত জাল দুটামানকে মাৰোহক।'

কিন-কিনীয়া ৰৰষুণ দি থকাত বতৰটো তেতিয়াও ধুঁৱলি-কুঁৱলি হৈয়েই আছিল।

গতানুগতিক ভাবে চালকজনে গাড়ীখন চলাই দিয়াৰ লগে লগেই অবাবতে তাত কথা পাতি বৈ থকা নিষ্কৰ্মা মানুহবোৰো আঁতৰি গুচি যাবলৈ ধৰাৰ সময়ত চলমনে ক'লে 'আমিনো এই শুভ কাৰ্যটো কেনে চকুৰে চোৱা উচিৎ হ'ব বাৰু। এতিয়া মোৰ যোৱা কালি হঠাতে মৃত্যু হোৱা মানুহ জনৰ কথাহে মনলৈ আহিছে। মানুহজন পৰিল আৰু মৰিল। আমাৰ ওচৰতেই বুলিব লাগে। বতৰো বেয়া, মানুহজনো মৰিছে গতিকে মনটো বৰ ভাল লাগি থকা নাই। নতুন কোনো কামতে আজি আৰু হাত নিদিওঁ। এপৰক মান আগতেহে হ'বলা ন পেনী দি এটুপি ধৰিছিলোঁ। তাৰ পিছৰে পৰা এটুপি মদো মুখত নিদিয়াকৈ থকাৰ কাৰণে গাটো দুৰ্বল যেন লাগি আছে। গতিকেই সেইপিনে যাওঁতে, থ্ৰী মেৰিণাৰ্চত সোমাই গাটো অলপ গৰম কৰিহে ঘৰলৈ যাওঁগে নেকি?"

'মইনো কি কৰোঁ একো ঠিক কৰিব পৰাই নাই, সম্ভৱ আপোনাৰ লগতে যাওঁ নেকি, চলমন,' খৃষ্টফাৰ কোণিয়ে ক'লে, 'মইও একেবাৰে শামুকৰ দৰে সুথিল হৈ পৰিছো।'

# চতুৰ্দশ অধ্যায

চুচান আহি গিৰিয়েকৰ প্ৰাসাদোপম ঘৰটোত সোমালহি। গ্ৰীষ্মকালৰ বতৰে আগবঢ়োৱা আনন্দ খিনি জীৱনৰ শেষ বয়সত হ'লেও তেওঁ উপভোগ কৰিব পাৰিছিল। সেইখন ঘৰলৈ অহাৰ পিচৰে পৰা উচ্চখাপৰ মানুহৰ বেলেগ সমাজ এখনৰ পৰিধিৰ ভিতৰত তেওঁ সোমাই পৰিল। তেওঁৰ কাৰণে আচুতীয়াকৈ থোৱা মৰমখিনিতকৈও সৰহ বিচাৰে বুলি হেনচাৰ্ডে বাহ্যিক ৰূপত অধিক কিবা কিবি কৰি তেওঁৰ আন্তৰিক অসমৰ্থতাৰ ক্ষতি পূৰণ অৱশ্যে কৰিছিল। মামৰে টাটৰি মাৰি দাঁত নিকতাই হাঁহি থকা আশীবছৰীয়া পুৰণি লোহাৰ গেটখনতো তিনি স্তৰপকৈ বগা ৰঙৰ লেও পৰিল। এজন মেয়ৰ বা গীৰ্জাৰ কৰ্ণধাৰ ব্যক্তি হিচাবে ঘৈণীয়েকক দিব পৰা মৰমৰ ক্ৰটী তেওঁ অকণো কৰা নাছিল। ঘৰটো ডাঙৰ আৰু কোঠাবোৰ ওখ-পাখ। উঠা নমা কৰা ভিতৰৰ কাঠৰ চিৰিবোৰ আহল বহল। নিৰবত্তিমানী মানুহ দুগৰাকী ঘৰটোত সোমালেহি হয়, কিন্তু সেইহেন প্ৰাসাদোপম অট্টালিকাটোৰ লগত ৰজিতা খুৱাই ইয়াৰ সৌষ্ঠৱ বঢ়োৱাত তেওঁলোকে কোনো ধৰণে ইন্ধন যোগাৰ নোৱাৰিলে। এলিজাবেথে কিন্তু সময়খিনি অতি উল্লাসৰে উপভোগ কৰিছিল। তাই যিহকে বিচাৰিছিল তাকে পোৱাটো তাইৰ কাৰণে একেবাৰে ভাবিব নোৱাৰা কথা। আপোন মনে মুকলি মূৰীয়াকৈ তাই ঘূৰিব পাৰিছিল। প্ৰাচুৰ্য্যৰে ভৰা শান্ত সহজ সংসাৰ এখন মাকৰ বিয়াখনে তাইৰ হাতত তুলি দিলেহি। প্ৰকৃতাৰ্থত ক'বলৈ হ'লে

তাইৰ জীৱনলৈ এটা বিৰাট পৰিবৰ্ত্তন আহিল। তাই মন মেলিলেই খুনীয়া খুনীয়া নিজৰ লাগতিয়াল বস্তুবোৰ ল'ব পাৰিছিল। দুই এপদ ভাল অলংকাৰো লৈছিল। মধ্য যুগত প্ৰচলিত নীতি বচনত কৈছিল বোলে 'লোৱা, পোৱা আৰু ৰখা,' এই তিনিটাৰ দৰে সুমধুৰ শব্দ আৰু নাই। মনলৈ শান্তি আহিলে মানুহৰ ব্যক্তিত্ব বাঢে আৰু ব্যক্তিত্ব বাঢিলে দেহৰ শোভাও বাঢে। সহজাতভাৱে অহা মহৎ অৰ্ন্তদৃষ্টিৰ পৰা জ্ঞান উদয় হয় আৰু সেই গতিকেই তেনেবোৰ ভাৱ আহি তাইৰ অন্তৰতো স্বতঃস্ফুৰ্ত্ত ভাৱেই ঠাঁই লৈছিলহি। পৰিতাপৰ কথা যে শৈক্ষিক নাইবা ব্যৱহাৰিক বিদ্যা আহৰণ কৰিবলৈ তাই জীৱনত অকণো সুবিধা পোৱাই নাছিল। সেই দিশত তাইক সঁচাকৈয়ে বঞ্চিত বুলিব পাৰি।

সময় গতিশীল। ইয়াৰ প্ৰভাৱত নানান পৰিবৰ্ত্তন ঘটে। শীতৰ সেমেকা দিনবোৰ পাৰ হৈ বসন্ত কালত ভৰি দিলেহি। চাই থাকোঁতেই বসন্তকালো পাৰ হ'ল আৰু তাইৰ দেহৰো উল্লেখনীয় পৰিবৰ্ত্তন দেখিবলৈ পোৱা গ'ল। মুখখন পূৰ হোৱাৰ উপৰিও দেহৰ ছাল খনো মসৃণ হোৱাত তাই এজনী অনন্যা ৰূপলাৱণ্যৰে ভৰা জাকত জিলিকা ছোৱালী ৰূপে পৰিগণিত হ'ল। তাইৰ চেলাউৰিৰ ওপৰত দেখা দিয়া কোঁচ আৰু ৰেখাবোৰো নোহোৱা হ'ল। কোৱা মাটি বুলিয়া তাইৰ শৰীৰৰ অপৰিষ্কাৰ ৰঙটোৰ কাৰণে তাই আগতে নিজৰ ভাগ্যকেই দোষাৰোপ কৰিছিল, কিন্তু যেতিয়াই যিহকে বিচাৰে তাকে প্ৰচুৰ পৰিমাণে পাই থকাত তাইৰ জীৱন-যৌৱনৰ ফুল পাহি সম্পূৰ্ণভাৱে প্ৰস্ফুটিত হবলৈ সুবিধা পালে। ছাই বৰণীয়া তাইৰ চিন্তা নিমগ্ন চকুযুৰি কেতিয়াবা কেতিয়াবা প্ৰাণ চঞ্চল নোহোৱাকৈ থকা নাছিল, যদিও তেনে অনুভূতি তাইৰ মনলৈ কাচিৎহে আহিছিল বুলিব লাগে। নিজৰ জীৱনৰ পৰা আহৰণ কৰা অভিজ্ঞতাৰ মাজেদি তাই জীৱনটোক যিদৰে বুজিছিল তাত ভাৱ প্ৰৱণতাৰ স্থান ক্ষণিকো নাছিল। মনলৈ অহা পাতল ভাৱবোৰ তাই একাষৰীয়াকৈ থব পাৰিছিল। অশেষ দুৰ্যোগ আৰু দুখকষ্টৰ মাজেদি পাৰ হৈ অহা জনে ৰং ধেমালীপূৰ্ণ জীৱন এটা উপভোগ কৰিবলৈ কেতিয়াবা এঢোক সুৰাপান কৰাটোও উচ্ছৃংখলতা বুলিহে গণ্য কৰে। মানুহৰ জীৱনলৈ অহৰহ আহি থকা দুচিন্তাবোৰ বিশ্লেষণ কৰি তাৰ ওপৰত যুক্তি যুক্ত গুৰুত্ব দি অহাটো তাইৰ স্বভাৱলৈ ৰূপান্তৰ হৈছিল। উত্থান-পতন, উৎসাহ-উদ্দীপনাৰ কোনো কাৰণ বিচাৰি উলিয়াবলৈ চেষ্টা নকৰা মানুহ কিছুমানৰ দৰে সহজভাৱে তাই জীৱনটো ল'ব পৰা নাছিল। প্ৰতিটো কথাকেই বিশ্লেষণ কৰি তাৰ কাৰণ বিচাৰি উলিয়াবলৈ তাই সক্ষম হৈছিল। কোনো কাৰণ নোহোৱাকৈ কৰি এজনৰ মন বিষাদেৰে ভৰি পৰাৰ দৰে কিন্তু এলিজাবেথৰ মন বিষাদগ্ৰস্ত হোৱা নাছিল। যুক্তিৰে বিশ্লেষণ কৰি বিষাদৰ কাৰণ তাই বিচাৰি উলিয়াব পাৰিছিল। আজিনো তাইৰ মনটো কিয় প্ৰফুল্লিত তাৰ কাৰণো তাই বিচাৰি

নুলিওৱাকৈ থকা নাছিল।

এইটো অনুমেয় যে অতি কম দিনৰ ভিতৰতে এজনী ছোৱালী দেখাত ধুনীয়া হৈ পৰিলে, লাগ বুলিলেই যিহকেই বিচাৰে তাকে খাবলৈ পিন্ধিবলৈ পালে তাইৰ পিন্ধন উৰণ মাৰ্জিত হৈ থকাৰ সম্ভাৱনা নোহোৱা হৈ যোৱাটো স্বাভাৱিক। কিন্তু এলিজাবেথে নিজকে তেনে হ'বলৈ এৰি দিয়া নাছিল। প্ৰতিটো কথা ভাবি চিন্তি তাৰ যুক্তিযুক্ততা পোৱাৰ পিছতহে তাক গ্ৰহণ কৰিছিল। মাৰ্জিত ভাৱে সাজ-পোছাক কৰাৰ ওপৰতহে তাই সদায় অধিক গুৰুত্ব দিছিল। ভোগ বিলাসৰ লগত জড়িত কথাবোৰৰ পৰা এৰাই চলিছিল যদিও তাইৰ জীৱনৰ উদ্দেশ্যৰ লগত সাঙোৰ খাই থকা সুবিধাবোৰ গ্ৰহণ কৰিবলৈ তাই উপযাচি আগবাঢি আহিছিল। আভিজাত্যৰ লেশমানো চিন নথকা ছোৱালীজনীয়ে নিজৰ জন্মগত অৰ্ন্তদৃষ্টিৰে উপলব্ধি কৰি হাতত লোৱা কামবোৰ অসাধাৰণ বুৎপত্তি থকা লোকৰ গাতহে দেখা যায়। বসন্ত কালৰ ভেঁটফুলৰ দৰে নিজকে হঠাতে প্ৰকাশ নকৰি সংযমেৰে সাজ পাৰ পিন্ধি ওলাই সোমাই ফুৰিছিল। তাইৰ আচৰণ বিধি দেখি কেষ্টাৰব্ৰীজৰ মানুহ আচৰিত হৈছিল।"মন কৰিলেই তাই চৌখিন হ্ব পাৰিলেহেঁতেন, কিন্তু নহ'ল। আগপিছ গুণি চাব পৰা শক্তিটোৱে তাইক সকলো সময়তে সচেতন কৰি ৰাখিছিল। নাঙলৰ আগটোৱে কোন মুহূৰ্ত্তত পথাৰৰ নিগনিক কি দশা কৰে সেই কথা সিহতে নজনাৰ দৰে তাইৰ সৌভাগ্যৰ দুৱাৰখন মুকলি হৈ থকা দেখিও অনাহুত ভাবে আহি পৰা বিপৰ্যয়ৰ প্ৰতি তাই সদায় শংকিত হৈ আছিল। অতীতত ভোগা দৰিদ্ৰতাৰ নিৰ্যাতনবোৰ চিন্তাশীল ব্যক্তিৰ অন্তৰত মচ নোযোৱাকৈ চিৰদিন থাকি যায়।

'কোনো কাৰণতেই মই উল্লসিত হ'বলৈ বাঞ্ছা নকৰো।' তাই মাজে মাজে নিজকে নিজেই কয়। 'প্ৰলোভনকাৰী বিধাতাই মোৰ মা আৰু মোক এসময়ত কি দুৰ্গতিত পেলালে।' তাৰ পুনৰাবৃত্তি নহ'ব বুলি তাই নিজকে পতিয়ন নিয়াব পৰা নাছিল।

মূৰত এখন চিল্কৰ বনেট, হাতত এটা ছাতি আৰু গাত ভেলভেট নতুবা চিল্কৰ ঢিলা চোলা এটা পিন্ধি খোজ কাঢি ফুৰাই তাইক সাধাৰণতে দেখা পোৱা গৈছিল। ক'লা আৰু বগা মিলাই পিন্ধা কাপোৰ যোৰে তাইক শুৱাইছিল। ছাতিটোৰ পৰিপাৰ্শ্বত দহি বটা সূতা ওলমি থকা আৰু তাৰ লগতে আঁৰি থোৱা হাতীদাতৰ ৰিংটোৰ সহায়ত দৰকাৰ হলে ছাতিটো জপাই থব পৰা। ছাতিটো হাতত লৈ ফুৰি তাই আমনি পাইছিল। কিন্তু ছাতিটো নললেও নহয়। ৰদত ছাতিটো লোৱাৰ কাৰণেই তাইৰ গাৰ বৰণটো আগতকৈ ওলাই পৰিষ্কাৰ হৈছিল। গাল দুখনো ৰঙা আৰু উজ্জ্বল হৈ আহিছিল। তথাপিও সামান্য ৰ'দ পৰিলেই ছালৰ ৰংটো পুনৰ বেয়া হৈ যায়। শৰীৰটোত অকণো চেকা নপৰাকৈ পৰিষ্কাৰ কৰি ৰখাটো নাৰী জাতিৰ স্বাভাৱিক

প্ৰকৃতি,তাইও তাৰ ব্যতিক্ৰম নাছিল। ৰ'দ পৰি যাত্তে গাৰ বৰণ বেয়া নহয় তাৰ কাৰণেই তাই সদায় ছাতিটো লৈহে ফুৰিবলৈ ওলাইছিল।

তাইৰ প্ৰতি হেনচাৰ্ডৰ স্নেহ দিনে দিনে বাঢ়িবলৈ ধৰিলে। মাকতকৈ তাইৰ লগতহে হেনচাৰ্ড সঘনে ফুৰিবলৈ ওলাই গৈছিল। তাইৰ চেহেৰাটো দিনক দিনে ইমানেই ধুনীয়া হৈ আহিবলৈ ধৰিলে যে হেনচাৰ্ডে দিনটোত এবাৰলৈ হ'লেও তাইৰ পিনে একেবাৰে ভালেমান পৰ চাই নথকাকৈ থাকিবই নোৱাৰা হ'ল।

দেউতাকে তাইৰ মৃৰত মৰা ৰিবনডালৰ পিনে চাই থকা বুলি ভাবি তাই কিছু ইতস্তত কৰি ক'লে 'এই ৰিবনডাল ঘৰত এনেয়ে পৰি থকা পাইহে ব্যৱহাৰ কৰিলো।' তাই ভাবিছিল যে তাইৰ মূৰত মৰা ৰিবনডাল ভাল নেদেখিহে তেওঁ তাইলৈ তেনেদৰে চাই আছিল।

'ৰিবনডাল কিয় নেমাৰিবা— নিশ্চয় মাৰিবা।' বাঘৰ গোজৰণিৰ দৰে হেনচাৰ্ডৰ ডাঙৰ মাতটোৰে ক'লে। 'তুমি যেনেদৰে ভাল পোৱা — বা তোমাৰ মায়ে যেনেদৰে কয়, তুমি তেনেদৰেই চলিবা। এইবোৰ সকলো ঈশ্বৰৰ দয়া— মোৰ এই বিষয়ে একো ক'ব লগীয়া নাই।

ঘৰত থকাৰ সময়ত তাই মূৰৰ সোঁ-মাজেদি সেঁওতা ফালি দুয়োফালৰ চুলিখিনিৰে কাণ দুখন ঢাকি লোৱাৰ অভ্যাস। বগা ধেনুভিৰীয়া সেওঁতাটো ৰামধেনুৰ দৰে জিলিকি থাকে। কপালৰ আগৰ ঘন চুলিৰ একাংশ কেঁকোৰা-কেঁকুৰি কৰি থয় আৰু পিছৰ খিনিৰে সুন্দৰকৈ ফণিয়াই খোপা বান্ধে।

মাক,দেউতাক আৰু জীয়েক তিনিও বহি এদিন ৰাতিপুৱাৰ আহাৰ কৰিবলৈ লৈছিল। আনে গম নোপোৱাকৈ, মাজে সময়ে হেনচাৰ্ডে জীয়েকৰ মূৰৰ চুলিকোচাৰ পাতল মুগা বৰণটোলৈ লক্ষ্য কৰে। সেইদিনা জীয়েকে ব্ৰেকফাষ্ট কৰি উঠি যোৱাৰ পিচত হেনচাৰ্ডে ঘৈণীয়েকক সুধিলে - এলিজাবেথ-জেন কেঁচুৱা থাকোতে তাইৰ চুলিবোৰ ক'লা হ'ব বুলি বাৰু তুমি কোৱা নাছিলানে?'

তেওঁ চক খোৱা যেন হ'ল। কিবা এটা সাম্ভাব্য বিপদৰ ভয় মনলৈ আহিল। ভৰি কেইটা জোকাৰি জোকাৰি ঘৈণীয়েকে ক'লে, 'মই তেনেকৈ কৈছিলোনেকি? হেনচাৰ্ডে পুনৰ ক'লে 'হে ভগবান মই কি কব খুজি কি খননো ক'লোগৈ— মই কব খুজিছিলোঁ যে ছোৱালীজনীৰ চুলিবোৰ সৰুতে ক'লা আছিল, গতিকে মই ভাবিছিলোঁ ডাঙৰতো তাইৰ চুলিবোৰ ক'লাই হ'বগৈ।

'কথাটো প্ৰকৃততে তেনেকুৱাই হৈছে, সময়ত চুলিৰ ৰঙৰ পৰিবৰ্তনো ঘটে।' চুচানে উত্তৰ দিলে।

'ল'ৰা ছোৱালী ডাঙৰ হ'লে সিহতৰ চুলিৰ বৰণ ঘন হয় বুলি মই জানো, কিন্তু পাতল হয় বুলি মই জনা নাছিলোঁ।'

'ও হয়,' বুলি কোৱাৰ লগে লগে তেওঁৰ মুখখন দুচিন্তাগ্ৰস্ত যেন দেখা গ'ল। ইয়াৰ কাৰণ কি তাৰ উত্তৰ ভৱিষ্যতেহে পোৱা যাব। হেনচাৰ্ডে ক'লে 'আজিলৈ ইমানেই যথেষ্ট, কিন্তু শুনা চুচান, মই তাইক মিচ হেনচাৰ্ড বুলি মতাতোহে বাঞ্ছা কৰো,– মিচ্ নিউচন্ বুলি নহয়। বহুত মানুহে ভুলতে এতিয়াও তাইক সেই বুলিয়েই মাতি থাকে। তাইৰ ন্যায়সঙ্গত নামটোৰেহে তাই স্বীকৃতি পোৱা উচিত– মোৰ নিজৰ তেজ মঙহৰ মানুহক অন্য নাম দি মতাটো মোৰ সহ্য নহয়। কেষ্টাৰব্ৰীজৰ বাতৰি কাকতত জাননী দি তাইৰ নামটো সলনি কৰিম। তেনেকৈয়ে এনেবোৰ কাম কৰে। তাইৰতো ইয়াত আপত্তি থাকিবলগীয়া একো নাই।'

'নাই, কিন্তু—'

'তেন্তে সেইটো কৰিয়েই পেলাও।' চূড়ান্ত সিদ্ধান্তটো তেওঁ আগধৰি লৈ পেলালে যদিও ক'লে 'অৱশ্যে তাই যদি ইচ্ছা প্ৰকাশ কৰে। বুজিছা চুচান, তুমি এই বিষয়ে যিমান আগ্ৰহান্বিত মইও সিমানেই।'

'তাই যদি মান্তি হয়, তেন্তে সেইটো নিশ্চয় কৰিব লাগে।' মানুহ গৰাকীয়ে উত্তৰ দিলে।

ইয়াৰ পিছতে মানুহগৰাকী কিছু সঙ্গতিহীন হৈ পৰিল, কিন্তু তেনে ধাৰণা লোৱাটো শুদ্ধ নহ'বও পাৰে। সেইবোৰ যিয়েই নহওঁক কিয় এইটো ঠিক যে তেওঁ সচাঁকৈয়ে বৰ উদ্বিগ্ন হৈ পৰিছিল। বিপদৰ কথা নাভাবি ভুলৰ সংশোধন হোৱাটো তেওঁ বিচাৰিছিল। তেওঁ উঠি গৈ এলিজাবেথ -জেনৰ ওপৰ মহলাৰ কোঠাটোত সোমালেগৈ। সেই সময়ত তাই কিবা চিলাই কৰি আছিল। তাইৰ নামটো সলনি কৰিবৰ কাৰণে ইতিমধ্যে হোৱা আলোচনাৰ কথা তাইৰ আগত ব্যক্ত কৰিলেগৈ, 'মই কোৱা কথাটো তুমি ভাবি চিন্তি চোৱা। নিউচনক অশ্ৰদ্ধা কৰিবলৈ মই কোৱা নাই। তেখেত ঢুকাল আৰু এই সংসাৰৰ পৰা বিদায়ও ললে, সেই কথাটো জানো নুই কৰিব পাৰি।'

এলিজাবেথ-জেনে কথাটো কিছুপৰ চিন্তা কৰি ক'লে 'মই ভাবি চিন্তি কিবা এটা কম বাৰু মা – পিছে পৰে।'

পিছত তাই যেতিয়া হেনচাৰ্ডক লগ পালে, মাকৰ কথা মনত ৰাখি সেই সুৰতে সুধিলে, 'চাৰ, আপুনি, বাৰু মোৰ নাম সলনি কৰা কথাটোৰ বিষয়ে বৰ দকৈ ভাবিছে নেকি?'

'মই বাঞ্ছা কৰো? উহ—হে মোৰ গুৰু মোৰ গোঁসাই তোমালোকে মাইকী মানুহবোৰে সেই সামান্য কথাটোৰ কাৰণে কিয় ইমান হৰ-মুৰ লগাইছা। মই কথা এটা কৈছিলোঁ – আৰু সেইটো সিমানতে শেষও হ'ল -বচ। এতিয়া মই ক'লো নহয়, যোৱা মোৰ আইজনী সকলো কথা তোমাৰ মাৰ ইচ্ছা অনুসৰি হব।' এই

বিষয়ে মই নিজে আৰু কাহানিও একো নোসোধোঁ।' যদি কিবা সোধো মোক শাওপাত দিবা। এতিয়া তুমি কথাটো ভালকৈ বুজি পাইছানে। কেৱল মোক সুখী কৰিবৰ কাৰণে তুমি মান্তি হোৱাটো মই কেতিয়াও নিবিচাৰো।'

কথাবোৰ ইমানতে অন্ত পৰিলত এই বিষয়ে আৰু কোনো কথাৰেই অৱতাৰণা নহ'ল। আইন অনুসৰি হ'বলগীয়া নামৰ পৰিবৰ্তে এলিজাবেথজেনৰ নাম মিচ্ নিউচন্ হৈয়েই থাকিল।

ইতিমধ্যে নতুন মেনেজাৰ ডোন্যাল্ড ফাৰফ্ৰেৰ কুশল পৰিচালনাত হেনচাৰ্ডৰ ব্যৱসায়ে দোপত দোপে উন্নতি কৰিবলৈ ধৰিলে। ইমান স্থিৰ আৰু দ্ৰুত গতিত হেনচাৰ্ডৰ ব্যৱসায়ৰ সম্প্ৰসাৰণ কাহানিও হোৱা নাছিল। আগতে হঠাতে কেতিয়াবা তেওঁৰ ব্যৱসায় অত্যন্ত ভালৰ পিনে গৈছিল, নতুবা বেয়াও হৈছিল। এতিয়া কিন্তু তেওঁৰ কামবোৰ অতি নিয়াৰিকৈ আৰু সুকলমে চলিবলৈ ধৰিলে। কোনো চাতুৰ্য নথকুৱাকৈ পোনে পোনে চিএৰ এটা মাৰিয়েই তেওঁ আগতে কামৰ নিৰ্দেশ দিছিল। তেওঁৰ স্মৃতিৰ ওপৰতে ভিত্তি কৰি দৰ দাম কৰাৰ প্ৰথা এতিয়া সলনি হ'ল। কামবোৰ লিখা পঢ়া, চিঠিপত্ৰ হিচাপৰ বহীৰ যোগেদি হ'বলৈ ধৰাত আগতে হেনচাৰ্ডে ব্যৱহাৰ কৰা — 'মই নিজে কৰিম, তোমাক দিম, তোমাক নিদিওঁ' ইত্যাদি খামখেয়ালী বাক্যবোৰ লোপ পাবলৈ ধৰিলে। উন্নত পদ্ধতিবোৰ আহি পৰাত আগৰ অসুবিধাবোৰ আৰু তাৰ লগত জড়িত কষ্টবো লাঘৱ হ'ল। এলিজাবেথ-জেনৰ কোঠাটো একেবাৰে ওপৰ মহলাত হোৱাত তাৰ পৰা ঘাঁহ- খেৰ আদি জমা কৰা চোতাল আৰু ভঁৰালবোৰৰ ইমুৰ সিমুৰলৈ দেখা গৈছিল। সকলো কাম কাজ তাই দেখি থাকিবলৈ সুবিধা পোৱাত কৰ্মস্থলীত কি হৈ আছে নাছে সেই সকলোবোৰৰ উমান তাই পাই আছিল। তাই দেখিছিল যে ডোন্যাল্ড ফাৰফ্ৰে আৰু হেনচাৰ্ড পৃথক কৰিব নোৱাৰা এক অভিন্ন বস্তু। দুয়ো একেলগে খোজ কঢ়াৰ সময়ত হেনচাৰ্ডে নিজৰ হাতখন ফাৰফ্ৰেৰ গাত এনেভাৱে থয় যেন সেয়া তেওঁৰ সৰু-ভায়েকহে। হেনচাৰ্ডৰ গধুৰ হাতখনৰ হেঁচাত ফাৰফ্ৰেৰ পাতল লাহি গাটো দোঁ খাইবোৱা দেখা যায়। ডোন্যাল্ডে কেতিয়াবা কিবা হাঁহি উঠা কথা এটা ক'লে বৰ হিলৈৰ দৰে হেনচাৰ্ডৰ হাঁহি তাই প্ৰায়েই শুনিবলৈ পাইছিল। কিন্তু তেনে এটা অৱস্থাতো সিজনে অকণো নহঁহাকৈ থাকিব পাৰিছিল। অকলশৰীয়া হেনচাৰ্ডে এই ডেকা মানুহজনক এজন সহযোগী ৰূপে পোৱাৰ উপৰিও তেওঁৰ পৰা কাৰ্যকৰী সু-পৰামৰ্শও পাইছিল। প্ৰথম মিলা লগা পোৱাৰ এঘণ্টাৰ ভিতৰতে ডোন্যাল্ডে যি প্ৰশংসনীয় বুদ্ধিমত্তা দেখুৱাইছিল সেয়া তেওঁ পিছৰ কাম কাজৰ যোগেদিও প্ৰতিপন্ন কৰিবলৈ সক্ষম হৈছিল। ফাৰফ্ৰেৰ শাৰীৰিক দুৰ্বলতা দেখি তেওঁৰ মনত জগা ব্যঙ্গাত্মক ভাববোৰ কিন্তু তেওঁ ঢাকি ৰাখিব পৰা নাছিল। তথাপিও মানুহজনৰ তীক্ষ্ণ বুদ্ধিৰ প্ৰতি থকা শ্ৰদ্ধা হেনচাৰ্ডে

প্ৰদৰ্শন নকৰাকৈ থকা নাছিল। শাৰীৰিক দুৰ্বলতা আৰু ক্ষিপ্ৰ গতিৰে চাল চলন কৰিব নোৱাৰাখিনিক তেওঁৰ বিচাৰ বুদ্ধিয়ে সদায়েই চেৰ পেলাইছিল।

যুৱকজনৰ প্ৰতি থকা উগ্ৰ মৰম আৰু তেওঁক সকলো সময়তে নিচেই কাষতে পাই থাকি তেওঁৰ ওপৰত আধিপত্য বিস্তাৰ কৰিবলৈ হেনচাৰ্ডে ভাল পায। সেইবোৰৰ আতিশয্যাই ফাৰফ্ৰেক মাজে সময়ে বিৰক্ত নকৰাকৈ নাথাকে। ছোৱালীজনীৰ চকুত সেইবোৰ দৃশ্য ধৰা নপৰাকৈ থকা নাছিল। এলিজাবেথে ওপৰৰ কোঠাটোৰ পৰা তলৰ চোতালৰ পিনে চাই থাকোতে এদিন ফাৰফ্ৰেই কোৱা তাই শুনিবলৈ পাইছিল, 'আমি দুয়োজনে একেলগে কাম চাবলৈ আহিলে সিমান সুফল পোৱা নেযায়। মুখ্য পৰিচালনা কৰা লোকজন নথকা সময়খিনিত কামৰ খতিয়ান ল'লেহে বেছি কামত আহে। ভিন্ন দৃষ্টিৰে দুয়োজনে কামবোৰ লক্ষ্য কৰিব পাৰে।' উত্তৰত হেনচাৰ্ডে চিঞৰি কোৱা তাই শুনিছিল, 'বাদ দিয়া সেইবোৰ বাজে কথা। মোৰ কাৰণে সেইবোৰ কথাৰ কোনো প্ৰয়োজন নাই। মই তোমাৰ লগতে কথা পাতি ভাল পাওঁ, তাতকৈ বেছি আৰু মোক একো নালাগে। ব'লা এতিয়া আমি দুপৰীয়াৰ আহাৰ কৰোঁগে। আৰু শুনা, তোমাক আগলৈকো কৈ থওঁ, এনেকুৱা কিছুমান সৰু সুৰা কথা মোৰ মূৰত সুমুৱাবলৈ যত্ন কৰি মোক বলিয়া কৰিবলৈ আৰু চেষ্টা নকৰা যেন।'

তাই মাকৰ লগত খোজকাঢ়ি ফুৰিবলৈ ওলাই যোৱাৰ সময়ত তেওঁলোকৰ প্ৰতি থকা স্কটছ ডেকাজনৰ কৌতুহ'ল আৰু হেঁপাহ তাইৰ চকুত ধৰা পৰিছিল। খ্ৰীমেৰিণাৰ্চত তাইক প্ৰথমে দেখা পোৱাৰ কাৰণেই তেনেভাব তেওঁ পোষণ কৰি আছিল বুলি তাইৰ মনে ধৰা নাছিল। তাই ভাবিছিল তেওঁ থকা কোঠাটোত সোমোৱাৰ সময়ত তেঁওতো তাইলৈ বুলি এবাৰো মূৰ তুলি চোৱা নাছিল। তাৰোপৰি তাই মন কৰিছিল যে তেওঁ মাককহে বেছিকৈ লক্ষ্য কৰিছিল। এনেবোৰ ভাব এলিজাবেথ-জেনৰ সহজ সৰল মনত উদয় হোৱাটো স্বাভাবিক। তেনেধৰণৰ হতাশা মাৰ্জনীয়ও। তাইৰ ৰূপ লাবণ্যই মানুহজনৰ অভিলাষৰ কাৰণ বুলি তাই নিজকে পতিয়ন নিয়াব পৰা নাছিল। তাই মন কৰিছিল যে তাইক দেখিলেই তেওঁ চকুযুৰি আনপিনে আঁতৰাই নিয়ে। ভাবি গুণিও মানুহজনৰ ব্যৱহাৰৰ যথাযথ কাৰণ উলিওৱাত তাই ব্যৰ্থ হৈছিল। হেনচাৰ্ডৰ সৌহাত স্বৰূপ আৰু তেখেতৰ দৰে ডাঙৰ ব্যৱসায়ী এজনৰ গধুৰ দায়িত্ব বহন কৰা লোক এজনৰ দৰ্পৰ বাদে আন একো কাৰণ তাই বিচাৰি উলিয়াব পৰা নাছিল। তেওঁৰ সেই পদবীৰ তুলনাত, তাইৰ লগত ফুৰিবলৈ যোৱা কথ্ম স্বাস্থ্যৰ, শেঁতা, নিমাখিত মাক গৰাকীৰ, চাবলৈ গ'লে একোৱেই নাছিল। মাকৰ অতীতৰ বিষয়েও তাই একেবাৰে অজ্ঞ। তথাপিও অহকাণে পহকাণে শুনি তাইৰ যি সামান্য অস্পষ্ট ধাৰণা হৈছিল তাৰ পৰা তাই অনুমান কৰিছিল যে হেনচাৰ্ড আৰু

তাইৰ মাকৰ মাজত ডেকা কালত প্ৰেম বিনিময় হৈছিল যদিও পিছত মনোমালিন্য হৈ দুয়োৰো মাজত বিচ্ছেদ হয়।

কেষ্টাৰব্ৰীজ ঠাইখননো কেনেকুৱা সেই বিষয়ে আগতে কিছু বিবৰণ দিয়া হৈছে। চাৰিওপিনে থকা শস্য পথাৰৰ মাজতে অৱস্থিত ওখ ঠাইখনেই হ'ল কেষ্টাৰব্ৰীজ—মানে চহৰখন। দাঁতি কাষৰীয়া বুলিবলৈ ঠাইখনৰ একো নাছিল। পিছলৈ অৱশ্যে কিছু তেনে ঠাই গঢ় লৈ উঠিবলৈ লৈছিল। ঠাইখনৰ বিশেষত্ব হ'ল চহৰীয়া আৰু চহাৰ মাজৰ এক মিশ্ৰণ, এক যুগসন্ধি। সেউজীয়া কাপোৰ এখনৰ ওপৰত দবা খেলৰ বোৰ্ড এখন পাতিলে যেনে দৃশ্য হয় অবিকল তেনেকুৱা বুলি ক'ব পাৰি। চহৰখনৰ চাৰিওদিশে বিস্তৃত হৈ আছিল বিশাল উৰ্বৰা খেতিৰ উপযোগী মাটি। খেতিয়কৰ লৰাই পথাৰত কাটিথোৱা শস্যৰ ওপৰতে বহি চহৰত বাস কৰা কেৰাণী এজনৰ অফিচলৈ শিলগুটি দলিয়াব পাৰে।খেতিয়কে শস্য কাটি, মুঠা বান্ধি থকাৰ সময়তো চহৰৰ আলিবাটৰ চুকত থিয়দি থকা চিনাকি মানুহক মূৰ দুপিয়াই অভিবাদন জনাব পাৰে। আনুষ্ঠানিক ৰঙা পোছাক পিন্ধা ন্যায়াধীশ গৰাকীয়ে ভেড়া চোৰ এজনক শাস্তিৰ আদেশ দিবলৈ বুলি মুখ মেলিবলৈ নৌ পাওতেই তেখেতৰ আদেশ বতাহত ভাহি ভাহি খিৰিকীৰ ওচৰ পাইহি আৰু লগে লগেই বাহিৰত জুম বান্ধি থিয় দি থকা মানুহেও হুকুমটো গম পায়। তাৰোপৰি ফাঁচিৰ হুকুম হ'লেই পথাৰত চৰি থকা গৰু গাইবোৰ সাময়িক ভাবে আঁতৰাই পঠিয়াই যাতে সেই পোহনীয়া জন্তুবোৰৰ পৰা ফাঁচি কাঠত লৰি লৰি ওলমি থকা শৰীৰটো দেখা পোৱাত কোনো বাধাৰ সৃষ্টি নহয়।

চহৰখনৰ পূব পিনৰ ওখ অঞ্চলটোতে দাঁতি কাষৰীয়া পথাৰবোৰৰ পৰা শস্য কাটি আনি জমা কৰেহি। সেই ঠাই খিনিৰ নাম হ'ল ডাৰ্ণভাৰ। তাহানিৰ ৰোমানসকলৰ ৰাজত্বৰ কালত বন্ধোৱা আলিবাটবোৰৰ ওপৰতে যেঁহুবোৰ আনি দ'ম কৰেহি। ভঁৰালঘৰবোৰৰ পানীপোতাবোৰ গীৰ্জাৰ গম্বুজটোৰ চাৰিওপিনে থকা দেৱালত লগাই সজা। ভঁৰালঘৰবোৰৰ চালবোৰ খেৰৰ আৰু দুৱাৰবোৰ চ'লমন দেবালয় সম্মুখৰ দুৱাৰখনৰ সমান ওখ। দুৱাৰ খুলিলেই একেবাৰে আলিবাটতহে ভৰি দিবহি লাগে। চকু ফুৰালেই চাৰিওপিনে থকা ভঁৰালবোৰহে চকুত পৰে। প্ৰায় দুটামান থকা ঘৰৰ পিছতেই একোটা শস্য ৰখা ভঁৰাল। হালখনলৈ পথাৰত খেতি কৰিবলৈ যোৱা সাধাৰণ ভোটদাতা সকলো এই ঠাইতে বাস কৰে। ভেঁড়া ৰখীয়াবোৰেও সেইখনেই সিহতৰ পৃথিৱী বুলি তাৰ মাজতে মূৰটো গুজি হেঁচাটেপাকৈ থাকে—কোনোমতে। খেতিয়ক সকল বাস কৰা ঠাইলৈ যোৱা আলিবাট আৰু বৰ বৰ পদবী ধাৰী মেয়ৰ, মেম্বৰ সকলৰ আধিপত্য থকা এলেকালৈ যোৱা আলিবাট বেলেগ। সেইবোৰ এলেকাতো শস্যৰ মৰণামৰা, বতাহ বলাই শস্য জবাফুকা কৰা

শব্দ অনবৰতে শুনিবলৈ পোৱা যায়। তাৰোপৰি কৰীয়াত গৰুম'হৰ গাখীৰ খীৰাই থকা চৰক চৰক মৃদু শব্দও ভাহি আহি কাণত পৰেহি। যিটো আলিবাট গৈ কেষ্টাৰব্ৰীজ নগৰখনৰ শেষ প্ৰান্ত ওলাই গৈ সেই ডোখৰকে ডাৰ্ণভাৰ বোলে। চহৰীয়া বুলিবলৈ সেইডোখৰ ঠাইত একোৱেই দেখা পোৱা নেযায়।

ব্যৱসায় সংক্ৰান্তত হেনচাৰ্ডে সেই সৰু সৰু খেতিয়কেৰে ভৰপূৰ ঠাইখনলৈ অহাযোৱা কৰিব লাগে। তেওঁৰ মালগাড়ীবোৰো সেই পিনেই গৈ শস্য বোজাই কৰি ঘূৰি আহে। এদিন গাড়ীবোৰ শস্য আনিবলৈ বুলি যাবলৈ ওলোৱাৰ সময়তে এলিজাবেথ-জেনৰ হাতত এখন চিঠি পৰিলেহি। ডাৰ্ণভাৰ হিলচ্‌ত থকা এটা নিৰ্দিষ্ট ভঁৰাললৈ যাবলৈ বুলি চিঠিখনত লিখা আছিল। হেনচাৰ্ডে কিবা কাৰণে সেই ভঁৰালটো খালি কৰি থৈছিল। তাই অনুমান কৰিলে যে তাইক কিবা কামতহে তাঁলৈ কোনোবাই মাত্তি পঠিয়াইছে। তাই বনেটখন মূৰত লৈ সেইপিনে ৰাওনা হ'ল। সেই ভঁৰালটো শস্য থোৱা চোতালখনৰ গাতে লগা ওখ শিলৰ ওপৰত সজা কাৰণে তলেদি মানুহ খোজকাঢ়ি যাব পাৰে। ভঁৰালৰ গেটখন খোলা আছিল। চৌহদটোৰ ভিতৰত তাই কোনো মানুহ-দুনুহ নেদেখিলে। কোনোবা আহিব বুলি কিছুপৰ বাট চালে। এনেতে কোনোবা এজন গেটখনৰ পিনে আহি থকা তাই দেখা পালে। সেইজন ডোন্যাল্ড ফাৰফ্ৰে বুলি তাই ধৰিব পাৰিলে। গেটৰ মুখতে ক্ষন্তেক বৈ তেওঁ গীৰ্জাৰ ঘড়ীটোলৈ চালে। লাহে লাহে তেঁৰো ভিতৰ সোমাই আহিল। তাইৰ বৰ লাজ লাগিল। কোনো নথকা ঠাই এডোখৰত মানুহজনৰ লগত মুখামুখি হোৱাৰ উপক্ৰম হোৱাত তাই বিমূঢ় হ'ল যদিও মানুহজনে তাইক দেখা পোৱাৰ আগতেই তাই খটখটিটোৱেদি উঠি ভঁৰালটোৰ ভিতৰ সোমাল। ঠাইখন নিজান দেখি ফাৰফ্ৰেই ও কোনো নাই বুলি ভাবি দুখোজমান আগবাঢ়িল। এনেতে দুটোপালমান বৰষুণ পৰাত তেৰোঁ আহি ভঁৰালটোৰ তলতে থিয় দিলেহি। তাৰে ঠিক ওপৰতে তাই লুকাই আছিল। এইদৰে অপেক্ষা কৰা সময়খিনিত তেওঁ ভাবিবলৈ ধৰিলে তেওঁক চিঠিখননো কোনে দিলে। তেওঁ মনতে এবাৰ ভাবিলে যে তেওঁ ভৰা ছোৱালীজনীয়েই নেকি? কেইমিনিট মান বৈ তেওঁ নিজৰ ঘড়ীটো আৰু জেপৰ পৰা কাগজ এখন উলিয়াই চকু ফুৰালে। কৈ থোৱা ভাল যে তেওঁ পোৱা চিঠিখন তাই পোৱা চিঠিখনৰ এটা প্ৰতিলিপিহে।

তাইৰ কাৰণে পৰিস্থিতিটো অস্বস্তিকৰ হৈ আহিবলৈ ধৰিলে। তাই ভাবিবলৈ ধৰিলে যে তাই যিমানেই বেছি সময় ৰব, পৰিস্থিতি সিমানেই বেছি অস্বস্তিকৰ হৈ আহিব। তাই ভাবিলে মানুহজন থিয় দি থকা ঠাইৰ ওচৰতে থকা জখলাৰে তললৈ নামি যোৱাটো মুৰ্খামীৰ কাম হ'ব। তাই তাতে লুকাই আছিল বুলি মাজতে ধৰা পৰিব। গতিকে বৈ থকাতোৱেই সমীচীন হ'ব বুলি ভাবিলে। তাইৰ ওচৰতে এটা

শস্য জাৰিবৰ কাৰণে ব্যৱহাৰ কৰা মেচিন আছিল। কি কৰিম কি নকৰিম বুলি উদ্বিগ্ন অৱস্থাটোৰ পৰা মুক্তি পাবৰ একো উপাই নেদেখি শস্য জৰা মেচিনটোৰ হেন্দেলডালকে পকাই দিলে। ইয়াৰ ফলত মেচিনটোৰ পৰা ধোঁৱৰ তুঁহ উৰি আহি তাইৰ গাল, মুখ আৰু মূৰৰ বনেটখন ঢাকি পেলালেহি। সম্ভৱ মেচিনটোৰ পৰা ওলোৱা সামান্য শব্দটো শুনি ফাৰফ্ৰেও জখলাৰে ওপৰলৈ উঠি আহিল।

'আহ, মিচ নিউচন দেখোন,?' তাইক তাত দেখি আচৰিত হৈ তেওঁ ক'লে, 'মই গমেই পোৱা নাছিলোঁ যে তুমি ইযাৰ ভিতৰতে আছা, ওঁৰালটোতে লগ ধৰিবলৈ কোৱাৰ কাৰণে মই অথনিৰে পৰা বৈ আছোঁ। এতিয়া কোৱা মোক কিয় ইয়ালৈ মাতিছিলা।'

'মিষ্টাৰ ফাৰফ্ৰে,' তাই কঁপা কঁপা মাতেৰে ক'লে 'মোকো ইয়ালৈ আহিবলৈ কোৱাৰ কাৰণেহে আহিছোঁ, মই জনা নাছিলো যে আপুনিযেই মোক ইয়ালৈ আহিবলৈ বুলি বাৰ্তা পঠিয়াইছিল, অন্যথা মই ।'

ক'তা, তোমাক, ইয়ালৈ আহিবলৈ বুলিতো মই কোনো বাৰ্তা পঠিওৱা নাছিলো। ক'ৰবাত কিবা এটা ভুল হৈছে, মোৰ দ্বাৰা তেনে কাম কৰা হোৱা নাই।

'আপুনি মোক ইয়ালৈ আহিবলৈ বুলি খবৰ দিয়া নাছিল নেকি? এইখন আপুনি লিখা চিঠি নহয়নেকি?' এলিজাবেথে পোৱা চিঠিখন দেখুৱালে।

'নাই, নাই সেইখন মই লিখা নাই, তেনেকুৱা কাম কৰাৰ কথা মই ভাবিবই নোৱাৰো। এতিযা মোৰ পিনৰ পৰা এটা কথা সোধো—তুমি বাৰু মোক ইয়ালৈ আহিবলৈ বুলি কিবা খবৰ দিছিলা নেকি? এইখন চিঠি তোমাৰ নহয়জানো?' তেওঁ নিজে পোৱা চিঠিখন তাইক দেখুৱালে।

'এইখনটো মই লিখা চিঠি নহয়।'

'নহয়নেকি? তেনেহলে আমি দুজন ইয়াত লগ হোৱাটো কোনোৱাই বাঞ্ছা কৰে।' আমি সেইজনৰ কাৰণে অলপ সময় বাট চোৱাটোকে উচিৎ হ'ব।

ইয়াকে চিন্তা কৰি তেওঁলোক দুয়ো কিছুসময় তাতে বৈ থাকিল। এলিজাবেথ-জেনৰ মুখৰ বৰণ অস্বাভাৱিক ভাবে পৰিবৰ্তন হ'বলৈ ধৰিলে। তাইৰ মনৰ প্ৰশান্ত অনুভূতি মুখমণ্ডলত প্ৰকাশ পাবলৈ ধৰিলে। আনহাতে স্কটছ্ যুবক জনে ওঁৰালৰ ভিতৰৰ পৰা কাণ থিয় কৰি আলিবাটৰ প্ৰতিটো শব্দলৈ মন কৰি থাকিল। তেওঁ ভাবি আছিল যে কোনোৱা আহি তেওঁলোকক জনাবহি যে তেওঁলোকক তালৈ আহি লগ হ'বলৈ কোৱাৰ উদ্দেশ্যনো কি। বিপৰীত পিনে থকা খেৰৰ দ'মটোৰ পৰা টোপ টোপকৈ ইডাল খেৰৰ পৰা সিডাল খেৰলৈ পানী বাগৰি আহি তলত পৰি থকা দৃশ্য তেওঁলোকে বহু সময়লৈকে একে থিৰে চাই থকিল। কিন্তু নাই কোনোৱেই আহি নোলালহি। ওঁৰালটোৰ চালিখনৰ পৰাও এটোপ দুটোপ কৰি পানী

পঢ়িবলৈ আৰম্ভ কৰিলেহি।

'নাই, অতপৰেও কোনো নাহিল দেখোন,' ফাৰফ্ৰেই ক'লে। 'কোনোবাই চতুৰালি কৰি আমাক আভুৱা ভাঁৰিলে যেনহে পাইছো। ইয়াত বৈ থাকি আৰু সময় নষ্ট কৰিবলৈ নাই, মোৰ ঢেৰ কাম কৰিবলৈও বাকী আছে।' আমি মুকলি মনেৰে ইয়াত লগালগি হ'বলৈ সুবিধা কোনেনো জানো কৰি দিলে।'

'ইয়াত কাৰোবাৰ হাত আছে যেন পাইছোঁ, মিচ নিউচন। আমি কেতিয়াবাকে নিশ্চয় গম পাম কোনেনো আমাক ইয়ালৈ অহাটো বিচাৰিছিল। আমি অৱশ্যে সঁচা কথাটো জানিবলৈ কিছুদিন অপেক্ষা কৰিব লগীয়া হ'বও পাৰে। ইচ্ছাকৃত নহয় যদিও তোমাক ইয়াত এনেকৈ লগ পাই যোৱাত মোৰ হ'লে বেয়া লগা নাই, মিচ নিউচনে বা কেনেদৰে ভাবিছা–'

'মোৰো বেয়া লগা নাই।'

তেওঁলোক আকৌ কিছুসময় নীৰবে থাকিল।

'আপুনি স্কটলেণ্ডলৈ ঘুৰি যাবলৈ বৰ ব্যাকুল হৈ আছে নেকি, মিষ্টাৰ ফাৰফ্ৰে?' তাই সুধিলে।

'নাই, তেনেকুৱা কথা নাই, কিযনো গুচি যাম বাৰু, মই।' 'আপুনি থ্ৰীমেৰিণাৰ্চত গোৱা গানটোৰ পৰাহে মোৰ তেনে ধাৰণা হৈছিল –আপোনাৰ মাতৃভূমি স্কটলেণ্ডৰ কথা আপুনি কিমান গভীৰ ভাৱে চিন্তাকৰে। সেইদিনা আপোনাৰ স্বদেশ প্ৰেমৰ অনুভূতিয়ে আমাৰ সকলোৰে হৃদয়ত আলোড়নৰ সৃষ্টি কৰিছিল।'

'অ হয়, সেইদিনা স্বদেশপ্ৰেমৰ গীত গাইছিলোঁ –অতি দৰদ দিযেই গান গাইছিলোঁ–কিন্তু মিচ্ নিউচন শুনা', –(গীতৰ স্বৰ সলনি হোৱাৰ দৰে সেই মুহূৰ্ত্তত ডোন্যাল্ডৰ মাতৰ স্পন্দনো সলনি হৈছিল)–যিকোনো গুৰুত্বপূৰ্ণ কথাতেই তেওঁৰ তেনে হয়–'অন্তৰ স্পৰ্শ কৰা গান এটা তুমি কিছুসময় শুনিলে তোমাৰ চকুপানী ওলাব, তাৰ পিছত সেই কথা ভালে দিনৰ কাৰণে তোমাৰ মনলৈ আৰু নাহে বা সেই কথাটো পিছত আৰু তুমি বৰকৈ ভাবিও নেথাকা। মোৰ কথাটোও তেনেকুৱাই, মই আৰু দেশলৈ ঘূৰি যামগৈ বুলি ভাবি থকা নাই। মোৰ সেই গানটো তুমি যেতিয়াই শুনিবলৈ ইচ্ছা কৰা তেতিয়াই মই শুনাম বাৰু। এতিয়াও মই গানটো গাই তোমাক শুনাবলৈ বেয়া নাপাম,'।

'সচাকৈয়ে অশেষ ধন্যবাদ আপোনাক। এতিয়া পিছে বৰষুণ নেৰিলেও, আমি ইয়াৰ পৰা যোৱাহে উচিৎ হ'ব।'

'শুনাচোন, আমাকনো কোনে প্ৰৱঞ্চনা কৰি ইয়ালৈ অনালে সেই বিষয়ে বৰকৈ চিন্তা কৰি নাথাকিবা। সেইবোৰ কথাত গুৰুত্বও নিদিবা। যি জন পুৰুষ বা মহিলাই এই কামটো কৰালে তেওঁ যদি তোমাক লগ পাই আৰু এই বিষয়ে উল্লেখ

কৰে তুমি ভদ্ৰভাৱে উত্তৰ দিবা যে ঘটনাটোৰ কাৰণে তোমাৰ কোনো খেদ নাই। তেনেকৈ ক'লেহে হাঁহিয়াতৰ পাত্ৰ হোৱাৰ পৰা সাৰিব পাৰিবা।' তেওঁ এই খিনি কৈ থকা অৱস্থাত তাইৰ গাৰ কাপোৰত তেতিয়াও লাগি থকা তুঁহবোৰলৈ চকু গৈ আছিল। তোমাৰ গাটো ধূলি আৰু তুহঁৰে পোত গৈ আছে। তুমি হয়তো মনেই কৰা নাই।' কথাষাৰ তেওঁ অতি মৰমৰ সুৰত ক'লে। 'তোমাৰ এই কাপোৰযোৰৰ ওপৰত বৰষুণ পৰিলে বৰ বেয়া দেখা যাব কাৰণ তিতিলে চোকোৰাবোৰ কাপোৰত লাগি বিয়পি যাব। মুখেৰে ফুৰাই সেইবোৰ মই এৰুৱাই দিওঁনে বাৰু?'

এলিজাবেথে মান্তি বা অমান্তিসূচক একোৱেই নোকোৱাত তাইৰ পিঠি, ডিঙি বনেটটোৰ ওপৰ অংশ আৰু পিন্ধি থকা ভিক্টৰীয়ান কোটটোত লাগি থকা তুঁহবোৰ তেওঁ ফুৰাই এৰুৱাবলৈ যত্ন কৰিলে। তেওঁ যিমান বাৰ ফু মাৰিলে তাই সিমান বাৰ তেওঁক ধন্যবাদ দিলে। অৱশেষত তাইক পৰিষ্কাৰ দেখা গ'ল। তাইক পৰিষ্কাৰ কৰি দিয়াই প্ৰধান উদ্দেশ্য আছিল যদিও অনুমান হৈছিল যে কামটো শেষ কৰাৰ পিছতো তেওঁ লৰা লৰিকৈ গুচি যাবলৈ মন কৰা নাছিল।

'মই এতিয়া যাওঁ আৰু তোমাৰ কাৰণে এটা ছাতি পঠিয়াই দিওঁগৈ,' তেওঁ ক'লে।

ছাতি পঠিওৱালৈ তাই বাট নাচাই জখলাইদি নামি গুচি গ'লগৈ। ফাৰফ্ৰেই তাইৰ কথাকে ভাবি মন্থৰ গতিৰে সুৰুঁৰি মাৰি আহি থাকোতে মন কৰিছিল যে তাই আঁতৰি গৈ গৈ তেওঁৰ দৃষ্টিত ক্ৰমান্বয়ে ক্ষুদ্ৰৰ পৰা ক্ষুদ্ৰতম হৈ একেবাৰে অগোচৰ হ'লগৈ। তেওঁৰ সুহুৰিৰ গীতৰ কথা ফাকি আছিল 'যেতিয়া অকলে অকলে মই নাও বাই গৈ আছিলো।'

# পঞ্চদশ অধ্যায়

মিচ্ নিউচন দেখাত দিনে দিনে বৰ ধুনীয়াজনী হৈ আহিছিল যদিও কেষ্টাৰব্ৰীজত সেই কথাটোৱে বিশেষ প্ৰাধান্য পোৱা নাছিল। এইটোও নুই কৰিব নোৱাৰি যে আন বহুতৰে লগতে ডোন্যাল্ড ফাৰফ্ৰেইও মেয়ৰৰ জীয়েকজনীৰ প্ৰতি আকৃষ্ট হৈ পৰিছিল। এজন অৱতাৰী পুৰুষ ৰূপে গণ্য কৰা চতুৰ বাৰুহে তাহানিতে এটা মন্তব্য কৰিছিল, 'যিজনী কুমাৰী প্ৰণয়াকাঙ্ক্ষী হয় তাই বাংচালী নহৈ নোৱাৰে।'

অকলে খোজকাঢ়ি ফুৰিবলৈ ওলাই অহাৰ সময়ত তাইৰ অন্তৰৰ খোৰোঙত কিছুমান অমূৰ্ত্ত কল্পনাই বাঁহ লয়। সেই কল্পনাই সামান্য পৰিমাণে হ'লেও দৰ্শন সাধ্য লক্ষ্য পাবলৈ হাবিয়াস কৰে। তাইৰ অনুসন্ধিৎসু মনটোৱে চিন্তা কৰি পাইছিলগৈ যে কাপোৰকানি পিন্ধন উৰণৰ ক্ষেত্ৰত চৌখিন হ'বলৈ চেষ্টা কৰাটো উচিত নহ'ব,

কিয়নো এতিয়া লাগ বুলিলেই টকা পইছা খৰচ কৰি তেনে কৰিবলৈ হ'লে তাইৰ অতীত জীৱনৰ লগত সামঞ্জস্য নথকা পৰিস্থিতি এটাৰ সৃষ্টি হ'ব। অতীতটোক বিসৰ্জ্জন দি তাই নিজকে প্ৰতাৰণা কৰিব নোখোজে। তাই ভালকৈ বুজিছিল যে মানুহৰ কল্পনাশক্তিৰ ক্ৰমবিকাশৰ পৰাই ইচ্ছাৰ উৎপত্তি হয় আৰু ইচ্ছা প্ৰকট হ'লেই লিপ্সা জাগে। বসন্তকালৰ কোনো এটা দিনত হেনচাৰ্ডে তাইক এযোৰ অতি সুন্দৰকৈ ফুলতুলি গোঁঠা হাত মোজা দিছিল। সেইযোৰ পিন্ধি দেউতাকক মিঠা কথা এষাৰেৰে মৰম যাচিম বুলি তাই ভাবি আছিল। কিন্তু হাতমোজা যোৰৰ লগত মিলা বনেট এখন তাইৰ নাছিল। চিৰ সুন্দৰৰ প্ৰতি দুৰ্ব্বলতা থকা ছোৱালীজনীযে ভাবিলে যে তাইৰ হাত মোজাৰ লগত মিলা বনেট এখনো থকা উচিৎ। কিন্তু হাত মোজাৰ লগত মিলা এখন বনেট যোগাৰ হ'লেও তাৰ লগত মিলাকৈ ভাল কাপোৰ এযোৰ নোলাব। তাইৰ আশা পূৰ্ণ হোৱাকৈ আটাই কেইপদ বস্তুকেই তাই দোকানৰ পৰা অনালে। তথাপিও তাই দেখে যে তাইৰ কাপোৰ যোৰৰ লগত মিলাকৈ ভাল ছাতি এটা নাই। এক পাউণ্ড খৰচ কৰিম বুলি ভবা ছোৱালীজনীৰ াগ াগ বিশ পাউণ্ড খৰচ হ'লগৈ। যাহওক কাপোৰ যোৰৰ লগত মিলা পাতল বৰণৰ ছাতিএটাব সৈতে তাইৰ মনৰ জোখাৰে আটাই কেইপদ বস্তুৰেই যোগাৰ হ'লগৈ। তাই মনৰ আনন্দত ফুৰিবলৈ ওলাই আহিল।

ধুনীয়া ছোৱালীজনীক মানুহে ৰৈ ৰৈ চাইছিল। অতীজতে আহৰণ কৰা সৰলতাখিনি আবৰণ স্বৰূপ হৈ তাইৰ ৰূপ লাৱণ্যক ঢাকি ৰৈছিল। ফৰাচী দাৰ্শনিক ৰুছেফউকাউল্ডে ধাৰণা কৰাৰ দৰে ইয়াক 'মনোৰম আৰোপন' বুলি ক'লেও একো অশুদ্ধ নহয়। এনে সৌন্দৰ্য্যৰ এক প্ৰভাবো নপৰাকৈ থকা নাছিল। দুটা বিপৰীত দিশৰ বৈষম্য নিৰূপণৰ এক মাপকাঠি বুলিযেই সৰ্বসাধাৰণ মানুহে ইয়াক গণ্য কৰিছিল। লাহ-বিলাহৰ বিপৰীতে সৰলতা। তাইৰ মনত কিবা নিহিত অভিপ্ৰায়ো আছিলনেকি বুলি কোনোবা কোনোবাই সন্দেহো নকৰাকৈ থকা নাছিল। প্ৰকৃততে ক'বলৈ গ'লে সেই ধাৰণাটোক শুদ্ধ বুলি ক'ব নোৱাৰি। সেইবোৰ যিয়েই নহওঁক কিয় তাৰ পৰা অৱশ্যে তাইৰ কিছু লাভ হৈছিল। তাইৰ সুলক্ষণবোৰ কেষ্টাৰব্ৰীজৰ মানুহৰ চকুত পৰিবলৈ লোৱাৰে পৰা তাই সমাজত নিজাববীয়াকৈ এক বিশেষ স্বীকৃতি পাবলৈ ল'লে। 'আগতে কাহানিও নোপোৱা প্ৰশংসাৰ কিবা বিশেষ মূল্য আছে জানো' তাই ভাবে।

যৌবনৰ উত্তেজনা, আৰু ফাৰফ্ৰেৰ পৰা পোৱা প্ৰশংসাই তাইৰ মনত প্ৰবল জোৱাৰৰ সৃষ্টি কৰিবলৈ ধৰিলে। নাৰীসুলভ বৈশিষ্ট্যবোৰ আগতে প্ৰকাশ নোপোৱাত তাই নিজকে এক অনুভূতিহীন প্ৰাণী বুলিহে গণ্য কৰিছিল।

কাহানিও সাফল্যৰ মুখ নেদেখা ছোৱালীজনীয়ে এইবোৰ ভাবি ভাবি অভিভূত

হৈ পৰিছিল। ঘৰ আহি পাই নিজৰ বিচনাখনত তলমূৰকৈ শুই পৰিলে ধুনীয়া কাপোৰযোৰ যে ভাজ লাগি বেয়া হ'ব সেইকথা তাইৰ ভাবেই নহ'ল। 'হে ভগবান' তাই মুখৰ ভিতৰতে ক'লে, 'চহৰখনৰ মানুহে সচাঁকৈয়ে মোকেই আটাইতকৈ ধুনীয়া বুলি মানি লৈছেনেকি?'

এইবোৰ কথাৰ প্ৰতি দকৈ চিন্তা হ'লেই ভয়ত তাইৰ মনটো ব্যাকুল হৈ পৰে। তাই জানিছিল যে এনেবোৰ অতিৰঞ্জিত আশা আকাঙক্ষাই ক্ষণিকতে ৰূপ সলাই বিষাদ আৰু আতঙ্কৰো সৃষ্টি নকৰাকৈ নেথাকে। তাই ভাবিবলৈ ধৰিলে যে তাইক দিয়া স্বীকৃতি ন্যায্য হোৱা নাই। মই বহুত কথাই নেজানো আৰু মোক অপৰিপক্ক বুলি জনা হ'লে তেওঁলোকৰ সিদ্ধান্তও নিশ্চয় বেলেগ হ'লহেঁতেন--মই ইটালিয়ান ক'ব নোৱাৰো,--গোলকত পৃথিৱীৰ মেপখন চাব নাজানো, যিবোৰ আন ছোৱালীয়ে বৰ্ডিংস্কুলত থাকি পঢ়াৰ সময়ত জানিবলৈ পায়। সেইবোৰ ছোৱালীয়ে জানো মোক শুদায়ে এৰিব? মোক তেওঁলোকে বেয়া চকুৰে চাবলৈ ধৰিব। মোৰ প্ৰতি তেওঁলোকৰ ঘৃণা জন্মিব। মোৰ এই অলঙ্কাৰপাতি, দামী সাজপোছাকবোৰ বিক্ৰী কৰি হ'লেও ব্যাকৰণ অভিধান, দৰ্শন আৰু বুৰঞ্জীৰ কিতাপকিনি পঢ়া আৰম্ভ কৰিব লাগিব।' খিৰিকীৰে বাহিৰলৈ চাওতে হেনচাৰ্ড আৰু ফাৰফ্ৰেই ঘাইঁ থোৱা চোতালখনতে থিয দি কথাপাতি থকা তাই দেখিলে। অতি আন্তৰিকতাৰে যদিও কিছু ভাৱপ্ৰবণ হৈ মেযৰজনে কথা কবলৈ ধৰিলে- উচ্চস্বৰে। ফাৰফ্ৰেক কিন্তু আন দিনাৰ দৰে নম্ৰ আৰু বিনযী হৈ থকাই দেখা গ'ল। মানুহৰ বন্ধুত্বৰ মাজত কি দুৰ্জয শক্তি সোমাই থাকিব পাৰে তাকে এই দুজন মানুহে প্ৰতিপন্ন কৰিছে। তথাপিও পকা দেৱালৰ ইটাৰ মাজত গজি উঠা ক্ষুদ্ৰ গছ এজোপাই ফাঁকটো ধীৰে ধীৰে বহলোৱাৰ দৰে তেওঁলোকৰ কথা বতৰাই মনৰ অন্তৰাই বৃদ্ধিৰ সূচনা কৰিছিল। তেতিয়া প্ৰায় ছয বাজি গৈছিল। দুই এজনকৈ প্ৰায সকলোবোৰ বনুৱা, কৰ্মচাৰীয়েই ঘৰমুৱা হৈছিল। কান্ধ দুখন তললৈ পৰা আৰু চকু টিপিয়াই থকা বনুৱাজনৰ বয়স প্ৰায় ঊনৈছ-বিশ বছৰমান হব। চফল ডেকাজনেই একেবাৰে শেযত ঘৰলৈ গৈছিল। মুখত তিক্ততাৰ ভাৱ। তেওঁৰ ওঁঠ দুখন এবাৰ মেল খালে আৰু জাপ নেযায়। থুতৰি থাকিলেহে মুখ জাপ যায। ঈশ্বৰে তেওঁক থুতঁৰি নামে সচঁকে নিদিলে। বনুৱাজন গৈ গেটখন পাওঁ পাওঁ হওঁতেই হেনচাৰ্ডে ডাঙৰকৈ চিএৰ এটা মাৰিলে।

'এইফালে আহ, এবেল্ হুইটেল।'

আদেশটো শুনি হুইটেল, লৰালৰিকৈ উভতি আহিল। অপায় অমঙ্গল দূৰ হ'বলৈ বুলি ঈশ্বৰক স্মৰণ কৰি ফোঁপাই -জোপাই আহি ওলালেহি। কিয় মাতিছে সেই কথা নজনাকৈ থকা নাছিল যদিও হুইটেলে ক'লেহি, "হয়, চাৰ।"

'ভালকৈ শুনি ল, আকৌ এবাৰ কৈছো-- কালিলৈ ৰাতিপুৱা ঠিক সময়ত

আহিবি। শুনিছনে নাই। কি কি কাম কৰিব লাগিব ভালকৈ জানি বুজি লবিহি। মোৰ কথাবোৰ তোৰ কাণত সোমাইছেনে নাই? অবাবত সময় নষ্ট কৰিবলৈ হ'লে মই তোক আৰু শুদাই নেৰো কিন্তু।'

'হয় চাৰ।' বুলি উত্তৰটো দি এবেল হুইটেল গ'লগৈ। হেনচাৰ্ড আৰু ফাৰফ্রে সেই ঠাইৰ পৰা আঁতৰ হোৱাত তেওঁলোক এলিজাবেথ-জেনৰ দৃষ্টিৰ পৰাও অগোচৰ হ'ল।

হেনচাৰ্ডে এইদৰে কঢ়া হুকুম দিয়াৰ যথেষ্ট কাৰণো আছিল। বেচেৰাৰ কাৰণে তাৰ সকলো লগৰীয়া বনুৱাই সহানুভূতিশীল। পুতৌ কৰি সকলোৱে তাক এবেল বুলি মাতে। সমূলি পৰিবৰ্তন কৰিব নোৱাৰা বেয়া অভ্যাস এটা আছিল— মানুহটোৰ। কামলৈ আহোঁতে তাৰ সদায় পলম হয়। এই অভ্যাসটো কোনেও সংশোধন কৰাব নোৱাৰিলে। সি নিজেও বহুত চেষ্টা নকৰাকৈ থকা নাছিল। আনতকৈ আগতেহে কামত উপস্থিত হমহি বুলি সদায় উদগ্রীৱ হৈ থাকে যদিও মূৰকত সেইটো হৈ নুঠেগৈ। সোনকালে সাৰ পাবৰ কাৰণে সি ভৰিত ৰচি এডাল বান্ধি খিৰিকীৰ বাহিৰলৈ ওলোমাই থয় যাতে বন্ধু বৰ্গই সেইডাল টানি তাক সমযত জগাই দিব পাৰে। যিদিনাই বন্ধুবৰ্গই ৰচিডাল টানি তাক জগাবলৈ পাহৰে সেইদিনাই তাৰ কামলৈ অহা পলম হোৱাতো অনিবাৰ্য। সোনকালে কামত উপস্থিত হ'মগৈ বুলি ৰচনা কৰি থকা সপোন শেষত উৰি গৈ কেনিবাদি লৰ মাৰেগৈ।

ঘাঁহ ওজন কৰি গাড়ীত বোজাই কৰা শাখাটোৰ দ্বিতীয়জন মানুহ হ'ল এবেল হুইটেল। দুজন মানুহ নহলে গধুৰ বস্তু ক্রেণৰ সহায়ত দণ্ডামেলা কৰি পূৱাতে গাড়ীবোৰ বোজাই কৰি পঠিযাবৰ কাৰণে সাজু কৰিব নোৱাৰি আৰু গাড়ীখালি কৰি মাল আনিবৰ কাৰণে পঠিওৱাত ও বিঘিনি ঘটে। এবেলৰ মৰ টোপনিৰ বাবেই কামবোৰ যথা সময়ত হৈ নুঠে। এবেলে চেষ্টা কৰিও এই বেমাৰটোৰ পৰা সাৰিব পৰা নাছিল। এবেল সময়মতে আহি নোপোৱাৰ কাৰণেই যোৱা সপ্তাহত এঘণ্টাকৈ সময় গাড়ীবোৰ বৈ থাকিবলগীয়া হৈছিল। সেই কথাটোকে লৈ হেনচাৰ্ডে এবেলক দাবি ধমকি দি সকিয়াই দিছিল। পিছদিনা এবেল ঠিক সময়ত আহি পাই নে নেপাইহি এতিয়া তাৰ কাৰণেহে অপেক্ষা কৰিব লাগিব।

ছয় বাজি গ'ল। এবেল হুইটেলৰ দেখা দেখি নাই। ছবে ছয় বজাত হেনচাৰ্ডে নিজে আহি মাল বোজাই কৰা ঠাইত ওলালেহি। এবেল যাবলগীয়া গাড়ীখনত ঘোঁৰা লগোৱা হ'ল আৰু আনখন গাড়ীৰ লগত যাবলগীয়া মানুহটোও আহি প্রায় বিশমিনিট সময় বৈ আছিলহি। হেনচাৰ্ড অতিষ্ঠ হ'ল। তেওঁ তাক এশিকনি দিম বুলি ভাবোতেই হুইটেল ফোঁপাই-জোপাই আহি উপস্থিত হ'লহি। হেনচাৰ্ডে তাৰ পিনে মূৰতুলি চাই ক'লে যে যদি আৰু কেতিয়াবাকৈ সি কামলৈ অহাত পলম

কৰে তেন্তে ভগবানেও নাজানিব তাৰ দশাৰ কথা। তাক ক'লে যে— তেওঁ তাক আৰু সকিযাই থাকিবলৈ নাযায়। কামলৈ অহাত পলম হৈছে বুলি গম পালেই তেওঁ নিজে গৈ তাক বিচনাৰ পৰা চোঁচৰাই আনিবগৈ।

'হে মোৰ ঈশ্বৰ মোক মাৰ্জনা কৰক, মোক স্ৰজন কৰোতেই কিবা এটা ভুল কৰিলে। মোৰ এই দোষটোৰ পৰা নিস্তাৰ পাবলৈ সদায় ৰাতি শুবৰ সময়ত ভগবানক প্ৰাৰ্থনা কৰোঁ বুলি ভাবোতেই কিবা এটাই মোক হেঁচা মাৰি ধৰেহি। মোৰ মগজটোৱে একেবাৰে কাম নকৰা হৈ যায়। কিনো হয় মই কবে নোৱাৰো। ল'ৰা কালৰে পৰাই মোক এই দোষটোৱে এৰা দিয়া নাই। বাল মজুৰি কৰি আধা হাজিৰা পোৱা সময়ৰে পৰা আজিলৈকে মই কোনো দিনে বিচনা খনত উপভোগ কৰিব নাজানিলো, কাৰণ বিচনাত পৰাৰ লগে লগেই মোক মৰ টোপনিয়ে হেঁচা মাৰি ধৰে আৰু সাৰ পোৱাৰ আগতেই বিচনাৰ পৰা উঠিব লগীয়া হয়। বিচনাত পৰাৰ সুখনো কি মই আৰু বুজি নেপালো। প্ৰভু, মই আপোনাক একেবাৰে সঁচা কথা কৈছো মোৰ নাড়ী-ভুৰু পৰ্যন্ত আপোনাক উদঙাই দেখুৱাইছো, মইনো কেনেকৈ ৰক্ষা পাও তাৰ কোনো উপায়েই নোপোৱা হৈছো, টোপনি ভালকৈ নাহক বুলি যোৱাৰাতি কেইটামান বুটমাহ চোবাই শুই থাকিলো, তথাপিও—'সেই বাজে কথাবোৰ মোক নকবি,' হেনচাৰ্ডে খঙেৰে ক'লে। 'কালিলৈ ৰাতিপুৱা চাৰি বজাতে মালগাড়ী যাব লাগিব, বুজিলিনে? আৰু তই যদি সময মতে আহি নেপাৱহি তেন্তে তোৰ কি দশা হ'ব ভালকৈ জানি থ। নিজৰ মঙহেৰেই তোৰ ভোক পলুৱাম মই — তেহে, এশিকনি পাবি।'

'মোৰ কথাটো খোলোচাকৈ বুজাই ক'বলৈ মোক সুধিবা অকণ দিয়ক মাথোন — হে মোৰ ঈশ্বৰ, হে মোৰ মহানুভৱ।'

তাৰ কথা নুশুনি হেনচাৰ্ড গুচি গ'লগৈ। 'তেখেতে মোক কথা এবাৰ সুধিলে, কিন্তু মোৰ উত্তৰটো নুশুনি গুচিয়েই গ'লগৈ নহয়,' সেই ঠাইতে থিয় দি থকা আন মানুহে শুনাকৈ এবেলে ক'লে। 'তেখেতৰ হাতৰ পাছ মানুহ হিচাবে মোক যেতিযাই তেতিয়াই মাতিব বুলি মই গুৱে নিশাটো নুশুই খৰমৰাই থাকিলেহে হ'ব।'

পিছদিনা ব্ৰেকমুৰলৈ যাবলগীয়া যাত্ৰাটো বৰ দীঘলীয়া হেতুকে ৰাতিপুৱা চাৰিমান বজাৰে পৰা মানুহবোৰে হাতত লেম্প লৈ ইফাল সিফাল কৰি কামত ব্যস্ত, কিন্তু এবেলৰ দেখাদেখি নাই। তাৰ কোনোবা লগৰীয়া খৰ ধৰকৈ গৈ তাক সাৱধান কৰেগৈ মানে হেনচাৰ্ড আহি বাগিছাখনৰ গেটৰ মুখত উপস্থিত হৈয়েই সুধিলেহি, 'এবেল হুইটেল ক'ত, মই তাক দঢ়াই দঢ়াই কোৱা স্বত্তেও সি সময়মতে নাহিল। মোৰ স্বৰ্গগামী পিতৃদেৱতাৰ নামত শপত খাই কৈছো যে মোৰ কথা আজি

আখৰে আখৰে পালন হ'ব। তাৰ বাহিৰে ইয়াক চিধা কৰাৰ আন কোনো উপায় নাই আৰু! মই তাৰ ঘৰলৈকে যাও।'

ব্ৰেকষ্ট্ৰীটত থকা এবেলৰ সৰু পজা ঘৰটোত সোমালেগৈ হেনচার্ডে। তাৰ ঘৰটো বন্ধ কৰি থব পৰাৰ কোনো ব্যৱস্থা নাছিল। তেনে কৰাৰ কোনো আৱশ্যকো নাছিল কাৰণ তাত হেৰাবলগীয়া কোনো বস্তুৱেই নাছিল। ভিতৰ সোমাই শস্যৰ বেপাৰ কৰা মহাজনজনে এবেল শুই থকা বিচনাখনৰ কাষ পাই গৰজি উঠিল। মেঘমন্দ্ৰ গৰ্জ্জন শুনি এবেলে চক্ খাই সাৰ পাই চকুৰ আগত স্বয়ং হেনচার্ডক থিয় দি থকা দেখি বজ্ৰপাত পৰা মানুহৰ দৰে থৰ্ লাগিল। কাপোৰখনেনো তাৰ উদং শৰীৰটো ঢাকি থৈছিল নে নাই সেই কথালৈ সি মন দিবকে নোৱাৰা অৱস্থা এটা হ'ল।

'বিচনাৰ পৰা উঠ, বেগতে কামলৈ ওলা নহ'লে আজিৰ পৰা মোৰ লগত কাম কৰিবলৈ এৰ্। তোৰ মনত থাকি যোৱাকৈ শিক্ষা দিম বুলিহে মই নিজেই আহিলোঁ। এতিয়া কামলৈ লৰ দে, কাপোৰ কানি য'তে আছে ত'তে এৰ। হুইটেলে আমন ভ্ৰিমনকৈ বিচনাখনৰ পৰা উঠি আহি গাত চোলা আৰু ভৰিত বুট জোতাযোৰ সুমুৱাই ল'লেহি যদিও ফিটা মাৰিবলৈ নৰ'ল। চিৰিটোৰ পৰা নামি আহিহে ফিটা কিডাল মাৰি ল'লে। তাৰ মূৰৰ টুপিটো হেনচার্ডে নিজে হেঁচা মাৰি বহুৱাই দিলে। হুইটেলে কুকুৰ খুজীয়াকৈ ব্ৰেকষ্ট্ৰীটেদি লৰ ধৰিলে আৰু হেনচার্ডে তাৰ পিছে পিছে ধীৰ গতিৰে খোজ দি আহি থাকিল।

ঠিক সেই সময়ত ফাৰফ্ৰেই হেনচার্ডক লগ ধৰিবৰ কাৰণে তেওঁৰ ঘৰলৈ গৈ তেওঁক নাপায় পিছ পিনৰ গেট খনেদি ওলাই আহোতে দোকমোকালিৰ ক্ষীণ পোহৰৰ মাজত বগা কিবা এটা বস্তু ল'ৰি ল'ৰি গৈ থকা দেখি সেইপিনে ভালকৈ চাওতে সেইটো এবেলৰ বেষ্টকোটৰ তলেদি ওলমি থকা চোলাটো যেন অনুমান হ'ল। হে' ভগবান, এইটো কি দৃশ্য দেখিলো বুলি ফাৰফ্ৰেই মনতে ভাবি এবেলৰ পিছে পিছে শস্য জমা কৰা চোতাল খন পালেহি। ঠিক সেই সময়তে হেনচার্ড আহি চোতালত ভৰি দিছিলহি।

'মিষ্টাৰ ফাৰফ্ৰে আপুনি চাওকচোন বাৰু', 'এবেলে কপালক বিয়াই প্ৰলাপ বকাৰদৰে কিবা কিবি কৈ গ'ল। মই সোনকালে সাৰ নেপালোঁ বুলি মোৰ নিজৰ গাৰ মওহেৰেই মোৰ ভোক মৰাব বুলি কৈয়েই তেখেতে এৰা নাই , কাৰ্য্যতঃ তেনে কামেই কৰিছে। পেণ্টটো ভৰিত সুমুৱাই ল'বলৈও, সময় নিদিলে। আপুনি চাওকচোন মোৰ কি অৱস্থা! কেতিয়াবা একোটা ব্যতিক্ৰম সকলোৰে হয়, সেইবুলি মোক আধা নাঙঠ হৈ আহিবলৈ বাধ্য কৰি তেখেতে মোৰ কি দশা কৰিলে। ইয়াৰ পিছত আত্মহত্যা কৰাৰ বাহিৰেতো মোৰ গত্যন্তৰ নাই। মই আত্মহত্যা কৰিম, মই

আৰু এনে চৰম লাঞ্ছনা ভুগি জীয়াই থাকিব নোৱাৰিম। মই ব্ৰেকমুৰ, ভেলীলৈ এনেদৰে গ'লে মাইকী মানুহবোৰে মোক নাঙঠ বুলি হাঁহি পেংলাই নকৰিবনে? আপুনি বাৰু মোৰ অৱস্থাটো বুজিব পাৰিছেনে, মিষ্টাৰ ফাৰফ্ৰে। মই একেবাৰে নিঃসহায়, মই নিজেই নিজৰ ওপৰত প্ৰতিশোধ ল'ম। মই আৰু এক মুহূৰ্ত্তত এই লাঞ্ছনা সহি থাকিব নোৱাৰো। আত্মহত্যাৰ ভাবটোৱে মোক প্ৰবলভাবে হেঁচামাৰি ধৰিছেহি।

'তুমি ঘৰলৈ গৈ পেন্টটো পিন্ধি মানুহৰ দৰে কামলৈ আহাঁগৈ যোৱা, মই কৈছো নহয়, বেগতে যোৱা, নহ'লে কিন্তু কথা বেয়া হ'ব। তোমাক মই তেনেকৈ মৰিবলৈ এৰি দিব নোৱাৰো নহয়। হেনচাৰ্ডে যি নিৰ্দেশকে নিদিয়ক কিয় মই সেইবোৰলৈ কাণ নিদিওঁ। যোৱা হুইটেল, বেগতে গৈ কাপোৰ পিন্ধি আহাঁগৈ।'

'হেই, হেই, কোনে তাক ওভোটাই পঠিয়াব খুজিছে, 'হেনচাৰ্ডে পিছপিনৰ পৰা মাত দিলে।'

তাত উপস্থিত থকা সকলোবোৰ মানুহেই ফাৰফ্ৰেৰ মুখৰ পিনে চাবলৈ আৰম্ভ কৰিলে।

ডোন্যাল্ড ফাৰফ্ৰেই ক'লে, এই ধেমালিটোৰ সীমা চেৰাই গৈছে বুলি মই ভাবিছো।

'কিন্তু মই যদি কওঁ, সীমা চেৰাই যোৱা নাই। হেই হুইটেল যা গাড়ীত উঠগৈ।

'মই যদি মেনেজাৰ হওঁ তেন্তে সেইটো হ'বলৈ দিব নোৱাৰিম,' ফাৰফ্ৰেই কিছু উত্তেজিত হৈ কথাষাৰ ক'লে 'তেওঁ ঘৰলৈ যাওক নহ'লে এই মুহূৰ্ত্ততে মই ইয়াৰ পৰা চিৰ বিদায় লওঁ। এই দুটাৰ মাজত এটাহে হব।'

খঙত ৰঙা-চিঙা পৰি হেনচাৰ্ডে ফাৰফ্ৰেৰ পিনে চালে। দুয়োৰো চকুৱে চকুৱে পৰাত তেওঁ কিছু ক্ষান্ত হ'ল। হেনচাৰ্ড অনুতপ্ত হোৱা যেন দেখি ডোন্যাল্ড নিজেই তেওঁৰ ওচৰলৈ আগবাঢ়ি গ'ল।

'ইয়াৰ পৰা আমি যাওঁ বলক,' ডোন্যাল্ডে শান্তভাৱে ক'লে, 'আপোনাৰ দৰে ইমান উচ্চ স্থানত থকা মানুহ এজনৰ কিছুমান সুক্ষ্ম অনুভূতি থকা ভাল, চাৰ। এনেকুৱা উৎপীড়ন আপোনাৰ দৰে মানুহৰ কাৰণে শোভনীয় নহয়।'

'মই একো বেয়া কাম কৰা নাই,' ঠেহ লগা সৰু লৰা এজনৰ দৰে হেনচাৰ্ডে মুখৰ ভিতৰতে ভোৰভোৰালে। আগলৈকে মনত থাকি যোৱাকৈ মই তাক শিক্ষা এটাহে দিব খুজিছো। অন্তৰত তীব্ৰ আঘাতে খুন্দা মাৰি ধৰা মানুহ এজনৰ দৰে আবেগিক হৈ হেনচাৰ্ডে ক'লে, 'ফাৰফ্ৰে, ইমানবোৰ মানুহৰ মাজত তুমি মোক কিয় তেনেকৈ ক'লা? মোক অকলশৰীয়াকৈও ক'ব পাৰিলাহেঁতেন। অন্ততঃ মানুহবোৰ

আঁতৰ নোহোৱালৈকে তুমি ক্ষন্তেক সময় অপেক্ষা কৰিব লাগিছিল। মই জানো তুমি মোক এনে ব্যৱহাৰ কিয় কৰিব পাৰিলা। মোৰ জীৱনৰ গোপনীয় কথাবোৰ তোমাক কৈ মই কি মুৰ্খামী কৰিলো এতিয়াহে বুজিব পাৰিছো। তুমি এতিয়া তাৰ সুবিধা লৈছা।'

'সেই দিশটোলৈ মোৰ লেশমানো লক্ষ্য কৰা নহ'ল,' মাথোন এই এষাৰ উত্তৰ দিয়াৰ পিছত আৰু একো নেমাতি ফাৰফ্ৰে নিমাতে থাকিল।

হেনচাৰ্ডে কিছু সময় একো মাতবোল নকৰাকৈ তলমূৰ কৈ থাকি সেই ঠাইৰ পৰা আঁতৰি গুচি গ'লগৈ।

সেইদিনাই ফাৰফ্ৰেই আৰু দুটা কথা জানিব পাৰিলে যে বিগত শীত কালটোত এবেলৰ মাকক হেনচাৰ্ডে কয়লা ভঙা কামত লগাইছিল। মাকৰ নাকেদি কয়লাৰ গুৰি সোমোৱাত বুঢ়ীয়ে যথেষ্ট কষ্ট পাইছিল। কিন্তু হেনচাৰ্ডৰ তেনে কাৰ্য্যই এবেলক বহুত চিধা কৰিলে। আৰু তেতিয়াৰে পৰা মালিকজনৰ প্ৰতি সিও কম বিদ্বেষী হ'বলৈ আৰম্ভ কৰিছিল। আনহাতে হেনচাৰ্ডে সেই গোটেই দিনটো কাকো একো মাতবোল নকৰাকৈ বিমৰ্ষ মনেৰে ঘৰৰ ভিতৰতে সোমাই থাকিল। তথাপিও কোনোবা এজন আহি এবাৰ তেওঁক সুধিছিলহি যে চোতালত পৰি থকা ওটচ্‌বোৰ ওপৰ মহলালৈ নি তুলি থবগৈনেকি। তাৰ উত্তৰত হেনচাৰ্ডে মাথোন কৈছিল, 'ফাৰফ্ৰেক সোধা, তেওঁহে সেইবোৰৰ মালিক।'

নৈতিক চৰিত্ৰ বিচাৰ কৰিবলৈ গ'লে হেনচাৰ্ডৰ বিপক্ষে কাৰো একোৱেই কব লগীয়া নাছিল। তেওঁৰ সততাৰ ওপৰতো কোনো ধৰণৰ সন্দেহ ওপজাৰো একো থল নাছিল। তেওঁক এজন অতি প্ৰশংসনীয় ব্যক্তি বুলিয়েই সমাজে গণ্য কৰিছিল। কিন্তু তেওঁৰ কিছুমান আচৰণৰ পৰা তেওঁৰ ওপৰত মানুহৰ শ্ৰদ্ধা কিছু কমি আহিবলৈ ধৰিলে। এই ঘটনাটোৰ কিছুদিন পিছত, ডাৰ্ণভাৰৰ এজনী দেউতাক নোহোৱা ছোৱালীয়ে, সিহঁতৰ কিছু ঘাঁহৰ উচিৎ মূল্য নিৰ্দ্ধাৰণ কৰি দিবৰ কাৰণে ফাৰফ্ৰেৰ ওচৰলৈ এটি সৰু ল'ৰাক পঠিয়াইছিল। সি তেওঁক বিচাৰি নেপাই হেনচাৰ্ডৰ আগতে ওলালেহি। হেনচাৰ্ডে ল'ৰাটোক আশ্বাস দি ক'লে, 'বেচ্ ভাল কথা, মই যাম বাৰু।' কিন্তু সৰু লৰাটোৱে সুধিলে 'ফাৰফ্ৰেও যাবনে বাৰু,'।

'মই সেইপিনে যাম বুলি কৈছোৱেই নহয় ফাৰফ্ৰে আকৌ যাব লাগে কিয়?' হেনচাৰ্ডে চকু থিৰ কৰি ক'লে, 'মানুহবোৰ আহি সদায় ফাৰফ্ৰেকহে বিচাৰেহি?'

'তেওঁলোকে ফাৰফ্ৰেক ভাল পায় সেইকাৰণেহে তেওঁক বিচাৰে বুলি কোৱা শুনো।' ল'ৰাটোৱে ক'লে।

'অহ হয় নেকি? মানুহবোৰে তেওঁক ভাল পাই গুণেহে বিচাৰে

বুলি শুনিছা, তেওঁ বেছি কথা জানে, তেওঁ হেনচাৰ্ডতকৈ বেছি বুদ্ধিয়ক তাৰমানে ফাৰফ্ৰেৰ তুলনাত হেনচাৰ্ড মাত্ৰ নগণ্য কুটা এগছৰ সমানো নহয়। এক অপদাৰ্থ, আহ্ কি কথা?'

'হয় চাৰ। মানুহে তেনেকৈয়েই ভাবে, — আৰু কিছুমান কথাও তেওঁলোকে কয়।' হেনচাৰ্ডে মুখপাতি ধৰি ক'লে, 'আহ, আৰু আছে নহয়? নিশ্চয় আছে চাগে? কোৰাচোন কোৱা, বাবা, মানুহে আৰু কি কি কয়? এইয়া লোৱা, তুমি ঘৰলৈ যাবৰ বাবে মই ছয় পেণী গাডীৰ ভাৰাও দিছো, লোৱা এইয়া।'

তেতিয়া ল'ৰাটোৱে কৈ গ'ল 'মানুহবোৰে কোৱা শুনো বোলে তেওঁ বেছি সুস্থিৰ আৰু ফাৰফ্ৰেৰ তুলনাত হেনচাৰ্ড এজন নিৰ্বোধ ব্যক্তিহে আৰু মাইকী মানুহবোৰে ঘৰলৈ উভতি আহোতে কোৱা মেলা কৰে বোলে— তেওঁ এডোখৰ জকমকাই থকা হীৰা — দিনে দিনে শ্ৰীবৃদ্ধি হোৱা অমূল্য সম্পদ, দাম দিওঁ কিনিবলৈ নোপোৱা ঘোঁৰা। তাৰোপৰি তেওঁলোকে কয় বোলে ফাৰফ্ৰে জ্ঞানী আৰু আনৰ কথা বুজা লোক, দুজনৰ মাজত কোনো ৰিজনিয়েই নহয়। ফাৰফ্ৰেহে বোলে মালিক হ'ব লাগিছিল।'

'সিহঁতৰ মুখত যিহকে আহে তাকেই কয় — বাজে কথা চব্।' হেনচাৰ্ডে নিজৰ মনৰ দুখ ঢাকি ক'লে। 'বাৰু বাবা, তুমি এতিয়া যোৱাগে দেই। মই তোমালোকৰ সেইপিনে নিজেই গৈ ঘাঁহৰ দামটো নিৰ্দ্ধাৰণ কৰি দি আহিমগৈ বাৰু, তুমি বুজি পালা নহয়?' — ল'ৰাটো গুচি গ'লগৈ। হেনচাৰ্ডে মুখৰ ভিতৰতে ভোৰভোৰালে 'তাকহে মালিক হোৱাটো বিচাৰে সিহতে, সেইবোৰ বিশ্বাসযোগ্য কথানে বাৰু? ক'ৰবাৰ গছত গৰু উঠা কথা।'

তেওঁ ডাৰ্ণভাৰৰ পিনে ৰাওনা হ'ল। বাটতে ফাৰফ্ৰেক লগ পোৱাত দুয়ো খোজ কাটিয়েই গৈ থাকিল। হেনচাৰ্ডে মাটিৰ পৰা মুৰ ওপৰলৈ কৰা নাছিল।

'আপোনাৰ গাটো ভাল নহয় যেন পাইছো আজি,' ফাৰফ্ৰেই সুধিলে, 'নাই, নাই মোৰ গা ভালেই আছে', হেনচাৰ্ডে ক'লে।

'কিন্তু আপোনাৰ মনটো কিছু সেমেকি থকা যেন লাগিছে।'

আপুনি অসন্তোষ কৰিব লগীয়া একো কাৰণেই মই আজি দিনটোত দেখা পোৱা নাই। ভাল খবৰ এটাহে আছে। ব্ৰেকমুৰ ভেলীৰ পৰা পোৱা শস্যবোৰ অতি উৎকৃষ্ট বিধৰ। আন কথা এটাও মাজতে কৈ থওঁ আপোনাক ডাৰ্ণভাৰৰ মানুহে তেওঁলোকৰ ঘাঁহৰ উচিৎ মূল্য এটা স্থিৰ কৰি দিবলৈও কৈছেহি।'

'অ, হয়, মই সেই কাৰণেই তালৈকে গৈ আছো।'

আপোনাৰ লগতে ময়ো যাওঁ, তেনেহলে।'

হেনচাৰ্ডে একো উত্তৰ নিদিয়াত ফাৰফ্ৰেই প্ৰসঙ্গটোৰ পৰা আঁতৰি আহিবৰ কাৰণে গুণ গুণাই গান এটা গাই নিজৰ মনটোক আবদ্ধ কৰি ৰাখিলে। তেওঁলোক আহি আহি মানুহ এঘৰৰ ওচৰ পাই গম পালে যে গৃহস্থজন ঢুকুৱাত গোটেই মানুহ ঘৰ শোক বিহ্বল হৈ ইনাই বিনাই কন্দাকটা কৰি আছে।

'সিহঁতৰ দেউতাক ঢুকাইছে গতিকে মই এতিয়া এনেদৰে সেইফালে পাৰ হৈ যোৱাটো উচিৎ নহ'ব। স্বৰ্গগামী হোৱা মানুহজনক অশ্ৰদ্ধা কৰা হ'ব। পৰিয়ালটোৱে মনত আঘাত পাব।'

'অন্য মানুহেও কিবা কথাত মনত আঘাত পাব পাৰে বুলি তুমিও ভাবিব পাৰানেকি?' হেনচাৰ্ডে কিছু বিতৃষ্ণা সহকাৰে কথাষাৰ ক'লে, 'তুমি আনৰ মনত আঘাত দি ভাল পোৱা বুলি বুজিবলৈ মোৰ আৰু বাকী নাই, বিশেষকৈ মোৰ ক্ষেত্ৰত।'

'কিবা কথাত আপোনাক বেজাৰ দিয়া বুলি জানি মই সচাঁকৈয়ে অন্তৰত অত্যন্ত দুখ পাইছো, চাৰ।' ডোন্যাল্ডে উত্তৰ দিলে। ক্ষন্তেক সময় স্থিৰ হৈ ৰৈ বেজাৰ মনেৰে পুনৰ ক'লে, 'এনেবোৰ কথা কোৱা উচিৎ হৈছেনে নাই সেই বিষয়ে আপুনি এবাৰ ভালকৈ ভাবি চোৱা উচিৎ।'

ডোন্যাল্ডে সেইষাৰ কথা কোৱাৰ পিছত হেনচাৰ্ডৰ মনৰ কলীয়া ডাৱৰ কিছু পৰিমানে হলেও আঁতৰিল। তেওঁ ডোন্যাল্ডৰ মুখৰ পিনে নাচাই নিজৰ বুকুখনৰ পিনেহে চকু ফুৰাই চাই ক'লে 'কিছুমান কথা আহি মোৰ কাণত পৰিছেহি আৰু সেইবোৰেহে মোৰ খং তোলাইছে। মোৰ স্বাভাবিক ব্যৱহাৰ নোহোৱা হৈ গৈছে। সেইবোৰ কথাই মোৰ চকুত চলিহা মাৰি ধৰাত তোমাক দেখিও, জানিও নজনাৰ দৰে হৈছোঁ। সেই ঘাঁহৰ বিষয়টো লৈ মই আৰু আগবাঢ়িব খোজা নাই, তুমিযেই সেই কামটো মোতকৈ ভালকৈ কৰিব পাৰিবা আৰু সিহঁতেও তোমাকহে বিচাৰিছিল। এঘাৰ বজাত নগৰ সমিতিৰ সভা এখন আছে, মই তাত উপস্থিত থাকিব লাগিব, সময়ো বেছি নাই, মই তালৈকে যাওঁ।'

বন্ধুত্বৰ ওপৰত পুনৰ আস্থা প্ৰকাশ কৰি তেওঁলোক দুয়ো আঁতৰিল। ডোন্যাল্ডৰ কাৰণে কথাষাৰ পৰিষ্কাৰ নহ'ল যদিও কোনো প্ৰশ্ন নকৰি সেইবোৰকে সহি সামৰি থকাটোকে উচিৎ বুলি বিবেচনা কৰিলে। হেনচাৰ্ডৰ মনলৈ আকৌ মনৰ প্ৰশান্তি ঘূৰি আহিল। তথাপিও ডোন্যাল্ডৰ কথা মনলৈ আহিলেই অন্ধকাৰ ভবিষ্যতে কেতিয়াবা কিবা আতঙ্কৰ সৃষ্টি কৰিব পাৰে বুলি তেওঁৰ মনটো সন্দিহান হৈয়েই থাকিল। ফাৰফ্ৰেক বিশ্বাসত লৈ তেওঁৰ অন্তৰৰ গোপন কথাবোৰ কৈ পেলোৱা ভুল হ'ল বুলি ভাবি তেওঁ অনুশোচনাত দেইপুৰি মৰিবলৈ ধৰিলে।

# ষোড়শ অধ্যায

তাৰ পিছৰে পৰা হেনচাৰ্ডে ফাৰফ্ৰেৰ লগত অত্যন্ত গহীন ভাবেহে কথাবাৰ্তা পতা হ'ল। তাৰোপৰি দিনে দিনে তেওঁৰ স্বভাৱৰ পৰিবৰ্তন ঘটি মাৰ্জিত হুবলৈ ধৰিলে। হেনচাৰ্ডো যে কোনোবা সদ বংশৰ পৰা অহা লোক তাৰ পৰিচয় ফাৰফ্ৰেই এতিযাহে পাবলৈ ধৰিলে। হেনচাৰ্ডৰ এখন কোমল আৰু আন্তৰিকতাপূৰ্ণ হৃদয় আছে বুলি ফাৰফ্ৰেই আগৰে পৰাই বুজি পাইছিল যদিও মানুহজনৰ সংযম শক্তিৰ যে যথেষ্ট অভাব সেই কথা তেওঁ মন নকৰাকৈও থকা নাছিল। শস্য ব্যৱসায়ী জনৰ যিখন বন্ধুত্ব সুলভ হাতৰ ভৰত এসময়ত ডেকা মেনেজাৰ জনৰ কান্ধখন দোঁখাই গৈছিল সেইখন হাতৰ মৰমৰ পৰশ আৰু ফাৰফ্ৰেই নোপোৱা হৈ আহিল। তেওঁ ফাৰফ্ৰেৰ ঘৰলৈ যোৱাটো একেবাৰে বাদ দিলে আৰু বাটত দেখা পালেও আগৰ দৰে 'হেই ফাৰফ্ৰে আহা আজি মোৰ লগতে খোৱা-বোৱা কৰাহি, অকলে অকলে জেলত থকাদি ঘৰত খাবগৈ নেলাগে' বুলি ক'বলৈ এৰিলে। তথাপিও কিন্তু দৈনিক বেপাৰ বাণিজ্যৰ সংক্ৰান্তত সকলোবোৰ কথাই নিয়মিত চলি আছিল। জাতীয উৎসৱ এটাৰ দিন ওচৰ চাপি নহালৈকে কথাবোৰ মোটামোটি ঠিকেই আছিল। সকলো কথাতেই ধীৰ আৰু মন্থৰ গতিযেই হ'ল কেষ্টাৰব্ৰীজৰ বৈশিষ্ট্য। গতিকেই আগন্তুক জাতীয় উৎসৱ পতাৰ বিষযতো বিশেষ কোনো উৎসাহ উদ্দীপনা পৰিলক্ষিত হোৱা নাছিল। এদিন পিছে ফাৰফ্ৰেই হেনচাৰ্ডৰ আগত বিষযটো উত্থাপন কৰিলে। ভঁৰাল আৰু শস্য ঢাকিবৰ কাৰণে ব্যৱহাৰ কৰা তিৰ্পাল আৰু আন কাপোৰ কিছুমান ব্যৱহাৰ কৰি আনন্দমেলাৰ উদ্দেশ্যে সাজিবলৈ লোৱা ৰভাখন তৰিবলৈ অনুমতি বিচাৰিলে। তেওঁ আৰু দোহাৰিলে যে ৰভা এখন হ'লে তাৰ ভিতৰত অনুষ্ঠিত হোৱা নাচগান, নৃত্য গীত চাবলৈ অহা মানুহৰ পৰা দৰ্শনিও ল'ব পৰা যাব।

হেনচাৰ্ডে ৰংমনে ক'লে 'যি য'ত কাপোৰ কানি লাগে লৈ যোৱা, মোক সুধিবই নেলাগে।'

লগে লগে তেওঁৰ মেনেজাৰজন এই কামত আগবাঢ়িল। ফাৰফ্ৰে এই কামত আগবঢ়া দেখি হেনচাৰ্ড পিছ পৰি থাকিবলৈ ভাল নাপালে। তেওঁৰো গা উঠিল আৰু সেই কামত সমানে লাগিবলৈ মন কৰিলে। হেনচাৰ্ড চহৰখনৰ মেয়ৰ সেই হেতুকে জাতীয় উৎসৱটোনো কেনে ধৰণে পালন কৰা হ'ব সেই বিষয়ে সভা এখনৰো আয়োজন নকৰাটোৱে তেওঁৰ অকৰ্মণ্যতাৰ পৰিচায়ক হ'ব বুলি তেওঁ বিবেচনা কৰিলে। আনহাতে ৰাজহুৱা ভাবে জাতীয় উৎসৱটো পালন কৰা কথাটো তেতিযাও চৰকাৰীভাবে অঘোষিত হৈয়েই আছিল। ফাৰফ্ৰেই কিন্তু হাত সাবটি বহি

নাথাকি আগতেই আগবাঢ়ি আহিল। আয়োজনৰ সময় পাৰ হৈ যোৱা নাছিল হেতুকে মেয়ৰ হিচাবে হেনচাৰ্ডো আগবাঢ়ি আহি জাতীয় উৎসৱটোৰ আয়োজনৰ সম্পূৰ্ণ ভাৰ নিজৰ ওপৰতে লোৱাৰ প্ৰস্তাব পৰিষদৰ সভাত দাঙি ধৰিলে। তেওঁ অৱশ্যে ইয়াকো ক'লে যে সভাৰ অনুমোদন সাপেক্ষেহে তেওঁ তেনে দায়িত্ব গ্ৰহণ কৰিব। তেখেতৰ প্ৰস্তাবটোত আটায়ে অনুমোদন জনালে। নগৰ পৰিচালনা কৰা পৰিষদখনৰ সৰহ ভাগেই বৃদ্ধলোক আৰু তেওঁলোকৰ ধ্যান ধাৰণাবোৰো পুৰণিকলীয়া। সেই হেতুকেই তেওঁলোকে নিজে কোনো ধৰণৰ দায়িত্ব ন'লৈ অনাহক চিন্তাৰ পৰা হাত সাৰি থাকিব পৰাটোকেই কামনা কৰিছিল। বুঢ়া সকলৰ কাৰণে তাতকৈ মধুৰ কথা আৰুনো কি হ'ব পাৰে।

হেনচাৰ্ডে এক সৃজনশীল মনোভাৱ লৈ চমৎকাৰ নতুন কিবা এটা কৰিম বুলি উদ্যমেৰে আগবাঢ়ি আহিল। নগৰখনৰ সুনাম চিৰস্মৰণীয় হৈ থাকি যোৱাকৈ কিবা এটা কৰাৰ প্ৰেৰণা তেওঁৰ অন্তৰত জাগৃত হ'ল। ফাৰফ্ৰেই ও যে সামান্য হিচাবে উৎসৱটো পালন কৰাৰ যোজা কৰিবলৈ আগ বাঢ়িছিল সেইকথা হেনচাৰ্ডে পাহৰিয়েই গৈছিল। তথাপিও, কেনেবাকৈ সেই কথাটো তেওঁৰ মনলৈ আহিলে, নিজে নিজে হাঁহি উপলুঙা কৰি কৈছিল, 'দৰ্শনীমাচুল বেছি নকৰিবা- ফুটাকড়ি এটাও সৰকিব নোখোজা হাত টান স্কটছবোৰৰ দৰে কৰিবা – নহ'লে পইছা ভৰি কোন তাত সোমাবগৈ।' মেয়ৰজনে ৰাইজৰ মনোৰঞ্জনৰ কাৰণে যি আনন্দ উৎসৱৰ আয়োজন কৰিছিল তাত দৰ্শনী মাচুল লগোৱাৰ কথা নাছিল।

ফাৰফ্ৰে অহাৰ পৰা হেনচাৰ্ড তেওঁৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰশীল হৈ পৰিছিল। সেই কাৰণেই তেওঁ নিজে অকলে সিদ্ধান্ত লোৱাৰ ক্ষমতাও লাহে লাহে হ্ৰাস হৈ আহিছিল। আগৰ দৰে কাম কৰিবলৈও টান পায়। বহুত চেষ্টা কৰিহে ফাৰফ্ৰেৰ পৰা সহায় বা পৰামৰ্শ লোৱাৰ প্ৰৱণতাক দমন কৰিবলৈ সক্ষম হৈছিল। নাই, ফাৰফ্ৰেৰ পৰামৰ্শ ল'লে নিজৰ বুলি দেখোন একোৱেই নেথাকিবগৈ। তেওঁ বুদ্ধি খটুৱাই কিছুমান কৌশলপূৰ্ণ আচনি উলিয়াব। হেনচাৰ্ডৰ তেতিয়া কোনো প্ৰয়োজনেই নোহোৱা হ'বগৈ। ফাৰফ্ৰেৰ প্ৰতিভাৰ সন্মুখত, তেওঁৰ দৰে, অৰ্থাৎ হেনচাৰ্ডৰ দৰে প্ৰতিপত্তি থকা মানুহজনৰ পৰিচয় হেৰাই যোৱাৰ সম্ভাৱনাৰ কথা নুই কৰিব নোৱাৰি।

আনন্দমেলাখনৰ সকলো যাবতীয় খৰচ পাতি হেনচাৰ্ডে নিজে বহন কৰিবলৈ ইচ্ছুক বুলি জানি সকলোৱেই তেওঁক শতমুখে প্ৰশংসাও কৰিছিল। নগৰখনৰ গাতে লাগি আছিল এখন সেউজীয়া ঘাঁহনি পথাৰ। তাৰ চাৰিওপিনে তাহানিৰ দিনত ওখকৈ বন্ধোৱা মাটিৰ ঢাপ এটা আছিল। কেষ্টাৰব্ৰীজত তেনেধৰণৰ চাৰিকোণীয়া বা আন ভাজৰ সেউজীয়া ঘাঁহনিৰ মুকলি ওখ ঢাপ য'তে ত'তেই দেখা পোৱা

গৈছিল। সেই ঘাঁহনি ডৰাৰ একালে এচলীয়া। এচলীয়া ফালটো আহি ফ্ৰম নদীখন চুইছিলহি। তাৰ পৰা গাঁৱলীয়া মানুহে খেতি কৰা বিস্তৃত সমভূমি অঞ্চলটোৰ কেবা মাইললৈকে দেখা গৈছিল। হেনচাৰ্ডে নিজৰ খ্যাতি অৰ্জন কৰিবলৈ এই ঠাই ডোখৰকে নিৰ্বাচন কৰিলে।

ডাঙৰ ডাঙৰ প্ৰচাৰ পত্ৰৰ জৰিয়তে হেনচাৰ্ডে ঘোষণা কৰিলে যে বিভিন্ন ধৰণৰ খেল ধেমালি তাত অনুষ্ঠিত হ'ব। কামবোৰ সুচাৰুৰূপে চলোৱাৰ কাৰণে নিজ তত্বাৱধানত কৰ্ম বাহিনী এটা গঠন কৰি ল'লে। তেল সানি পিছল কৰি থোৱা খুঁটা বগাই গৈ ৰোষ্ট কৰা গাহৰিৰ মঙহ বা ঘৰত কৰা মাখন, ছানা আদি নমাই অনা, বাহ বা কাঠ বান্ধি বাধা দি থোৱা ঠাই জাপমাৰি পাৰ হোৱা দৌৰ ইত্যাদি অনেক ধৰণৰ খেলৰ প্ৰস্তুতি কৰা হৈছিল। জয়ী হোৱা জনৰ পাবলগীয়া পুৰস্কাৰ বিলাক প্ৰতিখন খেল হোৱা ঠাইৰ কাষতে প্ৰদৰ্শন কৰি থোৱা হৈছিল। সেইবোৰৰ ভিতৰত আছিল একোটা জীয়া গাহৰিও। আন খেলবোৰৰ ভিতৰত আছিল ঠেলাগাড়ী লৈ দৌৰ, গাধৰ দৌৰ, মুষ্টি যুদ্ধ, মাল যুঁজ, ভাগ্য নিৰ্ণয় ইত্যাদি।

চহৰখনৰ ৰীতি নীতি অনুসৰি বছা বছা নিমন্ত্ৰিত প্ৰতিজন ব্যক্তিক সুন্দৰকৈ চাহ জলপান খুৱাবলৈও ব্যৱস্থা কৰা হৈছিল। মাটিৰ ঢাপৰ নামনিত শাৰী-শাৰীকৈ চকী-মেজ পাৰি মানুহ বহাৰ ব্যৱস্থা কৰিছিল। ৰদ বৰষুণ নপৰিবলৈ মূৰৰ ওপৰত চামিয়ানা তৰি দিয়া হৈছিল।

ফাৰফ্ৰেই যোৱা তাপলি মাৰি কাপোৰ আৰু তিৰ্পাল গছৰ ঠালিত বান্ধি বেষ্টৱাকৰ ঠাই এডোখৰতে ৰভা এখন কৰিবলৈ চেষ্টা কৰা হেনচাৰ্ডে দেখিছিল। কাৰো মন আকৰ্ষণ কৰিব নোৱাৰা এখন অনাডম্বৰ ৰভা। সেইখন দেখি হেনচাৰ্ডৰ চিন্তা যেনিবা দূৰ হ'ল, কাৰণ তেওঁ কৰা বিৰাট আয়োজনৰ তুলনাত ফাৰফ্ৰেই একোৱেই কৰিব পৰা নাছিল বুলি দেখ দেখকৈ ওলাই আছিল।

দুদিনমান আগৰে পৰা ধৰি উৎসৱৰ দিনা ৰাতিপুৱালৈকে বতৰ বৰ সুন্দৰ আছিল। কিন্তু সেইদিনা পুৱা বেলিকা হঠাতে আকাশখন মেঘাচ্ছন্ন হৈ পৰিল। বতৰে ভয় লগা ৰূপ ধাৰণ কৰিলে। বতাহৰ লগত পানীৰ কণিকাবোৰ ওপঙি অহাটো পৰিষ্কাৰকৈ ধৰিব পৰা গৈছিল। হেনচাৰ্ডে ভাবিবলৈ ধৰিলে যে ভাল বতৰ আৰু দুদিনমান থাকিব বুলি তেওঁ সিমান খাটাং হ'ব নেলাগিছিল। কিন্তু এতিয়া কিবা সলনি কৰা বা আনন্দমেলাখনৰ দিন পিছুৱাবলৈ সময় নাই। গতিকেই আয়োজন কৰা দৰেই কামকাজবোৰ চলি থাকিল। বাৰমান বজাৰ পৰা বৰষুণ পৰিবলৈ ধৰিলে। প্ৰথমে কমকৈ আৰু ধীৰে ধীৰে আৰম্ভ হৈ এনে দয়ামায়াহীন ভাৱে বৰষুণ হবলৈ ধৰিলে যে ভাল বতৰ নোহোৱা হৈ কেতিয়ানো বেয়া বতৰ আহি পৰিলহি তাৰ উমানকে পোৱা নগ'ল। বতাহত ওপঙি অহা ক্ষুদ্ৰ ক্ষুদ্ৰ

পানীৰ কণিকাবোৰে এঘণ্টাৰ ভিতৰতে বতৰৰ অৱনতি ঘটালে। স্বৰ্গমৰ্ত্য তোলপাৰ লগাই জাক জাক নেৰা-নেপেৰা বৰষুণৰ টোপালবোৰে তাণ্ডৱ নৃত্য কৰিবলৈ ধৰিলেহি। বৰষুণনো কেতিযাকৈ এৰিব সেইবিষয়ে মন্তব্য কৰি ব্যৰ্থ হবলৈ কোনেও প্ৰয়াস নকৰিলে।

দবাপিটা বৰষুণকো নেওচি কিছু সংখ্যক সাহসীলোক আহি খেল পথাৰত উপস্থিত হৈছিলহি। কিন্তু তিনিমান বজালৈকে বতৰ একেদৰেই থকাত হেনচাৰ্ডে বুজিলে যে তেওঁৰ আয়োজন বিফল হ'ল। তেল ঘঁহি পিছল কৰি খুঁটাৰ ওপৰত আঁৰি থোৱা সেকা গাহৰিৰ মাংসৰ পৰা মুগা বৰণীয়া ৰস টোপটোপকৈ নিগৰি পৰিবলৈ ধৰিলে। বান্ধি থোৱা জীয়া গাহৰিবোৰো বতাহ বৰষুণত তিতি কঁপিবলৈ লৈছিল। টেবুলৰ ওপৰত পাৰি থোৱা কাপোৰবোৰত পানীপৰি টেবুলৰ লগত আঠা লাগি ধৰিছিল। তিতা কাপোৰৰ মাজেৰে টেবুলবোৰৰ কাঠৰ ৰঙৰ উপৰিও আহবোৰো আনকি দেখা পোৱা হ'লগৈ। ওপৰত তৰা চালিখনে যেনিতেনি বলা আছাৰকুণিৰ কণিকাবোৰক বাধা দি ৰাখিব নোৱাৰিলে। তেনে এটা পৰিস্থিতিত ৰভাখনৰ কাষ কেইটাও বেৰিলৈ আছাৰকণিৰ পৰা ৰক্ষা পাবলৈ চেষ্টা কৰিলে কোনো ফল পোৱা নগ'লহেঁতেন। নদীখনৰ কাষৰ সুন্দৰ প্ৰাকৃতিক দৃশ্যও নেদেখা হৈ গ'ল। গ্ৰীছৰ ইওলীয়া অঞ্চলত বলাৰ দৰে প্ৰবল বতাহ বলিবলৈ ধৰিলে। এবাৰ প্ৰচণ্ড শক্তিয়ে তম্বুৰ ৰচিবোৰ চিঙি পেলোৱাত ৰভাখন হাউলি মাটিত শুই পৰিল। যি সকলে তাৰ তলত আশ্ৰয় লৈছিল তেওঁলোক কোনোমতে বগুৱাবাই বাহিৰ ওলাল।

কিন্তু আবেলি ছয়মান বজাৰে পৰা বৰষুণ কমিবলৈ ধৰিলে। শুকান বতাহ একোছাটিয়ে মোকোটা খাই থকা পাতৰ মাজৰ পানীৰ টোপালবোৰো জোকাৰি সৰুৱালে। বতৰ দণ্ডাত কাৰ্য্যসূচী পৰিচালনা কৰিব পৰা অৱস্থা এটা আহি প্ালেহি। তম্বুৰ ৰচিবোৰ টানি মেলি ৰভাখন আকৌ থিয় কৰোৱা হ'ল। বৰষুণৰ পৰা ৰক্ষা পাবৰ কাৰণে আঁতৰত আশ্ৰয় লোৱা বেণ্ডপাৰ্টীটোক নিজস্থানলৈ আহি সঙ্গীত জুৰিবলৈও কোৱা হ'ল। টেবুলবোৰ থকা ঠাইখিনি পৰিষ্কাৰ কৰি নৃত্য কৰিবৰ কাৰণে যো-জা কৰা হ'ল।

'পিছে ইয়াত গোটখোৱা মানুহবোৰ গ'ল কলৈ?' আধা ঘণ্টামান যোৱাৰ পিছত হেনচাৰ্ডে সুধিলে। সেই, সময়ত মাত্ৰ দুজন মতা মানুহ আৰু এগৰাকী মাইকী মানুহহে নৃত্য কৰিবৰ কাৰণে তাত উপস্থিত আছিল।' মেলাত যোগ দিবলৈ অহা দোকানীবোৰ গ'ল কলৈ? সোনকালে আহি পুনৰ দোকানলোৰ খুলিবহি লাগে।'

মেযৰজনৰ লগত থকা পৰিষদৰ সদস্য এজনে ক'লে, 'তেওঁলোক ইয়াৰপৰা গৈ ফাৰফ্ৰেই আয়োজন কৰা বেষ্টৱাকৰ ৰভাতলি পালেগৈ।'

'তালৈ সম্ভৱ কেইজনমানহে গৈছে, কিন্তু বাকীবোৰ গ'ল ক'লৈ?' 'বাহিৰত থিয় দি থকা সকলোবোৰ মানুহেই তালৈ গ'লগৈ', সিজনে ক'লে।

'সিহঁতবোৰ জধামূৰ্খ।' হেনচাৰ্ডে বেজাৰ মনেৰে ইফালে সিফালে ঘূৰা পকা কৰি থাকোতে ক'লে। পিচল খুঁটাৰ ওপৰত বান্ধি থোৱা সেকা গাহৰিৰ মঙহখিনি বেয়া হৈ যায় বুলি দুই এজন ল'ৰাই খুঁটাত বগাবলৈচেষ্টা কৰিছিল। পিছে খেল চাবলৈ তাত সেই সময়ত কোনো দৰ্শকেই উপস্থিত নাছিল। বৰং ধেমালি পৰিবৰ্ত্তে ঠাই ডোখৰে বিষন্নতাৰ প্ৰতিছবি এখনহে ডাঙি ধৰিলে। হেনচাৰ্ডে ঘোষণা কৰিলে যে সকলো কাৰ্য্যসূচীৰ অন্ত পৰিল আৰু মেলাৰো অন্ত পৰিল বুলিয়েই ধৰিব লাগে।যোগাৰ কৰা খোৱা বস্তুবোৰো চহৰৰ দুখীয়া মানুহবোৰৰ মাজত বিলাই দিবলৈ তেওঁ নিৰ্দেশ দিলে। কিছুপৰৰ পিছত আনন্দমেলাৰ আয়োজন কৰা ঠাই ডোখৰত কেইটামান তম্বু, কিছুমান খুঁটা আৰু বাধাৰ ওপৰেদি জপিয়াই দৌৰ মৰা খেলৰ বাবে প্ৰস্তুত কৰা জপনা কেইখনমান মূৰ্ত্তিমান হৈ থকাৰ বাহিৰে আৰু আন একোৱেই দেখা পোৱা নগ'ল।

হেনচাৰ্ডে ঘৰলৈ উভতি আহি ঘৈণীয়েক আৰু জীয়েকৰ লগত বহি আবেলিৰ চাহজলপান খাই কিছুপৰ পিছত তেওঁলোকেৰে সৈতে ফুৰিবলৈ ওলাই আহিল। তেতিয়া প্ৰায় সন্ধ্যা লাগিছিল। তেওঁ মন কৰিলে যে সন্ধ্যা সময়ত ফুৰিবলৈ ওলোৱা মানুহবোৰ ৰকছ নামৰ ঠাইখনৰ পিনেহে গতি কৰিছে। সেই ঠাইডোখৰৰ পৰা বেণ্ডপাৰ্টিৰ সুৰ ভাহি আহি থকাও তেওঁ শুনিবলৈ পালে। হেনচাৰ্ড নামে সম্বোধিত মেয়ৰজনেও যেতিয়া সেইপিনে আগবাঢ়িল তেখেতে দেখিবলৈ পালে যে ফাৰফ্ৰেই কোনো খুঁটা আদিৰ ব্যৱহাৰ নকৰাকৈ অতি কৌশলেৰে এখন বিৰাট ৰভা তৰিছিল। প্ৰধান আলিটোৰ যি ঠাই ডোখৰত অসংখ্য ডিমৰু আছিল ঠিক সেইখিনিতেই তেওঁ ৰভাখন তৰিছিল। গছৰ ডালবোৰকে সাঙুৰি আনি এখন ধেনুভিৰীয়াকৈ ৰভা সাজিছিল। ঠাল ঠেঙুলিবোৰ ওলাই নেথাকিবৰ কাৰণে সেইবোৰ ডাঠ কাপোৰেৰে ঢাকি দিছিল। ফলত সুৰঙ্গৰদৰে ঠাই এডোখৰ ওলাই পৰিছিল। বতাহ অহা বাটটো বন্ধ কৰি দি আনটোমূৰ খোলা ৰাখিছিল। হেনচাৰ্ডো সোমাই গৈ ভিতৰখন চাই আহিলগৈ। গীৰ্জাঘৰৰ সন্মুখৰ তিনিকোণীয়া অংশটো বাদ দিলে ভিতৰত মূল কক্ষটো যেনে দেখা যাব ৰভাখন তেনেকুৱাই দেখা গৈছিল। পিছে ইয়াৰ ভিতৰ সোমালে গীৰ্জাত সোমোৱাৰ দৰে ভক্তিভাবৰ উদয় নহয়। এটা দিশত নৃত্যগীত চলি আছিল। সচৰাচৰ ধীৰ স্থিৰ ফাৰফ্ৰেইও স্কটলেণ্ডৰ পৰ্ব্বতীয় আদিবাসী সকলৰ নৃত্য কৰিবলৈ সাজি কাচি ওলোৱা নৰ্তকীৰ মাজত সোমাই পৰি সঙ্গীতৰ তালে তালে ঘূৰি ঘূৰি নাচিবলৈ আৰম্ভ কৰিছিল। এই দৃশ্যটো দেখি হেনচাৰ্ডে প্ৰথমে হাঁহি ৰখাব পৰা নাছিল, কিন্তু স্কটছদেশীয় ফাৰফ্ৰেৰ

নৃত্যদেখি তিৰোতা মানুহবোৰে যিদৰে প্ৰশংসা কৰিবলৈ ধৰিলে সেয়া দেখি তেওঁৰ হাঁহি খন্তেকতে বন্ধ হ'ল। সেই নাচটো শেষ হোৱাৰ পিছত অন্য নাচ আৰম্ভ হ'ল। ফাৰফ্ৰেই ও কাপোৰ বদলি কৰি নিজৰ স্বাভাৱিক কাপোৰ পিন্ধি আহি তাত থকা ছোৱালীবোৰৰ লগত নৃত্য কৰিবলৈ ধৰিলেহি। নৃত্যত যোগ দিবলৈ পাই প্ৰত্যেকেই অত্যন্ত আনন্দ পালে। মধুৰ ছন্দৰ কবিতাৰ দৰে তেওঁৰ নৃত্যৰ প্ৰতিটো মুদ্ৰাৰ তাৎপৰ্য বুজি সকলোৱে সৃষ্টিকামী শিল্পৰ ৰস মৰ্মে মৰ্মে উপভোগ কৰিবলৈ ধৰিলে।

ক'বলৈ গ'লে প্ৰায় গোটেই চহৰখনৰ মানুহবোৰেই আহি ৰকত জুম বান্ধিছিলহি। অপ্ৰত্যাশিত ভাৱে এনে নতুন ৰঙ্গমঞ্চ তৈয়াৰ কৰি তাত অনুষ্ঠিত হোৱা নৃত্যগীতৰ আনন্দ কেষ্টাৰব্ৰীজৰ ৰাইজে আগতে কেতিয়াও উপভোগ কৰিবলৈ পোৱা নাছিল। দৰ্শক সকলৰ মাজত থকা এলিজাবেথ-জেন আৰু তাইৰ মাকো নৃত্য গীত চাই মগ্ন হৈ আছিল। এলিজাবেথ-জেনে ব্যাকুল হৈ অপলক দৃষ্টিৰে সেইবোৰ চাই আছিল। তাইৰ মনলৈ আহিছিল যেন প্ৰসিদ্ধ ইটালীয়ান চিত্ৰকাৰ কৰীজীয়েই নিজে হাত বুলাই প্ৰকৃতিক সুন্দৰকৈ সজাই পৰাই তুলিছিলহি। বিৰাট উত্তেজনাৰ মাজেদি নৃত্যগীত চলিবলৈ ধৰিলে। ঘৈণীয়েকে যাওঁ বুলি নোকোৱালৈকে হেনচাৰ্ড ৰবলগীয়া হ'ল। ভালকৈ পোহৰ নপৰা আন্ধাৰ ঠাই এডোখৰহে তেওঁ থিয় হবৰ কাৰণে বাছি লৈছিল। কিন্তু আন্ধাৰৰ পিনে গৈও আমনিহে পালে কাৰণ তেনেবোৰ ঠাইতো সচৰাচৰ শুনি থকা কথাবোৰকে আকৌ শুনিবলৈ পালে। কোনোবা কোনোবাই মন্তব্য কৰিছিল। 'এই হেন চমৎকাৰ মনোৰঞ্জন অনুষ্ঠানটো দেখিও হেনচাৰ্ডৰ মুখত প্ৰশংসাৰ মাত এষাৰ নোলাল।' আকৌ আন এজনে কৈছিল। 'হেনচাৰ্ড সঁচাকৈয়ে ৰৰ অকৰা। তেওঁ আয়োজন কৰা অনুষ্ঠানত মানুহ গোট খাব বুলি ভবাটোৱেই তেওঁৰ ডাঙৰ ভুল হৈছিল নহয়?।'

এইবোৰ শুনি আন এজনে মাত লগালে। 'তেওঁৰ গাত কিছুমান গুণৰ বৰ অভাৱ, ডেকা মেনেজাৰজন নথকা হ'লে তেওঁৰ ব্যৱসায় কেতিয়াবাই ৰসাতলে গ'লহেতেন। এইটো ঠিক যে ভাগ্য দেৱতাইহে এনেহেন মেনেজাৰ এজনক তেওঁৰ ওচৰলৈ পঠিয়াই দিলে। তেওঁৰ হিচাব পত্ৰবোৰ যেনিতেনি বগোৱা জেটুলি-পকাৰ কাঁইটৰ দৰে জটলগা আছিল। সেইবোৰত হাত, দিবলৈ কাৰোবাৰ সাধ্য আছিল জানো! ফাৰফ্ৰে আহিহে সেইবোৰ গত লগালেহি। তেওঁ বস্তুৰ হিচাপ ৰাখিছিল চক পেঞ্চিলেৰে অত তত আঁক মাৰি বা শাৰী শাৰীকৈ বাঁহৰ খুঁটিমাৰি। গহপুলিৰ হিচাপ ৰখাৰ দৰেই বুলিব পাৰি। শস্যৰ দ'মবোৰ ওজন নকৰি দীঘপুতলৰ হিচাপতহে ৰাখিছিল। খাঁহখেৰবোৰ হাতেৰে দাঙি দাঙি অনুমানতে ওজন কৰিছিল। খেৰবোৰ ভালনে বেয়া দাঁতেৰে চোৱাই চাই দৰদাম কৰিছিল আৰু দাম পকা হ'লে কৈছিল

'মৰিবলৈ ধৰা, ক'ত মৰ মৰগৈ যা।' মুখৰ পৰা বেয়া মাত্ৰ এধাৰ নম্ৰতাকে দৰদাম কৰিবই নোৱাৰিছিল। পিছে ডেকা মেনেজাৰ জন অহাৰ পিছৰে পৰা সংখ্যা আৰু ক্ষেত্ৰমিতিৰে নিয়াৰিকৈ হিচাব ৰখাৰ ব্যৱস্থা কৰা হ'ল। আগতে কেতিয়াবা কিছুমান ঘেঁহ ইমানেই অকতা গোন্ধাইছিল যে কোন জাতৰ নিগনি আহি উঁৱালত সোমাইছিলহি সেইটো আটাৰ গোন্ধৰ পৰাই ধৰিব পৰা গৈছিল। কিন্তু ফাৰফ্ৰেই ঘেঁহবোৰ অতি সুন্দৰকৈ পৰিষ্কাৰ কৰাইছিল। কাৰো সপোনতো ভাবিবলৈ থল নাছিল যে ক্ষুদ্ৰ চাৰিঠেঙীয়া আহি এবাৰমানো ঘেঁহৰ ওপৰেদি পাৰ হৈ গৈছিল বুলি। ঠিক ঠিক, সত্য সত্য তেওঁক কোনেও একোতে চেৰ পেলাবনোৱাৰে দেই। এতিয়া ডাঙৰ কথা হ'ল যে হেনচাৰ্ডে তেওঁৰ ওপৰত বিশ্বাস ৰাখি সাৱধানে চলিব পৰাটো।' এইখিনি কৈয়েই মানুহজনে সামৰিলে।

'বেছিদিন তেনে ধৰণে চলা স্বভাৱৰ মানুহ কিন্তু তেওঁ নহয়; সেইটো হ'লে একেবাৰে খাটাং কথা,' আনএজনে ক'লে।

গছজোপাৰ তলত থিয় দি থকা হেনচাৰ্ডে নিজকে নিজেই ক'লে, তেনেকুৱা কথা হ'বই নোৱাৰে, আৰু যদি মই তেনে কাম কৰা মানুহ তেন্তে যোৱা ওঠৰ বছৰে আৰ্জন কৰা সুনাম আৰু প্ৰতিপত্তি পানীৰ সোঁতত কেতিয়াবাই উটি ভাহি গ'লহেঁতেন।

নৃত্য হৈ থকা মঞ্চৰ পিনে তেওঁ আকৌ আগবাঢ়িল। এলিজাবেথ-জনেও তাল মিলাই নাচিব জনা একমাত্ৰ গাৱলীয়া ধৰণৰ নৃত্য এটা সেই সময়ত ফাৰফ্ৰেই আৰম্ভ কৰিছিল। ফাৰফ্ৰেই অৱশ্যে তাইৰ লজ্জাশীল আৰু বিনম্ৰ স্বভাৱৰ লগত সামঞ্জস্য ৰাখি নৃত্যৰ তাল মান আৰু ভঙ্গিমাৰ ক্ষিপ্ৰতা হোৱালৈ লক্ষ্য ৰাখিছিল। কিন্তু তথাপিও ফাৰফ্ৰেৰ নৃত্য ভঙ্গিমাত তেওঁৰ বুট জোতাৰ তলত লগোৱা পিতলৰ গজালৰ নক্সা আৰু তাৰ পৰা ওলোৱা চিকমিকনি ওচৰৰ মানুহৰ চকুত নপৰাকৈ থকা নাছিল। তাইও জনা সেই লঘু সুৰটোৱে তাইক এনেদৰে প্ৰলুব্ধ কৰিলে যে তাই আৰু নিজকে ধৰি ৰাখিব নোৱাৰি ফাৰফ্ৰে আৰু আন ছোৱালীবোৰৰ লগতে নাচত যোগ দিলেগৈ। খৰগতিৰ আৰু জপিয়াই যোৱা ধৰণৰ সুৰটোৰ মাজে মাজে আকৌ বেহেলাৰ কোমল সুৰ। সেই সুৰটো ক্ৰমাত সৰু হৈ উঠা নমা কৰি আছিল। ফাৰফ্ৰেই কোৱা মতে গীতটিৰ নাম আছিল, 'মিচ্ এম লিয়দ অব্ আয়াৰ' আৰু সেই গীতটো তেওঁলোকৰ দেশত অতি জনপ্ৰিয়।

নৃত্যগীত শেষ হোৱাৰ পিছত আৰু কিছুসময় থাকিবৰ কাৰণে তাই দেউতাকৰ অনুমোদন বিচাৰিলে। কিন্তু দেউতাকৰ সঁহাৰি নেপালে। তেওঁ সেই ঠাইৰ পৰা লগে লগে অন্তৰ্দ্ধানো হ'ল। যোৱাৰ আগতে অৱশ্যে উদ্দেশ্যবিহীন ভাবে কৈ গ'ল, 'শুনা ফাৰফ্ৰে মই অহা কালিলৈ পটক্ৰেষ্টীৰ গ্ৰেট্ মাৰ্কেটলৈ

যাম। মই অকলেই যাম কিন্তু কালিলৈ এই কাপোৰবোৰ নি ভালকৈ জাপিকুছি থানথিত লগাই থবাগৈ। নিজৰ খুচিমতে ইয়াত যিবোৰ নাছ বাগ কৰিলা তাৰফলত তোমাৰ আঠুৰ বিষ নিশ্চয় হ'ব, গতিকে এতিয়া গৈ ভালকৈ গাটো টঙাই সবল কৰি লোবাগৈ। ভিতৰি বিদ্বেষ আছিল যদিও বাহিৰে যোগাকৈ চাই হাঁহি এটা হে মাৰিলে।

কথাবাৰ শুনি নগৰৰ আন কিছুমান মানুহ আগবাঢ়ি আহিছিল, কিন্তু ডোন্যাল্ড একাষৰীয়া হৈ আঁতৰি গ'লগৈ। 'এই হেনচাৰ্ডটো কি মানুহহে?' এলডাৰমেন টব্বাৰে ক'লে। বুঢ়া আঙুলিৰে কিবা সোৱাদ লগা বস্তু অকণ চেলেকি থকা যেন কৰি তেওঁ ফাৰফ্ৰেলৈ চাই কথা এবাৰ ক'লে 'দেখিলানে হেনচাৰ্ডে তোমাক কেনে অমাৰ্জিত ব্যৱহাৰ কৰিলে? সাধাৰণ কৰ্মচাৰী এজন মালিকৰ সমান হ'ল, সেয়েহে নহয়জানো? তোমাক প্ৰাপ্যৰ পৰা বঞ্চিত কৰিব খোজা নাই জানো?'

হেনচাৰ্ডৰ এজন বন্ধু ভাবাপন্ন উকিলে ক'লে 'চাওক হেনচাৰ্ড, আপুনি ইমান দূৰৈৰ খেল পথাৰ এখন বাছি লৈ ভুল কৰিলে। আপুনি তেওঁকে অনুকৰণ কৰি আঁৰ-বেৰ থকা ঠাইত খেল ধেমালিবোৰৰ আযোজন কৰিব লাগিছিল। আপুনি সেইবোৰ দিশ চিন্তা নকৰাৰ ফলতেই তেওঁ সফল হ'ল আৰু আপুনি নোবাৰি পৰাজয় বৰণ কৰিব লগীয়া হ'ল।'

আন এজনে ধেমালিৰ সুৰত ক'লে 'এও বৰ পাকৈত কাঠকটীয়া, সকলোবোৰ গছ তেওঁৰেই কাটি লৈ যাব যেন পাইছোঁ।'

'নাই, নাই সেইটো কোনোপধ্যেই হ'ব নোবাৰে।' হেনচাৰ্ডে বিষন্ন মনেৰে অবশ্যে কথা এবাৰ ক'লে, 'তেওঁক সোনকালেই মই কামৰ পৰা এৰুৱাম। তেওঁৰ ওচৰলৈ আহি থকা ফাৰফ্ৰেৰ পিনে চাই আকৌ ক'লে, 'ফাৰফ্ৰে মোৰ মেনেজাৰ হৈ থকাৰ দিন আৰু তোমাৰ উকলিল— মই ঠিক কথা কৈছোনে নাই বাৰু ফাৰফ্ৰে?' হেনচাৰ্ডৰ মুখৰ চেহেৰাৰ পৰাই ফাৰফ্ৰেই ভালকৈ বুজি পালে যে মৌখিক ভাবে হেনচাৰ্ডে তেওঁক বিদায় দিলেই। গতিকে ফাৰফ্ৰেইও শান্তভাবে তাত সমৰ্থনহে জনালে। আন মানুহে সেই বিষয়ে জানিবলৈ বিচৰাত তেওঁ মাথোন চমুকৈ কৈ থলে যে হেনচাৰ্ডক তেওঁৰ সহায় আৰু নেলাগে।

ইয়াৰ পিছত নিজকেই বৰ সুখী যেন অনুভৱ কৰি হেনচাৰ্ড আহি ঘৰ সোমালেহি। কিন্তু তেওঁৰ ঈৰ্ষাপৰায়ণ মনটো তাপ মাৰি শীতল হ'লতহে তেওঁ ভাবিবলৈ ধৰিলে যে খন্তেকৰ উত্তেজনাৰ ভমকত তেওঁ কি কথাবোৰ কৈ পেলালেগৈ। তেওঁৰ মনটো অশান্ত হৈ পৰিল আৰু ভিতৰি কলিজাখন শুকাই যোৱা যেন অনুভৱ হ'ল। তেওঁৰ আৰু বুজিবলৈ বাকী নাথাকিল যে ফাৰফ্ৰেই তেওঁৰ মুখৰ কথাকেই শেষ সিদ্ধান্ত বুলি মানি ললে।

# সপ্তদশ অধ্যায়

হেনচাৰ্ডৰ ব্যৱহাৰৰ পৰা এলিজাবেথ জেনৰ অনুমান হ'ল যে তাই নাচিবলৈ আগবাঢ়ি আহি ভাল কাম নকৰিলে। তাইৰ সহজ সৰল মনটোৰে প্ৰথমে বুজিব পৰা নাছিল তাইৰনো ভুল হ'ল ক'ত। কিন্তু চিনাকি মানুহ এজনৰ ইঙ্গিতৰ পৰাহে ইয়াৰ কাৰণটোনো কি তাৰ উমান তাই পালে। মেয়ৰৰ সতিয়ৈ জীয়েক হিচাবে তাই বাছ বিচাৰ নোহোৱা যি কোনো মানুহ এজাকৰ লগত নাচিবলৈ আগবাঢ়ি আহিব নালাগিছিল। কথাটো তাই দকৈ ভাবিচোৱা উচিৎ আছিল। তাইৰ যে ভুল হ'ল সেই কথাটো তাই এতিয়া ভালকৈ উপলব্ধি কৰিব পাৰিলে।

ইয়াৰ পিছত লাহে লাহে কাণ দুখন, গাল আৰু থুতৰিটো পকা আঙঠাৰ দৰে ৰঙা পৰি উঠিল। তাই বুজিব পাৰিলে যে তাই অধিকাৰ কৰি থকা উচ্চ সমাজখনৰ লগত খাপ নোখোৱা কাম এটা তাই কৰিব নালাগিছিল। ই নিশ্চিত ভাবে মৰ্যাদা হানিকৰ হ'ল। নাচত যোগ দিয়াৰ কাৰণে তাইৰ বৰ অনুশোচনা হ'বলৈ ধৰিলে।

কথাটোৰে তাইক খুলিখুলি খাবলৈ লোৱাত তাই আৰু বৰ নোৱাৰি ইফালে সিফালে মাকক বিচৰাত লাগিল। উচ্চ খাপৰ সমাজ এখনৰ ধ্যান ধাৰণাৰ প্ৰতি এলিজাবেথ জেনতকৈয়ো মাকৰ জ্ঞান কম। জীয়েক যেতিয়াই আহে আহিব বুলি ভাবি তেওঁ আগতেই গুচি আহিছিল। তাই অকলে অকলে নগৰখনৰ সীমাৰ দুয়ো কাষে থকা গছৰ মাজেদি অন্ধকাৰ সুৰঙ্গৰ দৰে আলিবাটোৰেদি আহি থাকোতে এইবোৰ কথাকে গভীৰ ভাবে চিন্তা কৰি আছিল।

তাইৰ পিছে পিছে আন এজন মানুহ আহি আছিল। তম্বুৰ পিনৰ পৰা অহা লাইটৰ পোহৰত সেই মানুহজনে তাইৰ মুখখন চিনি পালে। সেইজন হ'ল ফাৰফ্ৰে। আগতে হোৱা কথোপকথনৰ সময়ত তেওঁকেই চাকৰিৰ পৰা বিদায় দিয়া বুলি হেনচাৰ্ডে জানিবলৈ দিছিলে।

'অ, এইয়া মিচেচ নিউচন দেখোন? মই তোমাক চাৰিওপিনে বিচাৰি আছোঁ।' শস্য ব্যৱসায়ীজনৰ লগত হোৱা তেওঁৰ বিচ্ছেদৰ কথাটো ঢাকি ৰাখি তেওঁ ক'লে, তোমাৰ লগতে ময়ো আলিৰ মূৰটোলৈকে খোজকাঢ়ি গৈ থাকেনে বাৰু। তুমি বেয়া পাবানেকি?'

সেইটোও কিবা অনুচিত কাৰ্য হ'ব পাৰে বুলি ভাবিছিল যদিও তাই একো আপত্তি নকৰিলে। তেওঁলোক প্ৰথমে পশ্চিম ৰকষ্ট্ৰীটৰ তলেদি নামি আহি বাউলি ৰক পালতহে ফাৰফ্ৰেই ক'লে। 'কথা এটা জনাই থোৱা ভাল, মই তোমালোকক এৰি আন ঠাইলৈ গুচি যামগৈ,' অতি সোনকালেই।' তাই থোকাথুকি মাতেৰে সুধিলে, 'আপুনি কিয় যায়গৈ?'

'কিবা কিবি ব্যৱসায়ৰ লেঠা — আন কথা নাই, — সেইবোৰ ভাবি আমি মুৰ ঘুমুৰাবো একো দৰকাৰ নাই — যি হৈছে ভালৰ কাৰণেই হৈছে বুলি মই ভাবোঁ। মোৰ কিন্তু তোমাৰ লগত আৰু এদিন নাচিবৰ মন থাকি গ'ল।'

উত্তৰত তাই ক'লে যে তাই ভাল ধৰণে নাচিব নাজানে। সেই কথা নামানি ফাৰফ্ৰেই ক'লে, "নাই, নাই তুমি বৰ ভাল নাচা। এজনে নাচি কিমান ভাল পাই, তেওঁ কিমান অনুভৱি হয় সেইবোৰেহে আনন্দ দিয়ে। নাচত ভৰি মিলোৱাতো বৰ ডাঙৰ কথা নহয় । মোৰ ভয় হৈছে এই উৎসৱটো পাতি মই তোমাৰ দেউতাৰাক কিবা জগৰহে লগালোনেকি। মই সম্ভৱ আন এখন ঠাইলৈ গুচি যামগৈ।'

কথাষাৰে বেজাৰ দিয়াত তাইৰ হুমুনিয়া এটা ওলাই আহিল। তেওঁ গম নেপাবলৈ তাই অতি ধীৰে ধীৰেহে নিশ্বাসটো এৰিছিল। 'অন্ধকাৰে মানুহক সততাৰ ওপৰত নিৰ্ভৰ কৰিবলৈ শিকাই' —তাইৰ মনৰ কথা বুজিব পাৰি স্কটছ্‌ডেকাজনে কিছু আৱেগিক হৈয়েই কথাষাৰ ক'লে।

'মই যদি চহকী হলোহেঁতেন, মিচ নিউচন, তোমাৰ দেউতাৰাই মোক ইমান খং নকৰিলেহেঁতেন। আজি কিছুদিনৰে পৰা তোমাক কথা এষাৰ সুধিবৰ মোৰ বৰ মন গৈ আছিল, এই ৰাতিৰ আন্ধাৰৰ মাজতেই সোধো বুলি ভাবিছোঁ, মোৰ নিজৰ স্বাৰ্থত কিন্তু নহয়।'

কিনো সুধিবলৈ মন কৰিছিল সেই কথা তেওঁ তাইক নক'লে আৰু তাইও জানিবলৈ ইচ্ছা নকৰিলে। তাই নিমাতী কন্যাৰদৰে অজলা হৈয়েই থাকিল। ইজনে সিজনক নিজৰ মনৰ ভাব প্ৰকাশ কৰিবলৈ শঙ্কা কৰি কৰিয়েই আলিটোৰে খোজ কাঢ়ি আহি আহি বাউলি ৰকৰ তল পালেহি। আৰু কেইখোজমান গ'লেই গছৰ শাৰীবোৰৰ অন্ত পৰিব আৰু আলিটোৰ মূৰৰ লেম্প পষ্টৰ পৰা অহা পোহৰত তেওঁলোকক দেখা পোৱা যাব। পোহৰৰ পিনে আগবঢ়াটো উচিৎ নহব বুলি ভাবি দোধোৰ মোধোৰ অৱস্থাতে, তেওঁলোক সেইঠাইতে কিছুপৰ থিয় দি ৰল। 'আমাক বাৰু সেইদিনা ডাৰ্ণভাৰত থকা ভৰালৈ কোনে মাতি পঠিয়াইছিল,' আমি ইমান নিৰ্বোধৰ দৰে কাম কৰিলো— সেইদিনা,' কথাষাৰ কওঁতে ডোন্যাল্ডৰ অন্তৰত কিবা এটা কঁপনি উঠিছিল। 'মিচ নিউচন, তুমি জানানেকি বাৰু আমাক তালৈ কোনে মাতি পঠিয়াইছিল?'

'নাই, মই একো নেজানো,' তাই ক'লে।

"মইও নেজানো কোনেনো এনে এটা কাম কৰালে।'

'কিজানি ধেমালি কৰিলে।' তাই ক'লে।

'নাই নাই ধেমালি নহয়, আমি দুয়ো ভাত লগ হৈ কথা পতাটো কোনোবাই ইচ্ছা কৰিছিল। বাৰু সেইটো ইমানতে এৰি আন এটা কথা লৈ আহো। মই ইয়াৰ

পৰা গুচি গ'লেগৈ তোমালোক কেষ্টাৰব্ৰীজৰ মানুহবোৰে বাৰু মোক পাহৰি যাবাগৈ নেকি?'

'মই জনাত, কেতিয়াও নাপাহৰে, মই নিজেতো নেপাহৰোৱেই।' তাই আন্তৰিকতাৰেই কথাষাৰ ক'লে, 'আপুনি ইয়াৰ পৰা গুচি নোযোৱাটোকে মই কিন্তু বাঞ্ছা কৰোঁ।' ইয়াৰ পিছত ক্ষন্তেক বৈ ফাৰফ্ৰেই ক'লে, 'মই বাৰু তুমি কোৱা কথাটো পুনৰ চিন্তা কৰি চাম আৰু এটা কথা কৈ থওঁ, মই আৰু কেতিয়াও তোমালোকৰ ঘৰৰ পদূলি মুখলৈকো নেযাওঁ। মোক দেখা পালে তোমাৰ দেউতাৰাৰ খঙে মূৰৰ চুলি পাযগৈ।' ইমানতে দুয়ো বিদায় ললে।

ফাৰফ্ৰেই আন্ধাৰ হৈ থকা বউলিং ৱকেদি উভতি গ'লগৈ আৰু এলিজাবেথ জেন আণ্ডৰাই আহি থাকিল। অকাৰণতে তাই লৰিবলৈ আৰম্ভ কৰি দেউতাকৰ ঘৰৰ পদুলিমুখতহে ৰ'লহি। দীঘলকৈ উশাহ এটা টানি তাই ভাবিলে, 'বিধাতাইহে জানে, মই আহি ক'ত সোমালোহি?'

ঘৰৰ ভিতৰ সোমাই ফাৰফ্ৰেই কোৱা অস্পষ্ট কথাবোৰৰ অৰ্থ তাই বিচাৰিবলৈ ধৰিলে। যিটো প্ৰশ্নৰ উত্তৰ পাবৰ কাৰণে তেওঁ ব্যগ্ৰ হৈ আছিল সেই প্ৰশ্নটোকে তাই তেওঁক কৰিবলৈ সাহ নকৰিলে কিয়? এলিজাবেথে বাহিৰ ভিতৰ কৰি চহৰখনত কি হৈছে সেই বিষয়ে বৰকৈ ভু-ভা নেৰাখিলেও তীক্ষ্ণ দৃষ্টিৰ ছোৱালী হিচাপে এটা কথা অনুমান কৰিছিল যে ফাৰফ্ৰেই দিনে দিনে চহৰখনৰ মানুহৰ প্ৰশংসাৰ পাত্ৰ হৈ পৰিছিল। তাই হেনচাৰ্ডৰ স্বভাৱটো জানে আৰু সেই কাৰণেই তাই বুজি পাইছিল যে ফাৰফ্ৰে তেখেতৰ মেনেজাৰ হৈ থকাৰ দিন উকলিল। ফাৰফ্ৰেৰ পৰা সেই কথা জানি তাই অকণো আচৰিত হোৱা নাছিল। দেউতাকে কামৰ পৰা বিদায় দিয়াৰ পিছতো তেওঁ কেষ্টাৰব্ৰীজত থাকিবনে বাৰু? ফাৰফ্ৰেৰ সম্মোহনী শক্তিৰ প্ৰভাৱত তাই যিদৰে মন্ত্ৰ মুগ্ধ হ'ল তাৰ ফলাফল কি হয় সেইটো নিৰ্ভৰ কৰিছে তেওঁৰ আসন্ন সিদ্ধান্তৰ ওপৰতহে।

পিছদিনা গোটেই দিনটো কোবাল বতাহ বলি আছিল। আবেলি বাগিছাত ফুৰিবলৈ আহোঁতে ফাৰফ্ৰেই ব্যৱসায়ৰ সংক্ৰান্তত কাৰোবালৈ লিখি পেলাই দিয়া চিঠিৰ খচৰা এটা বতাহত উৰি আহি মাটিত পৰি থকা দেখা পাই তাই বুটলি ললে। সেই ফটাছিটা অদৰ্কাৰী কাগজখনত থকা তেওঁৰ ধুনীয়া আখৰ খিনিকে তাই আৰ্হি কৰি লৈ তেওঁৰ ঠগত আখৰ লিখিবলৈ চেষ্টা কৰিছিল। কিন্তু তাই লিখা কাগজখনত 'ডিয়েৰ চাৰ' শব্দটোৰ পৰিবৰ্তে ভুলতে 'ডিয়েৰ এলিজাবেথ বুলি' লিখি পেলালে। লাজত তাইৰ মুখখন ৰঙা পৰি গ'ল। শৰীৰৰ প্ৰতিডাল সিৰতে তাই উত্তাপ অনুভৱ কৰিবলৈ ধৰিলে। তাইনো অকলে অকলে কোঠাটোৰ ভিতৰত কি কৰি আছিল সেইবোৰ দেখিবলৈ প্ৰকৃততে কোনোৱেই উপস্থিত নথকা স্বত্তেও তাই তত্তালিকে

কাগজখন ফালি দলি মাৰি পেলাই দিলে। ইয়াৰ পিছত তাই অকলে অকলেই হাঁহিবলৈ ধৰিলে। তাই কোঠাটোৰ ইমুৰৰ পৰা সিমুৰ পাইও হাঁহি ৰখাব পৰা নাছিল। সেই হাঁহি কিন্তু আনন্দৰ নাছিল, কোনো এক পুঞ্জিভূত বেদনাৰ করুণ অভিব্যক্তিহে।

অতি শীঘ্ৰেই কেষ্টাৰব্ৰীজ চহৰখনত ৰাষ্ট্ৰ হৈ গ'ল যে হেনচাৰ্ড আৰু ফাৰফ্ৰেৰ এৰা এৰি হ'ব। ইজনে সিজনৰ পৰা অব্যাহতি ল'ব। এলিজাবেথ-জেনে জানিবলৈ উদগ্ৰীৱ হৈ পৰিল যে ফাৰফ্ৰেই চহৰখন এৰি আন ঠাইলৈ গুচি যাব নেকি? সেই প্ৰশ্নটো প্ৰকট হৈ দিনে দিনে তাইক কষ্ট দিবলৈ ধৰিলে। তাইৰ অন্তৰৰ কোণত সাঁচি থোৱা কথাবোৰ আৰু তাই ঢাকি ৰাখিব নোৱাৰা অৱস্থা এটাত পৰিলহি। অৱশেষত তাই গম পালেগৈ যে ফাৰফ্ৰেই কাম এৰিলেও চহৰখন এৰি আন ঠাইলৈ নেযায়গৈ। শস্যৰ বেপাৰ কৰা সামান্য বেপাৰী এজনে তেওঁৰ ব্যৱসায়টো ফাৰফ্ৰেক বিক্ৰী কৰি দিয়াত তেওঁ সেইটোকে অৱলম্বন হিচাবে লৈ ডাঙৰ ব্যৱসায় কৰাৰ প্ৰস্তুতি চলোৱাৰ কথা তাই জানিব পাৰিলে।

ফাৰফ্ৰে থাকি যোৱাৰ সিদ্ধান্তটো গম পাই তাই উৎকণ্ঠিত হৈ পৰিল। তাইৰ বুকুখন খিপ খিপাবলৈ ল'লে। তাইৰ কাৰণে এখুদমান হ'লেও চিন্তা কৰা মানুহজনে, হেনচাৰ্ডৰ দৰে সামন্তকালৰ প্ৰভু এজনৰ বিপক্ষে ব্যৱসায়ত নামি কেনেবাকৈ নিজৰ বিপদহে চপাই আনিবনেকি? নাই, সেইবোৰ কথা চিন্তা কৰি মই একো পাৰ নাপাম। বাদ দিয়াহে উচিৎ হ'ব। তাই ভাবিছিল কিজানি ক্ষন্তেকৰ আৱেগতহে তেওঁ তাইক মৰমেৰে মাত এষাৰ দিছিল।

মনত লাগি থকা কথাবোৰ যুক্তিৰে সমাধান কৰিবলৈ যত্ন কৰি তাই ভাবি পালেগৈ যে তেওঁৰ লগত সেইদিনা সন্ধিয়া নৃত্য কৰিবলৈ আগবাঢ়ি যোৱাৰ সময়ত তাই পিন্ধা ধুনীয়া পোছাকটোৰেহে কিজানি ক্ষণিকৰ কাৰণে হ'লেও প্ৰথম দৃষ্টিতে তাইৰ প্ৰতি তেওঁক দৰদী কৰি তুলিছিল। তাকে হয়নে নহয় চাবৰ কাৰণে ঠিক সেইদিনাৰ দৰেই তাই কপাহী সূতাৰ মিহি ফিৰফিৰীয়া কাপোৰযোৰ পিন্ধি তললৈকে ওলমি পৰা নোমৰ ধুনীয়া ছুটি জেকেটটো আৰু সেইদিনা লোৱা ছাটিটোৰ লগতে চেন্দেল যোৰো পিন্ধি আচীখনৰ আগত থিয় দিলেহি। আইনাখনত প্ৰতিবিম্বিত হোৱা তাইৰ ছবি দেখি এলিজাবেথে বুজি পালে যে তাইৰ ধুনীয়া সাজ পোছাকে বিজুলীৰ দৰে অতি ক্ষন্তেকীয়া প্ৰভাৱহে পেলাব পাৰিব— মন চঞ্চল কৰিব পাৰিব কিন্তু বেছি সময় ধৰি ৰাখিব নোৱাৰিব। এলিজাবেথ-জেনৰ নিজৰ বিষয়ে যি জ্ঞানৰ উদয় হৈছিল তাৰ পৰা ভালকৈ বুজিছিল যে আন মানুহে তাইক দীপলিপ সুন্দৰী বা যিয়েই নোবোলক কিয় তাই কিন্তু নিজকে এজনী সবল আৰু স্নেহশীলা ছোৱালী বুলিহে গণ্য কৰে।

সেইবোৰ কাৰণতে তাই তেওঁক হিয়া উবুৰিয়াই ভাল পাবলৈ মন মেলিলেই

তাইৰ চিন্তা হয় তাই জানো এইবোৰৰ যোগ্য। নাই নহয়, তাই যোগ্য নহয় বৰঞ্চ উপহাসৰ হে পাত্ৰী। এনে ধৰণৰ ভাববোৰ আহি তাইৰ অন্তৰত খুন্দা মাৰি হতাশাৰ সৃষ্টি কৰিছিলহি। নাই নাই এলিজাবেথ জেন, এই সুন্দৰ সপোন তোমাৰ কাৰণে নহয়। ফলত তাই তেওঁক দেখা কৰাৰ হেঁপাহকে বিসৰ্জন দিলেগৈ। তেওঁৰ কথা সমুলঞ্চে নভবাকৈ থাকিবলৈ যত্ন কৰিলে। প্ৰথমটো কাৰ্যত সফল হলেও দ্বিতীয়টোত কিন্তু সম্পূৰ্ণ সফল হব পৰা নাছিল।

হেনচাৰ্ডে বুজিছিল যে তেওঁৰ উগ্ৰ স্বভাৱটোৰ লগত খাপ খাব নোৱাৰি ফাৰফ্ৰে গুচি গ'লগৈ। তাৰ কাৰণে তেওঁ মনত বেজাৰো নোপোৱাকৈ থকা নাছিল। তেওঁক এৰি গুচি যোৱাৰ পিছত তেওঁ গৈ কি ধৰণৰ ব্যৱসায়ত নামিলগৈ সেই বিষয়ে জনাৰ পিছত ফাৰফ্ৰেৰ প্ৰতি হেনচাৰ্ডৰ ক্ৰোধাগ্নি দপদপাই জ্বলিবলৈ ধৰিলে।

চহৰৰ টাউন হলত হোৱা পৰিষদৰ সভা এখন চলি থকাৰ মাজতে তেওঁ ফাৰফ্ৰেৰ ব্যৱসায়ৰ প্ৰথম ডাঙৰ সাফল্যৰ কথাটো গম পাইছিল। সেই বাতৰিটোৱে তেওঁৰ মনত ইমানকৈ আঘাত দিছিল যে তেওঁৰ মাতটো ডাঙৰ হৈ চহৰৰ পানী যোগান দিয়া পাম্পটোৰ ওচৰ পৰ্যন্ত পাইছিল গৈ। বহুদিন ধৰি কৰা তেওঁৰ আত্মনিয়ন্ত্ৰণ আৰু সংযমে তেওঁক চহৰখনৰ মেয়ৰ পদৰ উপৰিও চাৰ্চ ওৱৰ্ডেনৰ দৰে আৰু কত কি উচ্চ পদবীত প্ৰতিস্থিত নকৰিলে। কিন্তু তথাপিও আগ্নেয়গিৰিৰ ভিতৰত থকাৰ দৰে উচ্ছৃঙ্খল শক্তি এটা তেওঁৰ শৰীৰৰ ছালখনৰ তলতে ঢাক খাই সোমাই আছিল। ঘৈণীয়েকক বেডেনৰ মেলাত বিক্ৰী কৰাৰ দিনা তেওঁৰ গাত দেখা দিয়া ক্ৰোধ আৰু বিশৃঙ্খল মনটোৰ আত্ম প্ৰকাশৰ আভাস পুনৰ পোৱা গৈছিল বুলিব পাৰি।

তেওঁ কৈ গৈছিল, 'মই তেওঁৰ এজন বন্ধু আৰু তেওঁও মোৰ এজন বন্ধু- আৰু বন্ধু নহয় যদি আমিনো কি? তেওঁ যদি মোৰ বন্ধু নহয়েই, মোৰনো আৰু কোন বন্ধু আছে মই তাকেহে জানিবলৈ বিচাৰো? তেওঁ যেতিয়া প্ৰথম ইয়ালৈ আহিছিল তেওঁৰ জোতাৰ তলুৱাৰ শব্দ এটাও জানো কোনোবাই শুনিবলৈ পাইছিল? মইয়েই তেওঁক ইয়াত ৰাখিছিলোঁ- তেওঁৰ জীৱিকা অৰ্জনত সহায় কৰিছিলোঁ, হয় নে নহয়? টকা পইছা দিও তেওঁক মই সহায় কৰিছিলো, তেওঁ যিহকে বিচাৰিছিল তাকে দিয়া নাছিলো জানো? কোনো চুক্তি কৰি তেওঁক মই ধৰি বান্ধিও ৰখা নাছিলো। মই মাথোন কৈছিলো "তুমি যেনেকৈ বিচাৰা তেনেকৈয়ে লোৱা, মোৰ কোনো আপত্তি নাই।" সেই ডেকাজনৰ লগত মোৰ ভাগৰ শেষ কটি টুকুৰাও ভগাই খাই মই সন্তোষ পালোহেঁতেন। মই তেওঁক কিমান ভাল পাইছিলো। আৰু এতিয়া তেওঁ মোলৈ কেৰেপকে নকৰা হ'ল। মৰক তেওঁ, জহন্নামে যাওঁক, মই এতিয়া তেওঁৰ লগত যুদ্ধ দিবলৈ সাজু - উচিৎ মূল্যত বেচা কিনাৰ যুদ্ধ। তেওঁৰ নিচিনা মানুহ

এজনতকৈ যদি মই বেছি দামত কিনিবই নোৱাৰো তেন্তে মই ৰবডেনেইনো হ'লো বা কিয়? মোৰ মূল্য কি? আমি দেখুৱাই দিম যে অ'ত ত'ত খাঁহনিয়ে বননিয়ে সোমাই থকাবোৰতকৈ আমি বেছি ভালদৰে ব্যৱসায় কৰিব জানো।'

পৌৰ নিগমৰ পৰিষদত থকা তেওঁৰ কোনো এজন বন্ধুৱেও তেওঁৰ হৈ এবাৰ মাত্ত নেমাতিলে। দুবছৰৰ আগৰ জনপ্ৰিয়তা এতিয়া আৰু তেওঁৰ নাই। মানুহজনৰ অফুৰন্ত শক্তিৰ কাৰণেই ন্যায়িক বিচাৰপতিৰ কামলৈ নিৰ্বাচিত কৰিছিল। সমূহীয়া ভাবে শস্য ব্যৱসায়ীজনৰ পৰা তেওঁলোক সকলোবোৰ লাভবান হৈছিল যদিও তেওঁ কেতিয়াবা হঠাতে সৃষ্টি কৰা একোটা অপ্ৰীতিকৰ ঘটনাই এনে অস্বস্তিকৰ পৰিস্থিতিৰ অৱতাৰণাও কৰিছিল যে অনিচ্ছাকৃতভাৱে হ'লেও, তেওঁলোক সেই সময়ত নিৰুপায় হৈ নিমাতে থাকিবলগীয়া হৈছিল। এনেবোৰ কাৰণতে সভা শেষ কৰি আলিবাটৰ পিনে ওলাই যোৱাৰ সময়ত তেওঁক অকলশৰীয়া কৈ হে গৈ থকা দেখা গৈছিল।

ঘৰ সোমাত পুৰণি কথা কিছুমান মনলৈ আহিল। সেইবোৰে তেওঁক আৰু বেছি চিন্তা কেঁহাহে লগালে। তেওঁ এলিজাবেথ- জেনক মতাই পথালে। তাই আহি কোঠাটোত সোমায়েই তেওঁৰ মূৰ্ত্তি দেখি চক খাই গ'ল। তাইক চিন্তিত যেন দেখি তেওঁ ক'লে 'কিবা দোষ ধৰিম বুলি মতা নাই, মাজনী, তোমাক মাত্ৰ সাৱধান কৰি থবহে খুজিছো। সেই মানুহটো, ফাৰফ্ৰে - তেওঁৰ বিষয়ে দুষাৰ মান কথা কৈ থওঁ। তোমাৰ লগত সি দুই তিনি দিন মান কথা পতা দেখিছো — সেইদিনা আনন্দ মেলাত তুমি তাৰ লগত নচাও দেখিছিলোঁ। এতিয়া মই তোমাক কিবা দোষাৰোপ কৰিব খোজা নাই, তোমাৰ কোনো দোষেই মই দেখা নাই। তথাপিও মনদি শুনা, তুমি বাৰু মুৰ্খামী কৰি তাক কিবা কথা দিছিলানেকি? সুগন্ধ লোৱাতকৈ আৰু বেছি আগবঢ়া নাই নহয়।'

'নাই, নাই, তেওঁক মই কোনো ধৰণৰ কথা দিয়া নাই।'

'ঠিক আছে তেনেহলে, শেষভালেই সকলো ভাল। মই মাথো ইচ্ছা কৰো যে সেই মানুহটোক আৰু তুমি দেখা নকৰিবা।'

'হ'ব, চাৰ।'

'তুমি কথা দিলা তেনেহলে।'

তাই অলপ ইতস্তত কৰি ক'লে 'আপুনি যেনেকৈ ইচ্ছা কৰে তেনেকৈয়ে হ'ব।'

'মোৰ মানত তেওঁ আমাৰ এই ঘৰখনৰ শত্ৰু।'

তাই যোৱাৰ পিছত তেওঁ টেবুলত বহি লৈ ফাৰফ্ৰেলৈ বুলি এখন চিঠি লিখিলে :-

চাৰ,

মই অনুৰোধ কৰো এতিয়াৰে পৰা আপুনি মোৰ সতিয়ৈ জেৰ্চালীজনীক অচিনাকি বুলি গণ্য কৰিব। তাইৰ পিনৰ পৰা তাই মোক কথা দিছে। আপুনি কিবা আগভাগ লোৱাটো তাই পছন্দ নকৰিব। সেইহেতুকে মই ভাবো যে আপুনি বলেৰে তাইক মান্তি কৰাবলৈ চেষ্টা নকৰিব।

- এম হেনচাৰ্ড

আনৰ প্ৰতি সদভাৱ লৈ সুখেশান্তিৰে মিলিজুলি থকাটোকে মানুহৰ ধৰ্ম বুলি ভৱা সকলে সন্তোষ পালেহেঁতেন যদি হেনচাৰ্ডে ফাৰফ্ৰেক জোৰাই কৰি লবলৈ মান্তি হ'লহেঁতেন। কিন্তু হেনচাৰ্ডৰ দৰে এজন গোঁৱাৰ মানুহক তেওঁৰ প্ৰতিদ্বন্দী এজনক আকোঁৱালি নিজৰ কৰি ল'বলৈ বুলি পৰামৰ্শ দিবলৈ কোনেও সাহস নকৰিলে। সুক্ষ্ম বিচাৰ বুদ্ধিৰ প্ৰয়োগেৰে পৰিয়ালৰ ভাল হোৱা কথাখিনিকো মানি নোলোৱাটো তেওঁৰ চৰিত্ৰৰ বিশেষত্ব। তেওঁৰ চৰম পন্থা দুটা হ'ল, মানুহক ভাল পাবা নহলে ঘৃণা কৰিবা। কাকো অসন্তোষ্ট নকৰাকৈ কৌশলেৰে কাৰ্য সিদ্ধি কৰাৰ ক্ষমতা তেওঁৰ নাছিল। গোনা ম'হৰদৰে পৰিচালিত হোৱাই তেওঁৰ প্ৰবৃত্তি — তাকো বিপথে। এনেবোৰ কথাত তেওঁৰ ঘৈণীয়েক আগবাঢ়ি আহি পৰামৰ্শ দিবলৈ অলপো ইচ্ছুক নাছিল। নিজে বিবেচনা কৰি উচিৎ বুলি ভবা কথাটো কৰবলৈ পালে তেওঁ ভাল পালেহেঁতেন, কিন্তু ভালেমান কাৰণ বশঃত তেনে কৰাৰ পৰা তেওঁ নিজকে সচৰাচৰ বিৰত ৰাখিছিল। ডাৰ্ণভাৰ হিলৰ কোনো এটা সুবিধাজনক ঠাইত হেনচাৰ্ডৰ গুদামৰ পৰা যিমানদুৰ সম্ভৱ সিমান দুৰত্বত ব্যৱসায় চলোৱাৰ অৰ্থে ফাৰফ্ৰেই এটা কাৰ্য্যালয় খুলি ল'লে। তেওঁৰ মনৰ কামনা আছিল যে আগৰ নিয়োগকৰ্তা আৰু বন্ধুজনৰ লগত লেনদেন থকা কোনো মানুহৰ লগতেই তেওঁ কিনাবেচা নকৰিব। ডেকা মানুহজনে দেখা পাইছিল যে সেইসকলৰ উপৰিও আন মানুহো যথেষ্ট আছিল যাৰ লগত ব্যৱসায়, কিনা বেচাকৰা যায়। চহৰখন সৰু যদিও তুলনামূলক ভাবে শস্য আৰু ঘাঁহৰ বেপাৰৰ কাৰবাৰত নতুন মানুহে মূৰ সুমুৱাবলৈ সুযোগ সুবিধা নোহোৱা হৈ থকা নাছিল। দুৰদৃষ্টি আৰু নিজ দেশৰ স্বকীয় গুণগত মানদণ্ডৰ তেজ থকা মানুহ জনে ধৰিব পাৰিলে যে তাত চলি থকা ব্যৱসায়টোৰ এটা ভাগ তেওঁ অনায়েসে ল'ব পাৰিব।

ব্যৱসায় সংক্ৰান্তত মেয়ৰজনৰ লগত যাতে কোনো ধৰণৰ মনোমালিন্য বা বিদ্বেষৰ ভাব নহয় তাৰ্লৈ লক্ষ্য ৰাখিয়েই যোৱা তিনিটা মাহত হেনচাৰ্ডৰ লগত ব্যৱসায় কৰা কোনো সুপ্ৰতিষ্ঠিত ব্যক্তিৰ লগত লেন দেন কৰাৰ পৰা তেওঁ বিৰত আছিল।

'এসময়ত তেখেত মোৰ বন্ধু আছিল,' ফাৰফ্ৰেই মাজে সময়ে কাবোবাক কোৱা শুনা যায়, 'সেই কাৰণেই তেওঁৰ ভাগৰ ব্যৱসায়ৰ ওপৰত মই হাত নিদিওঁ।

আপোনাক নিৰাশ কৰিলো বেয়া নাপাব। যিজন মানুহ মোৰ প্ৰতি ইমান মৰমিয়াল আছিল সেইজন মানুহৰ ব্যৱসায়ৰ হানি কৰা কাম মই কৰিব নোৱাৰোঁ।'

এনেবোৰ প্ৰশংসনীয় নীতি মানি চলা স্বত্বেও ফাৰফ্ৰেৰ ব্যৱসায় দিনক দিনে বাঢ়িবলৈহে ল'লে। তেওঁ য'তে হাত দিছিল ততেই সাফল্য লাভ কৰিছিল। সেই সাফল্যৰ কাৰণ, পৰ্বতীয়া উত্তৰফালৰ মানুহৰ অধিক কৰ্মপটুতা, নে ৱেছেক্সৰ মানুহৰ কৰ্মবিমুখতা আৰু অল্প সন্তোষ্টি সেই কথা কোৱা টান। কপালৰ যেৰত যে তেওঁৰ আশাতীত সাফল্য হোৱা নাছিল সেই কথাও নদি কব নোৱাৰি। পাদাম আৰামত উল্লেখ কৰা জেকৰে বাচালকহে ভাল পাইছিল, পিছে লাৱাণৰ জীয়েক লীহকহে বিয়া কৰাবলৈ মান্তি হব লগীয়াত পৰিল। সেইদৰে ফাৰফ্ৰেই যিহকেই যাচিছিল তাতেই খেতিয়ক বেপাৰীবোৰও সন্তোষ্ট হৈছিল, জেকৰে লীহক লৈ সন্তুষ্ট থকাৰ দৰে।

যতদূৰ সম্ভৱ ভাগ্যৰ হাত ইয়াত নাই বুলিয়েই ক'ব পাৰি। 'চৰিত্ৰই ভাগ্য নভালিচে কৈছিল।' হেঁনচাৰ্ডৰ চৰিত্ৰ ফাৰফ্ৰেৰ চৰিত্ৰৰ একেবাৰে বিপৰীত। (ধন আৰু প্ৰতিপত্তিৰ বিনিময়ত নিজৰ আত্মাক চয়তানৰ হাতত বিক্ৰী কৰা ফাউচ্‌টৰ আখ্যান প্ৰসিদ্ধ চৰিত্ৰ এটিৰ লগত হেনচাৰ্ডক ৰিজাব পাৰি)। এজন আক্ৰোশী, দুৰ্যোৰ খঙাল আৰু উগ্ৰ প্ৰকৃতিৰ লোকে তেওঁৰ সকলোবোৰ বেয়া গুণ বিসৰ্জন দিয়াৰ পিছতো আধ্যাত্মিক উৎকৰ্ষ সাধনৰ দিশত এজন পথ প্ৰদৰ্শক গুৰুও বিচাৰি উলিয়াব নোৱাৰৰ দৰে অৱস্থা হৈছিল হেনচাৰ্ডৰ।

এলিজাবেথ-জেনৰ পিনে চকু নিদিবলৈ লিখা হেনচাৰ্ডৰ চিঠিখনো ফাৰফ্ৰেই পালে। তেনে ধৰণৰ কোনো কাম কৰাৰ প্ৰবৃত্তি তেওঁৰ নাছিল বুলি কব পৰা অৱস্থাত সেই চিঠি খনৰ বিশেষ একো প্ৰয়োজন নাছিল। তেওঁ দকৈ চিন্তা কৰি সিদ্ধান্ত ললে যে তেওঁ এজন প্ৰেমিক হিচাবে পৰিচয় দিবলৈ নাযায়। ৰমিঅ হ'বলৈ যোৱাৰ প্ৰশ্নই নুঠে। নিজতকৈ ছোৱালীজনীৰ মঙ্গলৰ কথা মনত ৰাখিয়েই তেওঁৰ প্ৰাৰম্ভিক অনুৰাগক বলেৰে দমন কৰি ৰাখিলে।

ব্যৱসায়িক ক্ষেত্ৰত হেনচাৰ্ডৰ লগত কোনো ধৰণৰ সংঘৰ্ষত লিপ্ত হোৱাৰ ইচ্ছা নাছিল যদিও এটা সময় আহি পৰিলেহি যেতিয়া নিজকে ৰক্ষা কৰিবৰ কাৰণেই তেওঁ এক মৰণ পণ ব্যৱসায়িক যুদ্ধত অৱতীৰ্ণ হবলৈ বাধ্য হ'ল। আওকাণ কৰি থাকিয়েই হেনচাৰ্ডৰ আক্ৰমনৰ পৰা ৰক্ষা পাবৰ উপায় নোহোৱা অৱস্থা এটা আহি পৰিলহি। তেওঁলোক দুয়োৰে মাজত যি দৰদাম, কিনাবেচাৰ যুদ্ধ আৰম্ভ হ'ল তাৰ শেষ ক'ত সেইটো চাবৰ কাৰণে চহৰখনৰ প্ৰত্যেকজন মানুহেই আগ্ৰহেৰে অপেক্ষা কৰিব লগীয়া হ'ল। এক কথাত কবলৈ গ'লে এই যুদ্ধখন উত্তৰৰ মানুহৰ সুক্ষ্ম অন্তৰ দৃষ্টি আৰু দক্ষিণৰ মানুহৰ আকোৰ-গোজ মনোভাৱৰ মাজতেই হৈছিল বুলিব পাৰি — এহাতে দুফালে ধাৰ থকা এখন চিধা অস্ত্ৰ আৰু আনহাতে এডাল শকত

মুদগৰ। হেনচাৰ্ডৰ কাৰ্যপন্থা হ'ল শত্ৰুক একোব বা দুকোব মাৰি শেষ কৰা আৰু নোৱাৰিলে শত্ৰু পক্ষৰ অনুগ্ৰহৰ ওপৰতে নিৰ্ভৰশীল হোৱা।

প্ৰতিটো শনিবাৰে খেতিয়ক বোৰ বজাৰত গোট-খোৱাৰ সময়ত সপ্তাহটোৰ ব্যৱসায়ৰ খতিয়ান সংক্ৰান্তত তেওঁলোক দুজনৰো দেখা দেখি হয়। ফাৰফ্ৰেই সদায় বন্ধুজনকে এবাৰ মাত দিবলৈ ব্যগ্ৰ কিন্তু মেয়ৰজনে তেওঁক দেখিলে যোপাকে চাই একো নেমাতি এজাক বতাহ ধুমুহাৰ দৰে পাৰ হৈ গুচি যায়। তেওঁৰ মনত এনে ভাব যে ফাৰফ্ৰেৰ দোষৰ কাৰণেই তেওঁ ভুগিব লগীয়া হৈছে আৰু সেই দোষ মাৰ্জনা কৰিব পৰা ধৰণৰো নহয়। ফাৰফ্ৰেই তেওঁক দেখিলেই ভেকাহি খাই বুলি পেপুৱা লাগি থাকে। তেওঁৰ সেই অৱস্থা দেখিও হেনচাৰ্ড সন্তুষ্ট নহয়। শস্যৰ বজাৰখনত খেতিয়ক, শস্যৰ বেপাৰী, মিল মালিক, নিলামদাৰী আদি ব্যৱসায়ী সকলৰ প্ৰত্যেকৰে একোটা অফিচ হিচাবে ব্যৱহাৰ কৰা সুকীয়া কুঠৰী আছিল। অফিচৰ আগত ৰঙীন আখেৰেৰে লিখা নিজ নিজ ব্যৱসায়ীৰ নামফলি আছিল। সদায় দেখি দেখি অভ্যস্ত হৈ যোৱা নামবোৰ আছিল যেনে 'হেনচাৰ্ড', 'এভাৰদী'', 'স্বীনাৰ', 'ডাৰটন' ইত্যাদি। এই নামবোৰৰ লগত তেওঁ যেতিয়া আৰু এখন নতুন নামফলি দেখিলে তেতিয়া তেওঁক হুলে বিন্ধাদি বিন্ধিবলৈ ধৰিলে। তেওঁৰ অৱস্থা হোমাৰৰ ইলিয়াদত উল্লেখিত বন্ধু বান্ধৱহীন অনাই বনাই ঘূৰিফুৰা নায়ক বেলেৰফনৰ দৰে হৈছিল। মানুহৰ জুম দেখিলেই তেওঁৰ অন্তৰখন গেলি পচি মৰাৰ দৰে হৈছিল। ফলত বন্ধু-বান্ধৱ আদিৰ পৰা তেওঁ আঁতৰি থাকিবলৈ ল'লে।

সেইদিন ধৰি ড্যান্যাল্ড ফাৰফ্ৰেৰ নাম হেনচাৰ্ডৰ ঘৰখনত কোনেও উচ্চাৰণ নকৰা হ'ল। পুৱা বা দুপৰীয়াৰ আহাৰ কৰাৰ সময়ত কেতিয়াবা এলিজাবেথ-জেনৰ মাকে অসাৱধান বশতঃ জীয়েকে ভালপোৱা মানুহজনক কৰবাত দেখা পোৱাৰ কথা উলিয়ালে তাই মাকক সেই প্ৰসঙ্গটো নুলিয়াবলৈ ঠাৰে টিঁয়াৰে বুজাই দিয়ে। মাক তেতিয়া নিমাত হৈ যায়। সেইবোৰ দেখিলে গিৰিয়েকে কয় 'কি হ'ল তোমালোকো মোৰ শত্ৰু হৈ গলানেকি?'

## অষ্টাদশ অধ্যায়

হঠাতে মাকৰ স্বাস্থ্যৰ অৱনতিয়ে চিন্তা কৰিবলগীয়া পৰিস্থিতি এটাৰ সৃষ্টি কৰিলেহি। খলাবমা আলিবাটেদি গাড়ী চলি থাকিলে আৰোহীসকলে খেকেচা খোৱাৰ পূৰ্বাভাস পোৱাৰ দৰে এলিজাবেথেও এই বিষয়ে বুজিবলৈ সক্ষম হৈছিল।

মাক ইমানেই দুৰ্বল হৈ পৰিল যে শোৱা কোঠাটোৰ পৰা ওলাবলৈও গাত শক্তি নোহোৱা হৈ আছিল। হেনচাৰ্ডে ঘৈণীয়েকক মৰমেৰে ব্যৱহাৰ কৰিছিল, অৱশ্যে

খং উঠিলে বেলেগ কথা। তেওঁ নগৰৰ চহকী আৰু নাম কৰা ডাক্তৰ জনকো আনি ঘৈণীয়েকক দেখুৱালেহি। নিশা লেম্প জলাই তেওঁলোক উজাগৰে থাকিবলগীয়া হৈছিল যদিও দুদিনমান পিছত তেওঁৰ গা সামান্য ভালৰ পিনে আহিল।

এলিজাবেথ-জেন সেইদিনা ৰাতিপুৱাৰ আহাৰ কৰিবলৈ তললৈ নামি অহা নাছিল। সেই গতিকে হেনচাৰ্ডে নিজে অকলেই পুৱাৰ আহাৰ কৰিবলৈ বহিল। ঠিক তেনে সময়তে নিউ য্যাৰ্জীৰ পৰা অহা চিঠি এখন টেবুলত দেখি তেওঁ চমক খাই গ'ল। আখৰবোৰ ভালকৈ চিনি পোৱাত তেওঁ সেই খন দুবাৰ চাব লগা নহ'ল। চিঠিখন হাতত তুলি লোৱাৰ লগে লগেই বহুত পুৰণি কথা তেওঁৰ মনলৈ আহিল। এতিয়া এই ভাববোৰ অৰ্দকাৰী বুলি জানিও তেওঁ তাইৰ চিঠিখন পঢ়াত ব্যস্ত হ'ল। তাই চিঠিখনত লিখিছিল যে তেওঁ পুনৰ বিয়া কৰোৱাৰ পিছত চিঠি পত্ৰৰ বিনিময় কৰিবলৈ অসুবিধা আহি পৰিছিল। ঘৈণীয়েকৰ লগত পুনৰ মিলন হোৱাটোৱেই যে তেওঁৰ কাৰণে পোনপটিয়া বাট আছিল সেই কথাটো তাই স্বীকাৰ নকৰাকৈ থকাও নাছিল।

গঁভীৰভাবে চিন্তা কৰি ধীৰস্থিৰ ভাবে তাই লিখি গৈছিল, 'মোক এই অৱস্থাত পেলোৱা স্বত্বেও বহু কথা স্মৰণ কৰি আমাৰ মাজত হোৱা অবিবেচনাপূৰ্ণ ঘনিষ্ঠতাৰ কাৰণে আপোনাক ক্ষমা কৰিছো, কাৰণ আপোনাৰ অতীজৰ কথা মোৰ পৰা লুকঢাক কৰিবলৈ চেষ্টা কৰা নাছিল। আপোনাৰ লগত ঘনিষ্ঠতা কৰিলে যে ভয়ানক বিপদজনক পৰিস্থিতি এটা আহি পৰিব পাৰে তেনে সম্ভাৱনাৰ কথা আপুনি মোক আগতেই সকিয়াই থৈছিল। প্ৰায় পোন্ধৰ যোল্ল বছৰ আপোনাৰ পত্নীৰ কোনো খা খবৰ নোপোৱাৰ পিচত তেখেত ঘূৰি অহাৰ সম্ভাৱনা অতি ক্ষীণ হৈ আহিছিল। সকলো কথা দকৈ ভাবি চিন্তি চাই আপোনাক দোষাৰোপ নকৰি মোৰ নিজৰ কপালখনকহে দোষাৰোপ কৰিছোঁ।

'সেই কাৰণেই, মাইকেল, মই আপোনাক অনুৰোধ কৰিছোঁ যে মই ভাবপ্ৰৱণ হৈ আপোনালৈ যিবোৰ চিঠি লিখি আপোনাক আমনি কৰিছিলোঁ সেইবোৰ মূল্যহীন আৰু অনাদৰৰ যোগ্য। সেইবোৰ চিঠি লিখাৰ সময়ত মই ভাবিছিলো যে আপুনি মোক আওকাণ কৰি মোৰ প্ৰতি নিষ্ঠুৰ ব্যৱহাৰ কৰিছিল। কিন্তু আপুনি কি ভাবি, কি পৰিস্থিতিত পৰি মোক এৰিবলৈ বাধ্য হৈছিল সেই কথা এতিয়াহে মই মৰ্মে মৰ্মে উপলব্ধি কৰিছো আৰু ভালদৰে বুজি পাইছো যে আপোনাক তিৰস্কাৰ কৰা মোৰ পক্ষে সমীচীন হোৱা নাছিল।

'আপুনি নিশ্চয় বুজিব, আৰু এইটো মোৰো দৃঢ় ধাৰণা যে মোৰ ভৱিষ্যত জীৱনটোৰ কথা চিন্তা কৰিবলৈ হ'লে আমাৰ মাজৰ অতীতৰ সম্পৰ্কটোৰ কথা, সেই নিউ য্যাৰজীৰ সৰু দ্বীপটোৰ বাদে, আন ঠাইৰ মানুহৰ পৰা গোপনে ৰাখিব

লাগিব। মই ভালদৰে জানো যে আপুনি এই বিষয়ে আনক একোকে জানিবলৈ নিদিয়ে আৰু মোৰ বিশ্বাস যে এই বিষয়টো লৈ আৰু কোনো ধৰণৰ চিঠি পত্ৰবো আদান প্ৰদান হোৱাও নিবিচাৰে। সতৰ্কতামূলক ব্যৱস্থা এটাৰ কথাও এইখিনিতে কৈ থোৱা ভাল। মই আপোনালৈ লিখা চিঠিপত্ৰবোৰ সামান্য বুলি গণ্য নকৰি মোক ওভোটাই দিবলৈ আপোনাক অনুৰোধ কৰিলো। অসাৱধান বশতঃ বা পাহৰণিৰ কাৰণে তেনে কোনো বস্তু আপোনাৰ হাতত থাকি যোৱা অনুচিত। বিশেষকৈ মোৰ চিঠিবোৰৰ কথা উল্লেখ কৰিলো কাৰণ সেইবোৰ ওভোতাই পালেই আমাৰ মাজত হোৱা ভাৱ বিনিময় পৰিত্যাগ কৰাৰ প্ৰথম পদক্ষেপৰ সূচনা হ'ব।

'মোৰ মৰ্ম্মাঘাটৰ ওপৰত গাঢ় প্ৰলেপ সানি উপশমিত কৰিবৰ উদ্দেশ্যেৰে আপুনি পঠোৱা টকাখিনিৰ কাৰণে আন্তৰিক ধন্যবাদ জনালো। মই মোৰ একমাত্ৰ সম্বন্ধীয়া আত্মীয় গৰাকীক চাবলৈ ব্ৰীষ্টললৈ যাম বুলি যো-জা কৰি আছোঁ। তেওঁ এগৰাকী অত্যন্ত চহকী ভদ্ৰমহিলা আৰু মোৰ কাৰণে কিবা এটা ব্যৱস্থা কৰি যাব বুলি মই আশা কৰি আছোঁ। মই ঘূৰি আহোঁতে কেষ্টাৰব্ৰীজ আৰু বুড়্‌মাউথ হৈ আহিম। য্যাৰ্জীলৈ তাৰ পৰা সৰু নাৱেৰে আহিম। আপুনি বাৰু সেই ক্ষুদ্ৰ বস্তু খিনিৰ সৈতে মোক তাতে লগ ধৰিব পাৰিবনে? আমি যোৱা গাড়ীৰ ঘোঁৰা এণ্টপল হোটেলত সলনি কৰিব, গতিকে আপুনি মোক অহা বুধবাৰে আবেলি ছাৰে পাঁচ বজাত তাতে দেখা পাব। মই সেই সময়ত মাজডোখৰ ৰঙা এখন উলৰ শ্বল লৈ থাকিম যাতে মোক বিচাৰি উলিওৱাত সহজ হয়। মোৰ বস্তুবোৰ আনৰ যোগেদি পঠিয়াই দিয়াতকৈ এই ব্যৱস্থাটোকে উত্তম বুলি বিবেচনা কৰিলোঁ।

চিৰকাল আপোনাৰ হৈয়েই ৰ'লো।'

ইতি

লুচেতা।

ঘন ঘনকৈ উশাহ লৈ থকা হেনচাৰ্ডৰ চিঠিখন পঢ়া শেষ হ'ল। তেওঁ নিজকে নিজেই ক'লে 'সঁচাকৈয়ে বৰ দুৰ্ভাগ্যৰ কথা,'- মই তোমাক লগ নোপোৱাহেঁতেনেই ভাল আছিল। তোমাক যদি মই বিয়া কৰাব পৰা অৱস্থা এটাত থাকিলোহেঁতেন মোৰ কাৰণে তেনে কৰাই উচিৎ হ'লহেঁতেন বুলি মোৰ অন্তৰ আত্মাই কয়। তাত কৈ ভাল কথা আৰুনো কি হ'ব পাৰিলেহেঁতেন।'

মিচেচ্ হেনচাৰ্ডৰ সোনকালে মৃত্যু ঘটিব পৰাৰ সম্ভাৱনা এটা তেওঁৰ মনলৈ নহাকৈ থকা নাছিল। লুচেতাই অনুৰোধ কৰাৰ দৰে তাইৰ চিঠিবোৰ গোটাইলে তেওঁ পেকেট এটা কৰি নিলগাই থলে আৰু নিৰ্দ্ধাৰিত দিনটোৰ কাৰণে বাট চালে। তেওঁ বুজি পালে যে তাই নিজহাতে চিঠিবোৰ লোৱাৰ বি বন্দবস্ত কৰিছিল তাৰ অন্তৰালত দুই এবাৰ পুৰণি দিনৰ কথা পতাৰ ইচ্ছাও তাইৰ আছিল বুলি তেওঁৰ বিশ্বাস

হৈছিল। কূট্ কৌশল কৰি হ'লেও তেওঁক যেনেতেনে এবাৰ লগ পোৱাৰ এইটো এটা অজুহাতহে বুলি তেওঁ বুজি পাইছিল। তাইক দেখা নকৰিবলৈ পালেই তেওঁ ভাল পালেহেঁতেন, কিন্তু গমিপিতি চাই দেখিলে যে তাইক সেইকণ সুবিধা দিলে একো অন্যায় কৰা নহ'ব। সেইদিনা সন্ধ্যা লগাৰ লগেই লগেই তেওঁ ৺গ গাড়ীখানাৰ অফিচ পালেগৈ।

সন্ধ্যা শীতৰ প্ৰকোপো বেছি আছিল আৰু গাড়ী আহি পোৱাতো পলম হৈছিল। হেনচাৰ্ডে আহি ঘোঁৰা সলনি কৰা ঠাই ডোখৰ পালেহি। গাড়ীৰ ভিতৰ বাহিৰ ক'তো লুচেতাক দেখা নেপালে। তাই কৰা পৰিকল্পনাৰ কিবা সাল সলনি ঘটিল বুলি হেনচাৰ্ডে ধৰি ললে। কথাটো সিমানতে সামৰি তেওঁ আহি ঘৰ সোমালেহি আৰু লগতে যন্ত্ৰণা এটাৰ পৰাও সকাহ পোৱা যেন অনুভৱ কৰিলে।

লাহে লাহে মিচেচ হেনচাৰ্ড আৰু বেছি দুৰ্ব্বল হৈ আহিবলৈ ধৰিলে। তেওঁ বাহিৰত সমূলি ফুৰাচকা কৰিব নোৱাৰা হ'ল। কিবা কথা এটাই তেওঁক বৰকৈ পীড়া দি থকা যেন পাই তেওঁ এদিন কাগজ এখনত দুলাইনমান আখৰ লিখিবলৈ মন কৰিলে। কাগজ, কলম আৰু তেওঁৰ সৰু নিজা ডেচ্কখন তেওঁৰ ওচৰত থোৱা হ'লত তেওঁ কোঠাটোৰ ভিতৰত সম্পূৰ্ণ অকলশৰীয়াকৈ থকাৰ ইচ্ছা প্ৰকাশ কৰিলে। কিছু সময়ৰ পিছত এলিজাবেথক মাতি লৈ অকমান খুজি তেওঁ লিখা চিঠিখন ভাজ কৰি জাপি তাৰ ওপৰতে চিল মোহৰ মাৰি বন্ধ কৰি তেওঁৰ ডেচ্কখনৰ খোলনিত তলা মাৰি বন্ধ কৰি থৈ দিলে। চিঠিখনৰ ওপৰত এনে ধৰণে লিখা আছিল ঃ-

'মিষ্টাৰ মাইকেল হেনচাৰ্ড। এলিজাবেথ-জেনৰ বিয়াৰ দিনালৈকে যেন চিঠিখন খোলা নহয়।'

ছোৱালীজনীয়ে সৰ্বশক্তি প্ৰয়োগ কৰি দিনে নিশাই মাকৰ লগতে লাগি আছিল। বিশ্বব্ৰহ্মাণ্ডখন গভীৰভাবে বুজাৰ আটাইতকৈ সহজ উপায় হ'ল উজাগৰে থকা, সজাগ হৈ থকা। কেষ্টাৰব্ৰীজ নিতাল নিস্তব্ধ। চহৰখনৰ শেষ মদাহীজনো আহি ঘৰ সোমাইছিলহি আৰু প্ৰথম ঘৰচিৰিকা চৰাইটোৱেও আহাৰ বিচাৰি উৰা মাৰিবলৈ পাখি জোকাৰিছিল। কদাচিত ৰাতিৰ চকিদাৰজনৰ পৰা অহা কিবা একোটা শব্দ শুনা গৈছিল। ঘড়ীটোৰ কাটাডালৰ টিক্ টিক্ শব্দটো ডাঙৰহৈ আহি এলিজাবেথ-জেনৰ কাণত বৰকাঁহৰ ঘণ্টাৰ দৰে ঘটং ঘটং কৈ মাৰিবলৈ ধৰিলেহি। সূক্ষ্ম অনুভূতি থকা ছোৱালীজনীয়ে ঠিক সেই মুহূৰ্ত্ততে নিজকে প্ৰশ্ন কৰিছিল– এই পৃথিৱীত তাইনো কিয় জন্ম গ্ৰহণ কৰিলে? জ্বলি থকা মম বাতিডাললৈ চাই চাই তাই বাৰু চকু টিপিয়াই টিপিয়াই তাত কিয় বহি আছে। তাইৰ আগত থকা বস্তুবোৰৰ গঠন অন্য ধৰণৰ নোহোৱাৰ কাৰণেই বা কি। ইয়াৰ মূল্য কি, তাৎপৰ্যনো কি?

সিহতে নিঃসহায় হৈ একেথৰে তাইৰ মুখলৈ বুলি কি চাই আছে। কোনোবা যাদুকৰৰ স্পৰ্শত সিহঁতেও এই পাৰ্থিব জগতৰ বান্ধোনৰ পৰা মুক্তি পাবৰ কাৰণে বাট চাই আছে নেকি? এই বিশৃঙ্খলতাৰ আন এটা নামেই সজ্ঞান নহয় জানো। এনে ধৰণৰ কথা কিছুমানেই তাইৰ মগজতে সোমাই লাটুম এটাৰ দৰে নিৰ্দিষ্ট গতিৰে ঘূৰি ঘূৰি ক্ষন্তেক জিৰণি লৈ পুনৰ ঘূৰিবলৈ লৈছিল। তাইৰ চকুকেইটা ক'ব নোৱাৰাকৈয়েই জাপ খাই আহিল। টোপনি অৱশ্যে অহা নাছিল। এটি অৱশ আৰু অনুভূতিহীন তন্দ্ৰামগ্ন প্ৰাণী হিচাবেহে তাই সাক্ষীগোপাল হৈ বহি আছিল।

মাকৰ মাতষাৰে তাইক চক্ খুৱাই দিলে। একো পাতনি নেমেলাকৈয়েই আৰু তেওঁৰ মনত ভাহি থকা ভাববোৰৰ লগত সঙ্গতি ৰাখি মিচেচ হেনচাৰ্ডে ক'লে 'তোমালৈ আৰু ফাৰফ্ৰেলৈ বুলি মই সেইদিনা দিয়া চিঠিখনৰ কথা কৈছো — তোমালোক দুয়োকো ডাৰ্ণভাৰৰ বাৰ্টনত লগ পাবলৈ কোৱাৰ কথা,— তোমালোকে নিশ্চয় ভাবিছিলা সেইটো তোমালোকক মূৰ্খ সজাৰ এক কৌশলহে বুলি? হয় নে নহয়?'

'হয়', তাই ক'লে।

সেইটো তোমালোকক মূৰ্খ কৰাৰ কৌশল নাছিল, বৰঞ্চ তোমালোক দুয়োকো একেলগ কৰাৰহে এটা প্ৰচেষ্টা আছিল। সেই কামটো ময়েই কৰিছিলোঁ।'

চক খাই এলিজাবেথৰ গাটো কঁপি উঠিছিল যদিও সুধিলে 'কিয়?'

'তুমি ফাৰফ্ৰেক বিয়া কৰোঁৱাতো মই ইচ্ছা কৰোঁ।'

'অহ মা,' লগে লগে এলিজাবেথ জেনৰ মূৰটো দোঁ খাই আহি নিজৰ কোলাতে সোমাই পৰা যেন দেখা গ'ল। মাকে আৰু একো নোকোৱাত তাই সুধিলে 'কি কাৰণে তেনেকৈ কৈছা, মা?'

'মই যুক্তি সহকাৰে বিবেচনা কৰিহে কথাটো কৈছোঁ। মোৰ কথা এদিন ফলিয়াব, কিন্তু মই জীয়াই থাকোঁতেই সেইটো দেখি যোৱা হ'লে ভাল আছিল। কিন্তু আমি ভবাৰ দৰে একোৱেই নহয় গৈ কাৰণ হেনচাৰ্ডে তেওঁক ঘৃণা কৰে।'

'কিজানি তেওঁলোক পুনৰ বন্ধু হৈ যায়, ছোৱালীজনীয়ে অস্পষ্টভাবে সৰুকৈ ক'লে। 'সেই কথা মই কব নোৱাৰিম— মই নোৱাৰিম।' ইয়াৰ পিচত মাক নিমাত হৈ তন্দ্ৰামগ্ন হ'ল। তেওঁৰ মুখৰ পৰা আৰু এটা শব্দও নোলাল।

তাৰ কিছু সময়ৰ পিচত ৰাতিপুৱাল। ফাৰফ্ৰেই দেওবাৰে ৰাতিপুৱা ফুৰিবলৈ আহি হেনচাৰ্ডৰ ঘৰটো পাৰ হ'বলৈ ধৰাৰ সময়তে দেখিলে যে তেখেতৰ ঘৰৰ পৰ্দাবোৰ তেতিয়াও পৰিয়েই আছিল। তেওঁ অতি সন্তৰ্পনে সোমাই আহি আঁৰি থোৱা ঘন্টিটো সৰু ধ্বনি হোৱাকৈ এবাৰ বজালে। মানুহ এগৰাকী ওলাই আহি তেওঁক জনালে যে কিছু সময়ৰ আগতে মিচেচ হেনচাৰ্ড ঢুকাল, তেতিয়া এঘণ্টামানো

হোৱা নাছিল।

নগৰৰ পানী যোগান দিয়া পাম্পটোৰ কাষেদি পাৰ হৈ যোৱাৰ সময়ত সেই ঠাইত তেওঁ কিছু পুৰণি বাসিন্দা গোট খোৱা দেখা পাইছিল। সময় পালেই তেওঁলোকে তাৰ পৰা পানী নিয়লৈ আহে কাৰণ ঘৰৰ কুঁৱাৰ পানীত কৈ তাৰ পানী বেছি পৰিষ্কাৰ। মিচেচ কাক্সচমে পানীৰ কলহটো লৈ ভালেমান পৰ তাত থিয় দি থাকিবলগীয়া হোৱাৰ সময়তে নাৰ্ছ গৰাকীৰ পৰা মিচেচ হেনচাৰ্ডৰ মৃত্যুৰ খবৰটো পাইছিল।

'মানুহ গৰাকী বগা মাৰ্বলৰ দৰে নিস্তেজ হৈ পৰিছিল' মিচেচ কক্সচমে তাত ৰৈ থকাৰ সময়ত কৈ আছিল, 'কেনে গুণী আৰু বিবেচনা শক্তি সম্পন্ন লোক আছিল- আহ, বেচেৰীৰ কথা মনত পৰিলেই বেয়া লাগে— সৰু হ'লেও কিবা দৰকাৰী কথাত তেওঁ চকু নিদিয়াকৈ থকা নাছিল। তেওঁ মৰাৰ পিছত কৰিবলগীয়া কাম খিনিৰো দিহা তেওঁ দি থৈ গৈছিল "যেতিয়া মই মৰিম মোৰ নিশ্বাসৰো অন্ত পৰিব, তেতিয়া মোৰ কাষৰ কোঠাটোৰ খিৰিকীৰ ওচৰৰ আলমাৰিটোৰ একেবাৰে ওপৰ খাপৰ দেৰাজটো খুলি চাবা আৰু তাৰ ভিতৰতে মোৰ কফিনৰ কাৰণে লগা সাজটো পাবা। এটুকুৰা ফ্লেনেলো আছে মোৰ শৰীৰৰ তলত দিবৰ কাৰণে। ভৰিত পিন্ধা মোজা এযোৰো আছে। বস্তুবোৰ দীঘলে দীঘলে জাপি থোৱা আছে। তাৰ ভিতৰত আৰু লাগতিয়াল বাকী বস্তুবোৰো আছে। চাৰিআউঞ্চ ওজনৰ পেণী কেইটামানো আছে। তাৰে একেবাৰে গধুৰটো কাপোৰৰ লগত বান্ধি দিবা যাতে মোৰ শৰীৰত তাৰ ভৰ পৰি থাকে। দুটাকৈ পেণী মোৰ সোঁ আৰু বাওঁ চকুৰ ওপৰত দিবা।" কাক্সচমে তেওঁৰ বিষয়ে আৰু কৈছিল "পেণী কেইটা চকুত দিয়াৰ পিছত মোৰ চকু দুটাজাপ খাই যাব। সেই পইছাকেইটা খৰচ কৰিব নেপাই গতিকে মোৰ আত্মাটোৰ লগতে যাবলৈ দিবা। খৰচ কৰাটো মই ভাল নাপাম। মোক লৈ যোৱাৰ পিছত খিৰিকীবোৰ খুলি দিবা আৰু এলিজাবেথ-জেনক বুজাই বঢাই শান্তনা দি মনটো ভালে ৰাখিবলৈ যত্ন কৰিবা।"

'আহ, মানুহগৰাকীৰ অন্তৰখনো আৰু। আমাৰ সেই মাৰ্থাইও তেনে কৰিছিল আৰু তেওঁৰ লগত দিয়া এক আউঞ্চ ওজনৰ পেণী কেইটাও পুতি থৈছিল। কিন্তু খৃষ্টফাৰ কোণিয়ে কৈছিল বোলে সেই পইছা কেইটাও তেওঁ বিচাৰি বিচাৰি খান্দি উলিয়াই থ্ৰীমেৰিনাৰ্চত মদ খাই উৰাইছিলহি। অৱশ্যে কোণিৰ কথা কিমান দূৰ সত্য ক'ব নোৱাৰি। তেওঁ বোলে আৰু কৈছিল "মানুহৰ বিশ্বাস, তাৰো কিবা মূল্য?- মৃত্যুৱেনো চাৰিটা পেণীৰ পৰা মানুহক কিয় বঞ্চিত কৰিব লাগে!" সেইবোৰেই হ'ল তেওঁৰ কথা।'

'সেইবোৰ নৰখাদকৰ কাম,' কাক্সচামৰ কথাবোৰ শুনি থকা মানুহবোৰে ক'লে

'বৰ সুন্দৰ কথা, মই তেন্তে তেনে কাম আৰু কেতিয়াও কৰিবলৈ নাযাও,' চলমন লংবেইজে ক'লে, 'মই আজি এই পবিত্ৰ দেওবাৰৰ ৰাতিপুৱা বেলিকা এই ৰূপৰ ছয় পেণী খান্দি নিয়াৰ দৰে গৰ্হিত কাৰ্য একোটাৰ বিষয়ে কবলৈও নাযাও। তথাপিও মোৰ ধাৰণা মতে তেনে কাৰ্যই কাকো একো অন্যায় নকৰে। মৃতকক সন্মান জনোৱাটো ভাল কথা আৰু সেই কাৰণেই মই আৰু কেতিয়াও কবৰৰ পৰা মানুহৰ জকা খান্দি নি বিক্ৰী কৰিবলৈ নেযাওঁ। সন্মানীয় ব্যক্তিবোৰৰ জকাবোৰ নি ভালকৈ ভাৰ্ণিচ কৰি তেওঁ বিক্ৰী কৰিছিলগৈ। এনাটমী পঢ়োৱাত সেইবোৰে ছাত্ৰক সহায় কৰে। সেই কামটোও নোহোৱাহ'লে মই নিবনুৱা হ'মগৈ বুলিহে মোৰ ভয় হৈছে। ভোক পিয়াহত মোৰ অণ্ঠ কণ্ঠ শুকাই যাবগৈ আৰু আনফালে হাহা-কাকা কৰি ফুটা কড়ি এটাও যোগাৰ কৰিব নোৱাৰিম। তেনে অৱস্থাত মৃত্যুৱে আমাৰ দৰে নিঃকিন প্ৰাণীৰ হাতৰ পৰাও চাৰি পেণী কিয় বাৰু লুণ্ঠন কৰি লৈ যাব লাগে। মই ইয়াৰ কোনো যুক্তি বিচাৰি নাপাওঁ।'

'মৃত্যুৱে মানুহক কেনে নিঃসহায় কৰি তোলে। মৃতকেতো নিজে আহি একোতে বাধা দিবহি নোৱাৰে--আহ', কাক্সচমে ক'লে, 'সদায় কোঁচত লৈ থকা তেওঁৰ চিকমিকাই থকা চাবি কোছাও আনে লৈ যাবহি। তেওঁৰ সাজ-বাচন থোৱা আলমাৰি আনে খুলিব। গোপনে সাঁচি থোৱা আৰু আনে কাহানিও দেখা পোৱাটো বাঞ্ছা নকৰা সৰু সুৰা বস্তুবোৰও আনে আলমাৰি খুলি দেখিবহি। তেখেতে পোষণ কৰি অহা মনোবাঞ্ছা, জীৱনযাত্ৰাৰ প্ৰণালী, সেই সকলোবেই মূল্যহীন হৈ পৰিব।'

## ঊনবিংশতি অধ্যায়

হেনচাৰ্ড আৰু এলিজাবেথে জুইৰ কাষত বহি কথা পাতি আছিল। চাওঁতে চাওঁতে মিচেচ হেনচাৰ্ডৰ অন্ত্যেষ্টি ক্ৰিয়া সম্প[illegible]ৱা তিনি সপ্তাহেই হলহি। সন্ধ্যা লাগিল যদিও মমবাতি কেইডাল তেতিয়া[illegible] থোৱা নাছিল। জুইকুৰা সহজে নুমাই নাযাবৰ কাৰণে চিমনিটোত সৰহকৈ কয়লা দি থোৱা আছিল। পৰ্যাপ্ত ইন্ধন পাই অশান্ত জুইকুৰাই অনাৱশ্যক কলাকৌশল দেখুৱাই দপদপাই জ্বলি ওচৰৰ আন্ধাৰ ঠাইবোৰো পোহৰাই তুলিছিল। চিক্‌মিকনি [illegible]া প্ৰতিটো মূৰ্ত্তিমান বস্তুৱেই জুইৰ পোহৰৰ প্ৰতি সহাৰি জনাইছিল— সেইবোৰৰ ভিতৰত আছিল দুটা খুটাৰ মাজত চাৰিওফালে সোণৰ কাৰু-কাৰ্যৰে আবৃত এখন পুৰণি ধৰণৰ আইনা, দুৱাৰ খিৰিকীত লগোৱা পিতলৰ হেন্দেল আৰু তাত লগোৱা গোল মুঠিবোৰ। চিমনিটোৰ দুয়োকাষে, গোলাপ ফুলৰ আকাৰৰ মৰ্যাদাসূচক পিতলৰ ঘ্ৰাণভ্যালকাৰৰ ওপৰত ওলমি আছিল ঘণ্টাটো আৰু তাৰ লগত সংলগ্ন হৈ থকা জৰি দুডাল।

হেনচাৰ্ডে আৰম্ভ কৰিলে 'এলিজাবেথ, তুমি বাৰু পুৰণি কথাবোৰ বৰকৈ চিন্তা কৰি থাকা নেকি?'

'হয়, চাৰ সেইবোৰ কথা মোৰ মনলৈ সঘনাই আহি থাকে।'

'তাৰ ভিতৰতে বাৰু কাৰ কথা তোমাৰ মনলৈ বেছিকৈ আহে।'

'মা আৰু দেউতাৰ বাহিৰে আনৰ কথা বৰকৈ মনলৈ নাহে।

ৰিচাৰ্ড নিউচনক দেউতা বুলি সম্বোধন কৰাৰ সময়ত হেনচাৰ্ডৰ মুখখনৰ পিনে চোৱা হেতেনেই তাই ধৰিব পাৰিলেহেঁতেন যে অন্তৰৰ মৰ্ম বেদনা ঢাকি ৰাখিব লৈ তেওঁ কিমান কষ্ট কৰিব লগীয়া হৈছিল।

'আহ্, মই তেনেহলে তাৰ বাহিৰত, নহয়নে বাৰু?' তেওঁ কলে, 'দেউতাক হিচাপে নিউচনে তোমাক বৰ মৰম কৰিছিল, হয়নে?

'হয়? চাৰ, বৰ মৰমীয়াল আছিল।'

ভাবলেশহীন হেনচাৰ্ডৰ মুখখনে পৃথিবীত একেবাৰে অকলশৰীয়া এজনৰ অভিব্যক্তি প্ৰকাশ কৰি থৰ লাগি ৰল।

'ধৰি লোৱা, মই তোমাৰ নিজৰ দেউতা,' তেওঁ কৈ গল, 'তেতিয়াও বাৰু ৰিচাৰ্ড নিউচনৰ প্ৰতি তোমাৰ ভাল পোৱা সিমানেই থাকিলহেঁতেন নে?'

'তেনেকুৱা কথা মই ভাবিবই নোৱাৰো,' তাই লগে লগেই উত্তৰটো দিলে, 'মোৰ নিজৰ দেউতাৰ বাহিৰে আন কাকোৱেই দেউতা বুলি মই মানি লব নোৱাৰো।'

হেনচাৰ্ডৰ ঘৈণীয়েকক আঁতৰাই নিলে মৃত্যুৱে, মুঢ়তাই আঁতৰালে তেওঁৰ পৰম বন্ধু ফাৰফ্ৰেক। তেওঁ চিন্তা কৰি পালেগৈ যে ইয়াৰ ভিতৰৰে মাত্ৰ এজনক, অৰ্থাত ছোৱালীজনীক, ঘূৰাই আনিব পাৰি। দুটা কথাই তেওঁৰ মনত তোলপাৰ লগালেহি। তৰে এটা হ'ল তেওঁ নিজৰ পৰিচয় প্ৰকাশ কৰা আৰু আনটো হ'ল সম্বন্ধটো যেনেকৈ আছে তেনেকৈয়েই থাকিবলৈ দিয়া। সেই চিন্তাটোৱে তেওঁক এনেভাবে বিচলিত কৰিবলৈ ধৰিলে যে তেওঁ থিৰেৰে বহি থাকিব নোৱাৰি এবাৰ ইফালে এবাৰ সিফালে অহা যোৱা কৰি অৱশেষত তাই বহি থকা চকীখনৰ পিছপিনে থিয় দি তাইৰ মূৰটো ওপৰপিনৰ পৰা চাই থাকিবলৈ ধৰিলে। তেওঁ আৰু নিজৰ আৱেগক ধৰি ৰাখিব নোৱাৰি সুধিলে। 'তোমাৰ মায়ে, মোৰ বিষয়ে তোমাক কি বুলি কৈছিল— মানে মোৰ সেই আগৰ দিনবোৰৰ সম্বন্ধে।'

'আপুনি তেওঁৰ লগত বৈবাহিক সূত্ৰে সম্বন্ধীয়া বুলিহে মোক মায়ে কৈছিল।'

'তুমি মোক লগ পোৱাৰ আগতেই তেওঁ আৰু কিছু কথা ক'ব লাগিছিল-- তেতিয়াহলে মোৰ আজিৰ সমস্যাটো ইমান জটিল নহ'লহেঁতেন, মই কওঁ, শুনা এলিজাবেথ, আচৰিত কিন্তু নহ'বা ময়েহে তোমাৰ প্ৰকৃত দেউতা, ৰিচাৰ্ড নিউচন নহয়, লাজ আৰু আৰু ককৰ্থনাৰ ভয়ে তোমাৰ দুৰ্ভগীয়া মাক দেউতাক দুয়োজন

জীয়াই থকাৰ কালত সেই কথা প্ৰকাশ কৰাত অন্তৰায়ৰ সৃষ্টি কৰিছিল।' এলিজাবেথৰ মূৰৰ পিছফালে তেওঁ এনেভাৱে স্থিৰ হৈ আছিল যে উশাহত তেওঁৰ বাহু কেইটা লৰাৰ চিনো পোৱা নগৈছিল। তুমি মোক তুচ্ছ কৰা, অৱজ্ঞা কৰা সেইবোৰ মানি লবলৈ মই সাজু আছো। তোমাৰ ভয়ত আতঙ্কিত হৈ কঁপি থাকিবলৈও বেয়া নেপাম, কিন্তু তোমাক অজ্ঞতাৰ আন্ধাৰে সদায়েই ঢাকি ৰাখিব সেই কথাটো মই কোনোমতেই সহ্য কৰিব নোৱাৰো। ডেকা কালত তোমাৰ মা আৰু মই পতিপত্নী আছিলো। তুমি পিছত দেখাখন আমাৰ দ্বিতীয় বাৰ হোৱা বিবাহহে। তোমাৰ মা এগৰাকী নিৰ্মল চৰিত্ৰৰ সহজসৰল, পতিব্ৰতা মহিলা আছিল। বহুতদিন এৰাএৰি হৈ থকাত ইজনে সিজনৰ মৃত্যু হল বুলি ভাবি লৈছিলো— নিউচন তেওঁৰ দ্বিতীয় স্বামীহে।'

সত্য ঘটনাটোৰ ইমানখিনিলৈকেহে তেওঁ ওচৰ চাপিব পাৰিলে। হেনচাৰ্ডে নিজৰ পিনৰ পৰা কোনো কথা বাদ নিদিয়াকৈয়েই প্ৰকাশ কৰিবলৈ দ্বিধাবোধ নকৰিলেহেঁতেন। কিন্তু সদ্য যৌৱন প্ৰাপ্ত কোমল বয়সীয়া ছোৱালীজনীৰ মনটোৰ প্ৰতি লক্ষ্য ৰাখি আৰু তেওঁতকৈ তাই এজন সংস্কৃতিবান পিতৃ পোৱাৰ যোগ্য বুলি বিবেচনা হোৱাত তেওঁৰ মুখৰ বাকীখিনি কথা আৰু ওলাই নাহিল। এই বৰ্ণনাটো শুনি থকাৰ সময়ত তাইৰ জীৱনত পাই থোৱা অনাদৰ অসন্মানৰ কথাবোৰ স্পষ্টভাৱে তাইৰ চকুৰ আগত ভাহি উঠিল। সেইবোৰে হেনচাৰ্ডে কোৱা কথাবোৰ প্ৰতিপন্ন কৰিলে। চমুকৈ ক'বলৈ গ'লে সেই মুহূৰ্ত্ততেই তাই কাহিনীটো সঁচা বুলি মানি ল'লে। তোলপাৰ লাগি গ'ল তাইৰ মনটোত। টেবুলখনৰ চাৰিওপিনে পাক এটা মাৰি তাৰ ওপৰতে মূৰটো ভেজা দি তাই হুকহুকাই কান্দিবলৈ ধৰিলে।

'নেকান্দিবা-নেকান্দিবা।' হেনচাৰ্ডে কৰুণভাৱে ক'লে, 'মই আৰু সহ্য কৰিব নোৱাৰো। মই তোমাৰ দেউতা, তেনেস্থলত তুমি কিয় কান্দিব লাগে। মই বুজি পাইছো মই তোমাৰ কাৰণে কিমান ঘৃণনীয়, কিমান ভয়াবহৰূপে দেখা দিছোহি, উস, এলিজাবেথ, মোৰ ওপৰত খং নকৰিবা, মোৰ আৰু সহ্য নহয়।' চকুৰ পানীৰে তিতি থকা তাইৰ হাতখনত ধৰি তেওঁ ক'লে 'মোক বেয়া নেপাবা, এসময়ত মই সঁচাকৈয়েই এজন দুৰ্ঘোৰ মদাহী আছিলো আৰু তোমাৰ মাক অত্যন্ত ৰুক্ষ ব্যৱহাৰো কৰিছেলোঁ, মই কিন্তু এতিয়া আৰু সেইজন মানুহ হৈ থকা নাই— তোমাৰ মৰমত ব্যাকুল হৈ পৰা এজন সম্পূৰ্ণ বেলেগ মানুহ। তোমাৰ কাৰণে মই সকলো কৰিম যদিহে তুমি মোক নিজৰ দেউতা বুলি ভাবিব পাৰা।'

ছল-চাতুৰী চিনি নোপোৱা সত্যসন্ধ ছোৱালীজনীয়ে তেওঁৰ সন্মুখত থিয় দিবলৈ যত্ন কৰিও বিফল হ'ল। তাই বিমোৰত পৰিল। আখ্যানত উল্লেখ আছিল যে জোচেফৰ ভাতৃসকলে নিঃসহায় অৱস্থাত তেওঁক মৰিবলৈ বুলি এৰি থৈ গুচি

গৈছিল। দৈৱশক্তি লাভ কৰাৰ পিছত তেওঁ সেই কথা ভাতৃসকলৰ আগত প্ৰকাশ কৰোঁতে তেওঁলোক যেনেদৰে হতভম্ব হৈছিল ঠিক তাইৰ দশাও তেনেকুৱাই হৈছিল।

'আইজনী তুমি সময় লোৱা, আজিয়েই মোৰ কাষলৈ আহিব নেলাগে, তেনে কৰাতো মই বাঞ্ছাও নকৰো।' এই কথাষাৰ মুখৰ পৰা ওলোৱাৰ সময়ত প্ৰকাণ্ড গছ এজোপা বজ্ৰাহত লৰাদি মানুহজন থক্ থক্ কৰে লৰিবলৈ ধৰিছিল। 'এলিজাবেথ, মই এতিয়া যাওঁ আৰু কথা নেপাতো দেই। কালিলৈ ৰাতিপুৱা বা যেতিয়াই তোমাৰ মন যাই তেতিয়াই তোমাক মই আকৌ লগ পাম। মই কোৱা কথাবোৰ যে সচাঁ সেইটো কাগজ পত্ৰৰে সৈতে তেতিয়া মই প্ৰমাণ কৰি দেখুৱাম। মই আহিলো, তোমাক আৰু আমনি নিদিওঁ। তোমাৰ নামটোও মইহে দিছিলোঁ। তোমাৰ জন্মৰ পিছত ভাল নাম এটা ময়েই বাছি দিয়াতো তোমাৰ মা চুচানেও ইচ্ছা কৰিছিল। তুমি আকৌ পাহৰি নাযাবা। ময়েই তোমাৰ নামটো দিছিলো বুলি।' দুৱাৰখন লাহেকৈ বন্ধ কৰি তাইক তাতে এৰি তেওঁ ওলাই গ'ল। তেওঁ বাগিছাখনৰ পিনে যোৱাৰ শব্দ তাই শুনিবলৈ পালে। ছোৱালীজনীয়ে সেই ভীষণ সংবাদটো পোৱাৰ পিছত প্ৰকৃতিস্থ হ'বলৈ পোৱাৰ আগতেই তেওঁ আকৌ তাইৰ ওচৰত ওলালেহি।

'মোৰ আৰু এটা কথা ক'বলৈ থাকি গৈছিল এলিজাবেথ, আজিৰ পৰা তুমি মোৰ উপাধিটো ল'বা। তোমাৰ মায়ে এই কথাত সমৰ্থন দিয়া নাছিল যদিও তেনেকৈ মাতিলেহে মই বেছি ভাল পাম। আইন মতেও সেইটোৱেই তোমাৰ নাম, তুমিতো জানিছাই। আনক এইবোৰ কথা কোৱাৰ দৰকাৰ নাই, তুমি নিজে ভাল পাই লৈছা যেন দেখুৱাবা। মই বাৰু উকিলকো সুধিম, কাৰণ আইনৰ কথা মই বৰ ভালকৈ নাজানো— তুমি তেন্তে মই কোৱাৰ দৰে কৰিবা— বাতৰি কাকতৰ যোগেদিও মই জনাই দিম তোমাৰ নাম যে সেইটোহে।'

'সেইটোৱেই যেতিয়া মোৰ নাম তেন্তে মই সেই নামটো ল'বই লাগিব। তেনে কৰাঁতো উচিতো হ'ব। নহয় জানো?' তাই সুধিলে।

'ঠিকেই কৈছা, মানুহে তোমাক যেনেদৰে মাতে তাৰ ওপৰতে সকলো নিৰ্ভৰ কৰে।'

'মই আচৰিত হৈছিলো তোমাৰ মায়ে তেনে কৰাটো কিয় ইচ্ছা কৰা নাছিল? অহ, সেয়া বেচেৰী পুণ্যাত্মা গৰাকীৰ খেয়াল। এতিয়া তুমি কাগজ এখন লোৱা আৰু দুলাইনমান মই কোৱাৰ দৰে লিখা। পিছে আন্ধাৰত নোৱাৰিবা পোহৰলৈ আহা।'

'জুইৰ পোহৰতেই দেখিম, এই পোহৰটো মোৰ ভালে লাগিছে,' তাই ক'লে।

'ঠিক আছে, হ'ব তেন্তে।'

তাই কাগজ এডোখৰ আনিলে। ঘৰকৈ জ্বলা চিমনিটোৰ উত্তাপৰ পৰা ৰক্ষা পাবলৈ থোৱা মেৰটোৰ ওপৰতে মূৰটো তল কৰি তাই লিখিবলৈ আৰম্ভ কৰিলে। বিজ্ঞাপন আদি পঢ়ি মনত থকা অংশৰ পৰাই তেওঁ কৈছিল। শব্দবোৰৰ অৰ্থ হ'ল- - ইয়াৰ দ্বাৰাই জনোৱা হ'ল যে এলিজাবেথ-জেন নিউচনৰ পৰিবৰ্তে বিজ্ঞাপনকাৰীৰ নাম এলিজাবেথ-জেন হেনচাৰ্ড হ'ব। সেইখন তেনেদৰে লিখি ভালকৈ বন্ধ কৰি কেষ্টাৰব্ৰীজ ক্ৰনিকলচ্‌লৈ পঠিয়াই দিয়া হ'ল।

হেনচাৰ্ডে নিজৰ মত এটা সাব্যস্ত কৰিব পাৰিলে সদায় এক আত্মতুষ্টি লাভ কৰিছিল। 'এতিয়া মই ওপৰ মহলালৈ গৈ পুৰণি কাগজ কিছু বিচাৰি চাওঁগৈ যাতে সত্য কথাটো তোমাক প্ৰমাণ কৰি দেখুৱাব পাৰো। 'গুড্ নাইট, এলিজাবেথ-জেন, মোৰ সোণজনী।'

সেইবোৰনো কি হৈ আছে আৰু নতুনকৈ গঢ়ি উঠা সম্ভাৱনাবৎ সম্পৰ্কটোৰ গুৰুত্বনো কি সেইবোৰ তাই ভালকৈ উপলব্ধি কৰিবলৈ পোৱাৰ আগতেই তেওঁ গ'লগৈ। সেই সন্ধ্যা সময়খিনি তাইক নিৰিবিলিকৈ অকলে এৰি যোৱাৰ কাৰণে তেওঁক প্ৰকাশ্যে ধন্যবাদ নজনালেও জুইকুৰাৰ ওচৰতে কিছু সময় মৌন হৈ বহি তাই হুকহুকাই কান্দিবলৈ ধৰিলে। এইবাৰ কিন্তু মাকৰ কাৰণে নহয় সেই শান্ত মৰমিয়াল নাবিক ৰিচাৰ্ড নিউচনৰ কাৰণেহে। তাইৰ ভাব হৈছিল যে সেই মানুহজনৰ প্ৰতি তাই অন্যায় কৰিবলৈ ওলাইছে।

ইতিমধ্যে হেনচাৰ্ড গৈ ওপৰ মহলা পালেগৈ। তেওঁৰ ঘৰুৱা দৰকাৰী কাগজ পত্ৰবোৰ নিজৰ শোৱা কোঠাৰ আলমাৰিৰ দেৰাজৰ ভিতৰতে থাকে। দেৰাজৰ তলাটো খুলি ভিতৰৰ বস্তুবোৰ চোৱাৰ আগতে তেওঁ পিঠিটো পিছফালে বেকা কৰি এক প্ৰশান্তি অনুভৱ কৰিলে। তেওঁ ভাবিলে এলিজাবেথ-জেন অৱশেষত তেওঁৰ নিজৰ হ'লগৈ। ছোৱালীজনী জ্ঞানী আৰু অমায়িক হোৱাৰ কাৰণে তেওঁ তাইক নিশ্চয় বৰ ভাল পাব। হেনচাৰ্ড এনে এজন মানুহ যি আন এজনক তেওঁৰ মৰম নাইবা খং নযচাকৈ থাকিবই নোৱাৰে। ঘৈণীয়েক জীয়াই থকাৰ অৱস্থাতে কৰুণাময়ী মানুহৰ মৰমৰ বান্ধোনবোৰ পুনৰ ঘূৰাই অনাৰ প্ৰবল ইচ্ছা হৈছিল। কিন্তু তেওঁৰ মনৰ আশা মনতেই থাকি গ'ল। এতিয়া কিন্তু এই বিষয়টো লৈ মনত কোনো ভয় বা প্ৰতিৰোধৰ শঙ্কা নোহোৱাকৈ তেওঁ দৃঢ়তাৰে আগ বাঢ়িব পাৰিলে। দেৰাজটোৰ ওপৰতে হাওলি তেওঁ কাগজ বিচৰাত লাগিল। আন কাগজ পত্ৰ কিছুমানৰ ওপৰতে ঘৈণীয়েকৰ মনৰ কথা লিখি ভৰাই থোৱা সৰু ডেচ্‌কখনো আছিল। ঘৈণীয়েকৰ ইচ্ছা অনুসৰি ইয়াৰ চাবিটোও তেওঁৰ হাততেই আছিল। এলিজাবেথৰ বিয়াৰ দিনটো নহালৈকে বাধা আৰোপ কৰি লিখা ঘৈণীয়েকৰ চিঠিখনো সেই ডেচ্‌কখনৰ ভিতৰতে আছিল।

মিচেচ্ হেনচাৰ্ড গিৰিয়েকতকৈ অধিক ধীৰস্থিৰ প্ৰকৃতিৰ আছিল যদিও বাস্তৱ জীৱনৰ কিছুমান কামকাজত তেওঁ কেঁচা আছিল বুলিবই লাগিব। তেওঁ লিখা চিঠিখন জাপি পুৰণি ধৰণেৰে দুমূৰে মোকোটাই তাৰ ওপৰত লাৰে চিল মাৰি থৈছিল। চিঠিখন লেফাফাৰ ভিতৰতো ভৰাই থোৱা নাছিল। লাৰে চিল মৰা আছিল যদিও এফালে লাৰ চিল ভালকৈ নলগাত চিলটো এৰাই চিঠিখন প্ৰায় খোল খায়েই আছিল। চিঠিখনৰ ওপৰত লিখিথোৱা বাধাৰ কথাটো হেনচাৰ্ডে বৰ দকৈ ভাবি নেচালে। তাৰোপৰি ঘৈণীয়েকৰ ইচ্ছা-অনুভূতিৰ প্ৰতি তেওঁৰ বিশেষ কোনো গভীৰ শ্ৰদ্ধাও নাছিল। চুচানৰ অদৰকাৰী চখ নাইবা আন কিবা পুতৌ কৰিবলগীয়া ধৰণৰ ইচ্ছা পূৰণৰ কথা লিখি থোৱা বুলি তেওঁ নিশ্চিত হৈছিল। চিঠিখন পঢ়াৰ কোনো বিশেষ আগ্ৰহো নাছিল যদিও ওপৰে ওপৰে চিঠিখনত তেওঁ চকু ফুৰালে —

মোৰ মৰমৰ মাইকেল,

আমাৰ তিনিওজনৰ মঙ্গলৰ কাৰণে কথা এটা মই গোপন কৰি ৰাখিব লগীয়া হৈছিল। তুমি মোক ক্ষমা নকৰিলেও মই এই বিষয়ে নিশ্চিত যে তুমি কথাটোৰ তাৎপৰ্য্য সহজেই হৃদয়ঙ্গম কৰিব পাৰিবা। মাইকেল, মই ভাবিলোঁ পৰিস্থিতি সাপেক্ষে এইটোৱেই আটাইতকৈ উত্তম উপাই হব। অতি গভীৰ ভাবে চিন্তা কৰিহে মই এই কামটো কৰিলো। তুমি যেতিয়া চিঠিখন পঢ়িবা তেতিয়া মই সমাধিস্থ হম আৰু এলিজাবেথে এখন নতুন ঘৰত সোমাবগৈ। মোক শাও পাত নিদিবা মাইক, মই এই কামটো কৰিবলৈ বাধ্য হ'লো। মোৰ কথাবোৰ অনুভৱ কৰিবলৈ চেষ্টা কৰিবা। এইবোৰ কথা লিখি থৈ যাবলৈ মোৰ একেবাৰে ইচ্ছা নাছিল, কিন্তু এই নিষ্ঠুৰ বাস্তৱ সত্যটো তোমাক নজনালে মোক দোষে চুব বুলি ভাবিহে তোমাক জনাবলৈ বাধ্য হ'লো। এইজনী এলিজাবেথ-জেন তোমাৰ জনী এলিজাবেথ-জেন নহয়,— তুমি মোক বিক্ৰী কৰাৰ সময়ত যিজনী মোৰ কোলাত আছিল তাই তাৰ তিনি মাহৰ পিছতে ঢুকাল আৰু বৰ্তমান জীয়াই থকাজনী মোৰ আনজন স্বামীৰ পিনৰ। আমি যিটো নাম প্ৰথমজনীক দিছিলো সেই নামটোকে মই তাইকো দিলো। আগৰজনী ঢুকুৱাৰ শোক তাই অহাৰ পিছৰে পৰা পাতলিবলৈ ধৰিলে। মাইকেল, মই হয়তো মনটো বান্ধি ৰাখি এই সত্যটো তোমাক জনাব নালাগিছিল, কিন্তু নোৱাৰিলো। তাইৰ স্বামীক তুমি কথাটো জনোৱা নে নজনোৱা সেইটো তুমি নিজে বিচাৰ কৰি চাবা। মোক ক্ষমা কৰিবা— আৰু যদি সেইটো কৰিব পৰা তেন্তে তুমি যাক এসময়ত দুৰ্যোৰ অন্যায় কৰিছিলা তেৱোঁ তোমাক ক্ষমা কৰি গ'ল বুলি ধৰিবা।

সেই কাগজ টুকুৰা দুৰ্বলেকে দেখা পোৱা এখন খিৰিকীৰ আইনা স্বৰূপ হৈ পৰিল। অতীতৰ দৃশ্যবোৰ তেওঁৰ মানস পটত ভাঁহিবলৈ ধৰিলে। তেওঁৰ

ওঁঠখন দোবোলখাই ওলমি পৰিল। এনেহেন মৰ্মবেদনা অকলেই সহিবলগীয়া হোৱাত তেওঁৰ শৰীৰটো নিজে নিজেই সঙ্কুচিত হৈ আহিল। জীৱনত যিমানেই কষ্ট নেপাওক কিয়, ভাগ্যক দোষাৰোপ কৰাৰ অভ্যাস তেওঁৰ আগতে কাহানিও নাছিল। বিষন্ন মনেৰে যন্ত্ৰণাবোৰ গ্ৰহণ কৰি তেওঁ কৈছিল 'মই বুজিছো মই ভুগিব লাগিব। এই চমতাৰ কোব মই অকলেই ল'ব লাগিব' তেওঁৰ আৰু একো বুজিবলৈ বাকী নেথাকিল। এই সত্যটোৱে বিস্ফোৰণ ঘটাই তেওঁৰ হৃদয় চূৰ্ণ বিচূৰ্ণ কৰিলে। মন অস্থিৰ হৈ পৰিছিল যদিও তেওঁ মানি ল'লে যে সেই শাস্তি তেওঁৰ প্ৰাপ্য।

বহুত সময় ধৰি তেওঁ বিবুদ্ধি হৈ থাকিল। উদ্দেশ্যবিহীন ভাবে ইফাল সিফাল কৰি থকাৰ পিছত তেওঁৰ মুখত হঠাতে ওলাই আহিল 'আহ্— এইবোৰ সঁচা নহ্বও পাৰে।' তেওঁ উত্তেজিত হৈ জাপ এটা মাৰিলে। ভৰিত থকা চেন্দেলজোৰ গুৰিয়াই পেলাই দিলে। মমবাতি এগছ লৈ এলিজাবেথ-জেন থকা কোঠাটোৰ কাষত থিয় দিলেহি। দুৱাৰখনৰ চাবি ভৰোৱা ফুটাটোতে কাণখন লগালে। তাই বিচনাত পৰি দীঘল দীঘল কৈ লোৱা উশাহৰ শব্দ তেওঁৰ কাণত পৰিবলৈ ধৰিলেহি। হেনচাৰ্ডে লাহেকৈ দুৱাৰৰ হেন্দেলডাল পকাই মমবাতিডাল ঢাকি তাইৰ বিচনাৰ কাষ পালেগৈ। তাইৰ চকুত পোহৰ নপৰিবৰ কাৰণে মমবাতিডাল পৰ্দা এখনেৰে আঁৰ কৰি লৈছিল। সুস্থিৰ ভাবে তাইৰ মুখ মণ্ডলৰ গঢ়টো নিৰীক্ষণ কৰিবলৈ ধৰিলে। মনোযোগ দি চাওতে দেখিলে যে সেই চকু যোৰ আকৰ্ষণীয় আছিল, কিন্তু এইযোৰ তেনেকুৱা নহয়। প্ৰথম অৱস্থাত এনে সুক্ষ্মভাবে বিচাৰ কৰাৰ কোনো আৱশ্যকেই বোধ কৰা নাছিল। নিদ্ৰামগ্ন অৱস্থাত শৰীৰৰ বংশগত গঢ় আৰু গঠন মৃতলোকৰ গাত দেখাদি স্পষ্টভাবে দেখা দিয়ে। দিনৰ বেলিকা শৰীৰৰ সঞ্চালনে সেইবোৰ ঢাকি ৰাখে। শুই থকা ছোৱালীজনীৰ গাত নিউচনৰ চেহেৰা নিৰ্ভুলভাবে প্ৰতিফলিত হোৱাতো তেওঁ দেখা পালে। সেই দৃশ্যটো তেওঁ আৰু বেছি সময় চাই থাকিব নোৱাৰি বেগাবেগীকৈ ওলাই আহিল।

দুখ কষ্টক স্পৰ্দ্ধা সহকাৰে হেয় জ্ঞান কৰি সহ্য কৰি যোৱাৰ বিনে তাৰ পৰা পৰিত্ৰাণ পোৱাৰ আন কিবা উপায়ো থাকিব পাৰে বুলি ভাবিবলৈ তেওঁ কাহানিও শিকা নাছিল। ঘৈণীয়েকৰ ওপৰত প্ৰতিশোধ লোৱাৰ কথাই প্ৰথম তেওঁৰ মনলৈ আহিছিল। কিন্তু ঘৈণীয়েকে এই ঘটনাৰ পূৰ্বেই ইহ সংসাৰ ত্যাগ কৰিছিল। গতিকেই সেইটো তেওঁৰ সীমাৰ বাহিৰত হোৱাত সেই খণ্ড লগে লগেই নিৰ্বাপিত হ'ল। নিশাটো তেওঁৰ কাৰণে এটা ভয়ঙ্কৰ দৈত্যৰ দৰে হৈ পৰিল। আন কিছুমানৰ দৰে হেনচাৰ্ড অন্ধ বিশ্বাসী হবলৈ বাধ্য হ'ল। সেইদিনা সন্ধিয়াৰ ঘটনাচক্ৰবোৰ ইটোৰ লগত সিটো যোৱা লাগি এনেদৰে শিকলি এডালৰ দৰে হৈ পৰিছিল যে কোনোবা অশৰীৰী কূচক্ৰান্তকাৰী আছি তেওঁক শাস্তি বিহিবলৈ তৎপৰ হৈছিলহি

বুলি ভাবিবলৈ ধৰিলে। নিয়তিৰ পৰিহাস এনেকুৱাই আছিল যে যি মুহূৰ্ত্তত তেওঁ ছোৱালীজনীক নিজৰ বুলি পিতৃসুলভ স্নেহেৰে আকোৱালি লব খুজিছিল ঠিক সেই মুহূৰ্ত্ততে উৎঘাটন হ'ল যে সেই ছোৱালীজনীৰ লগত তেওঁৰ কোনো তেজ মঙহৰ সম্বন্ধই নাই।

এই বিদ্ৰূপাত্মক ঘটনা চক্ৰৰ ধূৰ্তালিত কোনোবা নৰমনিচৰ হাত আছে বুলি ভাবি তেওঁৰ খণ্ড দুগুণে চৰিবলৈ ধৰিলে। পাৰ্থিব ধন সম্পত্তিৰ প্ৰতি অত্যন্ত আক্ৰোশী ইথিয়পিয়াৰ ৰজা শ্ৰেষ্টাৰজনে সৰগলৈকো নিজৰ সাম্ৰাজ্য বিস্তাৰ কৰিবলৈ বুলি মন মেলিছিল। পিছে বিধিৰ বিধান হাৰপী নামৰ অৰ্ধপক্ষী অৰ্ধনাৰীৰূপী অনিষ্টকাৰী প্ৰাণী এটা ওলাই তেওঁক খাবলৈ দিয়া আহাৰ খিনিও গ্ৰাস কৰিবলৈ লোৱাত তেওঁ অৱশেষত অনাহাৰে মৰিব লগীয়া হ'ল। হেনচাৰ্ডৰ দশাও তেনেকুৱাই হৈছিলগৈ বুলি ক'ব পাৰি।

জীয়াই থকাৰ প্ৰেৰণা আৰু উচ্ছাস তেওঁৰ নোহোৱা হৈ আহিল। প্ৰাণহীন লোক এজনৰ দৰে তেওঁ ঘৰৰ পৰা ওলাই আহিল। পদপথেৰে খোজ কাটি আহি আহি তেওঁ হাইষ্ট্ৰীটৰ দলঙখনৰ ওচৰ পালেহি। ইয়াৰ পৰা তেওঁ সৰুবাট এটাইদি আহি উত্তৰপূৰ প্ৰান্তেদি বৈ যোৱা নদীখনৰ কাষ পালেহি। কেষ্টাৰব্ৰীজ চহৰখনৰ জনজীৱনৰ শোকাচ্ছন্নকালবোৰৰ বৈশিষ্টপূৰ্ণ প্ৰতীক এই ঠাই ডোখৰেই বুলি জনাজাত আছিল। ইয়াৰ বিপৰীতে দক্ষিণৰ শাৰী শাৰী গছৰ মাজেৰে যোৱা ধুনীয়া আলিবাটবোৰ আছিল চহৰখনৰ আনন্দময় জীৱনৰ প্ৰতিবিম্ব। সেই ঠাইডোখৰৰ কোনো ঠাইতেই অকণো ৰ'দ নপৰে- আনকি গ্ৰীষ্ম কালতো। শীত উকলি বসন্ত কালত ভৰি দিলেও ঠাইডোখৰ তুষাৰ আবৃত হৈ থাকে। তাৰ তুলনাত, সেই সময়ত, আন ঠাইবোৰৰ উষ্ণতা বৃদ্ধি হৈ উম লগা হয়গৈ।

ভাল মাটিত কঠিয়া সিঁচিলে লহপহকৈ বাঢি অহাৰ দৰে সেই ঠাইডোখৰতে শীত কালত সকলো ধৰণৰ পেটৰ বিষ, বাতৰ বিষ আদি বেমাৰে উক দিবলৈ ধৰে। কেষ্টাৰব্ৰীজৰ ডাক্তৰ সকলে সেইবোৰ পুষ্টিকৰ আহাৰৰ অভাৱত হোৱা বেমাৰ বুলিয়েই ক'লেহেঁতেন যদি উত্তৰপূৰ অঞ্চলটোৰ প্ৰাকৃতিক বহিঃগঠনটো তেনেকুৱা নহ'লহেঁতেন। নদীখন ধীৰগতিৰে নিঃশব্দে বৈ থাকে। পানীবোৰ ক'লামটীয়া। কেষ্টাৰব্ৰীজৰ কলীয়াপানী বুলি ক'লেও ভুল নহয়। মাজেৰে বৈ যোৱা নদীখনৰ দুয়োপাৰে থকা শিলবোৰ বৰ ওখ নাছিল। দুয়োপাৰে শিল থকাৰ কাৰণে মথাউৰি নিষ্প্ৰয়োজন। এই ঠাইডোখৰতেই থকা চেইন্ট, ফ্ৰেন্‌চিচকেন নামৰ ক্ষুদ্ৰ মঠটোৰ ভগ্নাৱশেষৰ স্মৃতিচিহ্ন এতিয়াও হেৰাই যোৱা নাই। তাৰ কাষতে আছিল ধেঁহ গুৰি কৰা কলঘৰটো। কলঘৰৰ ইঞ্জিনত ব্যৱহাৰ কৰা পানীবোৰ এক নিয়ন্ত্ৰিত হাৰত ওলাই অহা শব্দই প্ৰতি মুহূৰ্ত্তে মুহূৰ্ত্তে কিবা এক

বিনাশৰ বাণী প্ৰচাৰ কৰি থকা যেন অনুভৱ হয়। নদীখনৰ পিছফালে থকা শিলৰ থিয় পাহাৰটোৰ ওপৰত হেঁচাটেপাকৈ এসোপামান পকা ঘৰ। ইয়াৰ ঠিক সন্মুখতে, আকাশলম্বী শিলৰ ওপৰত, এখন মূৰ্ত্তি বিহীন বেদী দেখিবলৈ পোৱা যায়। কোনো মূৰ্ত্তি বিৰাজ কৰি নথকাত বেদীখন অসম্পূৰ্ণ যেন দেখি। প্ৰকৃতাৰ্থত সেইখন বৰ্গাকাৰৰ এখন পুৰণি ফাঁচিশাল হে। আজিকালি তাত ফাঁচি দিয়া নহয়। তাৰ ঠিক পিছপিনেই আছিল বন্দীশালখন। যি ডবা খাঁহনিত বৰ্ত্তমান হেনচাৰ্ড আহি ইফালে সিফালে ঘূৰাপকা কৰি আছেহি সেই ডোখৰ ঠাইতে অতীজত ফাঁচিদিয়া চাবলৈ অহা দৰ্শক সকলৰ বিশৃঙ্খল গোটটো দেখা পোৱা গৈছিল। ফাঁচি কাঠত ওলমি থকা শৰীৰটোৰ ডিঙিৰ পৰা ঘৰঘৰনি শব্দটো মাৰ নোযোৱালৈকে তেওঁলোকে সেইপিনে সতৰ্ক দৃষ্টিৰে নিৰীক্ষণ কৰি চাই থাকিছিল। ঘোপমৰা আন্ধাৰ আৰু শোকবিহ্বল হেনচাৰ্ডৰ ঘৰুৱা পৰিস্থিতিৰ লগত নিখুঁটভাবে সমন্বয় ৰক্ষা কৰা জয়াল ঠাই ডোখৰে তেওঁৰ ধৈৰ্য্যহীনতাৰ পৰিণামৰ ভয়াবহতা প্ৰতিফলিত কৰি বিষণ্ণতাৰ তীব্ৰতা বঢ়াইছিল।

ঈৰ্ষাৰ পৰা উদ্ভৱ হোৱা তীব্ৰ জ্বলাপোৰা কমি তেওঁৰ মনটো বিষণ্ণতাৰ পিনে ঢাল খাবলৈ ধৰিলে আৰু সহি থাকিব নোৱাৰি তেওঁ এবাৰ চিঞৰ মাৰি উঠিল, 'মৰিবলৈ, ইয়ালৈ আহিবলৈ মোক কিহে পাইছিল।' তাৰ পৰা তেওঁ আহি এটা জুপুৰী ঘৰ পালেহি। তাতেই আগৰ থলুৱা জাল্লাদ জন বাস কৰিছিল, আৰু তাতেই তেওঁৰ মৃত্যুও হৈছিল। পিছত অৱশ্যে চৰকাৰে সেই কামটো কৰাৰ দায়িত্ব একচেতিয়াকৈ নিজৰ হাতলৈ নিলে। তেতিয়াৰে পৰা সমগ্ৰ দেশৰ কাৰণে চৰকাৰে মাথোন এজন ভদ্ৰলোককহে সেই কামটোৰ কাৰণে নিয়োগ কৰাৰ ব্যৱস্থা কৰিলে। পিছপিনৰ বাট এটাৰে পাথৰ বগাই আহি তেওঁ পুনৰ ঘৰ সোমালেহি।

হতাশাই জন্ম দিয়া ৰাতিটোৱে তেওঁক যি কষ্ট দিলে তাৰ কাৰণে তেওঁৰ ওপৰত পুতৌ জন্মে। তেওঁৰ অৱস্থা আধামৰা মানুহ এজনৰ দৰে হ'ল। সেই মানসিক আঘাতটোৰ পৰা তেওঁ পুনৰ আৰোগ্যও লাভ নকৰিলে বা বলিয়া হৈও নগ'ল। অন্তৰৰ পৰা নহ'লেও তেওঁৰ ক'বলৈ আছিল যে সেই অৱস্থাটোৰ কাৰণে তেওঁৰ ঘৈণীয়েকেই দায়ী। কিন্তু ঘৈণীয়েকে নিজ ইচ্ছা প্ৰকাশ কৰি চিঠিখনৰ ওপৰত যি নিৰ্দ্দেশটো দি থৈ গৈছিল সেই কথা হেনচাৰ্ডে পালন কৰাহেঁতেন তেওঁ যন্ত্ৰণাত দেইপুৰি মৰা অৱস্থাটোৰ পৰা কেৱা বছৰলৈও সকাহ পালেহেঁতেন— কিজানি গোটেই জীৱনটোৰ কাৰণেই বা। এলিজাবেথ-জেনে কিজানি নিৰ্ভৰশীল শান্তিপূৰ্ণ অকলশৰীয়া কুমাৰী জীৱনটো এৰি আন্ধাৰ ভৱিষ্যতৰ সংশয়পূৰ্ণ বৈবাহিক সম্বন্ধ এটাৰ প্ৰতি কেতিয়াও আগ্ৰহী নহলেইহেঁতেন।

অশান্ত ৰাতিটো পুৱালত তেওঁ দিনটোৰ কাৰ্য্যক্ৰমৰ এখন নিৰ্দিষ্ট তালিকা

প্ৰস্তুত কৰিবলৈ ঠিক কৰিলে। তেওঁ অত্যন্ত গোঁৱাৰ প্ৰকৃতিৰ লোক হোৱাৰ কাৰণে এবাৰ লোৱা সিদ্ধান্তটো তেওঁ সহজতে এৰি পেলাবলৈ ৰাজী নহ'ল। নিজ স্থিতি ঢিলাই দিয়া লোক তেওঁ নহয়, কাৰণ এনে কৰিলেই তেওঁ অপদস্থ হ'বলগীয়া হ'ব। তাইক তেওঁৰ নিজৰ ছোৱালী বুলি দৃঢ়তাৰে কোৱাৰ পিছত তাইও তেওঁৰ ছোৱালী বুলি ভাবি থাকিব লাগিব। ভণ্ড তপস্বী ৰূপে হ'লেও তেওঁ তেনে কাম কৰিবলৈ প্ৰস্তুত হ'ল।

কিন্তু তেওঁৰ সিদ্ধান্তৰ প্ৰথম পদক্ষেপটোৰ কাৰণেও তেওঁ নিজকে প্ৰস্তুত কৰি তুলিব পৰা নাছিল। ৰাতিপুৱা তেওঁ ব্ৰেকফাষ্ট কৰিবলৈ অহাৰ লগে লগেই এলিজাবেথ-জেনে আত্মবিশ্বাস আৰু মুকলি মনেৰে আহি তেওৰ হাতখনত ধৰিলেহি।

'মই ৰাতিটো চিন্তা কৰি সকলো কথাৰ আতিগুৰি পালোঁগে,' তাই খোলা মনেৰে কৈ গ'ল 'মই ভাল কৈ বুজি পালো যে কথাবোৰ আপুনি কোৱাৰ দৰেইহে হ'ব। আপুনি মোৰ নিজৰ দেউতা, গতিকেই মই আজিৰ পৰা আপোনাক দেউতা বুলি ভাবিম আৰু মিষ্টাৰ হেনচাৰ্ড বুলি নেমাতো। কথাবোৰ মোৰ মনত ফটফটীয়াকৈ ভাহি উঠিছে। হয়, দেউতা আপুনি কোৱা কথাবোৰ একদম ঠিক। আপুনি মোৰ কাৰণে কিমান কৰিলে, নিজৰ দেউতা নহলে আনে তাৰ আধাও কৰিলেহেঁতেন জানো! আপুনি সকলো কথাই মোৰ নিজ খুচিমতে কৰিবলৈ দিছে। মোক আপুনি কিমানবোৰ উপহাৰ দিছে। মই যদি আপোনাৰ সতিয়ৈ জীয়েক হ'লোহেঁতেন আপুনি জানো সিমানখিনি কৰিলেহেঁতেন। মোৰ মাযে মিষ্টাৰ নিউচনক, কিবা বিভ্ৰান্ত অৱস্থা এটাত পৰিহে বিয়া কৰালে, (পুৰণি ঘটনাবোৰৰ বিৱৰণ দিওঁতে এলিজাবেথৰ পৰা কথা ঢাকি ৰাখিবলৈ সক্ষম হৈছিল কাৰণে হেনচাৰ্ড কিছু শান্তি লভিছিল—অন্ততঃ সেইখিনি সময়ত।) 'তেওঁ কিন্তু বৰ মৰমিয়াল আছিল।' (কথাখিনি কওঁতে তাইৰ চকুৰ পানী বৈ আহিছিল) 'সেইবোৰ যিয়েই নহওঁক তেওঁ কেতিয়াও মোৰ নিজৰ দেউতাৰ দৰে হ'ব নোৱাৰে। আহক দেউতা, ব্ৰেকফাষ্ট হৈ আছে।' তাই আনন্দমনেৰে ক'লে।

হেনচাৰ্ডে কিছু চাপৰি তাইৰ গালত চুমা এটা খালে। এই দৃশ্যটোৰ অৱতাৰণা কৰিবৰ কাৰণে তেওঁ গোটেই সপ্তাহটো অত্যন্ত হেঁপাহেৰে বাট চাই আছিল। কিন্তু সেইহেন মধুৰ আকাঙ্ক্ষা পূৰ্ণ হোৱাৰ পিছত তেওঁ অনুভৱ কৰিলে এক নিৰস আকৰ্ষণহীন হৃদয়ৰ উত্তাপ। মাকক পুনৰ বিয়া কৰাই প্ৰতিষ্ঠা ক'ৰাৰ একমাত্ৰ উদ্দেশ্য আছিল ছোৱালীজনী আকৌ নিজৰ কৰি লোৱাৰ। সেই সকলোবোৰ পৰিকল্পনা কৃতকাৰ্য্য হোৱাৰ পিছতো তেওঁৰ অভিলাষ ভস্মীভূত হৈ ধূলি আৰু ছাঁইৰ লগত মিহলি হৈ গ'ল।

# বিংশতি অধ্যায

ছোৱালীজনীৰ জীৱনলৈ অহা নানান প্ৰহেলিকাময় জটিল সমস্যাবোৰৰ ভিতৰত হেনচাৰ্ডে তাইৰ দেউতাক বুলি ঘোষণা কৰাৰ পিছৰে পৰা উদ্ভৱ হোৱা ঘটনা প্ৰবাহৰ দৰে বিচিত্ৰ পৰিস্থিতিৰ সম্মুখীন তাই কেতিয়াও হোৱা নাছিল। অস্থিৰ আৰু বিচলিত মন এটাৰেহে ছোৱালীজনী আকোৱালি লোৱাৰ কাৰণে হেনচাৰ্ডৰ হৃদয়ত সাঁচি থোৱা মৰমখিনি উবুৰিয়াই দি ছোৱালীজনী নিজৰ কৰি লবলৈ তেওঁ সক্ষম নহ'ল। পিছদিনা ৰাতিপুৱাৰ পৰাই হেনচাৰ্ডৰ সংকীৰ্ণ মনটো তাই দেখা পাবলৈ ধৰিলে। ইয়াৰ আগলৈকে তেখেতক ইমান ঠেক মনোবৃত্তিৰ বুলি ভবা নাছিল। তেখেতৰ তিৰস্কাৰ প্ৰৱণ মনটো দেখদেখকৈ ওলাই পৰিছিল। এলিজাবেথৰ কথাবতৰাৰ ধৰণ কৰণৰ ডাঙৰ ক্ৰুটী এটা হ'ল যে তাই যিকোনো, পশুতুল্য জঘন্য প্ৰকৃতিৰ লোক এজনৰ পৰা আৰম্ভ কৰি মাৰ্জিত, গণ্যমান্য সমন্বিতে সকলোকে অতি মৰম লগাকৈ ঘৰুৱা ভাষাৰে মাত দিব পাৰিছিল। এই বিষয়ত তাইৰ দক্ষতা শলাগিবলগীয়া।

পিছদিনা দুপৰীয়া আহাৰ কৰা সময়খিনিৰ বাদে আন সময়ত তেওঁলোকৰ মাজত দেখা দেখিয়েই হোৱা নাছিল। খোৱাবোৱা শেষ হোৱাৰ পিছত তেখেতক কিবা এটা দেখুৱাম বুলি ভাবি তাই ক'লে 'আপুনি যদি এক মিনিট সময় ধৈৰ্য ধৰি ৰবলৈ বেযা নেপাই তেন্তে মই কিবা বস্তু এটা আনি আপোনাক দেখুৱাবহি পাৰোঁ।'

'ধৈৰ্য ধৰি ৰয়' তেওঁ দোহাৰিলে, 'হে ভগৱান তুমি পানী কটিওৱা, জন্তুৰ দানাখোৱা বাচন ধোৱা আদি কামৰ বাহিৰে আন একোৰেই কাৰণে উপযুক্ত নহলা দেখোন– উস্ তোমাৰ কি যে ভাষা আৰু।'

লাজ আৰু শোকে খুন্দা মাৰি ধৰাত তাইৰ মুখখন ৰঙাচঙা পৰি গ'ল। 'মই কব খুজিছিলো, দেউতা, আপুনি য'তে আছে ত'তে ৰলেই হ'ব বুলি', তাই সৰু কৈ নিৰ্জুভাৱে ক'লে। 'মই কথাষাৰ অলপ সাৱধানে ক'ব লাগিছিল।'

তেওঁ একো উত্তৰ নিদি কোঠাটোৰ পৰা ওলাই গ'ল।

কঠুৱা মাতেৰে দিয়া ভেকাহিটোৱে তাইৰ মনত দকৈ সাঁচ বহুৱালে। তাই কথা ক'বলৈকে ভয় কৰা হ'ল। কিবা ক'লেও কেবাবাৰো ভাবি চিন্তি দেউতাকে দোষ নধৰিব বুলিহে শব্দ এটা উচ্চাৰণ কৰিছিল। মুকলি মনেৰে কথা কৈ নিজক প্ৰকাশ কৰিবলৈ এৰাৰ দৰেই হ'লগৈ। ৰাতি টোপনি নাহিলে পিছদিনা ৰাতিপুৱা লগুৱাবোৰক টোপনি নহাৰ কথা নকৈ পেটৰ অসুখ হৈছিল বুলিহে কবলৈ ল'লে। এনে ধৰণৰ বিড়ম্বনাৰ পৰা তাই হাত সাৰিব নোৱাৰা অৱস্থা এটাত উপনীত হ'লহি। এইবোৰৰ পৰা নিস্তাৰ পাবৰ কাৰণে তাই কিছুমান উপায় উদ্ভাৱন কৰি ললে। সেইবোৰেনো কেনে ৰূপ ললে গৈ তাৰ বৰ্ণনা পিছলৈ থোৱা হ'ল। হেনচাৰ্ড

নিজেই অমার্জিত হোৱাৰ কাৰণে গাত কোনো দোষ নথকা নির্মল ছোৱালীজনীয়ে অনাহকতে ককর্থনা পাই থাকিব লগীয়া হ'ল। তাই গভীৰভাবে চিন্তাচর্চা কৰি যিমান দূৰ পাৰে নিজকে শুধৰাই দোষমুক্ত হবৰ কাৰণে আপ্রাণ চেষ্টা কৰিছিল। হাতৰ আখৰৰ সম্পর্কত তাই অনাহকতে এদিন বৰ লাজ পাবলগীয়া হ'ল। সেইদিনা সন্ধ্যা লগা তাই ডাইনিং ৰুমৰ দুৱাৰখনৰ পিনে কিবা এটা কাৰণে যাব লগা হৈছিল। দুৱাৰখন খোলাৰ পিছতহে তাই দেখিলে যে মেয়ৰজন তাত বহি আন এজন মানুহৰ লগত ব্যৱসায় সংক্রান্তৰ কিবা আলোচনা কৰি আছিল।

তাইক দেখি তেওঁ মাতিলে 'এই পিনে আহা এলিজাবেথ-জেন, মই কৈ গৈছো তুমি লিখি যোৱাচোন— আমাৰ দুজনৰ মাজত হ'ব লগীয়া এখন চুক্তি পত্র। কলম মোৰ হাতত ভালদৰে নচলে।'

তাই ব্লটিংপেপাৰ, কাগজ আৰু চিয়াঁহী লৈ তেখেতৰ ওচৰত বহিলহি। তেওঁ কৈ যোৱাৰ দৰে তাই ধীৰে সুস্থিৰে লিখিবলৈ ধৰিলে, নিজে চেষ্টা কৰি আহৰণ কৰা ধুনীয়া গোট গোট আখৰেৰে। এনে সুন্দৰ আখৰৰ অধিকাৰী মহিলা গৰাকীক ৰোমান সকলৰ জ্ঞানৰ অধিষ্ঠাত্রী দেৱী মিনার্ভৰ লগত তুলনা কৰিব পাৰি। কিন্তু দুখৰ বিষয়ে যে তাৰ সলনি অন্য ধৰণৰ মতামতেহে প্রাধান্য পালে। হেনচার্ডৰ ধাৰণা আছিল যে ভালঘৰৰ ছোৱালীয়ে নাৰী সুলভ আখৰহে লিখে। তেওঁ আৰু বিশ্বাস কৰিছিল যে নির্মল চৰিত্রৰ নাৰী সকলৰ গাতো খিঙখিঙীয়া স্বভাৱটো নথকাকৈ নাথাকে। স্ত্রীৰ পৃথক যৌন আৱেগৰ দৰেই ই এক সুকীয়া বস্তু। ইও তেওঁলোকৰ এক জন্মগত চাৰিত্রিক বৈশিষ্ট্য। ৰাজকুমাৰী ইদাই বুজিব নোৱাৰা লেতেৰা পেতেৰা আখৰেৰে খৰধৰকৈ লিখা কবিতাফাকি আছিল।

'পকা ধানৰ পথাৰত
লেহেম হ্যাতেৰে
খেতি চপালে
ধুমুহা বতাহক প্রণাম জনাই
গছবোৰ মাটিতহে বাগৰি পৰে।,'

এলিজাবেথ-জেনে শিকলিত আঙঠি যোৰা লগোৱাদি নিখুঁত ভাবে ইটো আখৰৰ পিছত সিটো যোৰা লগাই পকোৱাকৈ এটা শাৰীহে মাথোন লিখি তেওঁক দেখুৱাইছিল। সেইহেন ধুনীয়া আখৰো হেনচার্ডৰ পছন্দ নহ'ল। তেওঁ লাজহে পালে। খঙত ৰঙা চঙা পৰি তেওঁ ক'লে, 'ঠিক আছে, মই নিজেই শেষ কৰিব পাৰিম, তুমি যোৱাগৈ,' এনেদৰে কৈ তাইক লগে লগেই বিদায় দিলে।

তাইৰ সুশৃঙ্খল আৰু বিবেচনাপূর্ণ আচাৰ ব্যৱহাৰবোৰও তেওঁৰ কাৰণে দোষনীয় হৈ পৰিবলৈ ধৰিলে। এটা কথা অৱশ্যে নক'লে নহয় যে লগুৱা-বনুৱাই কৰিবপৰা

কিছুমান অদৰ্কাৰী আৰু ত্যক্ত বিৰক্ত লগা কামো তাই নিজে কৰিবলৈ আগবাঢ়ি আহিছিল। কলিং বেলটো টিপিলেই হোৱা কামটোতো তাই নিজে লৰ মাৰি গৈ পাকঘৰ পাইছিলগৈ– যাতে ঘৰুৱা কাম কৰা ফোৱাৰীক দুনাই মাতিবলগীয়া নহয়। কয়লাবোৰ যেনিতেনি পেলাই নষ্ট কৰা মেকুৰীজনীক কয়লাভঙা চিপৰাংডালকে হাতত লৈ তাই কেতিয়াবা খেদি ফুৰেগৈ। আলহীচ'ৰাত কাম কৰা মানুহজনীক প্ৰতিটো কথাতে ধন্যবাদ দিয়েই থাকে। তাকে দেখি আলহী চ'ৰাৰ পৰা লিগিৰীজনী আঁতৰ হোৱাৰ লগে লগেই হেনচাৰ্ডে অতিষ্ঠ হৈ কৈছিল, 'তাইক আৰু কিমানবাৰ ধন্যবাদ দি থাকা, সেইজনীও তোমাৰ কাৰণে দেৱী হ'লগৈ নে? তোমাৰ এই কামবোৰ কৰিবৰ কাৰণে মই বছৰেকত তাইক বাৰ পাউণ্ড দৰমহা নিদিওঁ জানো।' খণ্ডৰ ভমক দেখি তাই এনেভাবে কোঁচ খাই গৈছিল যে কেইমিনিটমান পিছতে হেনচাৰ্ড উভতি আহি তাইক কবলগীয়া হৈছিল যে তেনে কঠোৰ ভাবে কোৱাৰ ইচ্ছা তেওঁৰ নাছিল যদিও মুখত ওলাই গ'ল। ঘৰৰ ভিতৰতে প্ৰদৰ্শন হোৱা এনে ধৰণৰ তিতাকেঁহা বোৰ বাহ্যিকৰূপত শিলৰ কিছুমান জোঙৰ দৰে খোঁচা বিন্ধা কৰি কিহবাৰ ইঙ্গিত দিছিল যদিও ইয়াৰ অন্তৰালতনো কি গুপুত কথা নিহিত হৈ আছিল তাৰ উমান আনে পোৱা নাছিল। মানুহজনৰ ক্ৰোধান্বিত অবস্থাটো তাই সহিবলৈ সক্ষম হৈছিল যদিও তেওঁৰ নিস্প্ৰাণ শীতল ভাবমূৰ্ত্তিটোৱে তাইক সঁচাকৈয়েই আতঙ্কিত কৰি তুলিছিল। দিনে দিনে তেওঁৰ আন্তৰিকতা ইমানেই কমি আহিবলৈ ধৰিলে যে তাইৰ প্ৰতি তেখেতৰ কোনো সদভাব নাই বুলি বুজিবলৈ আৰু একো বাকী নাথাকিল। এইটো সঁচাকৈয়ে সুখৰ কথা যে এনে এটা পৰিস্থিতি হোৱা স্বত্তেও তাই নিজৰ চেহেৰাপাতি আৰু কোমল অন্তৰখনৰ অধিক বিকাশ ঘটোৱাৰ প্ৰচেষ্টাৰ পৰা বিৰত হোৱা নাছিল। তাইৰ প্ৰতি তেওঁ ক্ষুণ্ণ হোৱাৰ অৰ্থ বিচাৰিবলৈ গৈ তাই নিজৰ বিচাৰ বুদ্ধিৰ সমৃদ্ধি বঢ়োৱাৰ ওপৰতহে গুৰুত্ব দিবলৈ ধৰিলেগৈ। তথাপিও তেখেতৰ কদৰ্য্য হিংস্ৰ ৰূপটো কোনো সময়ত তাইৰ কাৰণে অসহনীয় হৈ উঠিছিল। নিয়তিৰ নিৰ্ম্মম পৰিহাস এনেকুৱাই আছিল যে তাইৰ উপাধিটো সলনি কৰাৰ দিনৰে পৰাই তাইৰ প্ৰতি তেওঁৰ ঘৃণাভাবৰ সূত্ৰপাত হৈছিল। ইয়াৰ গুপুত ৰহস্যনো কি সেই বিষয়ে তাই একেবাৰেই জনা নাছিল। কিন্তু বিভিন্ন পীড়াদায়ক আৰু অনিশ্চিত পন্থাৰে সত্য-মিথ্যা, দোষী-নিৰ্দোষী নিৰ্ণয় কৰাৰ কঠোৰ অগ্নি পৰীক্ষাৰ অন্ত তেতিয়াও পৰা নাই। মৰণা মৰা আৰু খেৰ বন্ধা কামত লাগি থকা নেন্স্ মকৰিজক সদায় আবেলি জলপান এটা সজাই দিয়াতো তাইৰ এটা নিত্য কৰ্ত্তব্যৰ দৰে হৈ পৰিছিল। প্ৰথম ডোখৰত নেন্সে ধন্যবাদ এটা দি জলপানটো গ্ৰহণ কৰিছিল। কিন্তু পিছলৈ সেইটো এটা দৈনন্দিন ঘটা সাধাৰণ ঘটনা বুলিহে ধৰি লৈছিল। এদিন এলিজাবেথে জলপান সজাই লৈ গৈ সেইয়া থবলৈ একো নেদেখি দুটা খৈৰৰ গোট চপাই একেলগ কৰি

তাৰ ওপৰত জলপানটো থ'লে। হেনচাৰ্ড ক'ৰবাৰ পৰা আহি তাতে জলপানটো থোৱা দেখিলেহি। মক্‌ৰিজে ককালত হাত দুখন দি ছোৱালীজনীয়ে জলপান সজোৱা কামটো চাই আছিল।

'এলিজাবেথ, এইফালে আহা,' হেনচাৰ্ডৰ আদেশ অনুসৰি তাই তেওঁৰ ওচৰ পালেগৈ।

'তুমি ইমান তললৈ নামি গৈছা, এনে অশোভনীয় কামত হাত দিছাগৈ, কিহে পাইছে তোমাক এইবোৰ কৰিবলৈ,' তেওঁ খংটো দমন কৰি ক'লে। 'তোমাক মই এশবাৰ কোৱা নাছিলোনে, কৈছিলো নে নাই? হুহ, তুমি সেই সাধাৰণ মানুহজনীৰ চুৰা নেচেলেকিলে নহয় নে? ইমান নীচ কাম কৰিবলৈ লৈছা। তুমি মোৰ মান সন্মান সকলো মাটি কৰি দিলা।'

হেনচাৰ্ডে ডাঙৰকৈ কোৱা কথাবোৰ ভঁৰালৰ দুৱাৰখনৰ ওচৰত থকা নেঞ্চে শুনিবলৈ পাইছিল। তাইৰ নিজৰ মান সন্মানতো কথাষাৰে আঘাত কৰাত আগপিছ নুগুণি তাইও জকি পকি উঠি ক'লে 'সেইটো যদি নীচ কাম হয়, শুনক মাইকেল হেনচাৰ্ড, তাই ইয়াতকৈও নীচ কাম কৰিবলৈ বৈ থকা মই নিজে দেখিবলৈ পাইছিলো।'

'সেইবোৰ কিবা ৰাজহুৱা কাম কৰিছিল হ'বলা, নিজৰ কাম নিশ্চয় নহয়,' হেনচাৰ্ডে ক'লে।

'নাই, নাই সেয়া ৰাইজৰ কাম নাছিল, মজুৰিলৈ কৰা কামহে, তাকো মুকলিভাবে এই চহৰখনৰ মাজ মজিয়াতে।'

'সেইটো গোকাটে মিছা কথা, তেনেকুৱা ঘটনা এটা হ'বই নোৱাৰে, হেনচাৰ্ডে ক্ষোভিত হৈ ক'লে। 'মই মিছা মাতিছো যদি ছোৱালীজনীকেই সোধক', নেঞ্চে কিলাকুটি দুটাত হাতদুখন দি গপচুত ক'লে।

হেনচাৰ্ডে এলিজাবেথৰ পিনে চোৱাত তাই কঁপিবলৈ ধৰিলে। কিছুদিন ধৰি তাই ঘৰৰ ভিতৰত বন্দী যেন অনুভৱ কৰিছিল। তাইৰ আগৰ সুন্দৰ গুলপীয়া ৰংটো নোহোৱা হৈ নিস্তেজ হৈ পৰিছিল। ঘটনাৰ এনে পাকচক্ৰ দেখি তাই বিমোৰত পৰিল। মূল্যহীন কথা কিছুমানৰ অৱতাৰণা কিয় হৈছে তাৰ অৰ্থ তাই বিচাৰি নাপালে। তাই ভয়ত ত্ৰস্তমান হৈ ক'লে, 'কথাটো সঁচা, কিন্তু মাত্ৰ .

'মোক সেইবোৰ নেলাগে, তুমি তেনে কাম কৰিছিলা নে নাই আৰু যদি কৰিছিলা ক'ত কৰিছিলা?'

'থ্ৰী মেৰিণাৰ্চত, মাত্ৰ এদিন সন্ধ্যা, তাকো অলপ সময়ৰ কাৰণে, আমি সেই হোটেলটোত থকাৰ সময়ত।'

নেঞ্চে বিজয় উল্লাসেৰে হেনচাৰ্ডৰ পিনে চাই ভঁৰালটোৰ পিনে গতি কৰিলে। তাই ভাবিছিল যে হেনচাৰ্ডে তাইক সেই মুহূৰ্ত্ততে কামৰ পৰা খেদিব, আৰু সেই

হেতুকেই তাই বিজয়ৰ আনন্দখিনি লগে লগেই উপভোগ কৰি মনৰ হেঁপাহ পলুৱাই লৈছিল। হেনচাৰ্ডে অৱশেষে তাইক কামৰ পৰা খেদাৰ কথাটো উল্লেখ নকৰিলে।

নিজেই নিম্ন বনুৱা শ্ৰেণীৰ পৰা অহাৰ কাৰণে তেনে ধৰণৰ কথা ওলালে তেওঁ বৰ স্পৰ্শ কাতৰ হৈ পৰে। নিজৰ অতীতটোক ঢাকি ৰখাৰ এক প্ৰবল ইচ্ছা সদায় তেওঁৰ অন্তৰত থাকি যায়। কিন্তু সেইবোৰ যিযেই নহওঁক কিয় এই ঘটনাটোৱে হেনচাৰ্ডৰ মান সন্মান ধূলিষ্যাত কৰি দিলে। দোষী এজনৰ দৰে বিমৰ্ষ মন এটা লৈ এলিজাবেথ জেন আহি ঘৰ সোমালেহি। ঘৰ পাই তাই কিন্তু আৰু তেখেতৰ মুখৰ পিনে চাব নোৱাৰা হ'ল। সেইদিনা গোটেই দিনটোলৈকে তেখেতৰ লগত তাইৰ আৰু দেখা দেখি নহ'ল।

ঘৈণীয়েক আহি ওলোৱাৰ পিছৰে পৰা হোৱা ঘটনা চক্ৰই তেওঁৰ মান সম্মানত তলে তলে কিমান বেয়া ধৰণে প্ৰভাৱ পেলাইছিল সেইবোৰ কথা তেওঁ আগতে মন কৰা নাছিল। এতিয়া তেওঁ নিশ্চিত ভাৱে পতিয়ন গল যে তেওঁৰ কি ভয়ানক অমঙ্গল হবলৈ ধৰিছে। পৰৰ ছোৱালী এজনী নিজৰ লগত ৰাখিবলৈ অনিচ্ছা হবলৈ ধৰিলে। এতিয়া প্ৰায় ভাগেই তেওঁ আন ডাঙৰ খেতিয়ক সকলৰ সৈতে চহৰৰ প্ৰধান হোটেলতে খোৱা বোৱা কৰিবলৈ লোৱাত ছোৱালীজনী একেবাৰে অকলশৰীয়া হল। তেখেতে তাইৰ মুখ দেখাহেঁতেন বুজিব পাৰিলেহেঁতেন যে তাই কেনে নিমাও মাও কৈ অকলশৰে সময়বোৰ কটাইছে। ছোৱালীজনীৰ গুণৰাজিৰ প্ৰতি লক্ষ্য ৰাখিলেও তেওঁৰ মনৰ পৰিবৰ্ত্তন হোৱাৰ থল থাকিলেহেঁতেন। কিন্তু তেওঁ এই বিষযে আওকাণ কৰিলে। তাই আন একো উপায় নেপাই লিখা পঢ়াতে ব্যস্ত হবলৈ ধৰিলে। নিজে কষ্ট কৰি বিষযবোৰ আয়ত্ব কৰিবলৈ যত্ন কৰিলে। নিজ মনেৰে সিদ্ধান্ত কৰি লোৱা কামবোৰ পৰিপাটিকৈ কৰি যাবলৈ তাই কেতিয়াও পিছ হোঁহকা নাছিল। তাই লেটিন ভাষাও শিকিবলৈ ল'লে। চহৰখনত একালৰ ৰোমান সভ্যতাই এৰি থৈ যোৱা বৈশিষ্ট্যপূৰ্ণ কীৰ্ত্তিস্তম্ভবোৰে তাইক লেটিন ভাষা শিকিবলৈ উদগনি দিলে। পঢ়ি থকা অৱস্থাত কিবা বুজি নাপালে তাইক শোকে খুন্দা মাৰি ধৰিছিল। তেতিযা তাইৰ মুখৰ পৰা স্বতঃ স্ফুৰ্ত ভাবেই ওলাই আহিছিল—মই পঢ়িব শুনিব নোৱাৰি মূৰ্খ হৈ থকাৰ কাৰণে মোক কোনোবাই জগৰীয়া কৰা জানো উচিৎ। এনেবোৰ ভাবত দুগালেদি তাইৰ চকুৰ পানী বৈ আহিছিল।

মাতবোল নাই, কথাবাৰ্তা নাই, কিন্তু গভীৰ অনুভূতি আৰু তীক্ষ্ণ দৃষ্টি শক্তিৰ বলেৰে তাইৰ নিজৰ মনৰ অৱস্থা বিশ্লেষণ কৰিবলৈ ধৰিলে। সেই বিষয়ে আলোচনা কৰিবলৈ বা উপদেশ লবলৈও তাইৰ কোনো নাই। এনেকৈয়েই তাই জীয়াই থাকিব লগীয়া হৈছিল। দিনবোৰ পাৰ কৰিছিল। মাজে মাজে অন্তৰ খনে হাহাকাৰ কৰি উঠে। কোনো পিনেই তাই আশাৰ ৰেঙনি অকণো দেখিবলৈ পোৱা নাছিল। মনটো

শুকাই মৰহি গৈছিল। ফাৰফ্ৰেই দেখুৱা প্ৰাৰম্ভিক মৰম কণৰ কথাকে সোঁৱৰি জীয়াই থকাৰ প্ৰেৰণা বিচাৰিছিল। ক্ষণিকলৈ হলেও তাইৰ মনোবল বাঢ়িছিল। মনটো কিছু শান্ত হৈ পৰিছিল।

এনেবোৰ ভাব এগৰাকী কুমাৰীৰ অন্তৰত এক পক্ষীয় ভাবে উদয় হোৱাটো অশোভনীয় বুলিও কব পাৰি। তেনে অবিবেচক চিন্তাই তাইক লঘু নকৰাকৈও নেথাকে। তাইৰ শোৱা কোঠাটোৰ পৰা শস্য থোৱা চোতালখন দেখি থকা আছিল। কিন্তু ফাৰফ্ৰেক কামৰ পৰা বিদায় দিয়াৰ দিনাৰে পৰা তাই সেই কোঠাটো সলনি কৰিলে। মৰ উৎসাহেৰেই তাই তাৰ পৰা আহি আলিবাটটো দেখি থকা সন্মুখৰ কোঠা এটা ল'লেহি। সেই ডেকাজন আলিবাটেৰে গৈ থাকোঁতে ঘৰটোৰ পিনে মুৰটো ঘূৰাই এবাৰো তাইৰ পিনে চোৱা তাই দেখা নেপালে।

শীতকালৰ আগমনে বতৰটো সঘনে সলনি কৰিবলৈ লোৱাত তাই বাহিৰ ওলাবৰ কাৰণে ভাল বতৰ এটাৰো সুযোগ নোপোৱা হ'ল। গতিকে ঘৰুৱা সমল লৈয়েই তাই ব্যস্ত থাকে। শীত কালৰ প্ৰথম চোৱাত কেতিয়াবা আকাশমণ্ডল ভাগৰি জুঁৰুলা পৰা যেন হৈ এক বেলেগ মূৰ্ত্তি ধাৰণ কৰে আৰু তেতিয়া দক্ষিণ পশ্চিমৰ পৰা প্ৰচণ্ড গতিৰে বতাহ বলিবলৈ ধৰে। কিন্তু তেনে সময়ত সূৰ্য্যৰ কিৰণে যদি ভূমুকি মাৰেহি তেতিয়া বতৰটো স্নিগ্ধ কোমল মন জুৰুৱা হৈ পৰে। ঠিক তেনেকুৱা বতৰ এটাকে বাছি লৈ তাই গীৰ্জাঘৰটোৰ কাষতে থকা মাকৰ কবৰ স্থানলৈ মাজে সময়ে গৈছিল। অতীজৰ ৰোমান সকলৰ কবৰস্থানখনকে বৃটিছ সকলেও ব্যৱহাৰ কৰাটো এক লেখত ল'বলগীয়া কথা। সেইযুগত মৃতকৰ মূৰৰ চুলিত ধুনীয়া চিচাৰ পিন, ডিঙিত হালধীয়া মুকুতাৰ হাৰ আৰু মুখত হাদ্ৰিয়ান, পষ্টহমুচ আৰু কনষ্টেনটাইনৰ মুদ্ৰা দি সমাধি কৰা হৈছিল। সেই সকলৰ লগতে মিচেচ হেনচাৰ্ডৰ পাৰ্থিৱ শৰীৰো জহি খহি মাটিৰ লগত মিলি গৈছিল।

তাই পুৱা চাৰে দহমান বজাত সেই ঠাইলৈ সচৰাচৰ যায়। ধ্বংস প্ৰাপ্ত হৈ যোৱা নীল নদীৰ পাৰৰ থেবচ চহৰখনৰ অংশ বিশেষ কাৰণাকৰ দৰে সেই সময়ত বাটপথ বোৰ জনশূন্য হৈ পৰে। তেতিয়া পাইকাৰী ব্যৱসায় শেষ হৈ খুচুৰা বিক্ৰী আৰম্ভ হয়। আলিবাটত ফুৰা-চকা কৰিবলৈ অহা মানুহো প্ৰায় নেথাকেই। তেনে সময়তে এলিজাবেথ-জেনে হাতত কিতাপ এখন লৈ মাজে মাজে একোবাৰ পাত লুটিয়াই চাই তাৰ সাৰমৰ্ম আহৰণ কৰিবলৈ যত্ন কৰি কৰি গীৰ্জাঘৰৰ পিনে খোজ দিয়ে। মাকৰ সমধিটোৰ ওচৰৰ শিলগুটি দিয়া আলিটোৰ ওপৰত ক'লা সাজ পাৰ পিন্ধা এটি অকলশৰীয়া প্ৰাণীয়ে কিবা পঢ়ি থকা তাই দেখা পালে। তেওঁ মিচেচ হেনচাৰ্ডৰ সমাধিৰ ফলকৰ ওপৰত লিখিথোৱা শব্দ কেইটা পঢ়ি আছিল। মানুহ গৰাকী তাইৰ দৰেই শোকাকুল আৰু তাইৰ বয়সীয়া। মানুহ গৰাকীক আপাতঃ দৃষ্টি

কোনো এক মুমূৰ্ষু ব্যক্তিৰ ছায়াৰূপ বা এলিজাবেথ-জেনৰ প্ৰতিৰূপ বুলিব পাৰি যদিও তাইতকৈ সিগৰাকী বহুত বেছি ধুনীয়া। সাধাৰণতে এলিজাবেথ-জেন কাপোৰ কানিৰ কাৰণে বৰ সচেতন নহয়। কেতিয়াবা মন গ'লে চৌখিন ভাবে সাজ পাৰ কৰি ভাল নোপোৱাও নহয়। ছোৱালীজনীৰ ৰূপসজ্জাৰ ক'লা-কৌশল দেখি এলিজাবেথ-জেন সৰ্চাকৈয়ে আকৃষ্ট হৈছিল। অচিনাকি মহিলা গৰাকীৰ অপূৰ্ব সাজ-পাৰ আৰু খোজৰ লয়লাসে অভিৰুচি সম্পন্ন এলিজাবেথ-জেনক অবাক কৰিছিল। নিজকে ধুনীয়া কৰি সজাই তোলাৰ উপৰিও তাই নিজৰ অভিৰুচি অনুসৰি আত্ম প্ৰকাশ কৰিবলৈ সক্ষম হৈছিল। তাকে দেখি এলিজাবেথ-জেন অভিভূত হৈছিল। ৰূপৰ বাহ্যিক বিকাশে যে মানুহক ইমান ওপৰলৈ তুলি ধৰিব পাৰে সেই কথা তাই আগতে বিশ্বাসেই কৰিব পৰা নাছিল। তাই মানি লৈছিল যে অনন্য সুন্দৰ মানুহ গৰাকীৰ প্ৰাণচঞ্চল মাধুৰ্য্যৰ এটি অংশ চাৰিওপাশৰ পৰিবেশে চুৰ কৰি আহৰণ কৰিলেও কোনো অন্যায়ৰ কথা নহ'ব। এলিজাবেথ-জেনো ধুনীয়া বুলি খ্যাতি থাকিলেও সিজনী ছোৱালী তাইতকৈও বেছি ধুনীয়া। তাইৰ ৰূপ লাবণ্যৰ লগত এলিজাবেথ-জেনৰ তুলনাই নহয়।

ঈৰ্ষাপৰায়ণ স্বভাৱৰ হোৱা হ'লে ছোৱালীজনীৰ প্ৰতি তাইৰ হিংসা উপজিলহেঁতেন। কিন্তু তেনে ধৰণৰ বেয়াভাব তাইৰ মনলৈতো অহা নাছিলেই — বৰঞ্চ তাই সৃষ্টি কৰা মায়াজালৰ মাজত সোমাই পৰি তায়ো সেই মনোমোহা সৌন্দৰ্য্যৰ পূজাৰী হ'বলৈ ধৰিলে। তাই ভাবিবলৈ ধৰিলে ছোৱালীজনীনো ক'ৰ পৰা আহি সেই ঠাইত ওলালেহি। ইয়াৰ মানুহবোৰৰ গাত ঠাইখনৰ নিজা থলুৱা ঠাচ্ এটা থাকে। তাৰোপৰি তেওঁলোকৰ খোজবোৰ চুটি চুটি, মানুহবোৰ ঠাওকাল আৰু বাস্তৱমুখী। চালচলনবোৰত ওলাই থাকে যে মানুহবোৰ হাতে কামে লাগি যাব পৰা ধৰণৰ। তাইৰ সাজপাৰবোৰও ইয়াৰ মানুহৰ লগত নিমিলা। পাৰ্থক্যটো সহজেই চকুত পৰা। সেইবোৰৰ পৰা অনুমান হৈছিল যে ছোৱালীজনী কেষ্টাৰব্ৰীজৰ নহয়। তাইৰ হাতত থকা গাইড্‌বুকখন মেলি চাইও সেই ছোৱালীজনী কেষ্টাৰব্ৰীজৰ বুলি ধাৰণা কৰাৰ একো ইঙ্গিত নেপালে।

সেই অচিনাকি ছোৱালীজনী, মিচেচ হেনচাৰ্ডৰ সমাধি স্থলৰ পৰা কিছু আঁতৰত থকা পকা দেৱালখনৰ চুক এটাৰ পিনে আগবঢ়া তাই দেখা পালে। কিছুপৰ পিছত এলিজাবেথ নিজেও গৈ সমাধিটোৰ ওচৰ পালেগৈ। ছোৱালীজনীৰ ভৰিৰ খোজৰ চিন তাই অতি স্পষ্টভাবে দেখা পালে। তাইৰ অনুমান হ'ল যে ছোৱালীজনী সেই ঠাইত নিশ্চয় বহুত সময় থিয় দি আছিল। তাই দেখা পোৱা দৃশ্যটোৰ কথাকে ভাবি ভাবি তাই ঘৰলৈ বুলি আহি আছিল। আনকালে তাই আকাশৰ ৰামধেনু, উত্তৰপিনে জ্বলি থকা লাইটবোৰ, বাটৰ দুস্প্ৰাপ্য পখিলা এজনী বা ধাতুৰ ফলিৰ ওপৰত

অঙ্কিত ধৰ্মীয় ঘটনা একোটাৰ চিত্ৰৰ কথা ভাবি ভাবি আহি থাকে।

ঘৰৰ বাহিৰত দেখা পোৱা দৃশ্যবোৰ তাইৰ কাৰণে কৌতূহল উদ্দীপক আছিল যদিও ঘৰৰ ভিতৰৰ ঘটনাবোৰ দিনে দিনে বেয়াৰ পিনেহে আহি আছিল। ইপিনে হেনচাৰ্ডৰ দুবছৰীয়া মেয়ৰৰ পদো উকলিবৰ হ'লহি। চহৰৰ বয়োবৃদ্ধ দুজনমানক পৰিষদে মনোনীত কৰাৰ নিয়ম আছিল। কিন্তু হেনচাৰ্ডৰ নাম তাৰ ভিতৰতো থকাৰ আশা নাছিল। সদস্যপদ এটা হেনচাৰ্ডে নাপালেও ফাৰফ্ৰেই পোৱাটো কিন্তু খাটাং। তেওঁ মেয়ৰ হৈ থকা চহৰখনত ছোৱালীজনীয়ে ৰেইটাৰ কাম কৰা কথাটো তেওঁ কোনোমতেই সহ্য কৰিব পৰা নাছিল। ই তেওঁৰ মনটো একেবাৰে বিষাক্ত কৰি পেলালে। পিছত হেনচাৰ্ড এই কথাটোও জানিবলৈ পালে যে বিশ্বাসঘাটক, নপতাফুকন ডোনাল্ড ফাৰফ্ৰেৰ ওচৰতহে তাই সেইদিনা থ্ৰীমেৰিনাৰ্চত নিজকে অপদস্থ কৰিলে। থ্ৰীমেৰিনাৰ্চ হোটেলৰ মালিক মিচেচ্ ষ্টেননীজে কিন্তু সেই ঘটনাটোৰ ওপৰত অকণো গুৰুত্বই দিয়া নাছিল। তাত মদ খাবলৈ বা ফুৰ্ত্তি কৰিবলৈ যোৱা আন মানুহবোৰেও উৰহি গছৰ ওৰ বিচাৰি পম খেদি ফুৰাও নাছিল। কথাটো-কাহানিবাই তল পৰিছিল। টানত পৰি পইছা কেইটামান বচাবলৈ কৰা সামান্য কথাটোকে মদগৰ্বী হেনচাৰ্ডে বৌজাল বৌজাল কৰি এনেহেন কৰিলেগৈ যে সেইটো যেন এটা সামাজিক বিপৰ্যয়তকৈ কোনো গুণে কম ডাঙৰ ঘটনা নহয়েই।

যেণীয়েকৰ লগতে জীয়েকজনী আহি পোৱাৰ দিন ধৰি তেওঁৰ দিন বেয়াৰ পিনে যাবলৈ ধৰিছিল। সেইদিনা কিংছ আৰ্মত হোৱা নিশাৰ ভোজটো হেনচাৰ্ডৰ কাৰণে নেপেলিয়নে আষ্টাৰলীটজৰ যুদ্ধত জিকাৰ সমানেই আনন্দদায়ক আছিল। তাৰপিছতো তেওঁৰ দুই এক সাফল্য নোহোৱাকৈ থকা নাছিল যদিও সিমান উৰ্দ্ধমুখী নাছিল। তেওঁ যদি পৰিষদৰ সম্মানীয় সদস্য পদটো নেপায় তেন্তে খিতাপযুক্ত অভিজাত শ্ৰেণীতো নেথাকিব, তেওঁৰ আশাত চেচা পানী পৰিব। তেনেবোৰ কথাই তেওঁৰ মনত সেইদিনা অত্যন্ত বেজাৰ দি আছিল।

'তুমি ক'লৈ গৈছিলা? তাই ঘৰ আহি সোমোৱাত হেনচাৰ্ডে সংক্ষেপে সুধিলে।

'খোজকাটি গৈ গৈ মই গীৰ্জাঘৰৰ ঘাঁহনিখন পালোগৈ। তাৰ পৰা ভাগৰে-জুগৰে আহি ঘৰ সোমাইছোহি।' কথাষাৰ কৈয়েই তাই মুখত হাতখন দি সোপা এটা দিবলৈ চেষ্টা কৰিছিল যদিও পলম হৈ গ'ল।

দিনটোৰ আনবোৰ বিৰক্তিকৰ ঘটনাৰ লগত সেইটোও গোট খোৱাত হেনচাৰ্ড খঙত উথলি উঠিল।

'তোমাৰ কি যে গাওঁলীয়া ভাবা।' তেওঁ ভেকাহি এটা মাৰি ক'লে, 'ভাগৰি—জুগৰি,' মানুহে ভাৰিব তুমি পথাৰত কাম কৰি আহিছা। মই সকলো গম পাইছো যে তুমি সমুহ ৰাইজে দেখা পোৱা ঠাইতো নকৰিবলগীয়া কাম কিছুমান কৰিছিলা।

তুমি মোক জ্বলাই মাৰিবা। এইবোৰ কথা এনেদৰে চলি থাকিবলৈ হ'লে আমি দুজন একেলগে এই ঘৰটোত থকাটো সম্ভৱেই নহব।'

কিবা এটা ভালকথা ভাবি বিচনাখনত পৰিবলৈ যাবলৈ তাইৰ সেই দিনা একোৱেই নাছিল। অচিনাকি ছোৱালীজনীৰ কথা মনলৈ অহাত তাইৰ কথা ভাবি ভাবিযেই তাই মনটো কিছু পাতলাব পাৰিলে। তাইক আকৌ এবাৰ দেখা পোৱাৰ হেঁপাহ তাইৰ অন্তৰত জাগিবলৈ ধৰিলে।

খঙত জ্বলি পকি হেনচাৰ্ড চকী এখনত বহি পৰিল। তেওঁ ভাবিবলৈ ধৰিলে যে ফাৰফ্ৰেক ছোৱালীজনীৰ লগত কথাবাৰ্তা বা চিঠি পত্ৰৰ আদান প্ৰদান বন্ধ কৰিবলৈ কৈ তেওঁ ভুলেই কৰিলেনেকি, কাৰণ ছোৱালীজনীতো তেওঁৰ নিজৰ নহয়। তেওঁ যদি ফাৰফ্ৰেক বাধা নিদিলেহেঁতেন তেন্তে গলগ্ৰহ ৰূপে দেখা দিয়া ছোৱালীজনীৰ পৰা তেওঁ মুক্তি পালেহেঁতেন। অলপ সময় চিন্তা কৰাৰ পিছত কিবা এটা উপায় দেখা পাই সন্তোষত জপিযাই টেবুলখনৰ ওচৰ পালেহি ঃ 'আহ সি ভাবিব এয়া শান্তিৰ বাণী— বিয়াৰ প্ৰস্তাৱ— মোৰ সম্পত্তিৰ ভাগ পোৱাৰ কথা। সহ্যৰ সীমা পাৰ হৈ যোৱাত তেওঁ টেবুলখনৰ কাষতে বহি এনেদৰে চিঠি এখন লিখিলে —

মহাশয়,

মই ভাবি চিন্তি চাই ইয়াকে সিদ্ধান্ত কৰিলো যে এলিজাবেথ-জেনৰ যদি তোমাৰ প্ৰতি এতিয়াও কিবা আকৰ্ষণ আছে তেন্তে তাইৰ লগত প্ৰেম বিনিময় কৰা কাৰ্যত মই আৰু বিধিপথালি নিদিওঁ। মই আগতে কৰা আপত্তি উঠাই লৈছো। কিন্তু এটা কথা সকিয়াই থওঁ যে সেইবোৰ কাম মোৰ ঘৰৰ চৌহদৰ ভিতৰত নচলিব।

ইতি

মাঃ হেনচাৰ্ড

পিছ দিনাও বতৰ ভাল হোৱাত এলিজাবেথ-জেন গীৰ্জাঘৰৰ সংলগ্ন ঘাঁহনিখনলৈ ফুৰিবলৈ আহিল। ছোৱালীজনী বিচাৰি ইফালে সিফালে চাওতে গেটখনেদি ফাৰফ্ৰেক বাহিৰলৈ ওলাই যোৱা দেখা পালে। তেওঁ পকেট বুক এখনত কিবা হিচাপ কৰি আছিল। তাইক দেখি এবাৰ সেইপিনে চালে কিন্তু সিমান মনযোগেৰে নহয়।

কিবা অকণ বেছি আশা কৰি থকা ছোৱালীজনীৰ মনটো অনাহকতে সেমেকি গ'ল। তাই ভাবিলে যে তেওঁ তাইক ঘৃণাৰ চকুৰে চাইহে আঁতৰি গ'ল। মনটো একেবাৰে ভাগি পৰাত তাই বেঞ্চ এখনতে বহিল। হাঁ—হুমুনিয়াহ কাঢ়ি থকা বেদনাক্লিষ্ট মনটোক আৰু তাই ধৰি ৰাখিব নোৱাৰিলে। তাইৰ মুখৰ পৰা কথা এষাৰ ওলাই

আছিল 'মাৰ লগতে মোৰো মৃত্যু হোৱাই ভাল আছিল।'

বেঞ্চখনৰ পিছপিনেই আছিল শিলৰ আলিবাটটো। তাৰ কাষতে খোজ কাঢ়ি ফুৰিবৰ কাৰণে এখন সৰু উদ্যান। আলিটোৱে নুফুৰি মানুহ উদ্যানখনেদিও অহা যোৱা কৰে। বহি থকা অৱস্থাতে বেঞ্চখন কোনোবাই চোৱা যেন পালত তাই ঘূৰি চাই দেখে পিছপিনৰ পৰা এজনী ছোৱালীৰ মূৰ এটা চাপৰি আহি তাইৰ নিচেই কাষ পাইছিলহি। ওৰণি আছিল যদিও মুখখন তাই চিনি পালে। সেই আগদিনা দেখা ছোৱালীজনীয়েই।

এলিজাবেথ-জেন ক্ষন্তেকৰ কাৰণে বিবুদ্ধি হ'ল। তাই নিশ্চয় মই কোৱা কথাবাৰ শুনিলে। এই বিমূঢ়তা অৱশ্যে তাই ৰংমনেই লৈছিল।

'তুমি কোৱা কথাবাৰ মই শুনিলোঁ,' এলিজাবেথৰ চকুত দেখা দিয়া প্ৰশ্নটোৰ উত্তৰ তাই সেই বাক্যষাৰেৰেই দিলে, 'তোমাৰনো কি ইমান ডাঙৰ ঘটনা ঘটিল?'

'মই নকওঁ আৰু সেইবোৰ কথা, মই ক'ব নোৱাৰোও।' হঠাতে তেজ বিৰিঙি উঠা মুখখন হাতেৰে ঢাকি তাই উত্তৰটো দিলে।

ইয়াৰ পিচত দুয়োৰো মাতবোল হৰিল। কেই চেকেণ্ডমান সাৰসুৰ নোহোৱাকৈ থকাৰ পিচত তাই অনুভব কৰিলে যে গাভৰু ছোৱালীজনী আহি তাইৰ কাষতে বহিছেহি।

'মই অনুমান কৰিব পাৰিছোঁ তোমাৰ কি হৈছে,' গাভৰু গৰাকীয়ে সমাধিটোৰ পিনে আঙুলিটো টোৱাই ক'লে, সেইয়া তোমাৰ মা,' এলিজাবেথে মূৰটো ডাঙি তাইৰ পিনে চাই ক'লে যে তাইৰ অন্তৰৰ কথা খিনি খুলি কবলৈ তেওঁক জানো বিশ্বাসত ল'ব পাৰি। মানুহ গৰাকীয়ে তাইৰ কথাবোৰ শুনিবলৈ উদগ্ৰীব হোৱাত তাই ভাবিলে যে গাভৰু গৰাকীক সম্ভৱ বিশ্বাসত লব পাৰি। 'অনন্তশয্যাত সৌ গৰাকীয়ে মোৰ মা, মোৰ জীৱনৰ একমাত্ৰ বন্ধু,' তাই ক'লে।

'কিয় তোমাৰ দেউতা হেনচাৰ্ড জীয়াই থকা নাই জানো?'

'হয়, তেখেত জীয়াই আছে।' এলিজাবেথ-জেনে ক'লে।

'তেখেতে তোমাক মৰম নকৰে নেকি?'

'তেখেতক দোষাৰোপ কৰিবলৈ মোৰ অকণো মন নাই।'

'তেখেতৰ লগত, তেনেহলে, তোমাৰ মতানৈক্য হৈছে?'

'ও, সামান্য ধৰণে।'

'সম্ভৱ তাৰ কাৰণে তোমাকেই দোষ দিব লাগিব,' অচিনাকি গাভৰু গৰাকীয়ে ক'লে।

'হয়, বহুত কথাত মোৰ গাতেই দোষ,' নিমাখিত এলিজাবেথ-জেনে হুমুনিয়াহ এটা কাঢ়ি ক'লে।

'কয়লাবোৰ য'তে ত'তে পৰি ঘৰ লেতেৰা কৰিলে সেইবোৰ সাৰি—পুছি ময়েই চাফা কৰোঁ, যদিও চাকৰ বাকৰেহে সেইবোৰ কৰিব লাগে। মোৰ মাত কথালৈও তেখেতৰ খং উঠে। এদিন কিবা এটা কথাত মই 'ভাগৰি-জুগৰি' বুলি কৈছিলোঁ, তাতো তেখেতৰ খং উঠিল।'

কথাবোৰ শুনি মানুহ গৰাকীৰ মনটো গলিবলৈ ধৰিলে। 'তুমি কোৱা কথাবোৰে মোৰ মনত কেনেদৰে প্ৰতিক্ৰিয়া কৰিছে তুমি বুজিব পাৰিছানে?' তেওঁ ক'লে, 'মোৰ বোধেৰে মানুহজনৰ অলপতে খং উঠে— অহঙ্কাৰো নথকা নহয়- সম্ভৱ বৰ উচ্চ অভিলাষী। মুঠতে ক'বলৈ গ'লে মানুহজন কিন্তু সিমান বেয়া নহয় যেন লাগে। গাভৰু গৰাকীয়ে এলিজাবেথৰ হৈ মাত মাতিলে যদিও সিজনৰ গাত টোপ এটাও পৰিবলৈ নিদিয়া দেখি তাই আচৰিত হৈছিল।

'অহ, নাই তেখেতক কেতিয়াও বেয়া বুলি ক'ব নোৱাৰি,' নিষ্ঠা সহকাৰে তাই ক'লে, 'অলপ দিনৰ আগলৈকে মোৰ প্ৰতি যথেষ্ট মৰমো আছিল, মা'ৰ মৃত্যু হোৱা পৰ্য্যন্ত। কিন্তু বৰ্তমানৰ কষ্টটো সহি থকাই মোৰ কাৰণে বৰ টান হৈ পৰিছে; মই ক'বলৈ গ'লে সকলোবোৰ মোৰ কাৰণেই হৈছে। মোৰ জীৱনৰ ইতিহাসে ভাৰ বৈ অনা কিছুমান দোষৰ কাৰণেই।'

'তুমি কি ইতিহাসৰ কথা কৈছা?'

বৰ হেঁপাহেৰে প্ৰশ্ন কৰা গৰাকীৰ পিনে এলিজাবেথ-জেনে চালে। প্ৰশ্ন কৰা গৰাকীয়েও তাইৰ পিনে চোৱা তাই দেখা পালে। চকুৱে চকুৱে পৰাত তাই চকুযোৰ তললৈ নমাই নিলে। কিন্তু ক্ষন্তেক পিছতে মুখটো ডাঙি অতীত জীৱনলৈ উভতি চাবলৈ বাধ্য হ'ল। 'আনন্দবিহীন অনাকৰ্ষণীয় মোৰ জীৱনটোৰ বিষয়ে ক'ব লগীয়া প্ৰকৃততে একোৱেই নাই,' তাই ক'লে। 'তথাপিও তুমি যদি কথাবোৰ জানিবলৈ সঁচাকৈয়েই আগ্ৰহী তেন্তে মই ক'বলৈ ৰাজী আছোঁ।'

মানুহ গৰাকীয়ে তাইৰ কাহিনী জানিবলৈ ইচ্ছুক হোৱাত তাইৰ নিজৰ জীৱনৰ কথাবোৰ কৈ যাবলৈ ধৰিলে — তাই নিজে বুজা ধৰণে। সত্য ঘটনাবোৰকে তাই এপিনৰ পৰা কৈ গৈছিল। মেলাত বিক্ৰী কৰাৰ কথাটো অৱশ্যে বাদ পৰি গৈছিল। সেইটো তাই নাজানেও।

তাই ভাবিছিল যে এই নতুন বান্ধৱী গৰাকীয়ে এই কথাবোৰ শুনি মনত আঘাত পাব, কিন্তু তেনে যেন নেদেখাত আচৰিত হ'ল। সেই কাৰণে তাইৰ মনত উৎসাহো বাঢ়িবলৈ ল'লে। কিছুপৰ পিছতেই ঘৰলৈ যাব লগা কথাটো ভাবি তাই চিন্তিত হৈ পৰিল কাৰণ কিছুদিন ধৰি তাই অত্যন্ত ৰুক্ষ ব্যৱহাৰ পাই আহিবলৈ ধৰিছিল।

'ঘৰলৈনো কেনেকৈ যাওঁ ভাবিকে পোৱা নাই,' তাই মুখৰ ভিতৰতে কথাষাৰ

ক'লে, 'আন কোনোবা ঠাইলৈহে গুচি যাবৰ মন গৈছে। কিন্তু ক'লৈনো যাম।'

'কিজানি অতি শীঘ্রে তোমাৰ সমস্যাৰ সমাধানেই হয়,' বান্ধবী গৰাকীয়ে শান্ত ভাৱে ক'লে। 'এই বিষয়ে এতিয়া মই বেছি কথা ক'বলৈ ইচ্ছা নকৰো, কিন্তু মোৰ প্ৰস্তাব এটা আছে, তুমি কেনে দেখা ক'বা : 'অলপতে মই ঘৰ এটা ল'ম। সেই ঘৰটোৰ তত্বাৱধান ল'ব পৰা আৰু মোকো লগ দিব পৰা এগৰাকী মানুহ বিচাৰিম। তুমি বাৰু মোৰ লগত থাকিবলৈ বেয়া পাবা নেকি? কিন্তু তুমি সম্ভব।'

'মই তোমাৰ লগত নিশ্চয় থাকিম,' এলিজাবেথে চকুৰ পানীবোৰ মচি মচি ক'লে, 'স্বাধীনভাবে থাকিবলৈ পালে যিকোনো কামেই কৰিবলৈ মই সাজু। তেতিয়া কিজানি দেউতাই আকৌ মোক মৰম কৰিবলৈ লয়েই বা। কিন্তু এটা ডাঙৰ কথা আছে।'

'কি কথানো আছে।'

'মই নিজকে সিমান মাৰ্জিত বা অভিৰুচিসম্পন্ন গুণী ছোৱালী বুলি নাভাবো, তোমাৰ লগৰীয়া তোমাৰ নিচিনাই গুণী হ'ব লাগিব, নহয় জানো।'

'নাই তেনেকুৱা কোনো কথা নাই।'

'হয় নেকি, বাৰু তথাপিও এটা কথা কৈ থও দেই। কেতিয়াবা মোৰ মুখত দুই এটা গাৱঁলীয়া শব্দ ওলাই যায– মই ক'ব নোৱাৰাকৈয়ে'

'সেইবোৰ কথাৰ কাৰণে তুমি চিন্তা কৰিব নেলাগে, তোমাক শিকাই বুজাই ল'বলৈ পালে মই ভালহে পাম।

'অ, মই আৰু এটা কাম কৰিব নোৱাৰিম,' তাই বেজাৰ মনেৰে ক'লে 'ছোৱালীৰ দৰে হাতৰ আখৰ লিখিব মই নাজানো, গোট গোট আঁখৰ হে লিখিবলৈ শিকিছিলোঁ। তুমি ছোৱালীমানুহ গতিকে ছোৱালীৰ গতেৰে লিখাহে বিচাৰিবা', কথাবাৰ কওঁতে আগৰ কথাটোলৈ মনত পৰি লাজত তাইৰ মুখত হাঁহিও বিৰিঙি উঠিছিল।

'নাই, নাই সেইবোৰ কি কথা কৈছা তুমি।'

'ছোৱালীৰ গতেৰে লিখা মানুহ নেলাগে নেকি?' এলিজাবেথে আনন্দমনেৰে সুধিলে।

'সেইবোৰৰ মোৰ কোনো আৱশ্যক নাই।'

'বাৰু' তুমিনো ক'ত ঘৰ লৈছাহি?'

'মই কেষ্টাৰব্ৰীজতে ঘৰ এটা লৈছোহি, আজি ৰাতি বাৰ বজাৰ পৰা তাতে থাকিবলৈ ল'ম।'

কথাবাৰ শুনি এলিজাবেথ-জেন কিছু আচৰিত নোহোৱাকৈ থকা নাছিল। 'মোৰ ঘৰটো ঠিক ঠাক হয মানে যোৱা কেইটামান দিন মই বাড মাউথতে আছিলোহি। এতিয়া যিটো ঘৰত থাকিবলৈ ল'ম সেইটোক মানুহে হাইপ্ৰেচ্ হ'ল বুলি

কয়- সেই শিলেৰে বন্ধা ঘৰটো। ঘৰটোৰ ওপৰৰ পৰা চালে তলপিনে যোৱা আলিটোৰে সৈতে বজাৰ খনলৈকে দেখি।'

'দুই তিনিটামান কোঠা থাকিব পৰা হৈছে যদিও বাকীবোৰ এতিয়াও থাকিবৰ উপযুক্ত হোৱাগৈ নাই। প্ৰথম নিশাটো অৰ্থাৎ যোৱা ৰাতি মই তাতে পাৰ কৰিলোঁ। বাৰু তুমি মোৰ প্ৰস্তাৱটো বিবেচনা কৰি চাই অহা সপ্তাহত মোক খবৰ দিবা। অৱশ্যে তেতিয়ালৈ তোমাৰ মন সলনি হ'বও পাৰে?'

তাইৰ অসহনীয় পৰিস্থিতিটোৰ পৰা মুক্তি পোৱাৰ আশাৰ ৰেঙনি দেখি এলিজাবেথ-জেনে গাভৰু গৰাকীৰ কথাত সম্মতি জনালে। দুয়ো সমাধিস্থলৰ পৰা ওলাই আহি গীৰ্জাটোৰ গেটখনৰ ওচৰতে এৰা এৰি হ'ল।

# একবিংশতি অধ্যায়

হাই প্লেচহল নামৰ ঠাই ডোখৰৰ কথা এলিজাবেথ-জেনে বহুত দিনৰে পৰাই শুনি আছিল। চহৰখনত সেই ঘৰটো কিয় বিখ্যাত সেই কথা তাই উপলব্ধি কৰিব পৰা নাছিল। কিছুমান অতি দৰকাৰী কথা অনবৰত শুনি থাকিলেও জীৱনৰ কিবা এটা সন্ধিক্ষণ নহালৈকে তেনেবোৰ কথাৰ মৰ্ম বুজা নাযায়। জানিবলৈ মন নকৰা ঘৰটোৰ কথা আহি তাইৰ নিজৰ গাতে লগাতহে তাই তাৰ গুঢাৰ্থ বুজিবলৈ চেষ্টা কৰিলে।

গীৰ্জাৰ কাষৰ উদ্যানখনৰ পৰা অহাৰ পিছৰে পৰা তাই গোটেই দিনটো অচিনাকি ছোৱালীজনী আৰু সেই ঘৰটোত থাকিবলৈ পোৱাৰ কথাকে কল্পনা কৰি থাকিল। পিছদিনা আবেলি বেলিকা দুখন মান বিল আদায় দিয়া কাম আৰু দুই এপদ সৰু-সুৰা বস্তু কিনাৰ উদ্দেশ্যৰে তাই বজাৰৰ পিনে ওলাই আহিছিল। তাই দেখিলে যে তাই যিটো কথা চিন্তা কৰি আছিল সেই কথাটো আলিবাটৰ মানুহবোৰৰো আলোচনাৰ বিষয় বস্তু আছিল। হাই প্লেচহল নামৰ ঘৰটোৰ মেৰামতি চলিছে আৰু তাত অতি সোনকালেই এগৰাকী ভদ্ৰমহিলা আহি থাকিবহি। দোকান পোহাৰৰ সকলো মানুহেই সেইবোৰ কথা জানে। তেখেত এগৰাকী স্বচ্ছল আৰু সম্ভাৱনাপূৰ্ণ গ্ৰাহক হ'ব বুলিও তেওঁলোকে আশা কৰিবলৈ লৈছিল।

এলিজাবেথ-জেনে মানুহৰ গুণাগঁঠাবোৰৰ মোখনি মাৰি জনাই দিলে যে ভদ্ৰ মহিলা গৰাকী আহি ঘৰটোত থাকিবলৈ ল'লেই।

সন্ধ্যা লাগিল যদিও তেতিয়ালৈকে বৰ বেছি আন্ধাৰ হোৱা নাছিল। ঘৰৰ চাল, মুধচ আৰু চিমনিবোৰ তেতিয়াও বিণি-বিণি দেখা পোৱা হৈ আছিল। ইতিমধ্যে বন্তিবোৰ জ্বলি উঠিছিল। প্ৰেমিক শ্বাহজাহানে তাজমহল চোৱাদি তাইও হাইপ্লেচ

হলটো চাবৰ কাৰণে ঘৰটোৰ একেবাৰে ওচৰ পালেহি।

ঘৰটোৰ সন্মুখভাগ আৰু কাষৰ চাপৰ বেৰবোৰ ছাই বৰণৰ। চহৰখনৰ কেন্দ্ৰস্থলত এইটোৱেই একমাত্ৰ তেনেধৰণৰ আবাস ভৱন। প্ৰাসাদোপম অট্টালিকাটোৰ বৈশিষ্ট্য হ'ল, গাঁৱলীয়া অঞ্চলৰ ঘৰবোৰত সচৰাচৰ দেখাৰ দৰে কিছুমান বস্তু— যেনে ঘৰৰ চিমনিটোতে চৰাইৰ বাঁহ, চুক কোণবোৰত শেলুৱৈৰ টাটনি ইত্যাদি। প্ৰকৃতিৰ আচোঁৰত ঘৰটোৰ কোনো এক অংশবিশেষ ভাগি উৰলি যোৱাও দেখা গৈছিল।

বন্তি জ্বলিলে আলিবাটেদি অহা যোৱা কৰা পথিক বা গাড়ীৰ ছাঁ বাতি ঘৰটোৰ বেৰবোৰত পৰিছিল। সেইদিনা সন্ধ্যা বেলিকালেকে জাবৰ-জোঁথৰ পৰি ঠাইডোখৰ অপৰিষ্কাৰ হৈয়েই আছিল। ঘৰটোৰ কাম কাজবোৰ তেতিয়াও চিজিল লাগি উঠাই নাছিল। সেই অৱস্থাতে নতুন ভাৰাতীয়া জন আহি ঘৰ সোমাইছিলহি। ঘৰটো সাজিবৰ কাৰণে ব্যৱহাৰ কৰা শিলৰ চপৰাবোৰৰ আকাৰ দেখাত শুৱনি নাছিল যদিও ই কিন্তু ঘৰটোক এক বিশেষ ধৰণৰ গাম্ভীৰ্য্য প্ৰদান কৰিছিল। ঘৰটোত আভিজাত্যৰ কোনো চিনমোকাম নাই। ইয়াত থকা সকলৰ স্বাভিমানো ই বৃদ্ধি কৰা ধৰণৰ নহয়। তথাপিও ইয়াৰ লগত জড়িত নোহোৱা এজনৰ স্বতঃস্ফুৰ্ত্ত মন্তব্য এনে ধৰণৰ—'ঐশ্বৰ্য্যশালীসকলে উপভোগ কৰিবলৈ বনুৱাৰ তেজেৰে গঢ়া মহল।' এই ঘৰটোৰ সম্পৰ্কত কৰা তেনেধৰণৰ মন্তব্য কিমানদূৰ প্ৰাসঙ্গিক সেই কথা ন'দি কব পৰা নাযায়।

সেই মন্তব্যটো, সঠিক নহয় বুলি কব পাৰি, কাৰণ এই নতুন ভাৰাতীয়া গৰাকী নহালৈকে ঘৰটো দুবছৰমান খালি পৰিহে আছিল। আগতেও চেগাচোৰোকাকৈহে কোনোবাই কেতিয়াবা ঘৰটোত আছিলহি। এই ঘৰটো ভাল নাপাবলগীয়াৰ কাৰণবোৰ জল জল পট পটকৈ ওলাই থকা। প্ৰথম কথা হ'ল যে ঘৰটোৰ কেৰাটাও কোঠাৰ পৰা বজাৰখন দেখা পোৱা যায়। সেই হেন ৰাজৰিক মহলটোৰ পৰা আবুৰহীন বিস্তীৰ্ণ দৃশ্য দেখি থকাটো সুৰুচিপূৰ্ণ বুলি বহুতেই নাভাবে। তেনে এটা ঘৰ ল'বলৈ ভবিষ্যতেও যে কোনোবা অভিলাষী হ'ব সেই কথাও ন'দি ক'ব নোৱাৰি।

পোহৰ দেখি এলিজাবেথ-জেনে বুজি পালে যে বস্তিবোৰ ওপৰৰ কোঠাটোত ইতিমধ্যে জ্বলোৱা হৈছে। মহিলা গৰাকীয়ে ঘৰটো লোৱাৰ বিষয়েও তাই খাটাং হল। সেই মহিলা গৰাকীয়ে তেওঁৰ প্ৰশিক্ষাৰ্থী গৰাকীৰ মনত বৰ দকৈ প্ৰভাব পেলাইছিল। তাই তন্ময় হৈ আলিবাটটোৰ যি ঠাইত তোৰণটো আছিল তাৰ ঠিক বিপৰীত পিনে মুখ কৰি কিছুমান কথা ভাবি চিন্তামগ্ন হ'ল। তাইক মনোমুগ্ধ কৰা মহিলা গৰাকীয়ে ঘৰটোৰ আৰামদায়ক কোঠাবোৰৰ চাৰি বেৰৰ মাজত কেনেধৰণে সময়বোৰ কটাইছে বাৰু। ঘৰটোৰ ভিতৰত থকা মানুহ গৰাকীৰ ছবি এখন অনবৰতে

তাইৰ চকুত ভাহি থকাৰ কাৰণেই তাই ঘৰটোৰ ভাস্কৰ্যও ভাল পাই পেলাইছিল। সেই বুলি ইয়াৰ ভাস্কৰ্য প্ৰশংসনীয় নহয় বুলিও কব নোৱাৰি। সুক্ষ্মভাবে চালে ইয়াৰ ভাস্কৰ্যৰ পৰা বহুতো কথাই জানিব পাৰি। ইয়াক পালাভিয়ান ভাস্কৰ্য বুলি কয়। গঠিক ভাস্কৰ্যৰ পিছত গঢ়ি উঠা সকলোবোৰ ভাস্কৰ্যকে নতুন আৰ্হিৰ পথ প্ৰদৰ্শক বুলি ক'ব নোৱাৰি, বৰঞ্চ তেনেবোৰ ভাস্কৰ্য অ'ৰ ত'ৰ পৰা বুটলি আনি সংযোগ কৰি কিবা এটা নতুনত্ব দিয়াৰ প্ৰচেষ্টাহে। প্ৰতিটো ক্ষেত্ৰতে যুক্তিযুক্ততা প্ৰদৰ্শন কৰাৰ কাৰণেই ই সহজতে মানুহৰ মনত ৰেখাপাত কৰিব পাৰে। বৰ উচ্চস্তৰৰ চহকী ভাস্কৰ্য নহয় যদিও ইয়াক একেবাৰে নিম্নস্তৰৰ বুলিবও নোৱাৰি। এক কথাত প্ৰশংসনীয়েই বুলিব লাগিব। মানুহৰ অশেষ কষ্টৰ দ্বাৰা সৃষ্টি হোৱা ভাস্কৰ্যও যে এসময়ত নিৰৰ্থক ৰূপে দেখা দিয়েগৈ সেই বিষয়েও ই সময়োচিৎ জ্ঞান যাচি থাকে। মনুষ্য জীৱনৰ প্ৰতিটো ক্ষেত্ৰতে দেখা দিয়া সীমাবদ্ধতাই অক্লান্ত পৰিশ্ৰমেৰে গঢ়া কলা কৌশলী ভাস্কৰ্যকো অপ্ৰয়োজনীয় আধিক্য বুলি স্বীকৃতি প্ৰদানৰ পৰা বিৰত ৰাখিবলৈ প্ৰয়াস কৰাটো সঁচাকৈয়ে বৰ পৰিতাপৰ কথা।

কিছুসময়ৰ আগলৈকে মালবস্তুবোৰ কঢ়িওৱা মানুহ-দুনুহবোৰ আহিয়েই আছিল। গেটখনৰ পৰা ঘৰটোৰ প্ৰধান কক্ষটোলৈ থকা বাটচোৱা এটা বাজহুৱা আলি যেন হৈ পৰিছিল। সেই কাণিমুনি বেলিকাত সোমাওনে নোসোমাও বুলি ভাবি ভাবি এলিজাবেথে এখোজ দুখোজ কৰি আহি প্ৰধান দুৱাৰ খনেদি ভিতৰ সোমাল। তাইৰ ভয় লাগি গৈছিল। ভয় খাই লৰালৰিকৈ পিছ চোতালৰ লগতে লাগি থকা ওখ দেৱাল এখনৰ মাজৰ বাট এটাইদি ওলাই আহিল। ওলাইয়েই চহৰৰ মানুহে ব্যৱহাৰ নকৰা সৰু লুংলুঙীয়া বাট এটা দেখা পালে। তাতে এটা বন্তি জ্বলি আছিল। তাই ওলাই অহাৰ সময়ত পিছলৈ বুলি ঘূৰি চাই দেখিলে যে সেইখন অতি পুৰণিকলীয়া তোৰণহে। ঘৰটোতকৈও যেন বেছি পুৰণি। তাৰ দুৱাৰখনত নক্সা কাটি কাৰু কাৰ্য্য কৰা। সেইখনৰ ওপৰ অংশটো অৰ্ধ চক্ৰাকাৰ। তোৰণখনৰ কেন্দ্ৰৰ শিলচটাৰ আকৃতি মানুহৰ মুখৰ দৰে। সেই মুখখনে প্ৰধানতঃ হাস্যকৰ কিবা এটাৰ ইঙ্গিত দিছিল বুলি এতিয়াও ধৰিব পৰা হৈ আছিল। কেষ্টাৰব্ৰীজৰ চেঙেলীয়া ল'ৰাবোৰে মানুহৰ মুখৰ আকৃতিৰ শিলচটালৈ লক্ষ্য কৰি শিলগুটি দলিয়াওতে দলিয়াওতে তাৰ একেটুকুৰা এৰাই গৈ ব্যক্তিজনৰ ওঁঠ দুখন আৰু দুয়ো পিনৰ থুঁতৰিৰ হাড় কিবা বেমাৰে গ্ৰাস কৰা ৰূপ ধৰোৱাইছিলগৈ। টিমিক টামাক বন্তিৰ পোহৰত সেই দৃশ্যটো দেখি তাই ইমানেই ভয় খাইছিল যে তাইৰ প্ৰথম আগমনৰ পৰিবেশটো সম্ভাৱনাপূৰ্ণ বুলি ভাবিবলৈ অকণো থল নাছিল।

এই অস্বাভাৱিক দুৱাৰখন আৰু তাত বিৰাজ কৰি থকা কদৰ্য মুখখনে যি নিৰ্লজ্জভাবে দৃষ্টিপাত কৰি আছিল তাৰ পৰা আন নহ'লেও অট্টালিকাটোৰ পুৰণি

ইতিহাসৰ আভাস নিশ্চিতভাবে পোৱা গৈছিল। সেয়া হ'ল মহলটোৰ ভিতৰত চলা গুপুত ষড়যন্ত্ৰ। সেই লুংলুঙীয়া বাটটোৰেদি অহা মানুহক চহৰখনৰ আনে দেখা নাপাইছিল। ষাডগৰু বন্ধা ঠাই ডোখৰ সেইখিনিতে আছিল। পূৰণিকালৰ ৰংমহল, আৰু কুকুৰা যুঁজৰ ঠাই খনো তাৰ কাষতেই। তাতে থকা পুখুৰীটোত কিমান সদ্যোজাত শিশু অন্তৰ্ধান হৈছিল সেইবোৰ কথা অতীজৰ বুকুতে লীন গৈছিল। এনে ধৰণৰ সা-সুবিধাৰ কাৰণে হাই প্লেচ্ হলে কিন্তু নিশ্চযকৈ গৌৰব কৰিব পাৰে।

আটাইতকৈ চুটি লুংলুঙীয়া বাটটোৰে তাই ঘৰলৈ বুলি আহি আছিল। কিন্তু কাৰোবাৰ খোজৰ শব্দ শুনি তাই ভয় খালে। সেই ঠাইত তাইক অকলে দেখা পোৱা ভাল কথা নহ'ব বুলি ভাবি তাই অলপ দূৰ পিছুৱাই আহিল। পিছে তাৰ পৰা আন বাট নথকাত তাই পকাৰ খুঁটা এটাৰ আঁৰ লৈ অনাহুত প্ৰবেশকাৰীজন পাৰ হৈ যোৱালৈ বাট চালে।

তাই চাই থকা হ'লে দেখি আচৰিতেই হ'লহেঁতেন যে সেই তোৰণটোৰ গাতে লাগি থকা দুৱাৰখনৰ পিনে পোনে পোনে গৈ দুৱাৰ ডাংডালত হাত দি ক্ষন্তেক ৰ্‌বোৱা জননো কোন। ওচৰৰ পৰা অহা সামান্য পোহৰত তাই দেখি আচৰিত হলহেঁতেন যে সেইজন তাইৰ দেউতাক হেনচাৰ্ড—আন মানুহ নহয়।

কিন্তু এলিজাবেথ-জেন চুকটোত এনেভাৱে সোমাই আছিল যে তাই সেই বিষযে একো উমানকে নাপালে। হেনচাৰ্ডে সেইবোৰ কথাৰ গম নাপাই ভিতৰলৈ সোমাই গ'ল আৰু ছোৱালীজনীয়েও আন্ধাৰত বিলীন হৈ যোৱা মানুহজননো কোন সেইটো ধৰিব নোৱাৰিলে। চুকটোৰ পৰা ওলাই এলিজাবেথ কোবাকুৰিকৈ আহি ঘৰ সোমালেহি।

হকে বিহকে, যেতিয়াই-তেতিয়াই, হেনচাৰ্ডে কৰা তিৰস্কাৰৰ ফলত তাই কোনো এটা কামতেই হাত দিবলৈ সংকোচ কৰা হ'ল। তাইৰ ভয় হ'বলৈ লৈছিল কিজানি তাই কৰা প্ৰতিটো কামকে নাৰীসুলভ নাই হোৱা বুলি হেনচাৰ্ডে ভৎৰ্সনা কৰিবলৈ লয। সেইবোৰ কাৰণেই ঘৰখনৰ এই দুজন প্ৰাণীৰ মাজত কোনো ধৰণৰ কথা বতৰাৰ বিনিময় হোৱা নাছিল। হেনচাৰ্ডে সেইদিনা কাণিমুনিবেলিকা হাই প্লেচ হললৈ যোৱাৰ বিষয়ে তাই একোৱেই নাজানিলে। ইজনে সিজনক চিনি পোৱাহেঁতেন আৰু তেওঁলোক তালৈ যোৱাৰ উদ্দেশ্য কি সেই বিষয়ে জনাহেঁতেন ইয়াৰ ফলাফল বহুত কিবা কিবি হ'ব পাৰিলেহেঁতেন। কিন্তু দুৰ্ভাগ্যৰ কথা যে দুয়োৰো ভিতৰত কথা বতৰা নোহোৱাৰ ফলত সেই কথা জনাজনি আৰু নহ'ল।

মহিলা গৰাকীৰ ঘৰতনো হেনচাৰ্ডৰ কি সকাম আছিল সেইটো নাজানিলেও এলিজাবেথ-জেন ঘৰ সোমোৱাৰ কিছুপৰ পিছতেই তেওঁ আহি ঘৰ সোমাইছিলহি। সেইদিনা সন্ধ্যা সময়তেই তাই সেইখন ঘৰৰ পৰা গুচি যাবলৈ ইচ্ছা কৰাৰ কথাটো

দেউতাকৰ আগত উলিযাম বুলি ভাবি আছিল। সেইদিনাৰ ঘটনা চক্ৰই তাইক সেই বিষয়ে উদ্‌গনি দিছিল। কিন্তু তাইৰ গোটেই কথাটো নিৰ্ভৰ কৰিব তেখেতৰ সেই সময়ৰ মানসিক অৱস্থাৰ ওপৰতহে। ঘৰ সোমায়েই তেওঁনো তাইক কেনে ব্যৱহাৰ কৰেহি তাকে জানিবৰ কাৰণে তাই চিন্তা কৰি বহি আছিল। তাই দেখিলে যে মানুহজনৰ মনৰ পৰিবৰ্তন হৈছে। তেওঁ উগ্ৰমূৰ্ত্তি ধৰি থকা নাছিল যদিও তাতোকৈও ভয়াবহ কিবা ৰূপ এটা লৈ আছিল। তেওঁ তাইৰ প্ৰতি একেবাৰে উদাসীন হৈ পৰিছিল। ডাবি ধমকি সহি থাকিব পাৰিলেও আন্তৰিকতাহীনতাক তাই আৰু সহি থাকিব নোৱাৰা হ'লহি। সেইবোৰ ভাবিচিন্তি তাই হেনচাৰ্ডৰ লগ এৰা খাটাং কৰি পেলালে।

'দেউতা, মই ইযাৰ পৰা গুচি যোৱাত আপোনাৰ কিবা আপত্তি আছে নেকি?' তাই পোনপটিয়াকৈয়েই সুধি পেলালে।

'গুচি যাবা! নাই কোনো আপত্তি নাই, পিছে যাবানো ক'লৈ?'

তাই চিন্তা কৰি চাই পালেগৈ যে যিজন মানুহৰ তাইৰ প্ৰতি অকণো মৰম স্নেহেই নাই তেনে এজন মানুহক তাই ক'লৈ যাব সেই কথা নোকোৱাই সমীচীন হব। তাৰোপৰি কোৱাৰ কোনো প্ৰয়োজনো নাই। তাই ক'লৈ গৈছে সেই কথাটো তেওঁ সোনকালেই গম পাব। 'মই মোৰ নিজৰ দোষ ত্ৰুটীবোৰ এৰুৱাই নিজকে সংশোধন কৰি লবলৈ সুবিধাজনক ঠাই এডোখৰৰ বিষয়ে জানিব পাৰিছো। নিষ্কৰ্মা হৈ থকাতকৈ তাত কাম কৰিবলৈকো সুবিধা পাম। মোৰ নিজৰো কিছু উৎকৰ্ষ সাধন হ'ব।' মনত কিছু দ্বিধা লৈয়েই তাই উত্তৰটো দিলে। 'মানুহ এজনে মোক থাকিবলৈ সুবিধা দিছে আৰু তাত থাকিলে মই পঢ়া শুনা কৰাৰ উপৰিও সুৰুচিসম্পন্ন জীৱনৰ আচৰণ বিধিৰ বিষয়েও জানিব পাৰিম।'

'তেতিয়াহ'লে তেনে সুবিধা তুমি নিশ্চয় গ্ৰহণ কৰা ভাল হ'ব। 'সইত, সইত, মই দেৱলোকৰ নাম ধৰি কৈছো— ইয়াত থাকি যদি তোমাৰ জীৱনৰ উৎকৰ্ষ সাধন নহয় বুলি ভাবা, তেন্তে যোৱা।'

'আপুনি তেনেহ'লে আপত্তি নকৰে?'

'আপত্তি— মই? নাই নাই —— নকৰোঁ। মোৰ সমূলি আপত্তি নাই।' ক্ষন্তেক বৈ তেওঁ আকৌ কৈছিল, 'তোমাৰ সেই আচনিখন কাৰ্যকৰী কৰিবলৈ কাৰবাৰ পৰা নিশ্চয় সহায় লাগিব, নহলেতো কাৰ্যকৰী কৰিব নোৱাৰিবা। তুমি যদি ইচ্ছা কৰা মই তোমাক নিয়মীয়া বৃত্তি এটা দিব পাৰো। নহ'লে তোমাক সুৰুচিপূৰ্ণ কৰিবলৈ ওলোৱা সকলে তোমাক যিখিনি পইছা দিব তাৰে তুমি নাখাই মৰিব লাগিব।'

সেই সুবিধাকণ দিয়াৰ কাৰণে দেউতাকক তাই ধন্যবাদ জনালে। 'মই তাৰ এটা পকা ব্যৱস্থা কৰিব লাগিব, তেওঁ ক্ষন্তেক বৈ ক'লে 'তুমি ···ৎসৰিক কিবা

নিয়মীয়া যানচ পাই থকাৰ দিহা মই কৰিম, যাতে তুমি মোৰ ওপৰত নিৰ্ভৰ নকৰাকৈয়েই স্বাধীনভাৱে চলি থাকিব পাৰা। এই বন্দবস্তটোত তুমি সুখীনে?'

'নিশ্চয়,' তাই ক'লে।

'তেন্তে আজিয়েই মই ইয়াৰ কিবা এটা ব্যৱস্থা কৰিম।' এনেদৰে এটা ব্যৱস্থা কৰি তাইৰ জঞ্জালটোৰ পৰা তেওঁ মুক্তি পালে। তেওঁলোক দুজনৰ মাজৰ সমস্যাটো এনেদৰে সমাধান হ'ল। তাইৰ এতিয়া একমাত্ৰ চিন্তা থাকিল কিমান সোনকালে মহিলা গৰাকীক লগ পাবগৈ পাৰে। তাৰ কাৰণে তাই আগ্ৰহেৰে অপেক্ষা কৰি ৰ'ল।

ক্ষণটো আহি উপস্থিত হ'লহি। সেইদিনা ৰাতি পুৱাৰে পৰা বৰষুণ কিনকিনাই আছিল। এলিজাবেথ-জেনৰ ভোগ বিলাসী জীৱনৰ কক্ষপথ সলনি হৈ নিজ পৰিশ্ৰমৰ ওপৰত নিৰ্ভৰশীল এটা সুকীয়া কক্ষ পথলৈ বিচ্যুত হ'ল। তাই ভাবিলে যে তাইৰ জীৱনৰ এই স্খলনৰ সময়ৰ বতৰটোও পৰিস্থিতিৰ লগত খাপ খোৱা হৈছে। তাইৰ বান্ধৱীগৰাকীয়ে তাইক গ্ৰহণ কৰিবনে নকৰে সেই বিষয়ে তাইৰ সন্দেহ একেবাৰে আঁতৰা নাছিল। মহিলা গৰাকীক তাইৰ গুৰু বুলি মান্যতা দিয়াৰ দিনৰ পৰাই তাইৰ নিজৰ জোতাযোৰ সুকীয়া কোঠা এটাত ওলোমাই থৈছিল। তাই সেইযোৰ নমাই আনি দেখিলে যে সেমেকা বতৰত জোতাযোৰ ভেঁকুৰি ক'লা বৰণ ধৰিছে। তথাপিও সেই যোৰকে ভৰিত সুমুৱাই লৈ তাইৰ ডাঙৰ কোটটোও পিন্ধি ল'লে। তাৰ পিছত ছাটিটো লৈ নিৰ্দিষ্ট ঠাইডোখৰৰ পিনে ৰাওনা হ'ল। তাই ভাবিছিল যে যদি কেনেবাকৈ সেই ঠাই ডোখৰত তাইক নেপাইগৈ তেন্তে তাইৰ নতুনকৈ লোৱা ঘৰটোলৈকে যাব।

তাই গীৰ্জাঘৰটোৰ পিনে ৰাওনা হ'ল। বতাহ বৰষুণ আদি প্ৰতিকুল অৱস্থাৰ পৰা ৰক্ষা পাবৰ কাৰণে গীৰ্জাঘৰটোৰ এটাফালে মাটিৰ বেৰদি তাৰ ওপৰত খেৰৰ চালি দিয়া আছিল। ইয়াৰ আওলাখন দুফুটমান দীঘল হৈ বাহিৰলৈ ওলাই থকা। সেই মাটিৰ বেৰখনৰ সিফালৰ পৰাই শস্য ৰখা চোতাল আৰু ভঁৰাল ঘৰবোৰৰ আৰম্ভ। তাৰোপৰি ভালেমান খেতিৰ সঁজুলি ৰখা গুদামো তাতেই আছিল। তাই কেইমাহমান আগতে ফাৰফ্ৰেক সেই ঠাইতে দেখা পাইছিল। ওলমি থকা খেৰৰ ফাঁকেদি কোনোবা এজন অহা দেখা পাই তাই সেইপিনে চাই দেখে যে তাই বিচাৰি অহা ভদ্ৰ মাহিলা গৰাকীয়েই সেইপিনে আহি আছিল।

হঠাতে তেওঁক দেখা পাই যোৱাত তাইৰ মনত আশাৰ সঞ্চাৰ হ'ল যদিও আন এটা কথাও তাই ভাবিবলৈ বাধ্য হ'ল— কিজানি এনে সৌভাগ্যই কিবা বিপদহে চপাই আনে। অতি দৃঢ় মনৰ মানুহৰ মনতো কল্পনা প্ৰসূত উদ্ভট চিন্তাই বাঁহ নোলোৱা নহয়। সভ্যতাৰ প্ৰায় সমানেই পুৰণি এই গীৰ্জাঘৰ সংলগ্ন সমাধিস্থলখন। এনেহেন

বেয়া বতৰতো সেই অপৰূপা সুন্দৰী ছোৱালীজনী তাইক লগ পাবলৈকে সঁচাকৈয়ে আহিছেনে? তাইৰ সন্দেহ হ'ল কিজানি কোনোবা চয়তানেহে কিবা ফন্দি পাতিছে বুলি। যাহওঁক এলিজাবেথ-জেন গীৰ্জাঘৰটোৰ গম্বুজটোৰ কাষ পালেগৈ। গম্বুজটোৰ শিখৰত উৰি থকা নিচানখনৰ জৰাজীৰ্ণ ৰচিডাল বতাহত খট্‌খটাই শব্দ কৰি থকা তাই দেখা পালে। তাই আহি আহি দেৱালখনৰ ওচৰ পালেহি।

কিনকিনিয়া বৰষুণৰ মাজতো মাহিলাগৰাকীৰ মনৰ উৎফুল্লতা দেখি তাইৰ নিজৰ কল্পনাপ্ৰৱণ মনটোৰ কথা পাহৰি গ'ল। 'বাৰু, তুমি কি সিদ্ধান্ত ল'লা,' পছমী কাপোৰ এখনেৰে মুখটো ঢাকি থোৱা আছিল যদিও কথাবাৰ কওঁতে তাৰ মাজেৰেই তাইৰ বগা চকচকীয়া দাঁতৰ কিঞ্চিৎ অংশ এটা দেখা গৈছিল।

'হয়, মই যাবলৈ প্ৰস্তুত হৈ আছো,' তাই ব্যগ্ৰ ভাৱে ক'লে। "তোমাৰ দেউতাৰা মান্তি হৈছে?"

'হয়।'

'তেন্তে ঠিক আছে, বলা মোৰ লগতে।'

'এতিয়াইনে?'

'অ' এই এতিয়াই — তুমি যিমান সোনকালে পাৰা।'

'মই ভাবিছিলো আজিৰ দৰে বতৰত তুমি ইয়ালৈ আহিবলৈ অসুবিধা পাব পাৰা। সেই বুলি কোনোবা এজনক তোমাক লৈ আনিবলৈ পঠিয়াই দিম বুলিয়েই ভাবিছিলো, কিন্তু বাহিৰলৈ ওলাই আহিলে যে মনটো ভাল লাগে, সেই কাৰণে নিজেই ওলাই আহি তোমাক লগ পাওঁহি বুলি ভাবিলো।'

'মোৰো ওলাই আহিবৰ মন গ'ল।'

'আমাৰ দুয়োজনাৰ মনৰো তেন্তে মিল আছে। বাৰু তুমি আজিয়েই আহিব পাৰিবা নেকি? মোৰ ঘৰটো যে ইমান উদং আৰু মৰামুৰা হৈ আছে। জীৱন্ত প্ৰাণী এটিৰ নিতান্তই আৱশ্যক হৈছে।'

'মই ভাবো আজিয়েই মোৰ সিদ্ধান্তৰ কথা জনাব পাৰিম,' তাই কিবা এটা চিন্তা কৰি ক'লে।

এনেতে দেৱালখনৰ সিপিনৰ পৰা মলয়া এছাটি বলিল। লগে লগে বৰষুণো কণিয়ালে। ক্ষন্তেক পিছতে মানুহৰ মাতো শুনা গ'ল। সেই শব্দবোৰ আছিল 'বস্তা' 'মৰণামৰা', ধান তুঁহ,' 'চাৰিভাগৰ এভাগ,' অহা শনিবাৰ', 'বজাৰ' ইত্যাদি। ভঙা আইনাত মুখদেখাৰ দৰে অস্পষ্ট ইটো শব্দৰ লগত সিটো শব্দৰ জোৰা নলগা ধৰণৰ অসংলগ্ন কিছুমান কথা। দুয়ো গৰাকীয়েই কথাবোৰ কাণ পাতি শুনিলে।

মহিলা গৰাকীয়ে সুধিলে 'কোন তেওঁলোক?'

'মোৰ দেউতা, সেই চোতালখন আৰু গুদামটো তেখেতে ভাৰালৈ দিছে।'

শস্য ব্যৱসায়ৰ লগত জড়িত মাতবোলবোৰ শুনি নিজৰ তৎকালিন প্ৰাধান্য থকা বিষয়টোৰ কথা তাই পাহৰিয়েই গৈছিল। শেষত হঠাতে তাই সুধি পেলালে। 'তুমি ক'ত থাকিবা, সেই বিষয়ে তেখেতক জনাইছানে নাই।'

'তেখেতক কোৱা হোৱা নাই।'

'মই ভাবিলো, প্ৰথম আঁতৰ হৈ লোৱাতোহে নিৰাপদ হব — কাৰণ তেখেতৰ মেজাজটো সঘনে সলনি হৈ থাকে।'

'সম্ভৱ তুমি ঠিক ধৰিছা— আৰু এটা কথা মোৰ নিজৰ নামটো তোমাক কোৱাই নাই নহয়। মোৰ নাম মিচ টেম্পল্ মেন। বেৰখনৰ সিফালে কথাপাতি থকা মানুহবোৰ এতিয়ামানে গলনে বাৰু?' মানুহ গৰাকীয়ে সুধিলে।

'নাই, তেওঁলোক গৈ ভঁৰালটোৰ ভিতৰহে সোমাইছেগৈ।' তাই উত্তৰ দিলে।

'ঠাইডোখৰ বৰ সেমেকা যেন লাগিছে, ইযাৰ পৰা যাওঁ বলা। আজি সন্ধ্যা বেলিকালৈ মই তোমাক আশা কৰি থাকিম, ধৰি লোৱা প্ৰায ছয়মান বজাত।'

'মই কোনটো বাটেৰে আপোনাৰ ঘৰলৈ গ'লে ভাল হয়' মেডাম।' 'সেই সম্মুখৰ বাটটোৰে যাবা - গেটখনেদি - আৰু আন বাট আছে যদি মই গমকে নেপাওঁ।'

সেই লুংলুঙীয়া বাটটোৰ কথা ক্ষন্তেকৰ কাৰণে এলিজাবেথ-জেনৰ মনলৈ আহিছিল।

'যিহেতু তুমি ক'লৈ আহিবা সেই কথাটো তেওঁক জনোৱাই নাই, তুমি তাৰ পৰা নহালৈকে একো নোকোৱাই ভাল। কোনে জানে হঠাতে তেওঁৰ মন সলনি হৈ যাবও পাৰে?'

এলিজাবেথ-জেনে মূৰটো জোকাৰিলে। 'ভাবি চিন্তি চাই মই দেখিলো যে সেই বিষয়ে ভয় কৰাৰ কোনো কাৰণ নাই,' তাই বেজাৰ মনেৰে আৰু ক'লে 'মোৰ প্ৰতি তেখেতৰ একেবাৰে মৰম চেনেহ নোহোৱা হৈ আহিছে।'

'ঠিক আছে ছয় বজাত দেখা হ'ব তেন্তে।'

মুকলি আলিবাটটোলৈ ওলাই আহি তেওঁলোক দুযো বিদায় ল'লে। কোবাল বতাহত তেওঁলোকৰ ছাতি কেইটা ধেনুভিৰীয়া হৈ গৈছিল যদিওঁ কষ্ট কৰি কোনো মতে ধৰি ৰাখিছিল। মহিলাগৰাকী আহি শস্য ৰখা চোতালখনৰ নঙলামুখ পাৰ হোৱাৰ সময়ত এটা ভৰিৰ ওপৰতে থিয় দি ক্ষন্তেক ৰ'ল আৰু ইফালে সিফালে চালে। তাত থকা খেঁৰৰ পুজি, তৰপে তৰপে শেলুৱে ধৰি থকা কাছ-পিঠিয়া শস্যৰ সজুলি ৰখা গুদাম ঘৰ আৰু গীৰ্জা ঘৰৰ গম্বুজটোৰ বিপৰীতে থকা ভঁৰালবোৰৰ বাহিৰে আন একো দেখা নেপালে। গীৰ্জাঘৰটোৰ গম্বুজটোৰ ওপৰত থকা ধ্বজা খনৰ ৰচিডাল তেতিয়াও খটখটাই ল'ৰি আছিল।

হেনচাৰ্ডে একো উমানকে পোৱা নাছিল যে এলিজাবেথ- জেনে ইমান সোনকালেই তেওঁৰ পৰা আঁতৰি গুচি যাবগৈ। ছয় বজাৰ অলপ সময়ৰ আগতে তেওঁ আহি ঘৰ সোমাৰোৰ সময়ত কিংছ আৰ্ম হোটেলৰ পৰা অহা ঘোঁৰা বাগী এখন তেওঁ ঘৰৰ সন্মুখত ৰৈ থকা দেখা পালে। তাৰ ভিতৰত জীয়েকে সৰু সৰু বেগ আৰু বাকচ ভৰাই থকাও দেখিলে। তাকে দেখি তেওঁ আচৰিত হৈ তাইক সুধিলে। কি হ'ল, তুমি যাবলৈ ওলালাই নেকি?

'দেউতা আপুনি কৈছিল নহয় মই যাব পাৰোঁ,' তাই বাগীখনৰ খিৰিকীৰে মুৰটো উলিয়াই উত্তৰটো দিলে।

'অ, কৈছিলো হয় সেইটো ঠিকেই, কিন্তু তুমি অহা মাহত বা অহা বছৰতহে যাবা বুলি মই ভাবিছিলো। হে ভগবান — খামুচি ধৰিলা তুমি সময়ৰ আগচুলিত। তোমাৰ কাৰণে ইমান কষ্ট কৰাৰ বিনিময়ত তুমি মোক এনে ব্যৱহাৰেহে দিলাগৈ।'

'অহ, দেউতা আপুনি তেনেদৰে কিয় কৈছে ? তেনেকৈ কোৱা আপোনাৰ উচিৎ হোৱা নাই', তাই কিছু উষ্মাৰে সৈতে কথাষাৰ ক'লে।

'ঠিক আছে, ঠিক আছে, তুমি তোমাৰ মতেই চলা,' তেওঁ উত্তৰ দিলে।

তাইৰ সকলোবোৰ বস্তু তেতিয়াও নমাই অনা হোৱা নাছিল। তেওঁ গৈ নিজ চকুৰে সেই কোঠাটোৰ ভিতৰখন এবাৰ চাবৰ মন কৰিলে। তাই সেই কোঠাটো লোৱাৰ দিন ধৰি তেওঁ তাত সোমোৱা নাছিল। কোঠাটো ভালকৈ সজাই পৰাই ল'বৰ কাৰণে তাই কৰা যত্ন তেওঁৰ চকুত পৰিলক্ষিত হ'ল। কিতাপ, নক্সা, মেপ, আৰু সৰু সুৱা সজোৱা বস্তুৱে তাইৰ সৌন্দৰ্য্যবোধৰ আভাষ দিছিল। তাই নিজ চেষ্টাৰে কৰা এনেবোৰ কাৰ্য্যৰ গমকে তেওঁ পোৱা নাছিল। তথা লাগি সেইপিনে চাই ক্ষন্তেক পিছতে মুৰটো ঘুৰাই পোনে পোনে আহি তল পালেহি।

'চোৱা', তেওঁ কথাৰ সুৰ সলাই ক'লে— মই আৰু কেতিয়াও তোমাক গালি শপনি নাপাৰো — তুমি মোক এৰি গুচি নেযাবা। হয় মই কৈছো, মই তোমাক মাজে সময়ে বেয়া ব্যৱহাৰ কৰিছিলো আৰু তুমিও মোৰ মনত অত্যন্ত দুখ নিদিয়াকৈও থকা নাছিলা। সেইবোৰৰ কাৰণো আছে।'

'মই আপোনাক দুখ দিছো?' তাই বৰ চিন্তিত হৈ সুধিলে 'মই ক'ত, কোন দিনা আপোনাক বেজাৰ দিলো?'

'মই এতিয়া তোমাক সেইবোৰ কথা বিৱৰি ক'ব নোৱাৰো, কিন্তু তুমি যদি মোক এৰি নোযোৱা বুলি থিৰাং কৰা আৰু মোৰ নিজৰ ছোৱালীৰ দৰে ইয়াতে থাকি যোৱা তেন্তে সময়ত তোমাক মই সকলো কথাই কমগৈ।'

'কিন্তু আপোনাৰ এই প্ৰস্তাৱটো দহ মিনিট পলমকৈ আহিল। তাই গাড়ীত উঠিল আৰু গাড়ী যাবৰো হ'ল। তাৰোপৰি তাই সেই মহিলা গৰাকীৰ সন্মোহনী

মন্ত্ৰৰ মায়াজালত বন্দী। যথেষ্ট বিবেচনাৰ অন্তত তাই ক'লে 'দেউতা, মই এতিয়া যোৱাটোৱেই আমাৰ দুয়োজনৰ কাৰণে মঙ্গল হ'ব বুলি ভাবো। মই বেছি দিন আঁতৰি থাকিব লগীয়া নহ'বও পাৰে, তাৰোপৰি মই দূৰলৈ নেযাওঁ। মই ঘূৰি অহাকেই যদি আপুনি বৰকৈ ইচ্ছা কৰে তেন্তে মই শীঘ্ৰেই গুচি আহিম।'

তেওঁ কিঞ্চিৎ মূৰটো দুপিয়াই তাই লোৱা সিদ্ধান্তটোৰ যে অৰ্থ বুজি পাইছে তাৰ ইঙ্গিত এটাহে দি থলে। 'তুমি কৈছা তুমি বেছি দূৰলৈ গুচি নোযোৱা, তথাপিও কেতিয়াবা তোমালৈ বুলি চিঠি এখন দিবলৈ মোৰ মন গ'লে কি ঠিকনাত দিম? নে সেই কথাটো মই জানিবই নেলাগে?'

'এই চহৰখনতে মই থাকিম, হাই প্লেচ হলত।'

'হ্যনে, কি বুলি ক'লা, কথাষাৰ সোধোতে হেনচাৰ্ড থৰ লগা যেন হৈছিল। তাই পুনৰ উত্তৰটো দিলে। উত্তৰটো ভালকৈ শুনাৰ পিছত হেনচাৰ্ডৰ মাতবোল হৰিল। তেওঁ নিশ্চল হৈ পৰিল।

তাই হাতখন উলিয়াই অতি আত্মীয় ভাবেৰে বিদায় লৈ কছোৱানক গাড়ী চলাবলৈ নিৰ্দ্দেশ দিলে।

## দ্বাবিংশতি অধ্যায

হেনচাৰ্ডৰ এনে আচৰণৰ কথা বুজিবলৈ হ'লে আমি আগদিনা নিশা কি ঘটিছিল সেই বিষয়ে সংক্ষেপে হলেও জনা দৰকাৰ।

এলিজাবেথ-জেনে তাইক মন্ত্ৰমুগ্ধ কৰা মহিলাগৰাকীৰ ঘৰলৈ চুপে চাপে যাবলৈ চেগ চাই থকাৰ সময়তে লুচেতাই হাত যোগে দিয়া চিঠি এখন হেনচাৰ্ডে পাইছিল। তেওঁ সেইখন পাই অকণো আচৰিতো হোৱা নাছিল। নিজৰ কোমল অনুভূতিবোৰক হেঁচামাৰি চেপি থোৱা কথা বা আগৰ চিঠিখনত লিখাৰ দৰে ভাগ্যৰ ওপৰত আত্মসমৰ্পন কৰা ধৰণৰ কথাও তাত নাছিল। হেনচাৰ্ডক প্ৰথম লগ পাওঁতে তাই যি স্বাভাবিক ধৰণে ভাবৰ আদান প্ৰদান কৰিছিল ঠিক তেনে এটা মুকলি মনেৰেই চিঠিখন লিখিছিল।

মোৰ মৰমৰ হেনচাৰ্ড,

অকণো আচৰিত নহ'ব। মই ভাবো আপোনাৰ আৰু মোৰ দুয়োৰো ভালৰ কাৰণেই মই আহি কেষ্টাৰব্ৰীজত থাকিবলৈ লৈছোহি– কিমান দিনলৈ থকা হয় সেইটো বৰ্ত্তমান ক'ব নোৱাৰো। সেইবোৰ কথা নিৰ্ভৰ কৰিছে – সেই ব্যৱসায়ী ভদ্ৰলোক – সেই মেয়ৰজনৰ ওপৰত হে। তেওঁৱেই যথাযথ ভাবে মোৰ মৰম, ভালপোৱাৰ ন্যায্য অধিকাৰী।

এই চিঠি খন ওপৰে ওপৰে পঢ়িলে মোক পাতল মনৰ যেন দেখুৱাব পাৰে। মোৰ সোণ, কিন্তু দকৈ ভাবি চালে ই তেনে অৰ্থ প্ৰকাশ নকৰে। আপোনাৰ পত্নীৰ মৃত্যুৰ পৰিণাম স্বৰূপেহে মই আহি ইয়াত উপস্থিত হৈছোহি। তেওঁৰ মৃত্যু বহুবছৰৰ আগতেই হৈছিল বুলি আপুনি অৱশ্যে ভাবিছিল। বেচেৰী মানুহ গৰাকীয়ে জীৱনটোত বহুত কষ্ট পালে। বহুত ভুগিলে যদিও তেওঁ সেই সকলোবোৰ সহি সামৰি থাকি গ'ল। তেওঁৰ মনটো দুৰ্বল হ'ব পাৰে কিন্তু তেওঁক নিৰ্বোধ বুলিব নোৱাৰি। মই শুনি সুখী হৈছো যে আপুনি তেখেতৰ প্ৰতি সদয় হৈ উচিৎ ব্যৱহাৰ কৰিছিল। মই তেখেতৰ কথা গম পোৱাৰ ঠিক পিছতেই তেখেতৰ মৃত্যু হ'ল। তেখেতৰ মৃত্যুৰ বাতৰি পোৱাৰ পিছৰে পৰাই বিবেকৰ দংশনে মোক তিল তিল কৈ মাৰিবলৈ ধৰিছে। মূৰ্খামীৰ উচতনিত পৰি আপোনাৰ ওপৰত অযথা হেঁচা দি মোক বিয়া কৰোৱাৰ যি অঙ্গীকাৰ আপোনাৰ পৰা মই আদায় কৰিছিলো সি মোৰ চৰিত্ৰৰ ওপৰত বেয়াকৈ চেকা লগালে। আপ্ৰাণ চেষ্টা কৰি হ'লেও সেই চেকা মচিবই লাগিব। মই ভাবো আপুনিও কথাবোৰ একে ধৰণেই ভাবে আৰু [illegible] ধৰণে ব্যৱস্থা ল'বলৈ আগবাঢ়ি আহিব। আপুনি কি পৰিস্থিতিত পৰিলে আৰু আমাৰ বিচ্ছেদৰ পিছত আপোনাৰ কি হ'ল সেই বিষয়ে মই একোৱেই নজনাকৈ থাকিলো। গতিকেই মই বিবেচনা কৰি থিৰাং কৰিলো যে আপোনাৰ লগত চিঠি পত্ৰৰে আদান প্ৰদান কৰাতকৈ নিজেই ইয়ালৈ আহি উপস্থিত হোৱাহিয়েই মঙ্গল।

সম্ভৱ আপোনাৰ ভাৱ ধাৰাও মোৰ দৰেই। আপোনাক দুই এদিনৰ ভিতৰতে দেখা কৰিব পাৰিম। তেতিয়ালৈ বিদায় — আপোনাৰ

লুচেতা।

পুনঃ মই নিৰ্দ্ধাৰিত কৰা অনুসৰি কণ্ডেকৰ কাৰণে হ'লেও আপোনাক সেই দিনা কেষ্টাৰব্ৰীজৰ মাজেদি পাৰ হৈ যাওঁতে লগ ধৰিব নোৱাৰিলো। ঘৰুৱা ঘটনা এটাই সকলো ওলট পালট কৰি দিলে। সেই বিষয়ে আপুনি শুনিলে আচৰিত হ'ব।

হেনচাৰ্ডে ইতিমধ্যে শুনিবলৈ পাইছিল যে হাইপ্লেচ্ হলটোলৈ কোনোবা ভাৰাতীয়া আহিব। সেই কাৰণে সেইটো মেৰামতি কৰা হৈছিল। কোন আহিব সেই বিষয়ে একো ভু নেপাই এদিন সেইপিনে যাওঁতে বাটত প্ৰথম লগ পোৱা মানুহজনকে সুধিলে, 'হেৰি এই ঘৰটোলৈ কোন আহিব জানেনে?'

'মই শুনাত টেম্পলমেন নামৰ এগৰাকী মহিলা, চাৰ।'

হেনচাৰ্ডে কিছুসময় কথাটো চিন্তা কৰিলে, 'লুচেতা তেওঁৰেই সম্বন্ধীয়া নেকি? হ'বও পাৰে,' তেওঁ মনতে ভাবিলে। 'এইবাৰ মই তাইক উচিৎ স্থান দিবই লাগিব।'

এটা সময়ত তাইৰ সমস্যাটোলৈ তেওঁ তিতাকেহা পাইছিল যদিও এতিয়া সেই ভাবৰ সলনি হ'ল। তাইৰ প্ৰতি তেওঁৰ এটা নৈতিক দায়িত্ব আহি পৰিছে বুলি

তেওঁৰ ভাব হ'ল। অন্তৰত সিমান আবেগ অনুভূতি নেথাকিলেও তাইৰ প্ৰতি আকৰ্ষণ নোহোৱা হৈ যোৱাও নাছিল। এলিজাবেথ-জেন তেওঁৰ নিজৰ ছোৱালী নহয় বুলি জনাৰ পিছত তেওঁ একেবাৰে হতাশ হৈ গৈছিল। তেওঁৰ নিজৰ বুলিবলৈ সন্তান এটা নোহোৱা হ'লত অন্তৰৰ খালি ঠাই ডোখৰ পূৰ কৰিবৰ কাৰণে ক'ব নোৱাৰাকৈয়েই তেওঁৰ মনত কিবা এক প্ৰকাৰৰ হেঁপাহ জাগিবলৈ ধৰিলে। এনে এটা মানসিক অৱস্থাতে তেওঁ সেইদিনা লুংলুঙীয়া বাটটোৰে হাইপ্লেচ্ হললৈ যাওঁতে বাটতে এলিজাবেথ-জেনৰ লগত মুখামুখি হোৱাৰ উপক্ৰম হৈছিল। তেওঁ ঘৰটোৰ চোতালখনৰ পিনে গৈ থাকোতে চিনা মাটিৰ বাচন বৰ্তন কিছুমান বাকচৰ পৰা উলিয়াই থকা মানুহ এজনকে গৈ সুধিলেগৈ যে মিচ লে চুৰেৰে ঘৰটো ল'লেহি নেকি?' হেনচাৰ্ডে তাইৰ নামটো লুচেতা বা লুচেটাৰ পৰিবৰ্তে মিচ্ লে চুৰেৰ বুলিহে জানিছিল। তেওঁৰ লগত প্ৰথম চিনাকি হোৱাৰ সময়ত সেই নামটোৰেই তাইক সকলোৰে মাতিছিল।

মানুহজনে নেতিবাচক উত্তৰ এটা দি ক'লে, মই জনাত মিচ টেম্পলমেন নামৰ মানুহ এগৰাকীয়েহে তালৈ আহিছে। মিচ লে চুৰেৰ নামৰ কোনো ঘৰটোত সোমোৱাহি নাই বুলি জানি হেনচাৰ্ড গুচি গ'ল।

তেওঁ আগ্ৰহেৰে এই বিষয়ে অনুসন্ধান কৰি থকাৰ সময়তে পিছদিনা এলিজাবেথ-জেন ঘৰৰ পৰা গুচি গ'ল। এলিজাবেথ-জেনে সেই ঠিকনাটোৰ কথা উল্লেখ কৰাত তেওঁৰ মনলৈ এটা আচৰিত ধৰণৰ চিন্তা আহিল। লুচেতা আৰু মিচ টেম্পলমেন একেজনেই নেকি? তেওঁৰ মনত পৰিবলৈ ধৰিলে লুচেতাৰ লগত ঘনিষ্ঠতা থকাৰ সময়ত তাই টেম্পলমেন নামৰ এগৰাকী অতি চহকী মহিলাৰ কথা প্ৰায়েই উল্লেখ কৰিছিল। তেওঁ অৱশ্যে সেই সময়ত তেখেতক এগৰাকী কল্পনা প্ৰসূত পৌৰাণিক কাহিনীত উল্লেখিত এটি চৰিত্ৰ বুলিহে গণ্য কৰিছিল। তেওঁ নিজে ধন সম্পত্তিৰ পম খেদি ফুৰা ধৰণৰ মানুহ নহয় যদিও লুচেতাক মহীয়ান কৰি তোলাৰ কাৰণ বিচাৰি ইয়াকে পাইছিলগৈ যে কোনো উদাৰ চহকী মানুহৰ শেষ ইচ্ছা পত্ৰ যোগে ঐশ্বৰ্যশালী নোহোৱা হ'লে তাই এনে অপৰূপ লাৱণ্যৰ অধিকাৰী হ'ব নোৱাৰিলেহেঁতেন। তেওঁ চিন্তা কৰিবলৈ ধৰিলে যে মধ্যযুগতে আৰম্ভ হোৱা প্ৰাণস্পন্দনহীন বস্তুবাদী মনোবৃত্তিয়ে মানুহৰ মন আকৰ্ষিত কৰি সকলো দিশতে কেনেদৰে প্ৰাধান্য বিস্তাৰ কৰিবলৈ লৈছিল। কিন্তু সেইবোৰ কথা চিন্তা কৰি হেনচাৰ্ডে বেছি সময় নষ্ট নকৰিলে। চিঠি লিখাতো লুচেতাৰ এটা নিচা। তেওঁলোকে পূৰ্বতে প্ৰস্তুতি চলোৱা বিয়া খন সম্পূৰ্ণ ৰূপে ব্যৰ্থ হোৱাৰ পিছত তাইৰ ফালৰ পৰা চিঠিৰ সোঁত বৰলৈ ধৰিছিল। এলিজাবেথ-জেনে ঘৰ এৰি যোৱাৰ কেইমিনিট মানৰ পিছতে হাইপ্লেচ্ হলৰ্ পৰা মেয়ৰৰ ঘৰলৈ আৰু এখন চিঠি আহিল।

'মই আহি ঘৰটো ল'লোহি।' তাই এইদৰে আৰম্ভ কৰিছিল। 'ঘৰটোত থাকি ভাল পাইছো, কিন্তু ঠিক ঠাক কৰি লোৱা কামটো বৰ বিৰক্তিকৰ যেন লাগিছে। মই কি লিখিবলৈ ওলাইছো সেই বিষয়ে আপুনি নিশ্চয় ধৰিবই পাৰিছে– পৰা নাই নেকি? মোৰ মৰমিয়াল পেহী গৰাকীৰ ধন সম্পত্তিৰ কথা ক'বলৈ নেযাওঁ বাৰু, কিয়নো তেওঁৰ অস্তিত্বৰ ওপৰতেই আপোনাৰ সদায় সন্দেহ আছিল। বাস্তৱত কিন্তু মোৰ পেহী হ'ল এজন চহকী বেংকাৰৰ বিধবা পত্নী। তেখেত অলপতে ঢুকাল। তেখেতৰ সম্পত্তিৰ এটা ভাগ মোক দি গৈছে। সেইবোৰৰ বিতং বৰ্ণনা নিদি ইমানকে জনাওঁ যে মই তেখেতৰ নামটোকে লৈছো– মোৰ নিজৰ নামৰ লগত লাগি থকা দুৰ্ণামবোৰৰ পৰা হাত সাৰিবৰ উপাই হিচাবে। গতিকে ইয়াৰ মানুহে মোক মিচ টেম্পলমেন বুলিহে জানিব।

'এতিয়া মই নিজেই নিজৰ গৰাকী বুলি ক'ব পাৰো আৰু কেষ্টাৰব্ৰীজতে থকাৰ সিদ্ধান্ত লৈছো- হাই প্লেচ্ হলৰ ভাৰাতীয়া হিচাবে। মই ইয়াতে থকাৰ কাৰণে যেতিয়াই মন যায় তেতিয়াই মোক দেখা কৰাৰ কাৰণে আপুনি কোনো অসুবিধা নেপাব। প্ৰথমে মই ভাবিছিলো যে বাটে পথে আপুনি মোক অকস্মাতে লগ নোপোৱালৈকে আপোনাক এই বিষয়ে কোনো কথাই নজনাম। কিন্তু সেইটো ভাল নহ'ব যেন লাগিল।

'আপোনাৰ ছোৱালীজনীৰ লগত মই যি এটা বন্দবস্ত কৰিছো। সেই বিষয়ে আপুনি নিশ্চয় গম পাইছে। আপোনাৰ হাঁহি উঠিছে চাগৈ — আৰুনো কি বুলি কম? বিসঙ্গত পৰিস্থিতি এটাৰ সৃষ্টিত হাস্যৰসৰ উদ্ৰেক নহয় জানো? সেইটো মই ইচ্ছা কৰিয়েই কৰিছো। এটা কথা কৈ থওঁ যে মই তাইক প্ৰথমতে অকস্মাতে লগ পাওঁ। আপুনি ধৰিব পাৰিছানে মাইকেল, মই কিয় এনে এটা কাম কৰিবলৈ লৈছো - কিয় বাৰু? আপুনি যাতে সহজতে তাইক দেখা কৰাৰ অজুহাতত মোক লগ পাব পাৰে। তেনেদৰেই আমাৰ মাজতে স্বাভাবিক ভাবে জনা শুনা হ'ব। তাই এজনী অতি সৰল প্ৰকৃতিৰ মৰম লগা ছোৱালী। তাই ভাবে আপুনি তাইক অন্যৱশ্যক ভাবে কঠোৰ ব্যৱহাৰ দিছে। আপুনি নিজেই হয়তো তেনে কৰিছে বুলি ভৱাই নাই। মই খাটাংকৈ ভাবো যে সেইটো ইচ্ছাকৃত নহয়। ইয়াৰ ফলস্বৰূপে তাই যিহেতু মোৰ ওচৰলৈকে আহিল আপোনাক বিৰূপ সমালোচনা কৰিবলৈ মোৰ কোনো প্ৰৱণতা নাই। চিঠিখন বৰ লৰালৰি কৰি লিখা

সৰ্বদা আপোনাৰ

লুচেত্তা

এই কথাবোৰ জানিবলৈ পাই হেনচাৰ্ডৰ বিষণ্ণ আত্মা আনন্দত নাচি উঠিল। মনত নানান ৰঙীন সপোন ৰচি তেওঁ বহু সময়লৈকে বহি থাকিল। এলিজাবেথ-

জেন আৰু ড্যোন্যাল্ড ফাৰফ্ৰেৰ লগত মনোমালিন্য হোৱাৰ পিছত তেওঁৰ অন্তৰখন শুকাই নাইকীয়া হৈ যাবলৈ ধৰিছিল। কিন্তু তেওঁৰ আবেগ অনুভূতিবোৰে যন্ত্ৰচালিত সক্ৰিয়তাৰে পূৰ্বৰ লক্ষ্য পৰিবৰ্ত্তন কৰি লুচেত্তাৰ পিনে গতি কৰিলে। তাই বিয়াৰ প্ৰতি আগ্ৰহী বুলি বুজা গ'ল। এসময়ত নিজৰ সময় অপব্যয় কৰি অবিবেচকৰ দৰে তেওঁক হিয়া উবুৰিয়াই ভাল পোৱা ছোৱালীজনীক স্বীকৃতি নিদিয়াৰ কিবা জানো অৰ্থ এতিয়া আৰু থাকিব পাৰে! ভাল পোৱাতকৈও বিবেকৰ দংশনেহে তাইক তেওঁৰ ওচৰ চপাই ইয়ালৈ টানি আনিছে। সকলো দিশ ভাবি চিন্তি চাই তাইক দোষাৰোপ কৰিবলৈ তেওঁ একোকে বিচাৰি নেপালে।

'কণমানি বুদ্ধিয়ক ছোৱালী তাই।' কথাষাৰ কওঁতে তেওঁৰ মুখত হাঁহি বিৰিঙি উঠিছিল। (এলিজাবেথ-জেনক নিজ উদ্দেশ্য সিদ্ধিৰ মতলবেৰে তাইৰ লগলৈ নিয়াৰ সংক্ৰান্তত মন্তব্যটো দিছিল।)

লুচেত্তাক চাবলৈ ইচ্ছা হৈছিল বুলি মনলৈ ভাৱটো অহাৰ লগে লগেই তেওঁ যাবলৈ সাজু হ'ল। তেওঁ আৰু ৰব নোৱাৰি টুপিটো পিন্ধি ৰাওনাই হ'ল। আঠ কি ন বজাৰ ভিতৰত তেওঁ গৈ তাইৰ ঘৰৰ দুৱাৰমুখত হাজিৰ হ'লগৈ। তেওঁক জানিবলৈ দিয়া হ'ল যে মিচ টেম্পলমেন সেইদিনা সন্ধ্যা ব্যস্ত থাকিব গতিকে পিছদিনা ৰাতিপুৱাহে তেওঁক দেখা কৰিব।

'গপত তাই গঙ্গাটোপ হৈছে'। গৰ্ব অহঙ্কাৰ নিজৰতো কম নাই বুলি মনটোক প্ৰবোধ দিয়ালে। অৱশ্যে সজ অৰ্থত তাই তেওঁক সেই সময়ত আশা কৰাও নাছিল। সেই দিনাৰ প্ৰত্যাখানটো তেওঁ সহজ ভাৱেই ল'লে যদিও তেওঁ ঠিক কৰিলে যে পিছদিনা তেওঁ তাইক দেখা কৰিবলৈ নাযায়। 'অভিশাপ গ্ৰস্ত' এই নাৰী জাতিটো — ইহঁতৰ শৰীৰৰ কোনো এডাল আঁহৰ এক ইঞ্চিও পোন নহয়।'

সেই দিনাৰ হেনচাৰ্ডৰ মনটো বিশ্লেষণ কৰিলে ইয়াৰ ইঙ্গিত কিছু পোৱা যাব পাৰে। সেইদিনা সন্ধ্যা সময়ত হাইপ্লেচ্ হলৰ ভিতৰত কি হৈ আছিল তাকো জনা দৰকাৰ।

এলিজাবেথ-জেন আহি পোৱাৰ লগে লগেই এগৰাকী ভাবলেশহীন নিৰ্বিকাৰ আদহীয়া তিৰোতাই ওপৰৰ কোঠাটোলৈ গৈ তাইক কাপোৰ সলাবলৈ ক'লে। তাই স্বাভাবিক ভাবেই ক'লে যে তাইৰ কাৰণে ব্যস্ত হোৱাৰ আৱশ্যক নাই। তাই ওপৰলৈ নগৈ অহা যোৱা কৰা বাটটোতে থকা কিবা এটাৰ ওপৰত বোনেটটো আৰু মূৰত মৰা কাপোৰখন খুলি থলে। তাৰ পিছত তাইক মহিলা গৰাকীয়ে খট্‌খটিটোৰ মানুহ থিয় দিয়া ঠাই ডোখৰলৈকে আগবঢ়াই নিলে। তাৰ পৰা তাইক কোঠাটোলৈ অকলে যাবলৈ ক'লে।

লোমাই গৈয়েই তাই এটি সুন্দৰকৈ সজাই থোৱা ড্ৰইংৰুম দেখা পালে।

তাত থকা চোফাখনৰ দুমূৰে দুটা গোল গাৰু থৈ দিয়া আছিল। তাতে দীঘল ক'লা চুলি আৰু ডাঙৰ ডাঙৰ চকুযুৰিৰে সৈতে এজনী অত্যন্ত ধুনীয়া ছোৱালী আঁউজি বহি আছিল। মুখখনৰ এফাল দেখিলেই বুজিব পাৰি যে গুৰিতে তাই নিশ্চয় কোনোবা ফৰাচী বংশধৰৰ পৰা অহা। অতি উজ্বল তিৰবিৰাই থকা চকুযুৰিৰ মানুহ গৰাকী এলিজাবেথত কৈ বয়সত কিছু ডাঙৰ বুলি ধৰিব পৰা গৈছিল। চোফাখনৰ সন্মুখত এখন সৰু টেবুল আৰু তাৰ ওপৰতে তাচ পাত এযোৰ ওপৰ মুখ কৰি সিঁচৰিত হৈ পৰি আছিল।

কোঠাটো ইমানেই নিজান পৰি আছিল যে দুৱাৰ খনৰ সামান্য শব্দতেই তেওঁ জাপ মাৰি উঠিল।

এলিজাবেথ বুলি অনুমান কৰি আকৌ শিথিল হৈ পৰিল। আনন্দ মনেৰে তাই এলিজাবেথৰ পিনে আগবাঢ়ি আহিল। শৰীৰৰ প্ৰতিটো অঙ্গৰ স্বাভাৱিক ৰূপ লাৱণ্যই তাইৰ চঞ্চলতাখিনিক আৱৰি ৰাখিবলৈ সক্ষম হৈছিল। /

'তোমাৰ দেৰি হ'ল কিয়?' এলিজাবেথৰ হাত দুখনত ধৰি তাই ক'লে।

'কিমানবোৰ সৰু সুৰা বস্তু সামৰি-সুতৰি ল'ব লগা হৈছিল।"

'অহ তুমি ভাগৰত আধামৰা হৈ আহিছা, মই এতিয়াই তোমাক তাচ পাতৰ যাদুখেল কেইটামান দেখুৱাই মন প্ৰফুল্লিত কৰি দিম নহয়। সময় কটাবৰ কাৰণে কেইটামান চমৎকাৰ খেল শিকিছিলো। এতিয়া তুমি তাতে থিয় দি থাকা লৰচৰ নকৰিবা।' তাচ পাত কেইটা গোটাই লৈ টেবুলখন টান মাৰি ওচৰলৈ চপাই লৈ খৰখৰকৈ তাচপাতবোৰ বিলাই এলিজাবেথক এখন তাচ পাত মনতে ভাবি লবলৈ ক'লে।

'ও, তুমি ইয়াৰে এখন পাত ভাবি ল'লানে?' শেষ কাৰ্ডখন বিলাই উঠিয়েই তাই সুধিলে। 'নাই' এলিজাবেথে এটা সপোনৰ পৰা উঠা যেন হৈ ক'বলৈ আৰম্ভ কৰোতে প্ৰথমে খোকোজা লাগিছিল। 'মই পাহৰিয়েই গ'লো — মইনো কি পাতটো ভাবিছিলো— মই মাত্ৰ ভাবি আছা — তোমাৰ আৰু মোৰ বিষয়ে। আশ্চৰ্যৰ কথা নহয়নে বাৰু — মই আহি ইয়াত উপস্থিত।'

মিচ্ টেম্পলমেনে এলিজাবেথ-জেনৰ কথাবাৰত ভোল যোৱাত তাচ পাতৰ কথা বিসৰ্জন দি ক'লে, 'আই, ঠিক আছে তেনেহলে তুমি ইয়াতে বহা আৰু মই শুই শুয়েই তোমাৰ লগত কথা পাতো।'

বংমনেৰে আহি এলিজাবেথে চোফাখনৰ এটা কাষে চাপি বহিলহি। তাইৰ মনটো প্ৰফুল্লিত কৰিবলৈ চেষ্টা কৰা গৰাকীতকৈ তাই বয়সত সৰু। তথাপিও কিন্তু সাধাৰণ চকুতে ধৰা পৰে যে তাই গিৰ্ণাৰকীতকৈ অধিক জ্ঞানী। মিচ্ টেম্পলমেন তলমুৱা হৈ পৰি স্বকীয় লয়লাস ভঙ্গিমাৰে বাহু দুটা কোচাই আনি চেলাউৰি জোকৰ

ওপৰত থলেহি —প্ৰসিদ্ধ ইটালীয়ান চিত্ৰকাৰ টিশ্যানে অঁকা ছবি এখনত দেখা পোৱা ভঙ্গিমাৰে। তাই শুই শুই কপাল আৰু বাহু দুটাৰ ফাঁকেৰে ওলোটামুৱা হৈ কথা আৰম্ভ কৰিলে।

'মই তোমাক কিছু কথা ক'বই লাগিব,' তাই কলে। মই আচৰিত নহওঁ যদি তুমি সেই বিষয়ে কিবা সন্দেহ কৰিবলৈ আৰম্ভ কৰিছাই। এই হেন ডাঙৰ ঘৰটোৰ স্বত্বাধিকাৰী মই অলপতেহে হৈছো। মোৰ কপালত এতিয়া কিছু ধন সম্পত্তিৰ যোগ মিলিছে।

'অহ, অলপতেহে নেকি?' এলিজাবেথ-জেনে মুখৰ ভিতৰতে অস্পষ্টকৈ কওঁতে তাইৰ অভিব্যক্তি সামান্য নিম্নগামী হৈছিল।

'ছোৱালী অৱস্থাত সৈনিকৰ শিবিৰ থকা নগৰ আৰু তেনে ধৰণৰ কেতবোৰ ঠাইত দেউতাৰ লগে লগে ঘূৰি ফুৰিছিলো। তেতিয়ালৈকে আমি ইঠাইৰ পৰা সিঠাইত বাগৰি ফুৰা। আমাৰ স্থায়ী ঘৰ নাছিল। দেউতা সৈন্য বিভাগৰ এজন বিষয়া আছিল। মই এইবোৰ কথা তোমাক নক'লোহেঁতেন যদি সত্য কথাটো জনাই থোৱাৰ আৱশ্যক নাই বুলি ভাবিলোহেঁতেন।'

'হয়,' বুলি সমৰ্থন কৰি ভাব গধুৰ দৃষ্টিৰে কোঠাটোৰ চাৰিওপিনে চকু ফুৰাওঁতে তাই দেখা পাইছিল সৰু মৰম লগা পিতল খচিত পীয়্যানোটো, খিৰিকীৰ পৰ্দা, লেম্প আৰু তাচখেলা টেবুলখনৰ ওপৰত থকা বগা আৰু ক'লা ৰঙেৰে অঁকা ৰজা-ৰাণীৰ ছবিখন। সৰ্বশেষতহে তাইৰ চকু পৰিল তলমুৱা হৈ পৰি থকা লুচেতাৰ তিৰবিৰাই থকা চকুযুৰিয়ে সৃষ্টি কৰা অস্বাভাবিক ৰূপটোলৈ। দৃশ্যটো এলিজাবেথৰ মন জুৰুৱা নাছিল। সেইবোৰ যিয়েই নহওক কিয় ভাষা-জ্ঞান আৰু শিক্ষাৰ প্ৰতি অগাধ শ্ৰদ্ধা থকা এলিজাবেথ-জেনে অবাক হৈ তাইক সুধিলে, 'তুমি ইটালীয়ান আৰু ফৰাচী ভাষা ইমান সুন্দৰকৈ কব পাৰা, মই কিন্তু লেটিনৰ বাদে আন একো ভাষাই নাজানিলো— তাকো সামান্য ভাবেহে।'

'আমাৰ নিজৰ দ্বীপটোৰ বিষয়ে কওঁ শুনা, তাত ফৰাচী ভাষা ৰবকৈ নচলে বুলিবই পাৰি।'

'তোমালোকৰ দ্বীপটোনো ক'ত?'

মিচ্ টেম্পলমেনে কওঁ নকওঁকৈহে শেষত নামটো ক'লেগৈ 'য্যাৰজী'। তাত আলিবাটৰ এফালৰ মানুহে ফৰাচী ভাষা ক'লে সিফালৰ মানুহে ক'ব ইংৰাজী আৰু মাজৰাটেদি যোৱা মানুহে দুয়োটা ভাষাৰ মিহলি কিবা এটা ক'ব। মই সেই ঠাই এৰা বহুবছৰ হ'ল। আমি প্ৰকৃততে বাথ্ নামৰ চহৰখনৰ মানুহহে। কিন্তু য্যাৰজীত থাকি থাকি ইংলেণ্ডৰ মানুহৰ দৰে হ'লোগৈ। আমাৰ পৰিয়ালটো লা চিউ ৰেৰচৰ বংশধৰ বুলি জনাজাত। আমি বাথ্ চহৰৰ অতি পুৰণি বাসিন্দা। নিজ দেশখনৰ কাৰণে

আমাৰ পৰিয়ালৰ লোকে ডাঙৰ ডাঙৰ প্ৰজাহিতকৰ বহুতো কাম কৰি দেশ গঢ়াত অৰিহনা যোগাই থৈ গৈছে। আমাৰ দেউতা ঢুকুৱাৰ পিছত মই গৈ তাতে বহুদিন আছিলোঁগৈ। কিন্তু আগৰ সেই পুৰণি কথাবোৰত এতিয়া মই গুৰুত্ব নিদিওঁ। আচাৰ ব্যৱহাৰ আৰু আন সকলো পিনৰ পৰা এতিয়া মই নিজকে এজন সম্পূৰ্ণ ইংলেণ্ডৰ মানুহ বুলিহে ধৰোঁ।'

'আনক ইমান নিৰ্ভয়ে এই গোটেই খিনি কথা মই ক'ব নোৱাৰিলোহেঁতেন আৰু কোৱাৰ আৱশ্যকো নাইকিয়া বুলিয়েই ভাবো। লুচেত্তাই কথাবোৰ ইমানতে সামৰিলে। ইয়াৰ পিছৰ দিনাখনৰ পৰা লুচেত্তা বৰ সাৱধান হ'বলৈ ধৰিলে। তাই যে এসময়ত হেনচাৰ্ডৰ সংকটকালত তেওঁৰ মৰমৰ লগৰীয়া আছিল সেই কথাৰ ভু-ভা এলিজাবেথে পোৱাৰ কোনো সম্ভাৱনাই নোহোৱা হ'ল। দেখি আমোদ পোৱা গৈছিল যেতিয়া অত্যন্ত সচেতন হৈ থকা স্বত্তেও কেতিয়াবা হঠাতে ইংৰাজী শব্দৰ পৰিৱৰ্ত্তে তাইৰ মুখত ফৰাচী শব্দ ওলাব খোজে। তেতিয়া তাইৰ কি যে অৱস্থা হৈছিল। ধৰ্মপ্ৰচাৰক এজনক বিধৰ্মী বুলি ক'লে গা জিকাৰ খাই উঠাৰ দৰে, লুচেত্তাৰ গাটোও ভয়ত জিকাৰ খাই উঠিছিল। গতিকে নিজৰ বাক নিয়ন্ত্ৰণেই নিজৰ প্ৰতিৰক্ষা বুলি তই গণ্য কৰিছিল।

পিছদিনা ৰাতিপুৱা হেনচাৰ্ড আহিব বুলি লুচেত্তই আশাৰে বাট চাই আছিল। হেনচাৰ্ডে ভাল পোৱা ধৰণে সাজ পোছাক কৰি অস্থিৰ হৈ অপেক্ষা কৰিছিল। তেওঁ আহিব আহিব বুলি দুপৰীয়ালৈকে বাট চাই আছিল। আগবেলা নহাত পিছবেলাও তেওঁৰ কাৰণে বাট চাই থাকিল। তেওঁ কিন্তু এলিজাবেথক কোৱা নাছিল যে তেওঁ বাট চাই থকা মানুহ জন তাইৰে দেউতাক।

শিলৰে বন্ধা লুচেত্তাৰ আট্টালিকাটোৰ খিৰিকীৰ কাষত বহি দুয়ো কিবা কিবি গুঁঠি বাহিৰৰ বজাৰখনৰ পিনে চাই আছিল। তেতিয়া বজাৰখন সজীৱ হৈ উঠাৰ সময়। এলিজাবেথে আন মানুহৰ লগতে দেউতাকৰ টুপিটোৰ শীৰ্ষাংসটো কোনোবা এপাকত দেখা পালে। তাই ধৰিব পৰা নাছিল যে লুচেত্তাই তাইতকৈ বেছি আগ্ৰহেৰে সেই একেটা বস্তুৰ ওপৰতেই লক্ষ্য স্থিৰ কৰি ৰাখিছিল। ভেখেতে মানুহৰ মাজত ইফালে সিফালে ঘূৰি ফুৰিছিল। সেই ঠাইখিনিতে মানুহ পৰুৱাৰ দৰে লাক বান্ধে। অন্যফালে শান্ত। ভাগে ভাগে ফল-মূল, শাক-পাচলি ইত্যাদিৰ দোকান। খেতিয়কৰ কাৰণে সাজি থোৱা চালিখনৰ তলত বেপাৰী সকলে বৰ বস নেপায়। চাৰি আলিটোহে তেওঁলোকে পছন্দ কৰে। তাত হেঁচা-ঠেলা, গাড়ী-ঘোৰাৰ ঘটলং-মটলং বেছি আৰু মানুহ আলিটোৰ ইপাৰ সিপাৰ হোৱাই বিপদজনক যদিও সামৰৰ জোৱাৰ অহাদি সপ্তাহটোৰ এটা দিনত মানুহবোৰ আহি তাত গোট খাইছি। চেপা ৰঙা লংপেন্ট, হাতত এচাৰী, শস্যৰ নমুনা কটিওৱা মোনাৰে সৈতে পাহাৰ সদৃশ পেটুৱা

মানুহৰ জুম এটা গৈ থকা দেখা যায়। ফাগুন মাহৰ বতাহত গছৰ পাত লৰাৰ দৰে তেওঁলোকৰ মূৰবোৰ খোজে প্ৰতি লৰি থাকে। একে ঠাইতে গোট খায় যদিও প্ৰত্যেকৰে দৃষ্টিভঙ্গী বেলেগ বেলেগ। কিছুমানে চাপৰি আঠুকেইটা বহলকৈ মেলি কোটৰ জেপৰ তলিত থকা পইচা খুচুৰি উলিয়াবলৈ যত্ন কৰা দেখা যায়। তেওঁলোকৰ মুখ বোৰেই ইজনে সিজনৰ প্ৰতি থকা মৰম প্ৰীতিৰ আভাস দিয়ে। ঘৰত থাকিলে তেওঁলোকৰ মনবোৰ ঋতু পৰিবৰ্ত্তনৰ দৰে ঘনাই পৰিবৰ্ত্তন হৈ থাকে। কিন্তু বজাৰ থকাৰ দিনা গোটেই দিনটোৰ প্ৰতিটো মুহূৰ্ত্তই ফুৰ্ত্তিত থকা দেখা যায়।

ওপৰঝিকৈ পিন্ধা কাপোৰবোৰে তেওঁলোকক আহুকাল কৰা যেন লাগে, কিন্তু তেওঁলোকে ভাবে যে সেইকণ অসুবিধা নিৰ্ঘাত আৱশ্যকীয়। কিছুমান মানুহৰ পোছাক পৰিচ্ছদ বেছ ধুনীয়া। কিন্তু সৰহভাগেই সেইবোৰৰ প্ৰতি মনকাণ দিয়া ধৰণৰ নহয়। পিন্ধা কাপোৰ যোৰেই তেওঁলোকৰ জীৱনৰ ইতিহাস, তেওঁলোকৰ কামৰ চিনাকি। কিছুমানৰ পিন্ধা কাপোৰ ৰ'দ-বতাহত মলিন পৰি যোৱা আৰু আন কিছুমানৰ কাপোৰ বছৰছৰ একেৰাহে পিন্ধি থকাৰ কাৰণে দৈনিক জীৱন সংগ্ৰামৰ আঁচোৰৰ দাগ থাকি যোৱা। বহুত মানুহে কোঁচ—মোছ খোৱা চেক্ বুক লৈ ফুৰে। ওচৰৰ বেঙ্কটোত তেওঁলোকৰ হিচাব ৰখা বহী চালে চাৰিটা সংখ্যাৰ কম জমা কাৰো নোলাব, (সেই দিনত যথেষ্ট)। কিন্তু জেপবোৰ ওফন্দি থকা মানুহবোৰ দেখিলে বুজিব পাৰি যে তেওঁলোকে নগদ টকা নিজৰ লগত লৈ ফুৰিহে ভাল পায়। লাগ বুলিলেই নগদ টকা পাব লাগিব— অহা বছৰলৈ উলিয়াম বুলি সম্ভ্ৰান্ত মানুহৰ দৰে বাট চাব নোৱাৰে— তেওঁলোকে। বেঙ্কত জমা থাকিলে সুখ নেপায়, নিজৰ জেপতে নোদোকা হাতেৰে লিৰিকি বিদাৰি থাকিয়েই ভাল পায়।

সেই মানুহবোৰ গোট খোৱা ঠাইতে দুই তিনি জোপা মান লাগি থকা আপেলৰ গছ দেখা গ'ল। সেইবোৰ তাতে গজি গছ হোৱা যেন দেখি। ভালকৈ চালেহে দেখা যায় যে সেইবোৰ আপেল গছ শিপাৰে সৈতে উঘালি আনি কৌশলেৰে থিয় কৰাই থোৱা। সেইবোৰ কাম আপেলৰ ৰসৰ পৰা মদ তৈয়াৰ কৰা জিলাৰ মানুহে কৰে। তেওঁলোকৰ বুট জোতাবোৰত আপেল খেতি কৰা ঠাইৰ বোকামাটি লাগিয়েই থাকে। সেইবোৰ দেখি এলিজাবেথ-জেনে ক'লে যে প্ৰতি সপ্তাহতে একে কেইজোপা গছকে বজাৰলৈ আনে নেকি?

'কি গছ,' হেনচাৰ্ডৰ পিনে মগ্নহৈ চাই থকা লুচেতাই সুধিলে।

এলিজবেথ-জেনে নিৰৰ্থক উত্তৰ এটাহে মাত্ৰ দি থ'লে। অন্য এটা দৃশ্যলৈ তাইৰ চকু যোৱাত বেছি কথা ক'বলৈ তাইৰ মন নগ'ল। গছ এজোপাৰ পিনে তাই ফাৰফ্ৰেক দেখা পালে। শস্যৰ নমুনা দেখুওৱা মানুহ এজনৰ লগত তেওঁ গম্ভীৰ ভাবে কিবা আলোচনা কৰি আছিল। ঘটনাক্ৰমে হেনচাৰ্ডো সেই একে ঠাইতে

উপস্থিত হ'লহি। ডেকাজনৰ মুখামুখি হোৱাত হেনচাৰ্ড যেন ভাবিছিল 'আমাৰ দুজনৰ মাজত জানো মাতবোল আছে?

দেউতাকৰ চকু কেইটাৰ পৰা তাই জুইৰ ফিৰিঙতি ওলাই থকা যেন দেখিলে। ইয়াৰ অৰ্থ তাই বুজি পালে। তেওঁলোকৰ মাজত মাত বোল নাই। বেজাৰত তাইৰ হুমুনিয়াহ এটা ওলাই আহিল।

লুচেতাই সুধিলে "সেই মানুহবোৰৰ মাজৰ কাৰোবাৰ প্ৰতি তোমাৰ বিশেষ আকৰ্ষণ আছেনেকি?'

'নাই', বুলি লগৰীয়াজনীক ক'লে যদিও তাইৰ মুখখন কিন্তু লগে লগে ৰঙা-চঙা পৰি গ'ল।

ভাগ্যভাল ফাৰফ্ৰে ইতিমধ্যে আপেল গছ কেইজোপাৰ আঁৰ হ'ল।

তাইৰ পিনে দৃঢ়তাৰে চাই আকৌ সুধিলে "একদম ঠিক কথা কৈছানে বাৰু তুমি?"

'অ, অ,' এলিজাবেথ-জেনে ক'লে।

লুচেতাই ক'লে, 'মই ভাবো সেই সকলোবোৰেই খেতিয়ক।'

'নহয়,' তাত মদৰ ব্যৱসায়ী মিষ্টাৰ বাল্‌জ, ঘোৰৰ ব্যৱসায়ী, বেঞ্জামিন ব্ৰাউনলেট্ - গাহৰী বেপাৰী, কীটচন্ আৰু তেনেকুৱা ধৰণৰ মানুহ আছে। ইয়াৰ উপৰিও নিলামদাৰী মিষ্টাৰ জপাৰ, মল্টৰ পৰা খাদ্য প্ৰস্তুত কৰা মিলমালিক ইত্যাদি বিভিন্ন ধৰণৰ মানুহ আছে। সেই মুহূৰ্ত্তত ফাৰফ্ৰেক পৰিষ্কাৰ কৈ দেখা গৈছিল যদিও তেওঁৰ কথা তাই উল্লেখ নকৰিলে।

শনিবাৰে আবেলিটো উদ্দেশ্যবিহীন ভাবেই পাৰ হৈ গ'ল। বিভিন্ন ধৰণৰ শস্যৰ নমুনা দেখুৱাই ব্যস্তভাবে আৰম্ভ হোৱা বজাৰখন সামৰিবৰ হোৱাত কাম বোৰ ধীৰ গতিৰে চলিবলৈ ধৰিছিল। মানুহবোৰৰ মুখত নানা ধৰণৰ গল্পগুজৱ ওলাই আছিল। হেনচাৰ্ড লুচেতাৰ ঘৰৰ একেবাৰে ওচৰ পাইছিলহি যদিও তাইক দেখা কৰিবলৈ নাহিল। তেওঁ নিশ্চয় বৰ ব্যস্ত, তাই ভাবিছিল। দেও বা সোমবাৰে জৰুৰ আহিব।

আশাকৰি বাট চাই থকা দিনবোৰ পাৰ হৈ গ'ল। কিন্তু আগন্তুক অতিথিজন নাহিল। অপেক্ষাৰত লুচেতাই যি কোনো মুহূৰ্ত্ততে তেওঁ আহিব পাৰে বুলি কেবাদিনো অতি নিখুঁতভাৱে সাজপাৰ কৰি আকৌ খুলি থ'বলগীয়া হৈছিল। তাই হতাশহৈ পৰিবলৈ ধৰিলে। এটা কথা উল্লেখ কৰিব পাৰি যে লুচেতাই জীৱনত প্ৰথম হেনচাৰ্ডক লগ পাওঁতে তেওঁৰ প্ৰতি তাইৰ যি আন্তৰিক আনুগত্য আছিল এতিয়া কিন্তু সিমানখিনি নাই। দুৰ্ভাগ্যজনক ঘটনাটোৱে তাইৰ আবেগ অনুভূতি বোৰ যথেষ্ট পৰিমানে হ্ৰাস কৰি পেলালে। কিন্তু জ্ঞান বিশ্বাসৰ পৰা

উদয় হোৱা বিচাৰ ধাৰাই তাইক পুনৰ মিলন হোৱাকে যুগুত বুলি পতিয়ন নিয়ালে। প্ৰতিবন্ধক সৃষ্টি হোৱাৰ কাৰণ তাই একোৱেই বিচাৰি নেপালে। ভুলৰ শুধৰণিৰ পিছত তাই প্ৰাপ্য স্থান পাব-- সেইকণ আনন্দৰ কাৰণেই তাই হা হুমনিয়াহ কাঢ়ি অতদিনে বাট চাই আছিল। বিয়াখন হোৱাৰ যথেষ্ট যুক্তি যুক্ততাও তাই দেখা পাইছিল। তাই এনে কোনো পাৰ্থিব অন্তৰাই দেখা নাছিল যাৰ কাৰণে তেওঁ বিয়াখন আৰু পিছুৱাবলৈ ইচ্ছা কৰিব পাৰে। তাৰোপৰি ইতিমধ্যে তাইও যথেষ্ট ধন সম্পত্তিৰ উত্তৰাধিকাৰী হ'ল।

মঙ্গলবাৰে গীৰ্জাঘৰত চিৰকুমাৰী মেৰীৰ সোৱঁৰণত এটা ডাঙৰ উৎসৱৰ আয়োজন হৈছিল। ৰাতিপুৱা ব্ৰেকফাষ্ট খাবৰ সময়ত তেওঁ এলিজাবেথক ধীৰস্থিৰ ভাবে ক'লে-- 'মই ভাবো আজি দেউতাৰাই তোমাক চাবলৈ আহিব। মোৰ অনুমান বাকীবোৰ শস্য ব্যৱসায়ীৰ লগতে তেৰোঁ বজাৰতে থিয় দি আছে নেকি?'

তাই মূৰটো জোকাৰি ক'লে 'নাই তেওঁ নাহে।'

'কিয় নাহে?'

'তেখেত মোৰ ওপৰত নাৰাজ', আৱেগ প্ৰকাশ নকৰি তাই ক'লে, 'সেই বিষয়ে তুমি মোতকৈ বেছিহে জানিবা বুলি মই জানো। তেখেতৰ লগত বাৰু তোমাৰ কাজিয়া পেচাল বা কিবা ডাঙৰ মনোমালিন্য হৈছিল নেকি?'

এলিজাবেথ জেনে যিজনক নিজৰ দেউতা বুলি ভাবি আছে তেখেতক কিছুমান অবাস্তৱ কাৰণত যে বেয়া পোৱা নাই আৰু তেনেকুৱা অপবাদৰ পৰা তেখেতক ৰক্ষা কৰিবৰ কাৰণেই ক'লে 'হয় মোৰ লগত তেখেতৰ তেনেকুৱাই হৈছিল।'

'তেন্তে তুমি যি ঠাইত আছাহি সেই ঠাইলৈ তেওঁ আৰু কেতিয়াও নাহে।' এলিজাবেথে বেজাৰ মনেৰে মূৰটো দুপিয়ালে।

লুচেতাক হতাশ হৈ পৰা যেন দেখা গ'ল। তাই থৰথৰকৈ কঁপিবলৈ ধৰিলে। চকুৰ চেলাউৰি আৰু ওঁঠ দুটা সঙ্কোচিত হ'ল আৰু তাই হিয়া ধাকুৰি কান্দিবলৈ ধৰিলে। 'মোৰ সকলো ধ্বংস হৈ গ'ল কৌশলেৰে গঢি তোলা মোৰ আচনিখন বলিয়ালী বুলি সাব্যস্ত হ'ল।'

'ইচ্ ইচ্ কণ্ডেকতে কি হৈ গ'ল, টেম্পলমেন তোমাৰ?' লগৰীয়া গৰাকীয়ে ভয় খাই চিঞৰি উঠিল।

কিছুপৰ পিছত অলপ শান্ত হ'লত তাই ক'লে 'তোমাৰ সঙ্গটো মই বৰ উপভোগ কৰিছিলো।'

'হয় ময়ো বৰ ভাল পাইছিলো', সেই বিষয়ে একমত হোৱাৰ সুৰত প্ৰবোধ দি ক'লে।

'কিন্তু কিন্তু--', তাই বাক্যটো শেষ কৰিবগৈ নোৱাৰিলে। ইয়াৰ স্বাভাৱিক অৰ্থ এয়েই হ'ল যে হেনচাৰ্ডে যদি ছোৱালীজনী বেয়া পোৱাৰ কাৰণেই মোৰ ঘৰলৈ নহাৰ মূল কাৰণ তেন্তে এলিজাবেথ-জেনক বিদায় দিব লাগিব-- বাধ্য হৈয়েই মই যাবলৈ ক'ব লাগিব।

সদ্যহতে তাই কিবা উপাই এটা বিচাৰি পাই ক'লে-- 'মিচ্ হেনচাৰ্ড- ব্ৰেকফাষ্ট কৰা শেষ হলেই তুমি মোৰ কাম কেইটামান কৰি দিব লাগিব, পাৰিবানে বাৰু? তুমি সচাকৈয়ে বৰ ভাল ছোৱালী। তুমি মোৰ কাৰণে বস্তু কেইটামানৰ অৰ্ডাৰ দি আহিব লাগে।' দোকান কেইখনমানত দিব লগা বস্তুৰ লিষ্টি এখন তাইৰ হাতত দি কলে। 'এই গোটেই কামখিনি কৰোঁতে প্ৰায় দুঘণ্টামানেই লাগি যাব।'

'ইয়াৰ মিউজিয়ামটো চোৱা নাই যদি সেইটোও তুমি চাই আহিবা।' এলিজাবেথে সেইটো দেখাও নাছিল।

'তুমি সেইটো দেখা নাই যেতিয়া চাই অহাতো উচিৎ। আজি ৰাতিপুৱা বেলাটো তোমাৰ তাতেই যাব। মই ঠিক পাহৰিছো -- আলিটোৰ সিপাৰে পুৰণি ঘৰটোৰ পিছ পিনেই মিউজিয়ামটো আছে, -- তুমি নিশ্চয় বিচাৰি উলিয়াই ল'ব পাৰিবা -- তাত যে কিমানবোৰ চাবলগীয়া বস্তু আছে -- জীৱজন্তুৰ জকা, দাঁত- - পুৰণি বাচন বৰ্ত্তন, -- বিভিন্ন ধৰণৰ পুৰণি বুটজোতা -- চটি জোতা-- চৰাইৰ কণী -- গোটেই বিলাকেই মনোমোহা আৰু জানিবলগীয়া। তোমাৰ ভোক নলগালৈকে তাতেই থাকিম বুলি যাবা। বুজিলা নহয়।'

এলিজাবেথে লৰাল'ৰিকৈ লাগতিয়াল বস্তুকেইটা লৈ বাহিৰ ওলাল। 'মই আচৰিত হৈছো তেওঁ আজি মোৰ পৰা কিয় অব্যাহতি পাবলৈ বিচাৰিছে।' এই কথাটোকে ভাবি তাই বেজাৰ মনেৰে গৈ আছিল। তাই ভালকৈ বুজি পাইছিল যে সেই সময়ছোৱাত লুচেতাই তাইক তাত উপস্থিত থকা নিবিচাৰে। তাৰ কাৰণ বিচাৰিবৰ তাইৰ কোনো দৰকাৰ নাছিল। মুঠ কথা তাই সেই মুহূৰ্ত্তত আঁতৰ হব লাগে। সেইটোৱেই যে তেওঁৰ অনুৰোধ সেই কথা এলিজাবেথে পৰিষ্কাৰকৈ বুজি উঠিছিল। কিন্তু ইয়াৰ অভিপ্ৰায় কি তাৰ উৱাদিহ উলিওৱাটো তাইৰ কাৰণে কঠিন হৈ পৰিল।

তাই যোৱাৰ দহমিনিট মানৰ ভিতৰতে ঘৰুৱা কাম কৰা ল'ৰা এটা মাতি আনি হেনচাৰ্ডক চিঠি এখন দি আহিবলৈ ক'লে। তাৰ সাৰমৰ্ম এনেকুৱাঃ-

মৰমৰ মাইকেল,

ব্যৱসায় সংক্ৰান্তত আজি অন্ততঃ দুই তিনি ঘণ্টাৰ কাৰণে আপুনি মোৰ ঘৰটোৰ নিচেই কাষলৈকে আহিবই, গতিকে আপুনি সময় উলিয়াই লৈ মোক যেনেতেনে প্ৰকাৰে লগ ধৰিব। মই বৰ বৰ হতাশ হৈ পৰিছো। আপুনি এতিয়ালৈকে

মোক লগ ধৰিবলৈ অহা নাই। আপোনাৰ লগত চলি থকা দ্ব্যৰ্থবোধক সম্বন্ধৰ কাৰণে মোৰ যি দুশ্চিন্তা হৈছে তাৰ পৰা জানো মই নিস্তাৰ নাপাম? বিশেষকৈ যিহেতু মোৰ পেইীৰ সম্পত্তি পোৱাৰ পিছত মই সমাজত এগৰাকী উল্লেখনীয় ব্যক্তি হৈ পৰিছো। আপোনাৰ ছোৱালীজনী মোৰ লগতে থকাৰ কাৰণেই আপুনি মোৰ পৰা আঁতৰিছে বুলি ভাবিছো, সেই গতিকেই আজি ৰাতিপুৱা বেলিকা তাইক মই অন্য পিনে পঠিয়াই দিছো। ধৰি ল'ব আপুনি কিবা ব্যৱসায় সংক্ৰান্তত মোৰ ঘৰলৈ আহিছে— মই একেবাৰে অকলে থাকিম।

লুচেতা

বাৰ্তা লৈ যোৱা ল'ৰাজন উভতি অহাৰ পিচত তাক গৃহস্থনীয়ে ভালকৈ বুজাই থলে যে ভদ্ৰলোক এজন আহিলে তেওঁক ভিতৰলৈ আনি ভালকৈ বহুৱাব লাগে আৰু লগে লগে তেওঁক খবৰ দিব লাগে।

আৱেগ অনুভুতিৰ পিনৰ পৰা তাই তেওঁক দেখা কৰাৰ বিশেষ প্ৰৱণতা নাছিল— কিন্তু ইয়াৰ এটা প্ৰয়োজন হ'লে আছিল। হমুনিয়াহ এটা কাটি সকলো প্ৰস্তুতি সম্পন্ন কৰি জীৱন্ত ৰূপে তাই চোফা এখনত বহিবলৈ মন থিৰ কৰিলে। এবাৰ এপিনে, এবাৰ সিপিনে চাই এনেভাবে বহিছিল যাতে পোহৰটো তাইৰ মুৰৰ ওপৰত পৰে। চোফাৰ কুচনখনৰ ওপৰত শৰীৰটো ধুনীয়া লযলাস ভঙ্গিমাৰে আলফুলকৈ থৈ আঁউজি বহিল। সেই ভঙ্গিমাটো তাইৰ নিজা বুলি তাই ভাবে। হাতখন কপালৰ চেলাউৰিৰ ওপৰত দি দুৱাৰখনৰ পিনে চাই থাকিল। তাই ভাবিছিল সেই ডোখৰেই তাইৰ উৎকৃষ্ট স্থান। চিৰিটোত মানুহ এজনৰ খোজৰ শব্দ নুশুনালৈকে তাই তেনেদৰে পৰি আছিল। কিন্তু মানুহজন আহি সোমালহি বুলি অনুমান কৰাৰ লগে লগেই তাইৰ বহাৰ লয়লাস ভঙ্গিমা উৰি কেনিবাদি লৰ মাৰিলে। (মানুহৰ প্ৰকৃতি কলা কৃষ্টিতকৈ এতিয়াও বহুত বেছি শক্তিশালী) তাই জাপমাৰি ভয়তে আহি এখন ওলমি থকা খিৰিকীৰ পৰ্দাৰ আঁৰ ল'লেহি। তেওঁৰ প্ৰতি অনুৰাগ হ্ৰাস হৈ অহা স্বত্তেও তাই উত্তেজিত নোহোৱাকৈ থকা নাছিল। য্যাৰজী এবাৰ পিছৰে পৰা হেনচাৰ্ডৰ লগত তাইৰ সাময়িক বিচ্ছেদ হৈছিল আৰু তেতিয়াৰে পৰা তাইৰ লগত তেওঁৰ দেখা সাক্ষাৎও হোৱা নাছিল।

ঘৰৰ কাম কৰা লগুৱাটোৱে তেওঁক কোঠাটোলৈ আগবঢাই অনাৰ শব্দ তাই শুনিবলৈ পাইছিল। তেওঁ সোমোৱাৰ পিছত দুৱাৰখন বন্ধ কৰাৰ শব্দও তাই শুনিলে। তাৰপিছত লগুৱাজনে আলহীজনক এৰি গৃহস্থনীক বিচাৰিবলৈ বুলি ভিতৰলৈ অহাৰ উমানো তাই পাইছিল। লুচেতাই পৰ্দাখনৰ আঁৰৰ পৰা ঘপহ কৰে ওলাই আহি ভয়ে ভয়ে অভ্যাগতক সম্ভাষণ জনালেহি। কিন্তু তেওঁৰ সম্মুখত দেখা দিয়া মানুহজন হেনচাৰ্ড নহয়।

# ত্ৰয়োবিংশতি অধ্যায়

অতিথিজন বেলেগ মানুহ এজনো হ'ব পাৰে বুলি অনুমান এটা বিজুলী সঞ্চাৰে আহি তাইৰ মনত খেলালেহি। অন্তৰত খলকনি তুলি থকা উৎকণ্ঠাক তাই বলেৰে বাধা দিব খুজিছিল যদিও এই প্ৰচেষ্টা ক্ষন্তেক বিলম্ব হৈ গ'ল।

কেষ্টাৰব্ৰীজৰ মেয়ৰজনতকৈ মানুহজন যথেষ্ট কম বয়সীয়া। লাহি গা, পৰিষ্কাৰ বৰণ আৰু সজীৱ মনটোৰে সৈতে মানুহজন দেখিলেই ভাল লগা। আন কথাত বেছ ধুনীয়া। কাপোৰ-কানি পৰিষ্কাৰ, ভৰিত ঠাণ্ডা নেলাগিবলৈ সুন্দৰকৈ উলৰ ফিটা মেৰিওৱা। কামিজটোত বগা ৰঙৰ বুটাম। বুটজোতাযোৰ চিকচিকাই থকা আৰু তাত ফিতা মাৰিবৰ কাৰণে থকা অসংখ্য ফুটা। সেইবোৰ সহজে গণি উলিয়াব পৰা ধৰণৰ নহয়। কৰ্ডৰ লংপেণ্টটোৰ তলপিনে চেপা মৰা। ক'লা ভেলভেটৰ কোটটোৰ ভিতৰপিনে এটা বেষ্টকোট। ফুৰিবলৈ যাওঁতে লোৱা ধুনীয়া বেতডালৰ এটা মূৰ ৰূপেৰে বন্ধোৱা। লুচেতা লাজত ৰঙা-চঙা পৰি গ'ল। পৰিস্থিতিটোৱে তাইক হাঁহিবলৈ বাধ্য কৰিলে যদিও অপদস্থ হোৱা বিৰক্তিত তাইৰ ওঁঠ দুখন ফুলি উঠিল— 'অহ মোৰ কিবা ভুল হৈ গৈছে।'

অতিথিজনৰ মুখত কিন্তু সামান্যতম হাঁহিৰ চিনো দেখা নগ'ল। 'মই বৰ দুখিত,' তেওঁ নিজকে দোষাৰোপ কৰি ক'লে, 'মই আহিছেলো মিচ্-হেনচাৰ্ডক লগ পাবৰ কাৰণে আৰু তেওঁলোকে মোক এইপিনে আগবঢ়াই আনিলে। মই যদি জানিলোহেঁতেন তেন্তে এনেদৰে সোমাই আহি আপোনাক অপ্ৰস্তুত নকৰিলোহেঁতেন।'

'নাই, নাই, মইহে অভদ্ৰামী কৰিছো,' তাই ক'লে।

'কিন্তু মেডাম, মই বাৰু ভুল কৰি কাৰোবাৰ ঘৰত সোমালোহি নেকি?' চকুকেইটা মুদি হাতত থকা সৌকাডালেৰে ভৰিত মেৰুৱা উণৰ পটী চটাত দৃঢ় ভাবে কোব দুটামান মাৰিলে।

'নাই, নাই চাৰ,— আপুনি অলপ সময় বহকচোন, এইখিনি পালেহিয়েই যেতিয়া ক্ষন্তেক নবহাকৈয়ে যাবগৈনে?' তেওঁৰ সঙ্কোচ আঁতৰাবলৈ লুচেতাই আত্মীয়তাৰে কথাষাৰ ক'লে, 'মিচ্ হেনচাৰ্ড পোনে পোনে ইয়ালৈকে আহিব।'

প্ৰকৃততে সেইটো সম্পূৰ্ণ সঁচা কথা বুলি ক'ব নোৱাৰি। ক্ষন্তেকতে মন্ত্ৰমুগ্ধ কৰিব পৰা কিবা এটা শক্তি সুমেৰু অঞ্চলৰ এই কঠোৰ পৰিশ্ৰমী চফল ডেকাজনৰ গাত নিশ্চয় আছিল।

তেওঁৰ প্ৰাণউচ্ছাসম্পূৰ্ণ এই শক্তিটোৱেই হেনচাৰ্ড, এলিজাবেথ- জেন আৰু থ্ৰীমেৰিণাৰ্ছত একত্ৰিত হোৱা আমোদবিলাসী সঙ্গীত প্ৰেমী ৰাইজক আকৰ্ষণ কৰাদি তাইকো ওচৰ চপাই নিব পাৰিলে। থ্ৰীমেৰিণাৰ্ছত দেখা পোৱা মানুহ জনেই এতিয়া

ইয়াত আহি উপস্থিত হৈছেহি। এই অভাৱনীয় ভাবে আবির্ভাব হোৱা অচিনাকি মানুহজনেই লুচেতাৰ মনো ইতিমধ্যে জয় কৰিলে। লুচেতাই বহিবলৈ অনুৰোধ কৰাৰ পিছতো তেওঁ চকীখনত বহো নবহো কৰি কিছুপৰ থিয় দি ৰ'ল। তেওঁ চিন্তা কৰি পালেগৈ যে চকীখনত বহিলেও কোনো ধৰণৰ অমঙ্গল হোৱাৰ আশঙ্কা নাই। চকীখনত নির্ভয়ে বহি পৰিল যদিও অমঙ্গল নহব বুলি ভবাটো তেওঁৰ পক্ষে শুদ্ধ নহ'ল।

এলিজাবেথক দেখা কৰিবলৈ হেনচার্ডে ফাৰফ্ৰেক অনুমতি দিয়াৰ কাৰণেই ফাৰফ্ৰে হঠাতে আহি তেনেদৰে সোমাই পৰিছিলহি। হেনচার্ডে ইমানকো কৈছিল যে তেওঁৰ ইচ্ছা থাকিলে এলিজাবেথ্‌ক তেওঁৰ নিজৰ কৰি ল'বৰ কাৰণেও চেষ্টা কৰিব পাৰে। হেনচার্ডৰ সেই কঠুৱা চিঠিখনৰ ওপৰত প্ৰথমে তেওঁ একো গুৰুত্ব দিয়া নাছিল। কিন্তু ব্যৱসায়ত তেওঁৰ সৌভাগ্য আৰু কেষ্টাৰব্ৰীজৰ বাসিন্দা সকলৰ লগত গঢ়ি উঠা আত্মীয়তাই তেওঁৰ মনটোক বিয়া বাৰুৰ প্ৰতি ঢাল খুৱালে। তেওঁ ভাবিলে যে ঘৰবাৰী কৰি সংসাৰ পাতি চলিবলৈ ল'লেও তেওঁৰ কোনো ধৰণৰ অসুবিধা নহ'ব। যদি সেয়েই হয় তেন্তে এলিজাবেথ- জেনৰ নিচিনা একো কামতে পেলাব নোৱাৰা গুণী-জ্ঞানী, মার্জিত ও মিতব্যয়ী ছোৱালী এজনীনো তেওঁ কত বিচাৰি পাবগৈ? কথাটো তেও নিজে সমর্থন কৰাৰ উপৰিও এনে এটা সম্বন্ধই তেওঁৰ পুৰণি বন্ধু হেনচার্ডৰ লগতো স্বাভাৱিক ভাবেই পুনৰ মিলন কৰোঁৱাত কিজানি সহায়ক হয়গৈ। সেইবোৰ কাৰণেই মেয়ৰজনে তেওঁক দুর্ব্যৱহাৰ কৰা স্বত্তেও তেওঁক ক্ষমা কৰি সেইদিনা ৰাতিপুৱা তাইক বিচাৰি তেওঁ হেনচার্ডৰ ঘৰ পাইছিলগৈ, কিন্তু সেইখিনি পাইহে গম পালেগৈ যে এলিজাবেথ-জেন মিচ টেম্পলমেনৰ লগতহে আছেগৈ। এলিজাবেথ-জেনে তেওঁৰ কাৰণে বাট চাই আছিল বুলি তেওঁ মনতে আশা কৰি আছিল— কিন্তু লগ নোপোৱাত সেই আশা নিমিষতে মাৰ গ'ল। মৰ্তা মানুহবোৰ কিযে কল্পনাপ্ৰয়াসী অবাস্তব প্ৰাণী। এলিজাবেথৰ পৰিবর্তে তাইক আশ্ৰয় দিয়া ঘৰটোৰ গৃহস্থনী গৰাকীৰ সন্মুখতে আহি তেওঁ উপস্থিত হলহি।

'আজি বৰ ডাঙৰ বজাৰ বহিছে,' কথাৰ দিশ সলাবৰ কাৰণে তাই ক'লে। উদ্দেশ্যহীন ভাবে দুয়ো বজাৰখনৰ পিনে চালে। আপোনালোকৰ এই বিভিন্ন ধৰণৰ বজাৰবোৰ দেখি মোৰ ভাল লাগে। সেইবোৰ চাই থাকোতে মোৰ মনলৈ কিমান যে বিভিন্ন ধৰণৰ ভাব আহি থাকে।

তেওঁনো কি বুলি তাৰ উত্তৰ এটা দিব ভাবি নেপালে।

অর্থহীন কথাটোৰ প্ৰায় শব্দহীন উত্তৰ এটা তেওঁৰ মুখৰ পৰা ওলোৱাৰ উমান দুয়ো পালে— সাগৰৰ নিচেই ক্ষুদ্ৰ ঢৌ বিলাকো দুর্ব্বল হৈ ইটোৰ ওপৰত সিটো ঢলি পৰোতে হোৱা ক্ষীণ শব্দ একোটাৰ দৰে তেওঁৰ মুখৰ পৰাও অৱশ্যে

সৰুকৈ মাত এষাৰ ওলাল।

'আপুনি সদায বাহিৰৰ পিনে চাই থাকে নেকি?'

'হয প্ৰায়েই'।

'কোনোবা চিনাকী মানুহক বিচাৰে নেকি?'

এই প্ৰশ্নবোৰৰ উত্তৰ দিযাৰনো কি আৱশ্যক আছে, তাই মনতে ভাবিলে।

'ক্ষন্তেকীযা দৃশ্য একোটা চাই ভাল পাওঁ কাৰণেই মই সেইপিনে চাই থাকো, কিন্তু, তাইৰ মনোৰম চকুযুৰিৰে সৈতে তেওঁৰ পিনে ঘূৰি চাই ক'লে 'এতিয়াৰে পৰা সেইপিনে চালে মই আপোনাকেই লক্ষ্য কৰিম। আপুনি বাৰু সদায়েই আহেনে? মই পিছে এইবোৰ কথা বৰ দকৈ ভাবি চিন্তি কোৱা নাই। জনগনৰ মাজত চিনাকি মানুহ এজন বিচাৰি উলিওৱাত বেছ আনন্দ আছে। বিচাৰি উলিওৱা মানুহজনৰ লগত ঘনিষ্ঠতা থকা নথকাটো বৰ ডাঙৰ কথা নহয়। জন সমুদ্ৰৰ মাজত নিজৰ মানুহ এজন লগ পালে ভাল লাগে— নিজেও হেৰাই যোৱাৰ ভয নোহোৱা হৈ যায।

'আহ, মই বুজিছো, সম্ভৱ আপুনি নিজকে বৰ অকলশৰীয়া বুলি অনুভৱ কৰে মেডাম।

অহ, আনে কল্পনাই কৰিব নোৱাৰে, মই যে কিমান অকলশৰীয়া!'

'কিন্তু মানুহে কয বোলে আপুনি এগৰাকী বৰ চহকী ভদ্ৰমহিলা।'

'যদি সেইটোৱেই হয় তেন্তে সেই ধন সম্পত্তি কেনেদৰে উপভোগ কৰিব লাগে সেই কথা মই নেজানো। কেষ্টাৰব্ৰীজত মই সুখেৰে দিন কটাম বুলি আহিছিলো, কিন্তু এতিযা মোৰ সংশয় হৈছে, নোৱাৰিম নেকি?'

'মেডাম, আপুনি কোন ঠাইৰ পৰানো আহিছে ইয়ালৈ।'

'বাথ চহৰৰ পৰা।' তাই উত্তৰ দিলে।

'মই এড্‌নিবৰাৰ পৰা আহিছো,' তেওঁ অস্পষ্টভাবে সৰুকৈ ক'লে। 'মানুহে নিজৰ ঘৰতে থাকিব পৰাটোৱেই যে শ্ৰেয় তাত কোনো সন্দেহ নাই, কিন্তু যি ঠাইত উপাৰ্জন কৰিবলৈ সুবিধা পোৱা যায় মানুহ তাতেই থাকেহি। এইটো অৱশ্যে দুখ লগা কথা, কিন্তু উপায় নাই, সদায় কথাবোৰ এনেকুৱাই হয়গৈ। তথাপিও এই বছৰটো মোৰ কাৰণে যথেষ্ট ভাল বুলিয়েই ক'ব লাগিব। খুব বেছিয়েই ভাল,' তেওঁ শিশু সুলভ সৰলতাৰে কথাষাৰ ক'লে।

'আপুনি দেখিছেনে বাৰু সৌ ঢৰীয়া উপৰ জধলা কোট-পিন্ধা মানুহজন, এই বছৰ শৰৎ কালত ঘেহুঁৰ দাম কম থাকোতে মই তেওঁৰ পৰা যথেষ্ট পৰিমাণৰ ঘেহুঁ কিনিছিলো। আৰু পিছত সামান্য দাম বাঢোতেই বিক্ৰী কৰি দিলো। তাত মোৰ কিছু লাভ হ'ল। কিছুমান খেতিয়কে দাম বাঢিব বুলি ভঁৰালত সাচি থৈ দিছিল, পিছে

সিদ্ধি খান্দি নিগনি সোমাই সেইবোৰ খাই খান্তাং কৰিলে। বজাৰত দাম কমিবলৈ আৰম্ভ কৰাৰ লগে লগেই মোৰ গুদামত থকাখিনি বিক্ৰী কৰি দিলো। যি সকলে মোতকৈও আগতে আৰু কমদামত কিনিছিল তেওঁলোকেও বিক্ৰী কৰিবলৈ নোৱাৰাত মই আগতে কিনাতকৈও কম দামত পাই আকৌ কিনিলো। আনন্দত উৎফুল্লিত ফাৰফ্ৰেই কৈ গ'ল, 'তাৰ কেই সপ্তাহমান পিছতে আকৌ কিছু দাম বঢ়াৰ লগে লগেই মই বিক্ৰী কৰি দিলো। এইদৰে মই কম লাভতেই কেবাবাৰো বেচাকিনা কৰি যি লাভ কৰিলো তাতেই সন্তুষ্ট হ'লো। মোৰ পাঁচশ পাউণ্ড লাভ হ'ল— একেকোবতে পাঁচশ পাউণ্ড— ভাবিবই নোৱাৰি।' ক'ত আছে ক'ব নোৱাৰা হৈ হাত দুখন আনি টেবুলখনৰ ওপৰতে থৈ ক'লে 'যি সকলে শস্য মজুত ৰাখিছিল তেওঁলোকৰ একো লাভেই নহ'ল', লুচেতাই তেওঁক তন্নতন্নকৈ নিৰীক্ষণ কৰিবলৈ ধৰিলে। মানুহজনৰ গাত বেলেগ ধৰণৰ কিবা এক নতুনত্ব থকা যেন পালে। অৱশেষত তেওঁৰ চকু ছোৱালীজনীৰ চকুত পৰাত দুয়োযোৰ চকুৰ মিলন ঘটিল।

'এয়া, এতিয়া মই আপোনাক আমনি কৰিবলৈকে লাগি গ'লো যেন পাইছো,' তেওঁ কিছু আৱেগেৰে সৈতে কথাষাৰ ক'লে।

'নাই, নাই মুঠেই আমনি পোৱা নাই,' বুলি কওঁতে তাইৰ মুখৰ বৰণ সলনি হৈ গৈছিল।

'বেয়া নাই লগা নেকি?' তেওঁ সুধিলে

'মোৰ বেয়া লগাৰ ওলোটাটোহে হৈছে, আপুনি আনক ইমান ভাল লগাব পাৰে।'

এইবাৰ ফাৰফ্ৰেৰ মুখখনহে লাজত সামান্য ৰঙা পৰিল।

'আপোনালোকৰ স্কটলেণ্ডৰ মানুহবোৰ,' তাই আগৰ কথাষাৰৰ অৰ্থ সলনি কৰিবৰ কাৰণে ক'লে, 'এই দক্ষিণৰ মানুহৰ দৰে একো কথাতে সীমা চেৰাই নেযায়। আমাৰ সাধাৰণ মানুহবোৰ, নাই ই'ফাল নহয় সিফাল— মৰম থকা, নহ'লে একেবাৰে নথকা, আৱেগিক, নহ'লে কাঠৰ কঠুৱা। আপুনি পিছে এই দুয়োটা সীমাৰ মাজত সমতা ৰক্ষা কৰিব পাৰিছে।'

'কিন্তু আপুনিনো, কিয় এনেদৰে ভাবিছে, মেডাম।'

'ক্ষন্তেকতে আপুনি প্ৰাণচঞ্চল হৈ উঠে আৰু তাৰ অৰ্থও বিচাৰি পায়। পিছ মুহূৰ্ত্তত আপুনি বিষণ্ণও হৈ পৰে— নিজৰ দেশৰ মানুহ আৰু বন্ধুবান্ধৱৰ কথা চিন্তা কৰি।'

'হয়, মাজে মাজে ঘৰৰ কথাই মোক আমনি নকৰাকৈ নেথাকে।' বিশেষ একোৰে অৱতাৰণা নকৰাকৈ তেওঁ কৈ থ'লে।

'ময়ো নিজৰ ঘৰৰ কথা ভাবো। মই জন্ম হোৱা আমাৰ সেই পুৰণি ঘৰটোৰ

কথা। নতুনকৈ সাজিবৰ কাৰণে সেই ঘৰটো ভাঙি পেলালে গতিকে নিজৰ ঘৰ বুলি চিন্তা কৰিবলৈ মোৰ এতিয়া একো স্মৃতিয়েই নাই।'

লুচেতাই নক'লে যে তাইৰ ঘৰটো প্ৰকৃততে ৰাথ মহানগৰত নহয়, চেণ্ট হেলীয়াৰতহে।

পৰ্বত, পাহাৰ, গছ-গছনি এই সকলোবোৰেই দেখোন আমাৰ ইয়াতো আছে। এইবোৰকে জানো আমাৰ নিজৰ ঘৰৰ নিচিনা বুলি মানি ল'ব নোৱাৰি?

লুচেতাই মুখটো জোকাৰি কথাটো মানি লোৱাৰ ইঙ্গিত দিলে। 'মোৰ কাৰণে হ'লে সেইয়াই মোৰ ঘৰ,' তেওঁ অস্পষ্ট ভাবে কথাষাৰ দোহাৰিলে। সেই মুহূৰ্ত্তে তেওঁৰ মনটো অৱশ্যে উত্তৰলৈ উৰা মাৰিছিল। এনেদৰে তেওঁ নিজেহে ভাবিছিল নে উত্তৰৰ অঞ্চলৰ সকলো মানুহেই তেনেদৰে ভাবে তাৰ উত্তৰদিহ পোৱা নগ'ল যদিও লুচেতাই ভবাৰ দৰে ফাৰফ্রেৰ জীৱন নৈ খনৰ পাৰ দুটা— এটা ব্যৱসায়িক আৰু আনটো কাল্পনিক। সময়ত এই দুয়োটা চৰিত্ৰই ফটফটীয়া হৈ পৰে। নানা ধৰণৰ সূতাৰে গোঁথা ৰচিডালত বিভিন্ন ৰং বোৰৰ সমন্বয় দেখা যায় যদিও নিজা নিজা ৰঙৰ অস্তিত্ব কিন্তু ৰচিডালে বহন কৰি থাকে, ই লোপ নাপায়।

'আপুনি নিজ দেশলৈ ঘূৰি যোৱাৰ কথাটো এতিয়াও ভাবেনেকি,' তাই সুধিলে।

'অহ, নাই মেডাম,' ফাৰফ্রেই নিজৰ সম্বিৎ ঘূৰাই আনি ক'লে।

খিৰিকীখনৰ বাহিৰ পিনে বজাৰৰ হুলস্থূলবোৰ শুনিবলৈ পোৱা গৈছিল। কেইদিনমানৰ আগলৈকে চলি থকা সাধাৰণ বজাৰৰ সলনি ইয়াত এতিয়া বছৰটোৰ কাৰণে কাম কৰা বনুৱা শ্ৰেণীৰ লোকৰ মকৰল আৰু বন্দবস্তিৰ কাম চলি আছিল। ৰদ বতাহত কাম কৰি ছালৰ বৰণ মুগা বৰণীয়া কৰা বনুৱা কিছুমান তাত গোট খাইছিলহি। বছৰটোলৈ নিয়োগ কৰিবলৈ ওলোৱা বগা ছালৰ মাটিৰ গিৰীহঁতবোৰে সিহঁতৰ লগত কথা পাতি আছিল।

সেই বনুৱাসকলৰ মাজতে বগা ছালৰ একোজন মালিক সোমোৱাত মানুহৰ জুমটোৱে ফুটুকা ফুটুকি বৰণ লৈছিল। ৰ'দে বৰষুণে টান কাম কৰি জীৱন নিৰ্বাহ কৰিবৰ কাৰণে এই মানুহবোৰ যি কোনো ঠাইলৈ যাবলৈও সাজু থাকে। মাইকী মানুহৰ মুখৰ দীঘল ওৰণি কাপোৰবোৰ গাড়ীৰ চৈ যেন দেখা গৈছিল। তেওঁলোকৰ গাত কপাহী কুৰ্তা আৰু ঘৰ ঘৰ থকা গাত লোৱা শল। মজুৰি কৰিবলৈ ওলাই অহাৰ কাৰণে কিছুমানৰ গাত সাধাৰণ ফ্ৰক একোটাহে। বাকীবোৰ মানুহৰ মাজতে পদপথৰ চুক এটাত বুঢ়া ভেঁড়াৰখীয়া এজন থিয় দি আছিল। বজ্ৰপাত পৰা মানুহৰ দৰে থিয় দি থকা সেই মানুহটোলৈ লুচেতা আৰু ফাৰফ্রেৰ চকু পৰিল। প্ৰায়শ্চিত্ত হৈ শোধন হোৱা লোক এজন বুলিহে তেওঁক গণ্য কৰিব পাৰি। মানুহজনে যে

সময়ত অত্যন্ত কঠোৰ জীৱন এটা অতিবাহিত কৰি আহিব লগীয়া হৈছিল তাত সন্দেহৰ থল নাই। তেওঁৰ বিষয়ে বৰ্ণনা কৰিবলৈ গ'লে প্ৰথমেই কব লাগিব যে মানুহজন বৰ চাপৰ আৰু গা-গাৰি নথকা। সৰুৰে পৰাই বৰ টান কাম কৰিব লগীয়া হোৱাৰ কাৰণে তেতিয়াই কুঁজা হৈ গ'ল। পিছৰ পিনৰ পৰা চালে মানুহটোৰ মূৰটো নেদেখি। তেওঁ হাত দুখন ধেনুৰ গুণহেন কৰি আঠুদুটাত ধৰি আছিল। একেডোখৰ ঠাইতে হাত দুখনৰে বহুতদিন ধৰি থকাৰ কাৰণে ঘঁহনি উঠি সেই অংশটো ৰূপৰ দৰে চিকমিকাই আছিল। মানুহজন ক'ত বৈ আছেহি আৰু কিয় আছেহি সেই বিষয়ে তেওঁৰ কিবা জ্ঞান আছিল বুলি ধাৰণা কৰিবলৈ টান। মানুহজন নিৰ্বিকাৰ আৰু চকুকেইটা তলমুৱা। অলপ দূৰৈত আন মানুহেও তেওঁৰ কাৰণে কামৰ বন্দবস্ত কৰি আছিল। নিজৰ সেইবোৰলৈ মুঠেই কাণসাৰ নাই। সেইসময়ত তেওঁ ৰোমন্থন কৰি আছিল ডেকা বয়সত কেনে কঠিন কামো তেঁও সুন্দৰকৈ কৰিব পাৰিছিল—তাকেহে। তেওঁৰ হাতদুখনে সেই সময়ত যেনে ধৰণৰ কাম বিচাৰিছিল তেনেকুৱা কামেই পাইছিল।

তেওঁৰ ল'ৰাটোৱে দূৰৈৰ খেতিয়ক এজনৰ লগত কথাবতৰা পাতি আছিল। মাজতে কথা এটাই বিধি পথালি দিছিলহি। মানুহজনে ভিতৰৰ কোমল অংশটো নেপালে অকল বাহিৰৰ টান চোকোৰাটো নলয়। অৰ্থাৎ ল'ৰাটো নগ'লে অকল বাপেকক নলয়। প্ৰেয়সী এজনী থকা কাৰণে সেই ঠাই এৰি ল'ৰাটো যাব নোৱাৰে।

'নেলী, মই তোমাক এৰিবলগীয়া হোৱাৰ কাৰণে বৰ বেজাৰ পাইছো', ডেকা ল'ৰাজনে বৰ আৱেগিক হৈ কথাষাৰ কৈছিল, 'তুমি চোৱা, মই মোৰ দেউতাক নেখাই মৰিবলৈ দিব্ নোৱাৰো। মই নগ'লে ভাৰ্জিন মেৰীৰ সোৱৰণত পতা উৎসৱৰ দিনাও তেওঁ লঘোনে থাকিব লাগিব। মাত্ৰ পয়ত্ৰিশ মাইল দূৰৈতহে থাকিম মই।'

ছোৱালীজনীৰ ওঁঠদুটা কঁপিবলৈ ধৰিলে, 'পযত্ৰিশ মাইল' কথাষাৰ তাইৰ মুখতে অস্ফুট হৈযেই থাকি গ'ল, 'আহ যথেষ্ট হৈছে আৰু ক'ব নেলাগে, তোমাৰ মুখ আৰু মই কেতিয়াও নেচাওঁ।'

ডেকা লৰাটোক আকৰ্ষণ কৰি ধৰি ৰাখিবলৈ ডেন কিউপিড্‌ৰ চুম্বক চটা ছুটি হ'ল। ডেকা ল'ৰা বুলিলে ডেকা ল'ৰাই, তেওঁ কেষ্টাৰব্ৰীজৰেই হওঁক বা আন ঠাইৰে হওঁক। চকুৰ আঁতৰ হলে .নৰো আঁতৰ হয। ছোৱালীজনীৰ ভয়ৰ কাৰণ সেইটোৱেই।

ল'ৰাজনে যেতিয়া ছোৱালীজনীৰ হাতখনত ধৰি বুজাবলৈ চেষ্টা কৰিলে তাই খঙ কৰি ক'লে, 'নাই, নাই আৰু মোক বুজাব নেলাগে, মই আৰু কেতিয়াও তো.মাক দেখা নকৰো।' কথাষাৰ কৈ তাই লুচেতাৰ দেৱাল খনৰ পিনে মুখ কৰি

কান্দিবলৈ ধৰিলে। ইপিনে খেতিয়কজনে ডেকা ল'ৰাটোক বিবেচনা কৰিবৰ কাৰণে আধা ঘণ্টা সময় দি তাৰ পৰা আঁতৰি গ'ল। ডেকা গাভৰুহালে একো সিদ্ধান্ত ল'ব নোৱাৰি বেজাৰ কৰি বহি থকাই দেখা গ'ল।

চকুপানী বৈ থকা লুচেতাই ফাৰফ্রেৰ পিনে চালে। তাই দেখি আচৰিত হ'ল যে তেওঁৰ চকু যুৰিও সেমেকি উঠিছিল।

'এইটো বৰ দুখৰ কথা, প্ৰেমিক প্ৰেমিকা হালক এনেকুৱা হবলৈ বাধ্য কৰোৱাটো উচিৎ হোৱা নাই। মোৰ ইচ্ছামতে যদি কামবোৰ হ'লহেঁতেন। মানুহে প্ৰেমপ্ৰীতিৰ মাজত থাকি কাম কৰাতোহে মই বাঞ্ছা কৰোঁ।'

'মই কিজানি সিহঁত হালক একে ঠাইতে ৰাখিব পাৰোৱেই,' ফাৰফ্রেই ক'লে। 'মোৰ গাড়ী চলাবৰ কাৰণে ডেকা ল'ৰা এজন লাগে, আৰু সেই বুঢ়া মানুহজনকো কিবা কামত লগাব পাৰিবও পাৰো— তেওঁক সম্ভৱ বৰ বেছি পইছাও দিব নেলাগিব।'

'আহ, আপুনি ইমান মৰমীয়াল।' তাই আনন্দত চিএৰি উঠিল। 'আপুনি গৈ সিহতক কওঁক গৈ আৰু আপুনি কৃতকাৰ্য্য হ'লনে নাই মোক জনাবহিনে বাৰু।'

ফাৰফ্রে ওলাই গৈ সেই মানুহৰ জুমটোৰ লগত কথা পাতিলেগৈ। সকলোৰে চকু উজ্জ্বল হৈ উঠিল। নিমিষতে এটা বন্দবস্ত হৈ গ'ল।

ফাৰফ্রেই উলটি আহি জনালেহি যে এটা সন্তোষজনক বন্দবস্ত হৈ গ'ল।

'আপুনি সঁচাকৈয়েই বৰ দযালু', তাই ক'লে, 'মোৰ নিজৰ মনৰ কথা ক'বলৈ হ'লে বনুৱা সকলেও তেওঁলোকৰ নিজ ইচ্ছা অনুসৰি প্ৰেমিক-প্ৰেমিকা বাছি ল'ব পাৰিব লাগে। আপুনিও সকলোকে তেনেকুৱা সুবিধাই দিযক।'

ফাৰফ্রে গহীন হৈ পৰিল, মূৰটো সামান্য সিফাল কৰি ক'লে 'মই সিমান মৰমীয়াল হ'ব নোৱাৰিম, তাতকৈ কিছু কঠোৰ হ'ব লাগিব।'

'কিয়?'

'আপুনি হ'ল নদন-বদন অৱস্থাৰ এগৰাকী চহকী ভদ্ৰমহিলা, আৰু মই হ'লো শস্য আৰু ঘাঁহৰ বেপাৰ কৰি কোনো মতে বৰ্ত্তি থাকিবলৈ সংঘৰ্ষ কৰি থকা এজন সাধাৰণ বেপাৰী।'

'আপুনি ঠিকেই কৈছে মোৰ আকাঙ্খাবোৰ আনতকৈ কিছু বেছি, নহয়নে বাৰু।'

'নাই, নাই মই কথাবোৰ ভালকৈ বুজাই কবহে পৰা নাই। মোৰ এটা ডাঙৰ অসুবিধা হ'ল যে নাৰীৰ লগত মই ভালকৈ কথা পাতিবকে নেজানো—উচ্চাকাংক্ষী হওঁকেই বা নহওঁকেই লাগে তেওঁলোক। কথাবাৰ মই অন্তৰৰ পৰাই কৈছোঁ।' সিগৰাকীয়ে মনত দুখ পালে বুলি ভাবি, ডোন্যাল্ডে গভীৰ অনুশোচনাৰে কথাবাৰ ক'লে, 'আনৰ কাৰণে বৰ বেছি একো কৰিব, নোৱাৰিলেও সকলোকে সদ্ ব্যৱহাৰ

দিয়াটো উচিৎ বুলি মই ভাবো। তাতকৈ বেছিনো আমি আনৰ কাৰণে কি কৰিব পাৰোঁ।'

'অ মই মন কৰিছোঁ, আপুনি নিজকে যেনেকুৱা বুলি ভাবে প্ৰকৃততে আপুনি তেনেকুৱাই।' কথোপকথনত আগভাগ লৈ তাইৰ মনৰ ভাবাবেগক প্ৰকাশ কৰাৰ সুবিধা পোৱাৰ আনন্দত তাই কথাবাৰ কৈছিল। এনেদৰে চলি থকা কথোপকথনৰ মাজতে ফাৰফ্ৰেই বজাৰখনৰ মানুহৰ ভিৰটোলৈ খিৰিকীৰ ফাঁকেৰে এবাৰ চাওতেই দুজন খেতিয়কে কৰমৰ্দন কৰা তেওঁ দেখা পালে। মানুহদুজন আহি খিৰিকীখনৰ একেবাৰে ওচৰতে থিয় দি কথা পাতিছিলহি। তেওঁ আন কথাৰ মাজতে এনে এষাৰ কথাও শুনিবলৈ পালে।

'আমাৰ এই ডেকাজনক, মানে ফাৰফ্ৰেক আজি ৰাতিপুৱা দেখিছিলানে বাৰু?' এজনে সুধিলে। 'আজি বাৰ বজাৰ আগে আগেই তেওঁ মোক ইয়াতে দেখা কৰাৰ কথা আছিল। মই তেওঁক বিচাৰি কমেও ছয় সাতবাৰ বজাৰখনৰ ইফালে সিফালে ঘূৰিলো। তেওঁৰ কোনো শুংসূত্ৰই বিচাৰি নেপালোঁ। আনকালে কিন্তু মানুহজনে কথা দিলে কথা নৰখাকৈ নেথাকে।'

'অহ, সেই মানুহ জনক লগ পাবলগীয়া কথাটোৰ বিষয়ে মই পাহৰিয়েই গৈছিলোঁ,' ফাৰফ্ৰেই অস্পষ্টভাবে সৰুকৈ ক'লে।

'আপুনি বোধহয় এতিয়া যাবই লাগিব, নেলাগিব জানো?' তাই ক'লে।

'হয়,' তেওঁ উত্তৰ দিলে, কিন্তু তথাপিও তেওঁ যোৱাৰ আগ্ৰহ নেদেখুৱাই ৰৈয়েই থাকিল।

'আপুনি যোৱা ভাল হ'ব নেকি? তাই অনুনয়ৰ সুৰত ক'লে, 'নহ'লে আপুনি গ্ৰাহক এজন হেৰুৱাব।'

বয়সতো সৰু আৰু ইমানখিনি আত্মীয়তা গঢ়ি উঠাত তেওঁ তাইক তুমি বুলি মতাই উচিৎ হব বুলি ভাবি ক'লে, 'তুমি বুলি সম্বোধন কৰাৰ কাৰণে বেয়া নোপোৱাতো, 'শুনা, এইদৰে যা যা কৰি থাকিলে মোৰ কিন্তু খঙেই উঠিবগৈ পাৰে।'

'আপুনি নগলেও হয় যদি বহক আৰু কিছু সময়। বহিলেতো মই ভালেই পাও।'

তেওঁক বিচৰা খেতিয়কজনৰ পিনে উৎকণ্ঠাৰে চাই দেখিলে যে কু-গ্ৰহে মানুহজনক হেনচাৰ্ডে থিয় দি থকা ঠাইৰ পিনে টানি নিছে। তাকে দেখি তেওঁ পুনৰ মুখটো কোঠাটোৰ পিনে ঘূৰালে। 'মই ইয়াত কথাপাতি ভালেই পাইছিলো,' তেওঁ ক'লে, 'পিছে মই এতিয়া নিৰুপাই হৈছোঁ, যাবই লাগিব। ব্যৱসায়ক অৱহেলা কৰিব নেপায়, পাই জানো?'

'এক মিনিট সময়ো অপব্যয় কৰিব নেপায়।'

'ঠিক কৈছা তুমি। মই আকৌ এদিন আহিম - আহিমনে বাৰু, মেডাম?'

'নিশ্চয় আহিব,' কি আশ্চৰ্য্যজনক ভাবে আমি দুয়ো আজি ইয়াতে লগ হ'লো। অকলশৰীয়া ভাবে বহি দকৈ চিন্তা কৰিব লগীয়া বিষয় ইও এটা নহয় জানো?'

'অহ, মই সিমান দকৈ চিন্তা কৰা নাই, এটা সাধাৰণ কথা বুলিহে ধৰি লৈছোঁ'।

'নাই, মই হ'লে ইমান সাধাৰণ ভাবে লোৱা নাই — তেনেদৰে ল'ব পাৰি জানো?' তাই আকৌ ক'লে, সেইবোৰ বাৰু যি হয় হৈ থাকিব, এতিয়া বজাৰ খনে আপোনাক ৰিঙিয়াই মাতিয়েই আছে নহয়।'

'হয়, হয় — এই বজাৰ – এই ব্যৱসায়। পৃথিবীখনত এই ব্যৱসায় বোলা বস্তুটো নথকা হ'লেই ভাল আছিল নেকি?'

লুচেতাৰ হাঁহি উঠিব খুজিছিল — তাই হাঁহিলে হেঁতেনো – কিন্তু সেই সময়ত তাইৰ অন্তৰত সৰুকৈ হলেও আলোড়ন সৃষ্টি কৰিব পৰা কিবা এটা তাই অনুভৱ কৰাত মুখৰ হাঁহিটো ফুটি নুঠিল।

'আপুনি ইমান সললি হৈ গ'ল, কি আচৰিত,' তাই ক'লে, 'এনেকৈ সললি হোৱাটো কিন্তু ভাল লক্ষণ নহয়।'

'এনেবোৰ কথা মই জীৱনত কাহানিও বিচৰা নাছিলোঁ', স্কটছদেশীয় যুবক জনে সামান্য লাজকুৰীয়া ভাবে কথাষাৰ ক'লে আৰু নিজৰ দুৰ্বলতাৰ কাৰণে ক্ষমা বিচৰাৰ দৃষ্টিৰে তাইৰ পিনে চাই আকৌ ক'লে, 'মই ইয়ালৈ আহি তোমাক লগ পোৱাৰ পিছতহে মোৰ এনে হৈছে।'

'মোক লগ পোৱাৰ কাৰণেই যদি আপোনাৰ এনে হৈছে তেন্তে আজিৰ পৰা আৰু মোৰ পিনে মূৰ তুলি কেতিয়াও নেচাবই। আপোনাৰ মনোবল টুটুৱাৰ কাৰণে নিজকেই মই দোষী যেন অনুভৱ কৰিছো।'

'তোমাক দেখা কৰিবলৈ আহোৱেই বা নাহো, সেইটো পিছ কথা, কিন্তু মোৰ মন চকুৰে তোমাক অনবৰতে চায়েই থাকিম। বাৰু, এতিয়ালৈ বিদায়হে মাগিলো— মই আজি ইয়ালৈ আহি যি আনন্দ পালো তাৰ কাৰণে তুমিয়েই ধন্যবাদৰ পাত্ৰী।'

'মোৰ লগত ইমান সময় কটোৱাৰ কাৰণে, আপোনাকো, অ নহয় মানে তোমাকো, মোৰ সোণ, ধন্যবাদ যাচিলোঁ। আত্মীয়তা গঢ়ি উঠাত তাই তেখেতক অতি আপোন কৰি সম্বোধন কৰিলে।

তেওঁ গুচি যোৱাৰ সময়ত তাই ব্যাকুলহে কৈছিল 'সময়বোৰ পাৰ হৈ

যোৱাৰ লগে লগে কেষ্টাৰব্ৰীজৰ মানুহে মোৰ বিষয়ে বহুত কিবা কিবি কথাই উলিয়াব পাৰে – মোৰ অতীতত ঘটি যোৱা কিছুমান কথালৈ মোক তেওঁলোকে ৰচকী এজনী বুলিও আখ্যা দিব পাৰে। তুমি কিন্তু সেইবোৰ সমূলি বিশ্বাস নকৰিবা – কাৰণ কথাবোৰ তেনেকুৱা নহয়েই।'

'মই শপত খাই কৈছোঁ, তেনেবোৰ উৰাবাতৰি মই কেতিয়াও বিশ্বাস নকৰোঁ।'

অৱশেষত এই প্ৰাণী দুটাৰ গৈ গৈ তেনেকুৱা অৱস্থা হ'লগৈ। মহিলা গৰাকীৰ সংস্পৰ্শই মানুহজনক পুলকিত কৰি তুলিলে। কাম-বন, চিন্তাভাবনা নোহোৱা নিৰ্লিপ্ত ছোৱালীজনীকো মানুহজনৰ ভালপোৱাই ব্যাকুল কৰি তুলিলে। কিয়নো এনেকুৱা হ'ল বাৰু। এই প্ৰশ্নৰ উত্তৰ কিন্তু তেওঁলোকে বিচাৰি নেপালে।

লুচেতাৰ দৰে মান মৰ্যাদা থকা ছোৱালী এজনীয়ে অন্ততঃ এজন সাধাৰণ শস্য বেপাৰীৰ পিনে চকু দিয়াৰ কোনো কথাই উঠা নাছিল। কিন্তু তাইৰ জীৱনৰ উত্থান পতন, হেনচাৰ্ডৰ লগত হোৱা ঘনিষ্ঠতা ইত্যাদিয়ে তাইক যি চৰম বিপদত পেলালে তাই তাৰ পিছত সামাজিক মান-মৰ্যাদাৰ কথা চিন্তা কৰিবলৈ এৰিলে। তাইৰ আৰ্থিক অৱস্থা বেয়া থকাৰ সময়ত সেই খন সমাজে কিমাননো তিতা কেঁহা নলগালে। তাইকতো সেইখন সমাজে বাজ কৰিযেই দিছিল। পুনৰ সেইখন সমাজলৈ উভতি যোৱাৰ তাইৰ কোনো স্পৃহা নাছিল। বাইবেলত বৰ্ণিত মহাপ্লাৱনৰ সময়ত নোৱাই জাহাজ এখনত উঠি ক'ৰবালৈ গুচি যোৱাৰ দৰে তাইৰ মনটোৱেও কোনো এখন অজান ঠাইলৈ গৈ শান্তিত জিৰণি ল'বলৈ ব্যাকুল হৈ পৰিছিল। বাট-ওখৰা-মোখোৰা হোৱালৈ তাই মন দিব পৰা অৱস্থাত নাছিল। তাইক লাগে মাথোন অকণ বুকুৰ উম।

লুচেতাই ফাৰফ্ৰেক আগবঢাই বিদায় দিলে। তাৰ পিছত এবাৰলৈকো তেওঁৰ মনলৈ ভাব অহা নাছিল যে প্ৰকৃততে তেওঁ এলিজাবেথ-জেনক বিচাৰিহে তালৈ আহিছিল। লুচেতাইও খিৰিকীখনৰ কাষতে বহি বজাৰত গোটখোৱা খেতিয়ক আৰু তেওঁলোকৰ আনুষঙ্গিক মানুহৰ জুমৰ মাজেদি আগবাঢি গৈ থকা ফাৰফ্ৰেলৈ লক্ষ্য কৰি আছিল। জঁট লগা সূতাৰ আঁত বিচৰাৰ দৰে তাইও অগণন মানুহৰ মাজে মাজে পম খেদি গৈ থাকিল– ফাৰফ্ৰেৰ পিছে পিছে। এটা কথা তাই মন কৰিছিল যে তাইৰ চকুহালৰ প্ৰতি মানুহজন বিশেষভাৱে আকৰ্ষিত হৈছিল। ফাৰফ্ৰে সহজ সৰল আড়ম্বৰহীন প্ৰকৃতিৰ। তাইৰ অন্তৰখন উথলি উঠিল তেওঁৰ প্ৰতি জাগি উঠা মৰমত। তেওঁৰ সমকক্ষ নহয় বুলি বুজিবলৈ তাইৰ আৰু একো বাকী নেথাকিল। নিজকে অনুপযুক্ত বুলি জানিও মিনতি কৰিবলৈ ধৰিলে যেন মানুহজন পুনৰ তেওঁৰ ওচৰলৈ আহে। তেওঁ গৈ বজাৰৰ ঘৰটোৰ ভিতৰ সোমোৱাৰ পিছতহে তাইৰ দৃষ্টিৰ পৰা তেওঁ আঁৰ হ'ল।

তাই খিৰিকীখনৰ ওচৰৰ পৰা আঁতৰ হোৱাৰ প্ৰায় তিনিমিনিট মানৰ পিছতে দুৱাৰত আকৌ টোকৰ পৰিল। টোকৰৰ সংখ্যাতকৈও তাৰ প্ৰচণ্ডতাহে উল্লেখ কৰিবলগীয়া। দুৱাৰ খোলামেলা কৰিবৰ কাৰণে ৰখা কাম কৰা ছোৱালীজনীৰ গাত থৰুথুৰুতি নোহোৱা হ'ল। তাই উজুটি-মুজুটি খাই আহি কোনোমতে দুৱাৰমুখ পালেহি।

'মেয়ৰ জন,' তাই ক'লে।

আৰামত আউজি বহি ৰং বিৰঙৰ সপোন ৰচনা কৰি আঙুলি কেইটাৰ মাজেৰে তাই কিবা চাই আছিল। তেওঁ ততালিকে উত্তৰ নিদিয়াত লিগিৰীজনীয়ে আকৌ ক'লেহি 'তেখেতে কৈছে যে তেখেতৰ হাতত বৰ বেছি সময় নাই।'

'অহ, তেনেহলে তেখেতক কৈ দিবা যে মোৰ মূৰ কামোৰণি হৈ থকাৰ কাৰণে তেখেতক বহুৱাই থবলৈ ইচ্ছা কৰা নাই বুলি।'

লিগিৰীজনীয়ে গৈ সংবাদটো দিয়াৰ পিছতে দুৱাৰখন বন্ধ হোৱাৰ শব্দ তাই শুনিবলৈ পালে।

তাইৰ প্ৰতি হেনচাৰ্ডৰ মৰম তীব্ৰতৰ কৰি তোলাটোকেই প্ৰধান উদ্দেশ্য কৰি তাই কেষ্টাৰব্ৰীজলৈ আহিছিল। সেই উদ্দেশ্যতে সাফল্য লাভ কৰাৰ পিছতেই তাই তেওঁৰ প্ৰতি উদাসীন হৈ পৰিল।

এলিজাবেথ-জেনৰ উপস্থিতিযে অসুবিধাতহে পেলালেহি বুলি তাইৰ মনলৈ যি দুশ্চিন্তা আহিছিল সেইটো ইতিমধ্যে নোহোৱা হ'ল। দেউতাকজনৰ কাৰণেই তাইক আঁতৰাই পঠিওৱাৰ আৱশ্যক আৰু নোহোৱা হ'ল।

ৰাতিপুৱাৰে পৰানো কি বোৰ ঘটনা ঘটি গ'ল তাৰ একো উমানকে নোপোৱা সিজনী ছোৱালী আহি হাঁহি মুখে ঘৰ সোমোৱাৰ লগে লগে লুচেতা আগবাঢ়ি গৈ আন্তৰিকতাৰে ক'লগৈ— 'মই বৰ ভাল পাইছে যে তুমি আহি পালাহি। তুমি মোৰ লগৰীযাহে বহুতদিন মোৰ লগতেই থাকিবা নহয় এলিজাবেথ'।

এলিজাবেথে তেতিয়া পহৰাদাৰী কুকুৰৰ দৰে দেউতাকক আঁতৰাই ৰাখিব পাৰিব। অহ, কি অপূৰ্ব বুদ্ধি। ক'বলৈ গ'লে দেখাত বেয়া একোৱেই নাই। তাই এসময়ত হেনচাৰ্ডক সকলো সপি দিয়া স্বত্বেও যোৱা কেইটামান দিনত তেওঁ তাইক কিমান অৱজ্ঞা কৰিলে সেই কথা বৰ্ণনাতীত। তাই ধন সম্পত্তিৰে চহকী হোৱা বুলি জনাৰ পিছত অন্ততঃ হেনচাৰ্ডে অকণমান সময় উলিয়াই লৈ এবাৰ হলেও তাইৰ নিমন্ত্ৰণ আন্তৰিকতাৰে গ্ৰহণ কৰিব লাগিছিল।

নিজ অন্তৰতে খুন্দিয়াই থকা এনেবোৰ ভাব একোবাৰ উথলি উঠি আকৌ ক্ষন্তেক পিছতে জয় পৰি গৈছিল। ভাবৰ ক্ৰমাগত হ্ৰাস-বৃদ্ধিৰ স্পন্দনৰ এক বিৰল আভিজ্ঞতাৰ মাজেদিয়েই সেইদিনা তাইৰ দিনটো পাৰ হৈ গ'ল।

# চতুৰ্বিংশ অধ্যায়

বেচেৰী এলিজাবেথ-জেনে এইবোৰ একোৰে উমানেই পোৱা নাছিল যে তাই ডোন্যাল্ড ফাৰফ্ৰেৰ পৰা পোৱা যৎ সামান্য নজৰ কণো কু-গ্ৰহে ইতিমধ্যে গ্ৰাস কৰি পেলালে। লুচেতাৰ পৰা অৱশ্যে এটা কথা জানি ভাল পালে যে তেওঁৰ লগতে তাই থাকিব পাৰিব।

লুচেতাৰ হাউলিটো নিজৰ ঘৰ যেন লগাৰ উপৰিও বজাৰখনৰ দৃশ্যাৱলীৰ আকৰ্ষণ, লুচেতাই ভাল পোৱাৰ দৰে, তাইও ভাল পাইছিল। বজাৰ বহা এই চাৰি আলিটোত দৈনিক এটা নহয় এটা চমৎকাৰ নাটকীয়া ঘটনা ঘটিয়েই থাকে। ইয়াৰ প্ৰভাৱ ওচৰে পাঁজৰে থকা মানুহৰ ওপৰতো নপৰাকৈ নেথাকে। খেতিয়ক, সাউদ, গাখীৰ মাখনৰ বেপাৰী, ভুৱাবেজ, ফেৰীৱালাবোৰ সাপ্তাহিক বজাৰৰ দিনা গোট খায় আৰু বিয়লি বেলিকা অন্তৰ্ধান হয়। এই চাৰি আলিটোৱেই হ'ল বিভিন্ন কক্ষপথৰ একমাত্ৰ কেন্দ্ৰ বিন্দু।

এটা শনিবাৰ গৈ আন এটা শনিবাৰ অহালৈ তেওঁলোকে অপেক্ষা কৰিব লগীয়া নহয় বুলিব লাগে। শনিবাৰটো শেষ হোৱাৰ লগে লগেই তেওঁলোক পিছৰ শনিবাৰৰ কাৰণে প্ৰস্তুত হ'ব লগা হয়। ইয়াৰ মাজৰ দিনবোৰ তেওঁলোকে লেখত নধৰেই কাৰণ সেই কেইটা দিনত তেওঁলোক জীৱন্ত অৱস্থাত থাকে বুলি চিন্তাই নকৰে। গতিকে মুঠতে ইয়াকে ক'ব পাৰি যে বাকীবোৰ দিন লেখত নোলোৱাৰ ফলত তেওঁলোকলৈ সপ্তাহটোত মাত্ৰ এটা দিনহে থাকে — সেইটোৱেই হ'ল শনিবাৰ। আনকাল কেতিয়াবা বাহিৰ ওলালেও বজাৰৰ দিনা তেওঁলোক দুয়ো ঘৰতে থাকে। আনে গম নোপোৱাকৈ তেওঁলোক দুয়ো ফাৰফ্ৰেৰ গলধন আৰু বাহুদুটাৰ পিনে চাই থাকে। তেওঁৰ মুখলৈ চাবলৈ লাজ লগা কাৰণেই হওক বা ব্যৱসায়ৰ কামত ব্যস্ত থকা মানুহজনক আমনি নকৰিবৰ কাৰণেই হওক তেওঁৰ মুখখন দেখাৰ সৌভাগ্য তেওঁলোকৰ নঘটে। দিনবোৰ তেনেদৰেই পাৰ হৈ গৈ আছিল। তাৰ মাজতে এদিন বিশেষ ঘটনা এটা ঘটিল। এলিজাবেথ-জেন আৰু লুচেতৰ ব্ৰেকফাষ্টৰ সময়তে লণ্ডনৰ পৰা এটা পাৰ্চেল আহি পালেহি। পাৰ্চেলটোৰ ভিতৰত লুচেতাৰ দুযোৰ কাপোৰ আহিছিল। তাকে ভালকৈ চাবৰ কাৰণে বন্ধু গৰাকীকো নিজৰ কোঠালৈ মাতি নি বিচনাত দীঘলে দীঘলে সুন্দৰ কৈ পাৰি থোৱা ধুনীয়া গাউন দুটা দেখুৱালে। এটা ডাঠ চেৰী ৰঙৰ আৰু আনটোৰ ৰং তাতকৈ পাতল। গাউন কেইটাৰ লগতে একোযোৰকৈ হাত মোজা আৰু ডিঙিৰ পৰা মূৰলৈকে একোখন বনেট। হাত মোজাৰ মুঠিত গাউনৰ লগত মিলাকৈ একোটা ছাতি।

মানুহৰ আকৃতিৰ লেখীয়াকৈ সেইকেইটা পাৰি থোৱা দৃশ্যটোলৈ চাই লুচেতাই

কিবা এটা কথা গভীৰ ভাবে চিন্তা কৰি আছিল। কোনটো গাউনেনো তাইক অধিক শুৱনি কৰি তুলিব তাকে ভাবি সম্ভৱ।

'এই নতুন কাপোৰ বাছি লোৱা কামটো মই ইমান যে টান পাওঁ,' এযোৰ কাপোৰলৈ আঙুলিয়াই লুচেতাই ক'লে 'এই যোৰ পিন্ধিলে তুমি যি এগৰাকী মানুহ হবা সিযোৰ পিন্ধিলে তুমি আকৌ সম্পূৰ্ণ বেলেগ এগৰাকীহে হ'বাগৈ। তুমি ক'বই নোৱাৰিবা অহা বসন্ত কাললৈ ইয়াৰ ভিতৰৰে এযোৰ কাপোৰ কিজানি ৰুচি বিগৰ্হিত বুলি প্ৰতিপন্ন হৈয়েই যায়। এতিয়া কিন্তু তুমি ক'ব নোৱাৰা, কোন যোৰনো ত্ৰেতিয়ালৈ পিন্ধাৰ অযোগ্য হয়গৈ।'

অৱশেষত মিছ টেম্পলমেনে চেৰীৰঙৰ কাপোৰ যোৰ নিজে লোৱাটোকে ঠিক কৰিলে। পিছত যিয়েই নহওক গৈ লাগে, তাই সেই সাজটোকে পিন্ধি সন্মুখৰ কোঠাটোলৈকে দুখোজমান দিলে। এলিজাবেথো পিছে পিছে গ'ল। সাজটো লুচেতাৰ গাত ভালকৈ খাই পৰিছে বুলি তাইৰ অনুমান হ'ল।

আনদিনতকৈ সূৰ্য্যৰ পোহৰ সেইদিনা অধিক প্ৰখৰ ভাবে পৰিছিলহি। পৰিষ্কাৰ আৰু পোনপটীয়াকৈ সূৰ্য্যৰ ৰশ্মি সিফালৰ ঘৰবোৰতো পৰি প্ৰতিফলিত হৈ লুচেতাৰ ঘৰটো উজ্জ্বল কৰি তুলিছিল। হঠাতে গাড়ীৰ চকাৰ ঘৰঘৰণিৰ দৰে কিবা শব্দ এটা দুয়ো শুনিবলৈ পালে। তাৰ ক্ষন্তেক পিছতে চক্ৰকাৰে ঘূৰি থকা গাড়ীৰ চকাৰ ছাঁ আহি ঘৰটোৰ চিলিঙতো পৰিলহি। কিবা এটা হৈছে বুলি ভাবি লগৰীয়া গৰাকী উঠি আহি খিৰিকীখনৰ ওচৰ পালেহি। তেওঁলোকৰ ঘৰটোৰ ঠিক বিপৰীতে এখন অদ্ভুত ধৰণৰ গাড়ী আহি ৰোৱাহি তাই দেখা পালে। গাড়ীখনে হেনো কিবা প্ৰদৰ্শন কৰিবলৈ আহিছে।

সেইটো ঘোঁৰাই টনা এটা নতুন ধৰণৰ গুটি সিঁচা যন্ত্ৰ। আগতে এনেকুৱা বস্তু কোনেও দেখা নাছিল—হেপ্তাৰকী, অৰ্থাৎ ইংলেণ্ডখন সাতখন দেশ হৈ থকা দিনৰে পৰা লেখ ধৰিলেও। অতীজৰ পৰা খেতিয়কৰ সমাদৰ পাই অহা সঁজুলি এটাৰেই গুটি সিঁচা কাম চলি আহি আছিল। সেই সাতামপুৰুষীয়া সঁজুলিটোৰ বাদে আন কথা মানুহে ভাবিবই পৰা নাছিল। প্ৰথম উৰা জাহাজ ওলাওতে চ্যাৰিংক্ৰছত যি চাঞ্চল্যৰ সৃষ্টি হৈছিল এই যন্ত্ৰটোৱে ঠিক তেনে এটা পৰিস্থিতিৰেই অৱতাৰণা কৰিলেহি। সেইটোনো কি বস্তু বুলি খেতিয়ক সকলে বেৰি বেৰি চাবলৈ ধৰিলেহি। আনকি তিৰোতা মানুহবোৰও দূৰৈত বৈ থাকিব নোৱাৰি ওচৰ চাপি গ'ল। ল'ৰা ছোৱালীবোৰৰ কিছুমান জপিয়াই মেলি ভিতৰ সোমাল আৰু কিছুমান চুচৰি বগৰা বাই যন্ত্ৰটোৰ তলত সোমাল। যন্ত্ৰটো ৰঙা আৰু হালধীয়া বৰণৰ। চমুকৈ ক'বলৈ গ'লে কোদো, ফৰিং আৰু মিছামাছৰ সংমিশ্ৰণ এটাক ডাঙৰ কৰিলে দেখিবলৈ যেনে আকৃতি ল'ব যন্ত্ৰটো দেখিবলৈ তেনেকুৱাই বুলিব পাৰি। তেনে এটা ৰঙৰ

প্ৰতি লুচেত্তা স্বাভাবিকতেই আকৃষ্ট হ'ল।

'এইটো দেখোন খেতিৰ কামত লগোৱা পীয়্যানো।' তাই মন্তব্য কৰিলে।'

'পীয়্যানো নহয় এইটো কিবা শস্যৰ কামত লগোৱা যন্ত্ৰহে,' এলিজাবেথ-জেনে ক'লে।'

'এহ মই আচৰিতেই হৈছো এইহেন চমক লগোৱা বস্তু এটা কোনেনো আনি ইয়াত প্ৰদৰ্শন কৰিছেহি?'

তেওঁলোক দুয়ো আশাকৰি আছিল যে ডোন্যাল্ড ফাৰফ্ৰেই এই যন্ত্ৰটো প্ৰথম তালৈ অনাৰ গৌৰব অৰ্জন কৰক। খেতিয়ক নহ'লেও তেওঁ সদায় খেতিৰ উৎপাদনৰ লগতে জড়িত। তেওঁলোক দুয়োৰো ইচ্ছা পূৰণ কৰিবৰ কাৰণেই হ'বলা সেই মুহূৰ্ত্ততে ফাৰফ্ৰে আহি সেইখিনিত উপস্থিত হ'লহি। চাৰিওপিনে পাক এটা মাৰি তেওঁ যিদৰে যন্ত্ৰটো লিৰিকি বিদাৰি চালে তাৰ পৰা অনুমান হৈছিল যে তেওঁ সেইটোৰ সম্বন্ধে বহুতো কিবাকিবি জানে। তেওঁক দেখা মাত্ৰাক খিৰিকীৰে চাই থকা দুয়োগৰাকী গাভৰুৰ মাজত ভিতৰি ভিতৰি ভীষণ প্ৰতিদ্বন্দ্বিতা হ'বলৈ ধৰিলে--কোনেনো তেওঁক বেছি ভাল পায়। এলিজাবেথ-জেনে খিৰিকীখনৰ ওচৰৰ পৰা আহি কোঠাটোৰ পিছপিনে অৱস্থিত কাৰুকাৰ্য্য খচিত কাঠৰ বেৰখনৰ ওচৰত থিয় হ'লহি। সেই ঠাই ডোখৰত তাই এনেভাৱে থিয় দি আছিল যেন তাই একান্তমনে কাৰুকাৰ্য্যখচিত কাঠৰ বেৰখনৰ পিনেহে চাই আছিল। প্ৰকৃততে ক'বলৈ গলে তাইনো কেতিয়া আহি সেই ঠাই ডোখৰত থিয় দিছিলহি সেই কথা তাই কবই নোৱাৰে। আনপিনে লুচেতাই নতুন কাপোৰযোৰ পিন্ধাৰ আনন্দৰ লগতে ফাৰফ্ৰেকো দেখা পোৱাত তাই বৰ উৎসাহিত হ'ল। তাই আৰু ৰব নোৱাৰিলে। মুখৰ পৰা বাক্য এষাৰ ওলাযেই আহিল 'সেইটোনো কি যন্ত্ৰ আনিছে আমি ওচৰৰ পৰা চাই আহোঁগৈ ব'লা,' বান্ধৱী গৰাকীক ক'লে।

এলিজাবেথ-জেনে লৰালৰিকৈ গাত শ্বালখন আৰু মূৰত বনেটখন লৈ ওলাই আহিল। দুয়ো যন্ত্ৰটোৰ পিনে আগবাঢ়িল। তাত গোটখোৱা খেতিয়ক সকলৰ ভিতৰত লুচেতায়ে সম্ভৱ যন্ত্ৰটো একেবাৰে নিজৰ বুলি ল'ব পাৰিছিল। কাৰণটো হ'ল যন্ত্ৰটোৰ ৰঙৰ লগত খাপ খোৱাকৈ অকল তাইৰ কাপোৰযোৰেহে সমানে সমানে প্ৰতিদ্বন্দ্বিতা কৰিব পাৰিছিল।

বাঁহীৰ আকৃতিৰ কিছুমান চুঙা তেওঁলোকে দেখা পাইছিল। লোঙা কৰিবৰ কাৰণে ৰোকনি আৰু কিছুমান লোহাৰ সৰু সৰু নিমখ দিয়া চামুচৰ দৰে সজুলি লগাই থোৱা আছিল। চামুচবোৰে গুটিবোৰ চুঙাবোৰত ভৰাই মাটিলৈ যোৱাৰ ব্যৱস্থা কৰি দিয়ে। তেওঁলোকে ব্যৱস্থাটো কৌতূহলেৰে জুমি জুমি চাই থাকোতেই কোনোবা এজন আহি পিছ পিনৰ পৰা মাত দিলেহি। 'গুড মৰ্নিঙ্ এলিজাবেথ-জেন।' তাই

মূৰ ডাঙি চাই দেখে যে সেযা তাইৰ দেউতাক।

মাতযাৰ কঠুৰা আৰু মেঘগৰ্জনৰ সমান ভয় লগাকৈ ডাঙৰ হোৱাত তাই চক খাই গৈছিল। অপ্ৰস্তুত হোৱা ছোৱালীজনীয়ে উদ্দেশ্যহীন ভাবে খোলাই খোলাই ক'লে 'এই গৰাকীয়েই ভদ্ৰমহিলা——মই বৰ্ত্তমান তেওঁৰ লগতে আহি আছোঁহি। দেউতা মই চিনাকি কৰি দিও— এখেত হ'ল মিচ টেম্পলমেন।' হেনচাৰ্ডে মূৰৰ টুপীটো খুলি কোবেৰে নমাই আনোতে টুপীটোৰ একাংশ তেওঁৰ নিজৰ আঠুটোতে লাগি ৰলহি। 'মই আপোনাক লগ পাই চিনাকি হৈ ভাল পালোঁ। এইটোনো কেনে ধৰণৰ অদ্ভুত বস্তু তাকেহে চাইছোঁ ' হেনচাৰ্ডে ক'লে।

ক্ষন্তেক পিছতে, হেনচাৰ্ড আগবাঢ়ি আহি যন্ত্ৰটোৰ বিষয়ে ক'বলৈ লাগিয়েই গ'লহি, অৰ্থ অৱশ্যে বিদ্ৰূপাত্মক বুলি ক'লেও বঢাই কোৱা নহয়।

'এইটো ইযালৈ কোনে আনিছে?' লুচেতাই সুধিলে

'অহ মেডাম, সেইবোৰ কথা মোক সুধি লাভ নাই,' হেনচাৰ্ডে ক'লে। 'এইটো যে দেখিছা— ক'বলৈ গলে ই একো কামত নহা বস্তু। আমাৰ ইয়াৰে যন্ত্ৰপাতিৰ কাৰবাৰ কৰা মানুহ এজনে আনিছে। লম্ফ জম্ফ কৰি ফুৰা উদ্ধত মলুৱা এটাৰ অনুমোদন ক্ৰমে। সেই পাবত গজাটোৰে ।' ঠিক তেনেতে তেওঁৰ চকু এলিজাবেথ-জেনৰ পিনে যোৱাত তাইৰ চকুত কাকুতি মিনতিৰ করুণ দৃশ্য দেখি তেওঁ ভাগ্যে সিমানতে মুখখন বন্ধ কৰিলে। তেওঁ ভাবি আছিল যে তেওঁলোক দুজনৰ মাজত তেতিযাও প্ৰেম বিনিময় চলিযেই আছিল।

ইযাৰ পিছতে তেওঁ তাৰ পৰা যাবলৈ সাজু হ'ল। ঠিক তেনেতে বিশ্বাস কৰিব নোৱাৰা ঘটনা এটাৰ উমান তাই পালে। সতিযৈ জীয়েক জনীয়ে বুজি পালে যে সেইটো তাইৰ সপোনৰো অগোচৰ যদিও ভ্ৰমাত্মক নহয। হেনচাৰ্ডৰ মুখৰ পৰা অস্পষ্ট ভাবে ওলোৱা এযাৰ কথা তাই নিজ কাণে শুনিবলৈ পাইছিল, 'তই মোক দেখা কৰিবলৈ অমান্তি হলি।' লুচেতাৰ পিনে চাই তেওঁ এই কটু বাক্যযাৰ উচ্চাৰণ কৰিছিল। হালধীয়া জোতা পিন্ধি থকা ওচৰৰ খেতিয়কবোৰক উদ্দেশ্য কৰি যদি তেওঁ কথাষাৰ কৈছিল তেন্তে সেইটো সুকীয়া কথা। লুচেতা অৱশ্যে মনে মনে থাকিল। ঠিক তেনেতে এটি মধুৰ গানৰ সুৰ ভাহি আহি সেই সংক্ৰান্তৰ আন কথাবোৰ তল পেলাই দিলে। গানটো যন্ত্ৰটোৰ ভিতৰৰ পৰা অহা যেন লাগিছিল। হেনচাৰ্ড ইতিমধ্যে বজাৰ বহা ঘৰটোৰ পিনে গ'লগৈ। ছোৱালী দুজনীয়ে গুটি সিঁচা যন্ত্ৰটোৰ পিনে চাই থাকিল। যন্ত্ৰটোৰ পিছপিনে তাই মানুহ এজনৰ পিঠি এখন দেখিলে। মানুহজনে যন্ত্ৰটোৰ ভিতৰ পিনে মূৰটো গুজি তাৰ সংলগ্ন কৌশল বুজিলবলৈ চেষ্টা কৰি আছিল। তেওঁৱেই সেই গানটো গুণগুণাই আছিল। সেইটো স্কটচ দেশীয় সৰ্বজন প্ৰিয় সৰল সুৰৰ ব্যাল্যাড। গায়কজননো কোন সেইটো ধৰিব

পাৰি এলিজাবেথ-জেনে কিবা এটা দোষণীয় কাম কৰা যেনহে পালে। তেনেধৰণৰ ভাব এটানো তাইৰ মনলৈ কিয় আহিলে তাৰ কাৰণ কিন্তু তাই ভাবি উলিয়াব নোৱাৰিলে। ক্ষন্তেক পিছতেই চতুৰ লুচেতাইও গায়কজনৰ মাতটো ধৰিবপাৰি বুকুফিন্দাই ক'লে 'কি আচৰিত কথা গুটি সিঁচা মেচিনটোৰ ভিতৰৰ পৰা দেখোন কোনোবাই "লাছ অব্ গৌৰী" গাইছে। সেইটো স্কটছদেশীয় জনপ্ৰিয় গীত। ফাৰফ্ৰেই যন্ত্ৰটো চাই-চিন্তি সন্তুষ্ট হৈ ওলাই আহোঁতেই সিফালে থিয় দি থকা মহিলা দুগৰাকীক দেখা পালে।

'আমি এই আশ্চাৰ্যজনক গুটি সিঁচা মেচিনটোকে চাই আছোঁ,' মিচ টেম্পলমেনে ক'লে, কিন্তু প্ৰকৃততে এইটো বোলে কোনো কামত নহা বস্তু—হয়নে বাৰু?' হেনচাৰ্ডৰ মুখৰ কথাৰ ওপৰত ভিত্তি কৰি কথাষাৰ তাই সুধিলে।

'অদৰ্কাৰী? কেলেই হ'ব অদৰ্কাৰী?' ফাৰফ্ৰেই গহীনহৈ উত্তৰ দিলে। 'গুটি সিঁচাৰ ক্ষেত্ৰত এই যন্ত্ৰটোৱে এক বিপ্লৱৰ সূচনা কৰিব। এতিয়া আৰু খেতিয়কে হাতেৰে ছটিয়াই গুটি সিচিঁব নেলাগে। তেনেকৈ হাতেৰে গুটি সিঁচিলে গুটি হাবিয়ে-বননিয়ে, খালে-ডোঙে পৰি নষ্ট হয। এতিয়া কিন্তু ইচ্ছা অনুসৰি প্ৰতিটো গুটি যতে দিবৰ মন যায় ত'তে দিব পৰা যাব। এটা গুটিও যেনি তেনি পৰি নষ্ট নহয়।

'তেনেহলে গুটি সিঁচাৰ আনন্দকণো সৰ্বতিকালৰ কাৰণে লোপহে পোৱালৈগে নেকি?' বাইবেলৰ বাণীৰ লগত অন্ততঃ ফাৰফ্ৰে একমত হ'ব বুলি ভাবি এলিজাবেথ-জেনে ক্ষন্তেক চিন্তা কৰি ক'লে, 'বাইবেলত কৈছিল নহয়, "বতাহ কেনি বলি আছে দেখাজনে গুটি সিঁচিবগৈয়েই নেলাগে।" তেনেস্থলত ধৰ্মপ্ৰচাৰকৰ বাণী অথলে যাবনেকি?'

'অ, হয় হয়, সেইষাৰ বাণী সত্য যদিও,' কথাষাৰ ডোন্যাল্ডে ভাবশূণ্য দৃষ্টিৰে দূৰৈৰ কোনোবা ফালে চাই থাকি·আকৌ বিনম্ৰভাবে ক'লে, 'আজি কালি এই যন্ত্ৰবোৰ উত্তৰ ইংলেণ্ডৰ পিনে বৰ জনপ্ৰিয় হৈ উঠিছে।'

লুচেতাৰ মনপ্ৰাণ অন্য কথাত আবদ্ধ হৈ থকাৰ কাৰণে তেনেধৰণৰ কথাত ভাগ ল'ব নোৱাৰিলে। তাৰোপৰি ধৰ্মগ্ৰন্থৰ বাণীৰ লগত তেওঁৰ জ্ঞান অতি সীমিত। 'এই যন্ত্ৰটো আপোনাৰ নেকি?' তাই ফাৰফ্ৰেক সুধিলে। 'নহয় মেডাম,' ভদ্ৰমহিলা গৰাকীৰ মাতষাৰ শুনি তেওঁ কিছু অপ্ৰতিভ হৈছিল যদিও সমীহেৰেই উত্তৰটো দিলে। এলিজাবেথ-জেনৰ লগতো তেওঁ নিঃসংকোচ আৰু স্বাভাবিক ভাৱেই কথা বতৰা পাতিবলৈ সক্ষম হৈছিল। 'নাই, নাই মেডাম, এইটো অনাবৰ কাৰণে মই এজনক পৰামৰ্শহে দিছিলোঁ।'

ক্ষন্তেক নীৰৱতা। সেই সময়ছোৱাত ফাৰফ্ৰেক সিগৰাকী মহিলাৰ প্ৰতিহে সচেতন যেন অনুমান হ'ল। এলিজাবেথ-জেনৰ প্ৰতি থকা আবেগ অনুভূতিত কৈ

অধিক উগ্ৰ আৰু বলিষ্ঠ কিবা এটাৰ মাজতে তেওঁৰ মনটো আবদ্ধ হৈ পৰিল। মানুহজনৰ মনটো কিবা খেলি মেলি হৈ থকা দেখি লুচেতাই ভাবিলে যে ব্যৱসায় আৰু প্ৰণয়ৰ টনা-আজোৰাই মানুহজনক তেনে পৰিস্থিতিত পেলাইছিল। তাকে ভাবি তাই ধেমালিৰ সুৰত কৈ পেলালে 'আমি কোনাৰ কাৰণেই আপুনি যন্ত্ৰটো অদৰকাৰী বুলি ভাবিব নেলাগে। কথাবাৰ কৈযেই লগৰ গৰাকীৰ সৈতে আহি ঘৰ সোমালেহি।

লগৰ গৰাকীৰ মনলৈ আহিবলৈ ধৰিলে যেন তাই সিহঁত দুজনৰ মাজত কিবা অন্তৰায় স্বৰূপহে থিয় দিছিলহি। এনে এটা ভাব তাইৰ মনলৈ কিয় আহিছিল তাই কবই পৰা নাছিল। ঘৰ সোমোৱাৰ পিছত লুচেতাই যুক্তি সহকাৰে কিবা এটা বুজাবলৈ চেষ্টা কৰিছিল।

'মই সিদিনা ফাৰফ্ৰেক হঠাতে লগ পাই কথা বাৰ্তা পাতিছিলোঁ, সেই কাৰণেই আজি ৰাতিপুৱা তেওঁ মোক চিনি পালে।'

সেই গোটেই দিনটো লুচেতা এলিজাবেথৰ প্ৰতি বৰ সদয় হৈ আছিল। দুয়োজনী একেলগে বহি বজাৰত হোৱা মানুহৰ ভিৰৰ পিনে চাই আছিল। পিছবেলা চহৰখনৰ পাহাৰীয়া অঞ্চলেদি বেলি অস্ত যোৱাৰ লগে লগে বজাৰখনত মানুহো ধীৰে ধীৰে পাতলিবলৈ ধৰাটো তেওঁলোকে মন কৰি আছিল। আলিবাটৰ এমূৰৰ পৰা সিমূৰলৈকে সম্প্ৰসাৰিত হৈ থকা অস্তমিত সূৰ্য্যৰ হেলনীয়া ৰশ্মিয়ে তেওঁলোকৰ কল্পনাৰ আটাইবোৰ ধৰি ৰাখিছিল। দুচকীয়া ঘোঁৰা বাগীৰ পৰা আৰম্ভ কৰি মালগাড়ীবোৰও এখন এখনকৈ আলিবাটৰ পৰা নোহোৱা হ'লত বাগীত অহা মানুহৰ সংখ্যা প্ৰায় নোহোৱাই হ'লগৈ। তাৰ লগে লগে কিন্তু খোজকাটি অহা মানুহৰ সংখ্যা বাঢিবলৈ ধৰিলে। গাওঁত কাম কৰা বনুৱাবোৰে তেওঁলোকৰ ঘৈণীয়েক আৰু ল'ৰাছোৱালীৰ সৈতে আহি সপ্তাহটো জোৰাকৈ বজাৰ কৰিবলৈ তাত গোট খাইছিলহি। আগতে শুনা গাড়ী ঘোঁৰাৰ ঘটলং ঘটলং শব্দৰ পৰিবৰ্ত্তে এতিয়া অসংখ্য মানুহৰ ভৰিৰ চোঁচৰণিৰ শব্দহে শুনা গৈছিল। বজাৰলৈ অনা নানা যন্ত্ৰ পাতি আৰু খেতিৰ সজুলিবোৰও নোহোৱা হৈ আহিল। ধনী খেতিয়ক আৰু চহৰৰ চহকী মানুহবোৰকো দেখা নোপোৱা হৈ আহিল। আগতে পাইকাৰী হিচাপত মুঠকৈ কিনাৰ পৰিবৰ্ত্তে এতিয়া খুচুৰা বিক্ৰীহে আৰম্ভ হ'বলৈ ধৰিলে। দিনটোৰ আগভাগত পাউণ্ডৰ হিচাপত কিনা বেচা হৈছিল, কিন্তু এতিয়া পেনীৰ হিচাপতহে বজাৰত কিনা বেচা হবলৈ ধৰিলে।'

লুচেতা আৰু এলিজাবেথ-জেনে এইবোৰ চাই থাকোতেই সন্ধ্যাৰ আন্ধাৰ নামি আহিল। কিছুপৰ পিছত আলিবাটৰ লেম্পবোৰও জ্বলি উঠিল যদিও তেওঁলোকৰ ঘৰৰ ভিতৰখন আন্ধাৰ হৈয়েই থাকিল। বাহিৰলৈ চাই থকা খিৰিকীখন জপাবলৈও তেওঁলোকৰ মন নগ'ল, বৰঞ্চ চিমনিৰ জুইকুৰাৰ পৰা অহা সামান্য পোহৰ কণৰ

মাজতে বহি কথা পাতি থাকিয়েই তেওঁলোকৰ ভাল লাগিছিল।

'তোমাৰ দেউতাৰা আজি তোমাৰ পৰা আঁতৰি ফুৰিছিল,' লুচেতাই ক'লে। 'হয়,' দেউতাকে লুচেতালৈ উদ্দেশ্য কৰি কোৱা কথাষাৰৰ বিষয়ে তাই সম্ভৱ সেই মুহূৰ্ত্তত পাহৰিয়েই গৈছিল,'মোৰো কিবা মান মৰ্যাদা থাকিব পাৰে বুলি দেউতাই নেভাবে। মই যথেষ্ট যত্ন কৰিও মোৰ নিজৰ অস্তিত্বৰ বিষয়ে দেউতাক পতিয়ন নিয়াব নোৱাৰিলোঁ। মা আৰু দেউতাৰ বিচ্ছেদ হোৱাটোৱেই আমাৰ পৰিয়ালৰ কাৰণে কাল হ'ল। তুমি বুজিব নোৱাৰিবা এনেকুৱা কথাই মানুহৰ মনত কেনে প্ৰবল চাপ পেলায়।

অপ্ৰীতিকৰ ঘটনাটো শুনাৰ পিছত লুচেতাৰ চকু মুখ কোঁচ খাই গ'ল। 'তেনেকুৱা অভিজ্ঞতা মোৰ জীৱনত হোৱা নাই,' তাই ক'লে 'কিন্তু জীৱনত তেনে অপমান, অপযশ, লজ্জা তুমি আন ধৰণেও পাব পাৰা।'

'তেনেধৰণৰ তিক্ত অভিজ্ঞতা তোমাৰ নিজৰ জীৱনতো কেতিয়াবা হৈছিল নেকি?' কম বয়সীয়া নিমাখিত প্ৰাণীটিয়ে সুধিলে।

'অঁ নাই,' লুচেতাই ততালিকে উত্তৰ দিলে, 'মই ভাবো——,মাইকীমানুহ একোটা অভাবনীয় পৰিস্থিতিত পৰিলে নিজৰ গাত দোষ নাথাকিলেওঁ কেতিয়াবা পৰিস্থিতিয়ে বৰ শোচনীয় ৰূপ লয়গৈ। এনে অৱস্থাই তেওঁলোকৰ গোটেই জীৱনটোকেই অসুখী কৰি তোলে। তেওঁলোক সদায় উদিগ্ন হৈ থাকে কিজানি আন মাইকী মানুহৰ চকুত তেওঁলোক ঘৃণাৰ পাত্ৰ হৈ পৰে?'

'ঘৃণা নকৰিলেওঁ তেওঁলোকক ভাল পাই বা সন্মান কৰে বুলিও ক'ব পৰা নাযায়।' কোঁচ খাই যোৱা লুচেতাৰ মুখৰ পৰা কথাষাৰ আকৌ ওলাই আহিল।

লুচেতাৰ চকু মুখ আকৌ নিজে নিজেই সঙ্কোচিত হৈ আহিল। তাইৰ অতীতটোওঁ একেবাৰে নিৰাপদ বুলি ক'ব পৰা ধৰণৰ নহয়। খান্দি থাকিলে ক'ত কি ওলাইগৈ সেইটো কোৱা টান, আনকি কেষ্টাৰব্ৰীজতো তাই নিৰাপদ নহয়। যৌৱনৰ প্ৰথম উন্মাদনাত পৰি তাই হেনচাৰ্ডলৈ যিবোৰ চিঠি লিখিছিল সেইবোৰ তাই এতিয়াও ঘূৰাই পোৱা নাই। সম্ভৱ সেইবোৰ নষ্ট হ'ল। কিন্তু তথাপিওঁ তেনে ধৰণৰ অবাঞ্চিত চিঠি লিখাৰ দৰে গৰ্হিত কামৰ কাৰণে তাই এতিয়া অনুতাপ কৰে।

অমায়িক আৰু চকুত লগা বান্ধৱী লুচেতাই পুনৰবাৰ ফাৰফ্ৰেক লগ পোৱাৰ পিছত তেওঁলোকৰ পৰিবৰ্ত্তিত আচৰণে এলিজাবেথ-জেনক অধিক সতৰ্ক হ'বলৈ শিকালে। তেতিয়াৰে পৰা তেওঁলোকৰ প্ৰতি তাইৰ দৃষ্টি একেবাৰে সলনি হৈ গ'ল। লুচেতা বাহিৰলৈ ওলাই যাবৰ সময়ত তাইৰ চকুৱে চকুৱে পৰিলেই এলিজাবেথে বুজিব পাৰে যে মিচ টেম্পলমেনে আকৰ্ষণীয় স্কটছ মানুহজনক দেখা কৰিবলৈ ওলাই গৈছে বুলি। সেইটো লুচেতাৰ চকুৱে মুখে ডাঙৰ ডাঙৰ আখৰেৰে স্পষ্ট

ভাৱে লিখা থাকে— মাথোন পঢ়িব জানিব লাগিব। এলিজাবেথ-জেনে দিনে দিনে তাইৰ মনটো পঢ়িব পৰা হৈ আহিছিল। লুচেতা বাহিৰলৈ ওলালেই আলিবাটলৈ ওলোৱা দুৱাৰখন সদায়েই বন্ধ কৰি থৈ যায়।

দেৱদেৱতাই ভূত ভৱিষ্যতৰ কথা ক'ব পৰাৰ দৰে তাইও তেনে এক দৈব্য শক্তি আহৰণ কৰি সেইবোৰ গমিপিটি চাই জুই কুৰাৰ ওচৰতে আমন জিমনকৈ বহি থাকে। তাই নিজে আহৰণ কৰা তথ্যপাতিৰ পৰাই ইয়াৰ পৰিণতি কিনো হ'বগৈ সেই কথা খাটাং কৈ নিৰ্ণয় কৰিব পাৰিছিল। লুচেতাৰ বিষয়ে তাই মনতে এটা ধাৰণা উপজিবলৈ ধৰিলে—তাই অকস্মাতে ডোনাল্ড ফাৰফ্ৰেক কৰবাত লগ পাই চিনাকি হ'ল— তাৰ পিছত মাইকী মানুহৰ প্ৰতি থকা বিশেষ দৃষ্টিটো তেওঁৰ চকুত ভাহি উঠিল— আগতকৈ অধিক প্ৰখৰ ৰূপে, কাৰণ হ'ল যে মহিলা গৰাকী লুচেতা। আবেগ অভিভূত মানুহজনৰ আচৰণ কেনে হয় তাৰ বৰ্ণনা দিবলৈ তাইয়েই উপযুক্ত ব্যক্তি। ইজনে সিজনৰ পৰা বিদায় ল'বলৈ মন নকৰা, আনৰ পৰা আঁৰত থাকি লুকাই চুৰকৈ দুয়ো দুয়োকো লগ পোৱা আৰু এনেবোৰ কথাই তেওঁলোকৰ মনত সৃষ্টি কৰা দোদুল্যমান অৱস্থাটোও তাইৰ চকুত ধৰা নপৰাকৈ থকা নাছিল। তেওঁলোক দুয়ো হাতত ধৰা ধৰি কৰি খোজ কাঢ়ি ফুৰাৰ জীৱন্ত চিত্ৰ তাইৰ চকুত ভাহি উঠিছিলহি। চালচলনত বাহ্যিকৰূপে সামান্যতম কামাগ্নিও প্ৰকাশ নকৰি ইজনে সিজনৰ পৰা বিদায় গ্ৰহণ কৰা দৃশ্য তাই নেদেখাকৈ থকা নাছিল। জুইৰ ফিৰিঙতিৰ দৰে উফৰি অহা তেওঁলোকৰ ভাবাবেগৰ আভা অকণে তেওঁলোক দুজনৰ দেহাৰ ক্ষুদ্ৰতম অংশটোও চুইছিলহি। আনে অৱশ্যে সেইবোৰ দেখা পোৱা নাছিল। সকলোবোৰ কথা সুক্ষ্মভাবে নিৰীক্ষণ কৰিব পৰা তাই এগৰাকী যাদুকৰহে আছিল। আন কোনেও নেদেখা কথাবোৰও তাইৰ চকুত ধৰা পৰে।

এদিন এলিজাবেথ-জেনে এনে ধৰণৰ কথাকে দকৈ চিন্তা কৰি থকা অৱস্থাতে লুচেতা পিছপিনৰ পৰা নিঃশব্দে আহি তাইক উচপখুৱাই দিলে। সিদিনা তাই যি ভয় খালে তাৰ পিছৰে পৰা তাই সেইবোৰ কথা ভাবিবলৈ একেবাৰে এৰি দিলে। তাই মনতে ভাবি থকা কথাবোৰো কিজানি লুচেতাৰ চকুত ধৰা পৰে।

তাই মনৰ দাপোনত আঁকা ছবিৰ দৰেই ঘটনাবোৰ ঘটি আহিছিল— ইয়াৰ লেশমানো ইফাল সিফাল হোৱা নাছিল বুলি তাই ঈশ্বৰৰ নামত শপত খাব পাৰে। চকুযুৰিৰ জেউতি বঢ়াৰ উপৰিও লুচেতাৰ গাল দুখনৰ বৰণো আগতকৈ উজ্জ্বল হৈ পৰিছিল।

'তুমি ফাৰফ্ৰেক লগ পাবলৈ যোৱা হ'বলা?' এলিজাবেথ সংযম ৰক্ষা কৰি এদিন বিনম্ৰভাৱে তাইক সুধি পেলালে।

'অ তুমিনো কেনেকৈ জানিলা?' তাই আঠু কাঢ়ি বহি উত্তেজিত চিত্তে

বান্ধৱীজনীৰ হাতদুখন নিজৰ বুকুৰ মাজলৈ টানি নিলে। তথাপিওঁ কিন্তু সেই বিষয়ে তাই আৰু একোৱেই নক'লে— তেওঁকনো তাই ক'ত, কেতিয়া লগ পাইছিল আৰু সিজনেনো কি ধৰণে মনৰ ভাব বিনিময় কৰিছিল।

সেইনিশাটো লুচেতাই বৰ অস্থিৰ ভাবে কটালে। ৰাতিপুৱা লৈ তাইৰ জ্বৰ জ্বৰ ভাব হ'ল। ব্ৰেকফাষ্ট কৰাৰ সময়ত, কিবা কথা এটা তাইৰ মনত অনবৰতে লাগি থকাৰ কথা বান্ধৱী গৰাকীক কৈছিল। সেয়া হ'ল এজন ব্যক্তিৰ বিষয়ে, যাক লৈ তেওঁ বৰ চিন্তিত। এলিজাবেথ-জেনে নিষ্ঠা আৰু সহানুভূতি সহকাৰে বান্ধৱী গৰাকীৰ কথা শুনিবলৈ প্ৰস্তুত হ'ল।

'মই ক'বলৈ ওলোৱা কথাটোৰ বিষয়বস্তু হ'ল এগৰাকী নাৰী—এসময়ত এজন মানুহৰ প্ৰতি অনুৰক্ত, অনুৰক্ত মানে— অত্যন্ত বেছি ধৰণেই,' তাই উৎকণ্ঠাৰে ক'বলৈ কৰিলে।

'আহ,' এলিজাবেথ-জেনৰ মুখৰ পৰা শব্দটো ওলাই আহিল। 'তেওঁলোক দুয়ো একান্ত ঘনিষ্ঠ হৈ পৰিল— মানে তাতোকৈ বেছিকৈ হে। কিন্তু তাই মানুহজনৰ কথা যিমান দকৈ ভাবিছিল মানুহজনে হ'লে তাইৰ কথা সিমানকৈ ভবা নাছিল। ভাবাবেগৰ কোনো এক চৰম মুহূৰ্ত্তত সিজনে ছোৱালীজনীক বিয়া কৰাম বুলি কথা দিলে। তাইও মান্তি হ'ল। ঠিক তেনে অৱস্থাতে অভাৱনীয় ভাবে কিবা সমস্যা এটা আহি বিয়াখনত অন্তৰায়ৰ সৃষ্টি কৰিলেহি। তথাপিওঁ তাই মানুহজনৰ লগত এৰা ধৰা আৰু বুজাপৰাৰ মাজেদি চলি থাকিল। তাই যে কেতিয়াবা আন এজন মানুহক ভাল পাব বা নিজকে আন এজন মানুহৰ ওচৰত সপিব পাৰিব সেইকথা তাইৰ কাৰণে সপোনৰ আগোচৰ আছিল। সেই একেজন মানুহৰ ওপৰতেই তাই সকলো এৰি দিছিল কিন্তু তেওঁলোক দুজনৰ মাজত ঘনিষ্ঠতা লাহে লাহে নোহোৱা হৈ আহিল আৰু ইজনে সিজনৰ খা-খবৰেই বহুদিনলৈ নোপোৱাকৈ থাকিল। তাই অনুভৱ কৰিবলৈ ধৰিলে যে তাইৰ জীৱনটোৰ সিমানতে সমাপ্তি ঘটিল।

'ইচ বেছেৰী ছোৱালীজনী'

সেই মানুহ জনৰ কাৰণেই তাই যথেষ্ট ভুগিবলগীয়া হ'ল। তেওঁৰ ওপৰতেই অৱশ্যে সকলোবোৰ দোষ জাপিব নোৱাৰি। যিটো কথাই তেওঁলোকৰ মিলনত অন্তৰায়ৰ সৃষ্টি কৰিছিল সেইটো ভগৱানৰ কৃপাত নোহোৱা হৈ গ'ল আৰু তেৰোঁ ছোৱালীজনীক বিয়া কৰাবলৈ আগবাঢ়ি আহিল।

'আহ, কি আনন্দৰ কথা।' কিন্তু ইতিমধ্যে, মানে এই মাজৰ সময় খিনিৰ ভিতৰতে ছোৱালীজনীয়ে আগৰজনতকৈ বেছি ভাল মানুহ এজন লগ পাই ভাল পাবলৈ ধৰিলে। এতিয়া কথা হ'ল যে তাই আত্মসম্মানসহ আগৰজনক প্ৰত্যাখান কৰিব পাৰেনে?'

'এজন নতুন মানুহক তাই বেছি ভাল পাবলৈ ধৰিলে— সেইটো জানো বেয়া কথা নহল।' এলিজাবেথে মনৰ ভাব প্ৰকাশ কৰিলে।

কষ্ট সহকাৰে সৰু লৰা এটাই চহৰৰ পানীৰ পাম্পটো মাৰি থকা দৃশ্যটোলৈ চাই চাই লুচেতাই ক'লে। 'হয়, সেইটো বেয়া কথা হ'ল। কিন্তু তথাপিও এটা কথা মনত ৰাখিব লাগিব যে প্ৰথম জনৰ লগত তেওঁৰ সংস্পৰ্শ কিবা এক ঘটনাক্ৰমেহে হৈছিল— মানুহজন শিক্ষিত নহয় আৰু দ্বিতীয় জনৰ সমান মাৰ্জিতো নহয়। সেই কাৰণেই তেওঁ এজন উপযুক্ত স্বামী হ'লহেতেন বুলি ক'ব নোৱাৰি যদিও প্ৰথমে কিন্তু ভাল বুলিয়েই ভাবিছিল।'

'অহ, মই এনে জটিল প্ৰশ্ন এটাৰ উত্তৰ দিব নোৱাৰিম,' এলিজাবেথ-জেনে কিছু চিন্তা কৰি গম্ভীৰ ভাবে কথাষাৰ ক'লে। 'উত্তৰ দিয়া বৰ কঠিন কাম, একমাত্ৰ পোপেহে ইয়াৰ সদ উত্তৰ দিব পাৰিব।'

'তুমি অনুমোদন কৰা নাই যেন লাগিছে, হয়নে নহয়?' লুচেতাই করুণভাবে কথাষাৰ কৈ এলিজাবেথৰ গাত ঢলি পৰি তাইৰ মতামতৰ ওপৰত কিমান নিৰ্ভৰশীল সেইটো জানিবলৈ দিলে।

'হয, মিছ, টেম্পলমেন,' এলিজাবেথে ক'লে ইয়াতকৈ বেছি আৰু মই একো ক'ব নোখোজো।'

যিযেই নহওঁক কিয় লুচেতাৰ অন্তৰত খুন্দিয়াই থকা কথা কিঞ্চিৎ হলেও প্ৰকাশ কৰিব পৰাত তাইৰ মনটো কিছু পাতল হোৱা যেন অনুভৱ হ'ল। আক্ষেপপীড়িত মূৰ কামোৰণিটোৰ পৰাও লাহে লাহে সকাহ পাই আহিবলৈ ধৰিলে। 'আচী এখন আনাচোন মোকনো কেনে দেখিছে এবাৰ চাই লওঁ?' তেওঁ শান্তভাৱে কথাষাৰ ক'লে।

'অ, অলপ ভাগৰুৱা যেন দেখিছে?' অথিৰ মনৰ ছবি এখন দেখিলে ইয়াৰ সমালোচনাকাৰী গৰাকীয়ে যি দৰে উত্তৰ দিলেহেঁতেন ঠিক তেনেদৰেই এলিজাবেথ-জেনে উত্তৰটো দিলে। তেওঁ বিচৰামতে নিজৰ মুখখন নিজেই চাই সমীক্ষা কৰি লবলৈ তেওঁৰ হাতত আচী এখন আনি তুলি দিলেহি। লুচেতাই আগ্ৰহেৰে নিজৰ মুখখন চোৱাত ব্যস্ত হৈ পৰিল।

'জীৱনটো ক্ষয়িষ্ণু বুলি জানিলেও বয়সতকৈ আগতে শৰীৰৰ যতি পৰিলে কিন্তু বৰ বেয়া লাগে।' মুখখন আইনাত চাই উঠি লুচেতাই সেই বুলি মন্তব্য দিলে।

'হয়— তোমাৰ একেবাৰে তেনেকুৱা নাই হোৱা বুলিও ক'ব নোৱাৰি।' 'মোৰ কোনখিনি ঠাই বেছি বেয়া দেখা গৈছে ?'

'তোমাৰ চকুৰ তলৰ ঠাইখিনি মই কিঞ্চিৎ ক'লা পৰা যেন দেখিছোঁ।'

'হয়, সেই ঠাই খিনিয়েই বৰ বেয়া দেখা গৈছে। সাধাৰণ মানুহৰ চকুত

নপৰাকৈ মই বাৰু আৰু কিমান দিনমান তেনেকৈ থাকিব পাৰিম?'

এলিজাবেথ সিগৰাকীতকৈ বয়সত সৰু হলেওঁ তাইৰ প্ৰখৰ অৰ্ন্তদৃষ্টিৰ বলত জ্ঞানী ঋষি মুনি সকলৰ দৰেই আলোচনাত ভাগ ল'ব পাৰিছিল। 'ধৰি লোৱা আৰু পাঁচ বছৰ,' তাই কিছু ভাবি চিন্তি আকৌ ক'লে, 'অবশ্যে শান্তিত থাকিব পাৰিলে দহ বছৰো হ'ব পাৰে, তেতিয়া কিন্তু প্ৰেম প্ৰীতিৰ কথা বাদ দিব লাগিব।'

লুচেতাই নিজেও চিন্তা কৰি সেই নিৰ্ণয়টো নিৰপেক্ষ বুলি মানি ল'লে। সেইটো যে অপৰিবৰ্ত্তনীয় শিলৰ ৰেখাৰ দৰে হ'ব সেই কথাও বুজি পালে। তাৰ পিছত তেওঁৰ অতীতৰ প্ৰেম প্ৰীতিৰ আবেগিক সম্পৰ্কৰ কথা আৰু এলিজাবেথৰ আগত কেতিয়াও উলিওৱা নাছিল। অবশ্যে যিখিনি কথা তাই অস্পষ্ট ভাৱে ব্যক্ত কৰিছিল সেয়াও আন কোনোবা তৃতীয় ব্যক্তি এজনৰ বুলিহে জানিবলৈ দিছিল। এলিজাবেথ নিষ্ঠাবান। নিজা জীৱন আদৰ্শ এটাও আছিল। অন্তৰখনো বৰ কোমল। তথাপিওঁ তাই সেইদিনা বিচনাত পৰি ভাবিছিল যে চহকী ও ধুনীয়া তাইৰ বান্ধৱী লুচেতাই তাইক সম্পূৰ্ণ বিশ্বাসত নল'লে। কাৰো নামধাম, চন তাৰিখৰ বিষয়েও তাই স্বীকাৰ উক্তিত প্ৰকাশ নকৰিলে। লুচেতাৰ কাহিনীত উল্লেখিত 'তাই' শব্দটোৰ দ্বাৰাই এলিজাবেথ-জেনৰ চকুত কিন্তু ধূলি দিব নোৱাৰিলে।

## পঞ্চবিংশ অধ্যায়

হেনচাৰ্ডৰ ছবিখন লুচেতাই মনৰ পৰা আঁতৰাই থলে। হিয়াৰ আকুল নিবেদনৰ প্ৰতি সহাঁৰি জনাই তাৰ ঠাইত ফাৰফ্ৰেক তেওঁৰ অন্তৰত সংস্থাপন কৰিলে। ইয়াৰ ফলাফলনো কি হয় তাকে চাবৰ কাৰণে এদিন ফাৰফ্ৰেক তেওঁৰ ঘৰলৈ নিমন্ত্ৰণ দিলে। কিছু শঙ্কা আৰু ভীতি মনত লৈ তেওঁ আহি উপস্থিত হ'লহি। লৌকিকতাৰ খাতিৰত লুচেতাৰ উপৰিও তেওঁৰ বান্ধৱী গৰাকীৰ লগতো কথাবাৰ্তা পাতিছিল। কিন্তু সঁচা কথা ক'বলৈ গ'লে এলিজাবেথ-জেন কোঠাটোত উপস্থিত আছিল যদিও নথকা যেনেই হৈছিল। ডোন্যাল্ডে যেন তাইৰ পিনে নেচাবই। সৰু সুৰা হলেও তাই কৰা গধুৰ প্ৰশ্ন কেইটামানৰ উত্তৰ তেওঁ এটা বা দুটা শব্দৰে সামৰি থৈছিল। তেওঁৰ দৃষ্টি আৰু একগ্ৰতা মাথোন সেই মানুহ গৰাকীতহে সীমাবদ্ধ আছিল। ৰূপ লাৱণ্য, ভাৱভঙ্গীমাৰ উপৰিও নিজস্ব মতামতৰ সপক্ষে লুচেতাই যুক্তি সহকাৰে বাখ্যা দাঙি ধৰিব পাৰিছিল। তেনে কাম এলিজাবেথ-জেনৰ কাৰণে সম্ভৱেই নাছিল। লুচেতাই এলিজাবেথকো বৃত্তটোৰ কেন্দ্ৰ বিন্দুটোলৈ অনবৰতে টানি আছিল যদিও তাই সৌষ্ঠৱহীন সুকীয়া বিন্দু এটাকে কেন্দ্ৰ কৰি তাৰ চাৰিওপিনেই ঘূৰি আছিল। তেওঁলোকৰ কথাবতৰাই যাতে তাইক কোনো প্ৰকাৰেই স্পৰ্শ কৰিব নোৱাৰে সেই বিষয়টোলৈ

তাই সচেতন থাকি সেইদিনাৰ অগ্নি পৰীক্ষা পাৰ কৰিব পাৰিলে। হিমশীতল ব্যৱহাৰৰ তাড়নাক চুচান হেনচাৰ্ডৰ জীয়েকে সাহসেৰে মূৰ পাতি ললে। মাক জীয়াই থকা অৱস্থাতো তাই বিপৰ্যয়ৰ সন্মুখীন হ'ব পৰা মনোবলৰ প্ৰদৰ্শন কৰি দেখুৱাইছিল। তথাপিও আনৰ মনত অকণো আঘাত নিদিয়াকৈ এই বিসঙ্গতিপূৰ্ণ আৰু তাইক নুসুজা পৰিস্থিতিটোৰ পৰা পৰিত্ৰাণ পোৱাৰ উপায় তাই চিন্তা কৰিবলৈ ধৰিলে। এইজন আগৰ স্কটছদেশীয় মানুহজন নহয়, এজন সম্পূৰ্ণ বেলেগ মানুহ। তাইৰ লগত একেলগে নৃত্য কৰোঁতে আৰু খোজকাটি ফুৰোতে প্ৰেম আৰু বন্ধুত্বৰ মাজত সমতা ৰক্ষা কৰি চলিব জনা মানুহতো এইজন নহয়। তেওঁৰ লগত একেলগে কটোৱা সময়খিনিৰ বাহিৰে তাইৰ দুখ বেদনাৰে ভৰা জীৱনটোত আনন্দ কৰিব লগীয়া একোৱেই নাছিল।

দুখদুৰ্গতিৰ প্ৰতি নিৰ্বিকাৰ হৈ তাইৰ শোৱা কোঠাৰ খিৰিকীখনেৰে বাহিৰলৈ চাই চাই নিজৰ ভাগ্যখনৰ কথাই গভীৰভাৱে চিন্তা কৰি থাকে। তাই সেইবোৰ স্পষ্টকৈ পঢ়িব পাৰিছিল। খিৰিকীখনৰ চৌকাঠৰ তলৰ বাটাম ডালত হাতৰ তলুৱাৰে জোৰকৈ চাপৰ এটা মাৰি নিশ্চিত ভাৱেই তাই ক'লে 'হয়, তেওঁ কোৱা কাহিনীটোৰ দ্বিতীয়জন ব্যক্তি এওঁৱেই।'

এইখিনি সময়ৰ ঘটনাৰ পাক চক্ৰৰ মাজতে লুচেতাৰ প্ৰতি হেনচাৰ্ডৰ অন্তৰত উমি উমি জ্বলি থকা প্ৰেমৰ জুইকুৰা দপদপকৈ জ্বলিবলৈ ধৰিলে। যি গৰাকী নাৰীক তেওঁ পুৰ্তো উপজিহে ভাল পাব লগীয়াত পৰিছিল আৰু গভীৰ চিন্তা চৰ্চাৰ অন্তত সেই ভাৱনাটোক বৰফৰ দৰে চেচা হৈ গোট মাৰিবলৈ এৰি দিছিল সেই গৰাকীৰ প্ৰতিযেই তেওঁ এতিয়া অন্য ৰূপ ধাৰণ কৰিছেহি। এতিয়া সহজতে লগ ধৰিব নোৱাৰাৰ কাৰণেই হওঁক বা ৰূপ লাৱণ্যৰ পূৰ্ণ প্ৰাপ্তি ইতিমধ্যে আহৰণ কৰাৰ কাৰণেই হওঁক, সেই মৰহি যোৱা ফুলপাহি পুনৰজীৱিত হৈ তেওঁক সুখ সম্ভোগ দিবহি বুলি তেওঁৰ ধাৰণা হ'বলৈ ধৰিলে। এই গৰাকী নাৰীক তেওঁৰ নিজৰ কৰি ল'ব পাৰিলেহে তেওঁ তৃপ্তি পাব আৰু প্ৰকৃতাৰ্থত জীৱনটো উপভোগ কৰিব পাৰিব। প্ৰতিটো দিন বাগৰাৰ লগে লগেই তেওঁ অনুভৱ কৰিবলৈ ধৰিলে যে তাইৰ পৰা আঁতৰি থাকিলে বা তাইৰ লগত কথা বতৰাৰ আদান প্ৰদান নহ'লে তাইক পোৱাটো সম্ভৱ নহ'বগৈ। সেইবোৰ ভাবি চিন্তিয়েই এলিজাবেথ-জেন ঘৰত নথকাৰ সুযোগ লৈ এদিন হেনচাৰ্ড আহি তাইৰ ঘৰত সোমালেহি।

অস্বস্তিকৰ মন এটাৰ সৈতে হেনচাৰ্ড তাইৰ কোঠাটোৰ পিনে আগবাঢ়িল।

তেওঁৰ চকুৰ প্ৰখৰ দৃষ্টি গৈ তাইৰ গাত পৰিলেগৈ। ফাৰফ্ৰেৰ চকুযুৰিৰ লগত ইয়াৰ পাৰ্থক্য চন্দ্ৰ সূৰ্য্যৰ দৰে ওলাই পৰিছিল যদিও তেওঁৰ আগমনে মৈত্ৰী ভাৱৰ সূচনাকে দিছিল। অস্বাভাবিকতাৰ লেশমানো আভাস তাত নাছিল। তেওঁক

দেখাৰ লগে লগেই তাইৰ এক আমূল পৰিবৰ্তন ঘটিল। বাহ্যিক ৰূপত ই ধৰা নিদিলেও তাইৰ শৰীৰৰ সিৰাই সিৰাই সেইটো উপলব্ধি হৈছিল। তাই আগবঢ়াই দিয়া নিস্প্ৰাণ সদিচ্ছাহীন হাতখনৰ শীতলতা তেওঁ সহজেই অনুভৱ কৰিব পাৰিলে। দুৰ্বল মন আৰু সঙ্কোচেৰে তাই কোনোমতে আহি ওচৰতে থকা চকীখনত বহিলেহি। ধুনপেচ, বা ধুনীয়া পোছাক আদিৰ কথা তেওঁ বৰকৈ বুজি নেপাইছিল যদিও তেওঁ এটা কথা উপলব্ধি কৰিবলৈ ধৰিলে যে যিজনী ছোৱালীক এসময়ত তেওঁৰ নিজৰ সম্পত্তি বুলি দিঠকে সপোনে ভাবি আছিল সেইজনী ছোৱালীৰ কাষত বহিবলৈ তেওঁৰ পোছাক পৰিচ্ছদবোৰ যথোচিত হোৱা নাই। অতি সম্ভ্ৰমেৰে সৈতেই তাই কৈছিল যে তেখেত আহি দেখা কৰাৰ কাৰণে তাই সুখী হৈছিল। সেইষাৰ কথা শুনাৰ পিছতহে তেওঁৰ মনৰ ভাৰসাম্য কিছু ঘূৰাই পাইছিল। তথাপিও তেওঁ একেবাৰে প্ৰকৃতিস্থ হ'বগৈ পৰা নাছিল। এক অস্বাভাৱিক দৃষ্টিৰে তাইৰ মুখৰ পিনে চাইছিল যদিও তাইক ভীতিগ্ৰস্থ কৰিব কিন্তু নোৱাৰিলে।

'লুচেতা, মই কিয় আহিলো তুমি বাৰু ধৰিব পাৰিছানে?' তেওঁ সুধিলে, 'কিছুমান লাগ বান্ধ নোহোৱা কথা কৈ থাকিনো কি লাভ আছে, আছে জানো কিবা? মোৰ ইচ্ছা থকাহেঁতেনোজানো তেতিয়া মই সেই কামটো কৰিব পাৰিলোহেঁতেন! তেনে কৰিলে মোৰ অন্তৰত দয়া মমতাৰ কোনো স্থানেই নথকাৰ দৰে হ'লহেঁতেন। কিন্তু এতিয়া মই সাজু, তুমি মত দিলেই নীতি নিয়ম অনুসৰি কামটো সমাধা কৰি মোৰ উপাধিটোও তোমাক দিব পাৰোঁ। তুমি নিজৰ কথা অকণো নেভাবি এসময়ত মাথোন মোৰ কথাই চিন্তা কৰিলা। এতিয়া তোমাৰ সুবিধামতে দিন-বাৰ এটা জনালেই হ'ল। এই প্ৰস্তাৱটোত মোৰ সম্পূৰ্ণ সম্মতি আছে। এইবোৰ কথাৰ বিষয়ে অৱশ্যে মোতকৈ তুমিহে বেছি ভালকৈ জানা।'

'এতিয়া বৰ সোনকাল হৈ আছে,' তাই কথাটো এৰাই চলিবৰ কাৰণে কলে।

'লুচেতা, সঁচা কথা ক'বলৈ গ'লে জীৱনত উচিৎ ব্যৱহাৰৰ পৰা বঞ্চিত হোৱা চুচানৰ মৃত্যুৱে পোনচাতেই আহি মোক আঘাত নিদিলেহেঁতেননে বাৰু? তাৰ পিছত আকৌ বিয়া কৰোৱাৰ কথা মই ভাবিবই পৰা নাছিলোঁ। কিন্তু আমাৰ দুয়োৰে মাজত যিবোৰ ঘটনা ঘটি গ'ল তালৈ চালে বিলম্ব কৰি থকাতকৈ শীঘ্ৰে শুধৰণিৰ ব্যৱস্থা লোৱাই উচিৎ হব নেকি? তথাপিও এই বিষয়ে মই খৰখৰ কৰিব খোজা নাছিলোঁ, কিন্তু তুমি নিশ্চয় ধাৰণা কৰিবই পাৰিছা যে তোমাৰ এই ধন সম্পত্তিয়ে মোক অন্য ধৰণে ভাবিবলৈ বাধ্য কৰিছে।' শেষৰ পিনলৈ তেওঁৰ মাতটো সৰু হৈ যাবলৈ ধৰিলে। আলিবাটৰ মানুহে মন নকৰিলেও তেওঁৰ কৰ্কশ মাত কথা আৰু অমাৰ্জিত প্ৰকাশভঙ্গী সেই ঘৰটোৰ ভিতৰত অন্ততঃ দৃষ্টিকটু হৈছিল। তেওঁ চাৰিওপিনে চকুফুৰাওতে কোঠাটোৰ ভিতৰত কেইখনমান অভিনৱ

চিত্ৰ দেখা পালে, আৰু দেখা পালে কোনোবা সৃজনশীল নিপুণ কাৰিকৰৰ হাতেৰে গঢ়া কিছুমান অপূৰ্ব ফাৰ্ণিচাৰ। তাৰ মাজতে তাইক বহি থকা তেওঁ দেখা পাইছিল।

'এনেধৰণৰ ফাৰ্ণিচাৰ যে কেষ্টাৰব্ৰীজত কিনিবলৈ পোৱা যায় সেই কথা মই আজিলৈকে জনাই নাছিলোঁ।' হেনচাৰ্ডে ক'লে।

'ইয়াত তেনেকুৱা বস্তু নেপাইও আৰু পঞ্চাশ বছৰ মানৰ সৃষ্টিশীল সভ্যতা পাৰ নোহোৱালৈকে ইযাত নেপাবও। চাৰিটা ঘোঁৰাই টনা গাড়ীৰেহে এইবোৰ বস্তু ইয়ালৈ অনা হৈছে।'

'এহ, মোৰ এনেহে লাগিছে যেন তুমি ৰাজধানীতহে বাস কৰিছা।'

'অহ, নাই তেনেকুৱা হোৱা নাই।'

'তেনেহলে তোমাৰ যিখিনি হৈছে ভালেই হৈছে। কিন্তু এটা কথা, তুমি এনেদৰে আহি ইযাত অধিষ্ঠিত হৈ মোক কিবা এক অস্বস্তিকৰ পৰিস্থিতিত পেলাবা যেনহে পাইছো।'

'নাই, কিয হব?'

ইয়াৰ উত্তৰ দিযাৰ কোনো প্ৰযোজনেই নাছিল আৰু প্ৰকৃততে তেওঁ কোনো উত্তৰ নিদিলেও। 'ঠিক আছে তেন্তে, তোমাৰ বাহিৰে আন কোনেও ইমান ধন সম্পত্তিৰ অধিকাৰী হোৱা মই সহিব নোৱাৰিলোহেঁতেন, লুচেতা। মই একেবাৰে সত্য কথা কৈছো, তোমাৰ বাহিৰে আন কোনোৱেই ইয়াৰ যোগ্য নহয়।' তাইক অভিনন্দন সূচক প্ৰশংসা জ্ঞাপন কৰি মানুহজন এনে আন্তৰিকতা পূৰ্ণ ভাৱে তাইৰ কাষ পালেগৈ যে তেওঁক অতি অন্তৰঙ্গকৈ জনা ছোৱালীজনীয়েও আনকি ভয়ত কোঁচ-মোচ খাই গ'লগৈ।

'এইখিনি কথাৰ কাৰণে মই সচাঁকৈযেই বাধিত হৈছো,' বিশেষ গুৰুত্ব নিদিয়াকৈ তাই কথাষাৰ ক'লে। সেই সময়খিনিৰ ভিতৰতে তেওঁলোকৰ অন্তৰতনো কি ভাব খেলাইছিল সেইটো দুয়ো ভালকৈ বুজি পাইছিল। হেনচাৰ্ড হঠাতে ক্ৰোধান্বিত হৈ পৰিল— তেওঁৰ বাহিৰে আন কোনো মানুহেই ইমান সোনকালে অসন্তোষ্টি প্ৰকাশ নকৰিলেহেঁতেন। তোমাৰ ধন সম্পত্তিৰ কাৰণে তুমি আনৰ ওচৰত কিমান দূৰ কৃতজ্ঞ সেই কথা মই নাজানো কিন্তু নতুন চহকীৰ দৰে তুমি জীৱনত প্ৰথমবাৰৰ কাৰণে কিছুমান বস্তু আহৰণ কৰিছা। সেইবোৰৰ লগত সামঞ্জস্য ৰাখি তুমি মাৰ্জিত ভাবে নিজৰ অনুভূতি প্ৰকাশ কৰিব পাৰিছানে নাই সেইবোৰ কথাও মই ভালকৈ বুজি নেপাও, কিন্তু এটা কথা সত্য যে মই যিবোৰ কথা তোমাক ক'লো সেয়া মোৰ অন্তৰৰ পৰা কোৱা কথা, তাত কোনো ধৰণৰ কৃত্ৰিমতা নাই, বুজিছানে লুচেতা।'

'তেনেকৈ কোৱা মানে মোৰ প্ৰতি সুৰুচিহীন বাক্য ব্যৱহাৰ কৰা।' মুখখন ওফোন্দাই খংমুৱা হৈ লুচেতাই কথাষাৰ ক'লে।

'মুঠেই নহয়,' হেনচাৰ্ডে প্ৰচণ্ড মূৰ্ত্তি ধাৰণ কৰি কৈ গ'ল, 'সেইবোৰ লৈ কাজিয়া কৰিবলৈ মই ইয়ালৈ অহা নাই। মই নিষ্ঠা সহকাৰে এটা প্ৰস্তাৱ আগবঢাইছো যাতে য্যাৰজীত থকা তোমাৰ শত্ৰুবোৰৰ মুখ বন্ধ হয়, আৰু সেই কাৰণে তুমি মোক ধন্যবাদহে দিব লাগে।'

'আপুনি কথাবোৰ তেনেকৈ কিয় কৈছে,' তাই গুলি বৰ্ষাদি বৰ্ষিবলৈ ধৰিলে। 'মোৰ একমাত্ৰ দোষ হ'ল যে মই এজনী মূৰ্খ ছোৱালীৰ দৰে আপোনাৰ লগত নকৰিবলগীয়া কাম কিছুমান কৰি সংযমহীনতাক প্ৰশ্ৰয় দিলোঁ। তেতিয়া মই শুদ্ধ পথ বাছি ল'ব পৰা নাছিলোঁ। তাৰোপৰি মই নিজকে সদায় নিৰ্দোষী বুলিযেই ভাবোঁ। আপুনি ইমান নিদাৰুণ, গা বেজোৰা কথা মোক কেনেকৈ কব পাৰিছে। আপোনাৰ পত্নী ঘূৰি অহা বুলি চিঠিৰে আপুনি মোক জনোৱাৰ পিছতেই মই ভীষণ চিন্তাত পৰি অত্যন্ত কষ্ট ভুগিলো। তাৰ ফল স্বৰূপে আপুনি মোক এৰি দিলে আৰু মই যদি এতিয়া স্বাধীন ভাৱে জীযাই থাকিবলৈ সক্ষম হৈছো তেন্তে সেইকণ সৌভাগ্য মোৰ প্ৰাপ্য বুলি মই ভাবো।'

'হয়, সেইটো মই মানি লৈছো। তুমিনো প্ৰকৃততে কি সেইটোতকৈও ডাঙৰ কথা হ'ল যে আনে তোমাক কেনে চকুৰে চাই বা মূল্যায়ন কৰে। সেইটোৱেই জীৱনত আটাইতকৈ দৰকাৰী কথা। সেই কাৰণেই মই ভাবো যে তুমি মোক গ্ৰহণ কৰা উচিৎ-- তোমাৰ নিজৰ সুনাম ৰক্ষা কৰাৰ কাৰণেই। তোমাৰ নিজা দেশ য্যাৰজীত যিবোৰ কথা ওলাইছিল সেইবোৰ কেনেবাকৈ ইয়াতো ওলাবহি পাৰে।'

'য্যাৰজী, য্যাৰজী বুলি ঘনে বাৰে আপুনি এইবোৰ মোক কি কৈ আছে, মই ইংৰাজহে।'

'অ হয়, হয়, ঠিক, ঠিক, কিন্তু মোৰ প্ৰস্তাৱটোৰ বিষয়ে তুমি কি কোৱা?'

ইমান পৰ কথা বতৰা হোৱাৰ পিছত লুচেতাই প্ৰথমবাৰৰ কাৰণে গাটো কিঞ্চিৎ লৰাই পিছলৈ হুহকি গৈ ক'লে, 'বৰ্ত্তমান কথাবোৰ এনেকৈয়ে থাকক।' কথাষাৰ কওঁতে তাই কিছু অস্বস্তিবোধ কৰা যেন দেখা গৈছিল। 'বৰ্ত্তমান, আপুনি মোক এগৰাকী চিনাকি মানুহ হিচাবেহে ব্যৱহাৰ কৰিব, মই ও আপোনাক তেনেদৰেই ব্যবহাৰ কৰিম। বাকীবোৰ কথা সময়ে --।' তাই বাক্যটো সম্পূৰ্ণ নকৰি সিমানতে ৰৈ গ'ল। এই অসম্পূৰ্ণ বাক্যটো পূৰা কৰিবলৈ সময় দি হেনচাৰ্ডেও কিছু পৰৰ কাৰণে একো নেমাতিলে। কোনো প্ৰকাৰৰ হেঁচা দি তাইৰ বিৰুদ্ধে গৈ কথা পতাৰ উৎসাহও তেওঁৰ অন্তৰত জাগি নুঠিল।

অৱশেষতহেনচাৰ্ডৰ মুখৰ পৰা ভয় লগা সুৰত মাত এবাৰ অৱশ্যে ওলাই আহিল, 'বতাহ তেনেহলে আন কোনোবা পিনেহে বলিছে।' তাৰ পিছত তেওঁ মূৰটো দুপিয়াই নিজৰ কথাকে সমৰ্থন কৰা যেন কৰিলে।

প্ৰতিফলিত সূৰ্য্যৰ হালধীয়া পোহৰ আহি ঘৰটোৰ ভিতৰত পৰিছিলহি। ফাৰফ্ৰেৰ নাম ফলক থকা নতুন খেৰ বোজাই কৰা গাড়ী এখন সেই সময়ত কাষৰ আলিটোৰে পাৰ হৈ গৈছিল। তাৰ জিলিকনিয়েই আহি কোঠাটোতো পৰিছিলহি। তাৰোপৰি গাড়ীখনৰ কাষে কাষে ফাৰফ্ৰেও ঘোঁৰাত উঠি গৈ থকা তাই দেখা পালে। হঠাতে ভাল পোৱা মানুহজনৰ ছায়ামূৰ্ত্তি আৰ্বিভাৱ হ'লে যেনে হয় লুচেত্তাৰ মুখখনো ঠিক তেনেকুৱাই হৈছিল।

হেনচাৰ্ডে খিৰিকীখনৰ পিনে চালেই বুজিব পাৰিলেহেঁতেন কিয় তাইক লগ পোৱাটো কঠিন হৈ পৰিছে। কিন্তু হেনচাৰ্ডে তাইৰ লগত হোৱা কথা বতৰাৰ গোন অৰ্থ বিচাৰি তলপিনেহে চাই থাকিল। তেওঁ মূৰতুলি তাইৰ মুখখনৰ পিনে চালেই প্ৰেম সাগৰত ডুবগৈ থকা তাইৰ প্ৰাণচঞ্চল মনটোৰ কথা সহজতে বুজিব পৰিলেহেঁতেন।

'এই মানুহজনীৰ কথা ভবাই মোৰ কাৰণে একেবাৰে উচিত হোৱা নাছিল। কিহে পাইছিল মোক তাইৰ কথা ইমানকৈ ভাবিবলৈ,' ইত্যাদি ধৰণৰ আস্ফালন কিছুমান কৰোতে তেওঁ হাত ভৰিও জোকাৰিছিল। লগে লগে তেওঁৰ মাতটোও ডাঙৰ হৈ আহি আছিল।

লুচেত্তাৰ পিনৰ পৰা চালে দেখা যায় যে তাই কোনো ধৰণৰ সন্দেহৰ থল নৰখাকৈ আৰু অতি সচেতনে ধ্ৰুব সত্যটোৰ কথা তেওঁৰ মূৰত সুমুৱাই দিবলৈ চেষ্টা কৰিছিল যে সেই বিষয়টোলৈ তেওঁ যেন খৰধৰ নকৰে। এই আশ্বাস তেওঁৰ পৰা আদায় কৰিবৰ অৰ্থে তেওঁ নেখাওঁ নেখাওঁ বুলি আপত্তি কৰা স্বতেও, তাই নিজ হাতে আপেল এটাৰ বাকলি গুচাই তেওঁলৈ আগবঢ়াই দিছিল, কিন্তু তথাপিও 'নাই, নাই এইবোৰ মোৰ বস্তু নহয়, মই এতিয়া এইবোৰ নেখাওঁও' বুলি ৰুক্ষভাৱে কথাষাৰ কৈ তেওঁ দুৱাৰখনৰ পিনে আগ বাঢ়িছিল। যাবৰ সময়ত তাইৰ পিনে এবাৰ চাই ক্ষন্তেক ৰৈ কৈ থৈ গৈছিল। 'তুমি মোৰ কাৰণেই আহি কেষ্টাৰব্ৰীজত ঘৰ ল'লাহি, এতিয়া ইয়ালৈ আহি মোৰ প্ৰস্তাৱটোৰ কোনো উত্তৰকে নিদিয়া হ'লা।'

তেওঁ তললৈ নামি যোৱা চিৰিটোৰ পিনে খোজ দিলে। সম্ভৱ চিৰিটোৰ কাষ পাইছিলগৈ, ঠিক তেনেতে তাই দোপ এটা দি চোফাখনৰ পৰা উঠি বেপেৰোৱাভাৱে কৈ পেলালে 'মই অকল তেওঁকেহে ভাল পাওঁ।' তাইক শোকে খুন্দা মাৰি ধৰাত হুকহুকাই কান্দিবলৈ ধৰিলে, 'সিজন মানুহ হ'ল খণ্ডাল আৰু নিষ্ঠুৰ

প্ৰকৃতিৰ। জানি শুনি তেওঁৰ লগত সাঙোৰ খালে বলিয়ালি কৰাহে হ'ব। অতীতৰ দাস হৈ মই কেতিয়াও নেথাকো— নিজ ইচ্ছামতে যাকেই ভাল পাওঁ তেওঁকেই বিয়া কৰাম।'

কোনোবাই ভাবিব পাৰে যে হেনচাৰ্ডৰ পৰা আঁতৰি আহি তাই ফাৰফ্ৰেত কৈও কোনোবা ডাঙৰলৈ হাত মেলিব পাৰে। তেনেবোৰ কথালৈ কিন্তু লুচেতাই কাণ নিদিযে। লুচেতাৰ লগা ভগা এতিয়া কোনোৱেই আৰু এই পৃথিৱীত নাই, কিন্তু থকাহেঁতেনো তেওঁ লোকৰ পৰা তিতা কেঁহাহে পালেহেঁতেন। তাইক হকা বাধা কৰিবলৈ কোনোৱেই নথকা অৱস্থাত তাইৰ মুক্ত স্বাভাৱিক মনটোৱে তাইক য'লৈকে আগবঢ়াই নিয়ে তাতেই তাই সন্তুষ্ট থাকিবলৈ মনস্থ কৰিলে।

বেকা—বেকি কথা বুজি নোপোৱা এলিজাবেথ-জেনে জল-জল পট্-পট্কৈ ওলাই থকা কথাটো নেদেখাকৈ নেথাকিলে। তাই বুজিলে যে তাইৰ বান্ধৱী গৰাকীকে ডোন্যাল্ড ফাৰফ্ৰেই অত্যন্ত গভীৰ ভাৱে ভাল পাবলৈ লৈছে। সেয়া ফাৰফ্ৰেৰ ডেকা বয়সত জাগি উঠা প্ৰেমৰ জোৱাৰ। হেনচাৰ্ডৰ বেলিকা কিন্তু সেয়া তেওঁৰ পৌঢ় বয়সত জাগ্ৰিত হোৱা অস্বাভাৱিক অভিলাষহে বুলিব লাগিব।

এলিজাবেথ-জেনৰ অস্তিত্বক সম্পূৰ্ণভাবে আওকাণ কৰা দিশটো দেখা পাই তাই বেজাৰ পাইছিল যদিও তাৰ লগত জড়িত হাস্যৰসাত্মক ফালটো মনলৈ আহিলেই সেই বেদনা নিমিষতে মাৰ গৈছিল। লুচেতাক বেজী এটাই বিন্ধিলেও তাই মৰিব বুলি পৃথিৱী তল ওপৰ হয়, কিন্তু তাই কঠিন বেমাৰত পৰা বুলি খবৰ পালেও তেওঁলোকে মুখেৰে সাধাৰণ সহানুভূতি দেখুৱাই পিছ পাকতে পাহৰে। হেনচাৰ্ডৰ ব্যৱহাৰে তাইৰ মনত প্ৰচণ্ড আঘাত দি আছিল— কাৰণ হ'ল সেয়া একেবাৰে নিজৰ বুলি ভবা মানুহৰ পৰা পোৱা। তাই নিজকে নিজে প্ৰশ্ন নকৰিও নোৱাৰে যে তাইনো কি ইমান সাংঘাটিক জগৰ লগালে যে তাইক ইমান তুচ্ছ জ্ঞান কৰিব লাগে। তাই নিষ্ঠাৰে সৈতেই ভাবিছিল যে ফাৰফ্ৰেই দেখুৱা ব্যৱহাৰ নিতান্তই স্বাভাৱিক। লুচেতাৰ তুলনাত তাইনো কি? একোৱেই নাই— পূৰ্ণিমাৰ জোনে চাৰিওদিশ পোহঁৰাই ৰখাৰ সময়ত তাই নিশাৰ নগণ্য জ্যোতি।

ত্যাগৰ মাহাত্মৰ কথা তাই জীৱনত মৰ্মে মৰ্মে উপলব্ধি কৰিছিল। তাইৰ মনলৈ নিতৌ অহা আশা আকাঙ্ক্ষাবোৰ পশ্চিম আকাশত দৈনিক সূৰ্য্য অস্ত যোৱাৰ দৰেই নিৰ্ঘাত সত্য বুলি মানি লৈছিল। সৰুৰে পৰা জীৱনত পাই অহা ঘাত প্ৰতিঘাতবোৰৰ পৰা পোৱা শিকনি আৰু দৰ্শন শাস্ত্ৰ অধ্যয়নে তাইক যি জ্ঞান দিলে সেয়া তাই নিজৰ জীৱনত ব্যৱহাৰিক দিশত প্ৰয়োগ কৰিব লগীয়াত পৰিছিল। ইটোৰ পিছত সিটো লানি নিচিগাকৈ অহা অভিজ্ঞতাৰ সৰহ ভাগেই হতাশাৰ পৰা সৃষ্টি হোৱা ধৰণৰ নাছিল। প্ৰতিটো ক্ষেত্ৰতে নিৰবচ্ছিন্ন ভাৱে

বিকল্প কিছুমানে দেখা দি কথাবোৰ এনেভাৱে সলনি কৰি দিছিল যে তাই বিচৰাখিনিৰ পৰিবৰ্তে নিবিচৰাখিনিহে পাবলৈ লৈছিল। ভাগ্যৰ এনে পৰিহাস দেখি তাই সচাঁকৈয়েই অবাক হৈ গৈছিল।

ডোনাল্ডৰ মনৰ পৰা তাই ইতিমধ্যে মচ খাই গৈছিল। তেওঁ তাইক স্বীকৃতি নিদিলেও সেইজন কিন্তু তাইৰেই মনৰ মানুহ আছিল। সেই পুৰণি স্মৃতিকে ৰোমন্থন কৰি কিবা এক ভাৰসাম্যৰ মাজেৰে তাই চলি আছিল। মাজে মাজে আচৰিত হৈছিল যে স্বৰ্গৰ পৰা তাই নিবিচৰা বস্তুবোৰ তাইলৈ বুলি কিয়নো পঠিয়াই থাকে।

## ষষ্ঠবিংশ অধ্যায়

বসন্তকালৰ ৰাতিপুৱা। ধুনীয়া ধুনীয়া, কাঠবাদাম গছেৰে ভৰপুৰ চহৰখনৰ দক্ষিণ দিশে থকা দেৱালখনৰ কাষেদি ফুৰিবলৈ যাওঁতে ফাৰফ্ৰে আৰু হেনচাৰ্ডৰ এদিন দেখাদেখি হ'ল। তেওঁলোক দুয়ো ৰাতিপুৱা সোনকালে ব্ৰেকফাষ্টৰ পিছত ওলাই আহে। সেই সময়ত আলিবাটত আন মানুহ বৰকৈ নাথাকে। হেনচাৰ্ডৰ চিঠিৰ উত্তৰ হিচাপে লুচেতাৰ পৰা পোৱা চিঠি এখন তেওঁ পঢ়ি আহি আছিল। তাই কাৰণ দৰ্শাইছিল যে দ্বিতীয়বাৰ যাওঁতেও তাইনো তেওঁক কিয় দেখা নকৰিলে।

তেওঁলোক দুয়োৰে মাজৰ মনোমালিন্য শীৰ্ষ বিন্দু পোৱাত ডোনাল্ডৰ পুৰণি বন্ধুজনৰ লগত কথা পাতিবৰ ইচ্ছা নাছিল। তথাপিও গোঙোৰামূৰাহে পাৰ হৈ আগবাঢ়ি দুখোজমান আঁতৰ হোৱাত 'ফাৰফ্ৰে' বুলি মাত এষাৰ শুনিবলৈ পাই বুজিলে যে কিবা কাৰণে হেনচাৰ্ডে তেওঁক মাতিছে। তেওঁ ৰ'ল।

মানুহজনক দেখা পোৱাৰ কাৰণে নহয়, কিন্তু হঠাতে এটা বিশেষ ভাৱ তেওঁৰ মনলৈ অহাৰ কাৰণেহে সুধিবলগীয়া হোৱা যেন দেখুৱাই ক'লে 'মই তোমাৰ আগত উল্লেখ কৰা দ্বিতীয় গৰাকী নাৰীৰ কথা তোমাৰ মনত আছে নহয়। সেইগৰাকী, যি গভীৰ ভাৱে চিন্তা নকৰাকৈ মোৰ লগত ঘনিষ্ঠতা কৰি পিছত কষ্ট পাইছিল।'

'অ মোৰ মনত আছে,' ফাৰফ্ৰেই ক'লে।

'সম্পৰ্কটো কেনেদৰে গঢ়ি উঠিছিল আৰু কেনেদৰে তাৰ অন্ত পৰিছিল সেইবোৰ কথা মই তোমাক কোৱা মনত আছে, তেনেহ'লে।'

'হয় আছে।'

'এতিয়া মই তেওঁক বিয়া কৰাবলৈ ইচ্ছুক কিন্তু তেওঁ ৰাজী নহয়। মই বাৰু তোমাক সুধিছো— এই বিষয়ে তুমি কি ভাবা?'

'মই দেখাত আপুনি তাতকৈ বেছি একো কৰিবলগীয়া নাই,' ফাৰফ্ৰেই মুকলি মনেৰেই উত্তৰটো দিলে

'তুমি একদম খাঁটি কথা কৈছা,' এইবুলি কৈ হেনচাৰ্ড আঁতৰি গ'ল।

'তেওঁ কিবা এখন চিঠি পঢ়ি থকাৰ পৰা মূৰটো তুলি প্ৰশ্নবোৰ কৰা স্বত্তেও ফাৰফ্ৰেই ধৰিব পৰা নাছিল যে জগৰীয়া গৰাকী লুচেত্য। ইয়াৰ কাৰণ হ'ল যে হেনচাৰ্ডে তেতিয়া বৰ্ণনা কৰা মানুহ গৰাকীৰ অৱস্থাৰ লগত বৰ্ত্তমানৰ গৰাকীৰ অৱস্থা সম্পূৰ্ণ বেলেগ। তাৰোপৰি ছোৱালীজনীনো কোন, তাইৰ পৰিচয়েই বা কি সেই বিষয়ে ফাৰফ্ৰে একেবাৰে অজ্ঞ আছিল। ফাৰফ্ৰেৰ ভাৱ—ভঙ্গীয়ে হেনচাৰ্ডৰ মনত খেলোৱা সন্দেহটো দূৰ কৰিলে। তেওঁলোক দুযো সজ্ঞানে হোৱা প্ৰতিদ্বন্দ্বী নহয়।

তথাপিও কোনোৱা প্ৰতিদ্বন্দ্বী আছে বুলি তেওঁৰ মনত এটা দৃঢ় ধাৰণা উপজিছিল। তাৰ কাৰণে তেওঁ বেছি দূৰ যাব নেলাগে, লুচেতাৰ কাষৰ বায়ু মণ্ডলেই তেওঁক এই বিষয়ে অনুভৱ কৰোৱাইছিল। তাই কলমটো হাতলৈ তুলি লোৱা ভঙ্গীতো তেওঁ তেনেকুৱা কিবা এটা দেখা পাইছিল। বিপক্ষই যুজৰ আখৰা কৰি আছে বুলি তেওঁৰ অনুমান হৈছিল। কিবা এক বিপৰীত শক্তিয়ে টানি থকাটো তেওঁ অনুভৱ কৰিছিল। তাইৰ কাষত এনেযে কিছুসময় থকাৰ সময়তো আনকি কিবা এক পানীৰ কোবাল সোঁতে তেওঁক উটুৱাই নিয়াৰ দৰে কৰিছিল। সেইবোৰ স্বাভাৱিক চঞ্চল মন এটাৰ পৰা উদ্ভৱ হোৱা কাণ্ড নহয় বুলি তেওঁ ভালকৈ পতিযন গৈছিল। খিৰিকীবোৰৰ মাজেৰে অহা টিমিক ঢামাক পোহৰকণেও যেন তেওঁ তালৈ যোৱাটো নিবিচাৰিছিল। গোপনীয়তা ৰক্ষা কৰা সুচতুৰ পৰ্দাবোৰেও তেওঁক বাজলৈ উলিওৱাৰ সাক্ষী যেন হৈ তাত ওলমি থাকে। তেনেহলে তাত কাৰ উপস্থিতি— ফাৰফ্ৰেনেকি কেনেবাকৈ, নে আন কোনোবা— তেওঁ আকৌ এবাৰ তাইক যিকোনো প্ৰকাৰে লগ ধৰিবলৈ ঠিৰাং কৰিলে আৰু অৱশেষত তেওঁ সফলো হ'ল।

সেইদিনা লগ পাওঁতে তাই তেওঁলৈ বুলি চাহ একাপ আগবঢ়াই দিয়াৰ সময়তে আগপিছ ভাবি অতি সাৱধানে তেওঁ সুধিলে যে ফাৰফ্ৰেক তাই চিনি পাইনেকি।

তাই উত্তৰ দিলে যে তাই ফাৰফ্ৰেক জানে। পৰ্যবেক্ষণৰ সুবিধা থকা প্ৰধান কাৰ্যক্ষেত্ৰৰ মধ্যস্থানত বহি কেষ্টাৰব্ৰীজৰ মানুহ খিনিক নজনাৰ উপায়েই নাই।

'বৰ ফুৰ্ত্তি কৰিব জনা ডেকা ল'ৰা,' হেনচাৰ্ডে ক'লে।

'হয়,' লুচেতাই ক'লে।

'আমি দুয়োজনেই তেওঁক চিনি পাওঁ।' বান্ধৱী গৰাকীয়ে কিবা অসুবিধা পাই বুলি দয়ালু এলিজাবেথ-জেন জনীয়েও তেনেকৈ ক'লে।

এনেতে দুবাৰত টোকৰ পৰিল, আখৰে আখৰে তিনিটা টোকৰ কিন্তু শেষৰটো টোকৰ বাকী কেইটাতকৈ সৰু।

এনে ধৰণৰ টোকৰে মধ্যমপন্থী কিহবাৰহে সঙ্কেত দিয়ে, তাই মনতে ভাবিলে, 'আচৰিত নহম যদি মই ভবা জনেই হয়।' কেই চেকেণ্ডমানৰ পিছতে সঁচাসঁচিকৈ ডোন্যাল্ড সোমাই আহিল।

লুচেতাৰ উচপিচনি, থিপথিপনি দেখি হেনচাৰ্ডৰ সন্দেহ দুগুনে বাঢ়িল। তথাপিও সেই মুহূৰ্ত্তলৈকে কোনো প্ৰমান তেওঁৰ হাতলৈ নহাত শুদ্ধ সিদ্ধান্ত লবগৈ পৰা নাছিল।

মানুহজনীৰ লগত তেওঁৰ নিজা সম্পৰ্ক এটা চলি থকাৰ সময়ত এনেকুৱা এটা অস্বাভাবিক পৰিস্থিতিৰ আভাস পাই তেওঁ খঙত প্ৰায় গৰজিয়েই উঠিছিল। তেওঁলোকৰ সম্পৰ্কৰ এক চৰম অৱস্থা আহি পৰাৰ পিছত তেওঁ তাইক বৰ্জন কৰিলে বুলি তাই তেওঁক এসময়ত ককৰ্থনা কৰিছিল। তেওঁৰ পৰা ক্ষতিপূৰণো বিচাৰিছিল। তেওঁৰ কাৰণেই অত দিনে অপেক্ষা কৰি থাকি সোণালী সুযোগ আহি পৰাৰ মুহূৰ্ত্ততে তাই নিজৰ ভুলৰ সংশোধন কৰি পূৰ্ব্বৰ প্ৰতিশ্ৰুতি পালন কৰিবলৈ তেওঁক জোৰ দি ধৰিছিল। সেইবোৰ কাৰণে তাই নিজেও বেইজ্জতি হ'ব লগা হৈছিল। তাইৰ কেনেকুৱা অৱস্থা হৈছিলগৈ। ইতিমধ্যে সিজনো আহি তাইৰ টেবুলত বহি তাইৰ দৃষ্টি আকৰ্ষণ কৰাত লাগিছিলহি। এনে এক নিয়ন্ত্ৰণহীন প্ৰেম সম্বন্ধীয় পৰিস্থিতিত কোনোবা এজন খলনায়ক হিচাপে পৰিচিত হ'ল। এই কথাটো মূৰ্খ প্ৰেমিক এজনেও নুবুজাকৈ নেথাকে।

লাহে লাহে টেবুলখনৰ পৰিবেশ গহীন হৈ অহাত মানুহ কিজনো জঠৰ হৈ আহিবলৈ ধৰিলে। যীশুখৃষ্টই পুনৰজীৱন পোৱাৰ পিছত তেওঁক চিনি নোপোৱা ভক্ত দুজনক তেওঁ কিবা উপদেশ দি থকাৰ দৃশ্যৰ পৰিপ্ৰেক্ষিতত ইটালীৰ চিত্ৰকাৰ টাছকেণীয়ে অকাঁ চিত্ৰখনৰ লগত পৰিস্থিতিটোক ৰিজাব পৰা হৈছিল। ওলোটা পিনে বহি থকা তৃতীয়জন ব্যক্তি লুচেতা ভোটা তৰাৰ দৰে জিলিকি আছিল। এলিজাবেথ-জেন সেই খেলখনৰ বা গোটটোৰ সীমাৰ একেবাৰে বাহিৰত। দুৰৈৰ পৰা তাই সকলো কথা লক্ষ্য কৰি আছিল। ধৰ্মবাণী লিপিবদ্ধ কাৰকৰ দায়িত্ব থকা হলে তাই এইদৰে লিখি গ'লহেঁতেন ঃ জুখি-মাখি কোৱা দুই এটা কথা, তাৰপিছত বহু সময়লৈ নিস্তব্ধতা, সেই মাজৰ সময়খিনিৰ নিস্তব্ধতা ভঙ্গ কৰিছিল কাটা চামুচৰ প্লেট স্পৰ্শ কৰাৰ একোটা শব্দই। ইয়াৰ বাহিৰেও খুলি থোৱা খিৰিকীখনেদি শুনিবলৈ পোৱা গৈছিল বাটৰুৱাৰ বুটজোতাৰ শব্দ, ঠেলা গাড়ীৰ চকাৰ শব্দ, পিঠিত মাল কঢ়িয়াই লৈ যোৱা বনুৱাৰ বাট এৰি দিবলৈ কৰা সুহুৰিৰ শব্দ, ওচৰ চুবুৰীয়াই ইজনে সিজনক জনোৱা সম্ভাষণ, সন্ধ্যা সময়ত মেটমৰা বস্তুৰে চহৰত যোগান ধৰিবলৈ

অনা গৰু গাড়ীৰ ঘুঁৰলিৰ শব্দ। সেইবোৰে পটভূমিৰ আন সকলোবোৰ শব্দকে তল পেলাইছিল।

'আৰু অলপ ৰুটি—মাখন,' লুচেতাই ৰুটি মাখনেৰে ভৰি থকা প্লেট এখন হাতেৰে ডাণ্ডি ধৰি দুয়োকে সমভাৱে সুধিলে। দীঘলকৈ কটা ৰুটি এখনৰ এমূৰে হেনচাৰ্ডে আৰু আনটো মূৰে ফাৰফ্ৰেই সিফালৰ পৰা টানিলে। প্ৰত্যেকেই নিজে নিজে ভাবিছিল যে তেওঁকহে উদ্দেশ্য কৰি লুচেতাই প্লেটখন আগবঢ়াই দিছিল। দুয়ো দুফালৰ পৰা আজোৰা আজোৰি কৰাৰ ফলত ৰুটিখন দুটুকুৰা হ'ল।

'এহ্ বৰ বেয়া কথা হ'ল।'

আত্মপ্ৰত্যয় হেৰুৱাই লুচেতাই ভয়ত কোঁচ খাই যোৱাত তাইৰ ব্যথাহে উপজিল।

'তিনিওজন মানুহ কেনেদৰে লঘু হৈছে।' এলিজাবেথ-জেনে নিজকে নিজেই ক'লে।

হেনচাৰ্ডে লুচেতাৰ ঘৰটো এৰি অহাৰ সময়ত তেওঁৰ মনত বিভিন্ন ধৰণৰ ভাববোৰ খেলাই আছিল। তেতিয়ালৈকে তেওঁ কোনো প্ৰকাৰৰ প্ৰমাণৰ ছিদ্ৰ অকণো পোৱা নাছিল যে বিপক্ষে আকৰ্ষণ কৰাজন ফাৰফ্ৰেহে। গতিকেই তেওঁ কোনো ঠিৰাং সিদ্ধান্তত উপনীত হ'ব নোৱাৰিলে। পানী বিতৰণ কৰা দমকলটোৰ বিষয়ে চহৰৰ সকলো মানুহে যিমান জানে লুচেতা আৰু ফাৰফ্ৰেৰ মাজত গোপনে প্ৰেম বিনিময় হোৱাৰ কথাটোও এলিজাবেথ-জেনে সিমানেই জানিছিল। লুচেতাই চকুৰ চাৱনি ইফালে সিফালে নি কোনোবা এপাকত ফাৰফ্ৰেৰ ওপৰত নেপেলোৱাকৈ তাই নিজকে বাধা দিও ৰাখিব প'ৰা নাছিল- —চৰাইযে নিজৰ পোৱালি থকা বাঁহলৈ চকু নিদিয়াকৈ থাকিব নোৱাৰাৰ দৰে। হেনচাৰ্ডৰ তুলা চালনিখন ইমানেই ডাঙৰ আছিল যে তুচ্ছ গুৰুত্বহীন কথা তেওঁৰ মনলৈ নাহেই, বিশেষকৈ সন্ধিয়াৰ নিস্প্ৰভ পোহৰত। সেইবোৰ কীট পতঙ্গই কাণৰ ওচৰত কৰা গুণ্‌গুণনি, কোণ্‌কোণনিৰ শব্দৰ দৰেই অমূলক বুলি তেওঁ বিবেচনা কৰে।

কিন্তু মানুহজনৰ মনটো অশান্ত। তেওঁৰ প্ৰণয়ত খেলি মেলি লগোৱা ৰহস্যাবৃত বিপৰীত পক্ষই তেওঁৰ ব্যৱসায়কো স্পৰ্শ কৰিব পাৰে বুলি তেওঁৰ মনে গোজালে। সেই ৰূঢ় বাস্তৱৰ ব্যৱসায়িক দিশৰ প্ৰতিদ্বন্দ্বিতাই ভূতৰ ওপৰত দানব হিচাপে দেখা দি তেওঁৰ অন্তৰত দাবানলৰ সৃষ্টি কৰিবলৈ ধৰিলেহি।

এইদৰে শত্ৰুতা বাঢি যোৱাত ইয়াৰ প্ৰতি ব্যৱস্থা হিচাবে হেনচাৰ্ডে য্যপ নামৰ মানুহ জনকে মেনেজাৰ কামত নিয়োগ কৰিবৰ কাৰণে মতাই পঠালে। এসময়ত সেইজনক নলৈ ফাৰফ্ৰেক তেওঁৰ মেনেজাৰ হিচাপে কামত নিয়োগ কৰিছিল। সেই মানুহজনক হেনচাৰ্ডে বাটে ঘাটে আলিয়ে পদূলিয়ে লগ পাই থাকে। তেওঁ পিন্ধা

কাপোৰ কানিৰ পৰা গম পাইছিল যে মানুহজন অভাৱগ্ৰস্ত। আজিকালি মিক্সানলেনত থাকে—এটা পিছপৰা বস্তি অঞ্চল। একেবাৰে উপায়ন্তৰ হ'লেহে মানুহ কেষ্টাৰব্ৰীজৰ সেই অঞ্চলত থাকিবলৈ যায়। এই বিলাকে তেওঁৰ এনে এটা অৱস্থা আহি পৰাৰ প্ৰমাণ দিছিল। সেইবোৰ কাৰণতে মানুহজনে সৰু সুৰা কথাত লাগি মনোমালিন্য কৰিবলৈ অসমৰ্থ। বৰ্তমান তেওঁ এটি নিমাখিত প্ৰাণী হিচাবে হেনচাৰ্ডৰ আগত দেখা দিছেহি।

আন্ধাৰ হোৱাৰ পিছত য্যপ ভঁৰালৰ পিছপিনৰ গেটখনেদি ভিতৰ সোমাল। ঘাঁহখেৰ আৰু শস্যৰ দ'মবোৰৰ মাজে মাজে আহি অপেক্ষাৰত হেনচাৰ্ডক অধিচত দেখা কৰিলেহি।

'মোক ফোৰম্যান এজনৰ পুনৰ আৱশ্যক হৈছে,' শস্য ব্যৱসায়ীজনে ক'লে, তুমি ক'ৰবাত কিবা কামত সোমাই আছানেকি?'

'নাই, বৰ্তমান ভিক্ষাৰীৰ দৰে আছোঁ বুলিবহে লাগে, চাৰ।'

'কোৱা, তোমাক মাহে কিমান টকা লাগিব?'

য্যপে যিটো দৰমহাৰ কথা ক'লে সেইটো তেনেই কম বুলিব পাৰি।

'তুমি কেতিয়াৰ পৰা কামত যোগ দিবহি পাৰিবা?'

এই মুহূৰ্ত্ততে মই আহিব পাৰো চাৰ,' য্যপে ক'লে। কাম বন নোহোৱাকৈ বাটৰ কাষত জেপত হাতভৰাই থাকোঁতে থাকোঁতে য্যপৰ কোটৰ বাউসী দুটাত ধুলি মাকতি পৰি পৰি বৰমোহি সেউজীয়া বৰণ ধৰিছিল। য্যপ বজাৰত নিথৰ হৈ থিয় দি থকাৰ সময়ত হেনচাৰ্ডক সদায় দেখা পায়। তেওঁ মানুহজনৰ চালচলন, গতিবিধিবোৰ নিৰীক্ষণ কৰি তেওঁৰ মূল্যায়ন এটা কৰি থৈছিল। আনহাতে ইপিনে সিপিনে ঘূৰি ফুৰি ব্যস্ত হৈ থকা হেনচাৰ্ডে নিজক যিমানখিনি জানিছিল বুলি ভাবিছিল তাতকৈ সেই জঠৰ হৈ থিয় দি থকা মানুহ জনেহে বেছি জানিছিল।

য্যপৰ জীৱনৰ আন কিছুমান ঘটনাও ব্যৱহাৰিক দিশত সুবিধাজনক হিচাবে দেখা দিছিল। হেনচাৰ্ড আৰু লগতে সহজে মুখৰ পৰা কথা নোলোৱা এলিজাবেথক বাদ দিলে, লুচেতা ছোৱালীজনী প্ৰকৃততে য্যাৰজীৰ ওচৰৰ বাথ চহৰৰ বুলি কোনেও নেজানিছিল। 'মই য্যাৰজী নামৰ ঠাইখনো চিনি পাওঁ চাৰ,' তেওঁ ক'লে। 'আপুনি ব্যৱসায় সংক্ৰান্তত সেইফালে যোৱাৰ সময়ত মই তাতে আছিলোঁ। হয়, হয় চাৰ, মোৰ ভালকৈ মনত পৰিছে— মই আপোনাক তাত প্ৰায়েই দেখিছিলো?'

'সচাঁকৈয়েনে বাৰু, বৰ ভাল কথা। তেন্তে বন্দবস্ত পকা হ'ল বুলি ধৰিলো। প্ৰথমবাৰ চাকৰিৰ কাৰণে আবেদন কৰাৰ সময়ত তুমি লাগতিয়াল নথি পত্ৰবোৰ দিয়েই থৈছা নহয়, সেইবোৰেই হ'ব আৰু।'

অৱস্থা ল'ৰিলে যে মানুহৰ প্ৰকৃতিও ল'ৰি নষ্ট হ'য় সেই কথা বোধহয়

হেনচাৰ্ডৰ মনত খেলোৱা নাছিল। স্বীকৃতি প্ৰাপ্ত চাকৰিয়াল হিচাপে আগতকৈ যথেষ্ট ভাল ধৰণে থিয় দি য্যপে ক'লে 'ধন্যবাদ চাৰ।'

এতিয়া হেনচাৰ্ডে তীক্ষ্ণ দৃষ্টিৰে য্যপৰ মুখখনলৈ চাই ক'লে— 'এটা দৰকাৰী কাম হাতত ল'বলগীয়া আছে। এই অঞ্চলত ময়েই আটাইতকৈ ডাঙৰ ঘাঁহ আৰু শস্যৰ ব্যৱসায়ী। তুমি জানাই নহয় সেই স্কটছলেণ্ডৰ মানুহটোৰ কথা— তাৰ ইমান অহংকাৰ হৈছে, সি আহি এতিযা গোটেই শস্য ব্যৱসায়টো নিজৰ একচেটিয়া কৰি লবহি খুজিছেহি। তাৰ দৰ্পচূৰ্ণ কৰিবই লাগিব। মই কৈছোঁ, তুমি ভালকৈ শুনিছানে নাই? আমি দুজন ওচৰা-ওচৰিকৈ থাকিব নোৱাৰো— তাকে তোমাক মই স্পষ্টভাৱে বুজাই দিলোঁ।'

'সেইটো মোৰ জনা আছে,' য্যপে ক'লে।

'ন্যায় সঙ্গত প্ৰতিযোগিতাৰ মাজেদিহে, আন ধৰণে নহয কিন্তু,' হেনচাৰ্ডে কৈ গ'ল। 'কঠিন পৰিস্থিতিতো পৰাঙ্মুখ নোহোৱাকৈ ন্যায্য স্বাৰ্থ ৰক্ষা কৰিব পাৰিব লাগিব। ইয়াৰ কাৰণে চৰম মূল্য দিবলৈও মই প্ৰস্তুত যদি দৰকাৰ হয তাতোকৈও বেছিও দিম। সেইটো উদ্দেশ্য মই সিদ্ধি কৰিব পাৰিম কাৰণ মোৰ টকা পইছা যথেষ্ট আছে।'

'ময়ো তেনে ধৰণেৰে ভাবি আছোঁ,' তেওঁৰ পাবলগীয়া চাৰ্কৰিটো ফাৰফ্ৰেই এবাৰ অন্যায়ভাৱে কাঢ়ি ল'লে কাৰণে য্যপে তেওঁক দেখিব নোৱাৰে। সহজ লভ্য আহিলা এপাট পালে যদিও ব্যৱসায়িক ভিত্তিৰ পিনৰ পৰা ই একেবাৰে নিৰ্ভৰযোগ্য নহ'ল। প্ৰকৃততে এজন অৰ্কমন্য ব্যক্তিকহে তেওঁৰ সঙ্গী কৰি ল'লে। 'দৈবশক্তি সম্পন্ন এখন দাপোন তেওঁৰ আছে বুলিহে মই ভাবো, চাৰ। অহা বছৰ কি হ'ব সেইটো তেওঁ যেন আগতেই গম পায়। সেইবাবে তেওঁ য'তেই হাত দিয়ে সেয়েই সোণ হয়,' য্যপে কলে।

'মানুহজন ইমানেই গভীৰ পানীৰ যে সাধাৰণ ন্যায়নিষ্ঠ মানুহে তেওঁক বুজিবই নোৱাৰে। বৰ দ পানীৰ মাছ। তাক বামলৈ তুলিবই লাগিব। আমাৰ এতিয়া কাম হ'ব বেছি দামত কিনি কম দামত বিক্ৰী কৰা। এনেকৈয়ে জ্বলি থকা বন্তি গছ নুমুৱাব লাগিব।'

তেওঁলোকে কামবোৰ কেনেকৈ কৰিব সেই বিষয়ে খৰচি মাৰি আলোচনা কৰি বিদায় লওঁতে ভালেমান ৰাতি হ'লগৈ।

এলিজাবেথ-জেনে কেনেবাকৈ গম পালে যে তেওঁৰ দেউতাকে য্যপক কামত নিয়োগ কৰিছে। তাই ভালকৈ জানিছিল যে মানুহজন সেইহেন গধুৰ দায়িত্ব ল'বৰ কাৰণে সমূলি উপযুক্ত নহয়। আপত্তি কৰিলে হেনচাৰ্ডৰ খং উঠিব বুলি জানিও এদিন লগ পাওঁতে মৰসাহ কৰি তাইৰ আশঙ্কাৰ কথা দেউতাকৰ আগত

প্ৰকাশ কৰিলে। কিন্তু ইয়াৰ পৰা একো লাভ নহ'ল। তাইৰ কথা নিৰাধাৰ বুলি গণ্য কৰি অগ্ৰাহ্য কৰিলে।

সেই বছৰৰ বতৰটোৱে তেওঁলোকৰ আচনিখন কাৰ্য্যকৰি কৰাৰ শুভ ইংগিত দিছিল। আমদানিকৃত খাদ্য শস্য আহি শস্যৰ বজাৰৰ আমূল পৰিবৰ্তন ঘটোৱাৰ আগৰ দিনৰ সময় আছিল—সেইটো। তেতিয়া ফচলৰ উৎপাদনৰ ওপৰতে ভিত্তি কৰি মাহেকীয়া নিলামযোগে ঘেঁহৰ বজাৰৰ মূল্য নিৰ্দ্ধাৰণ হৈছিল। বতৰ বেয়া হলে শস্যৰ দাম দুগুণে বাঢ়ে আৰু বতৰ ভাল হলেই শীঘ্ৰে দাম কমি আহে। স্থানীয় পৰিস্থিতিয়েই সকলো কথা নিৰ্ণয় কৰে। কোনো ধৰণৰ অতিযান্ত্ৰিক কথা, সূক্ষ্ম জোখমাখ বা গড় হিচাব আদিৰ প্ৰয়োগ তেতিয়াও হোৱা নাছিল। বজাৰ দৰ দামবো একো ঠিক নাছিল? কেতিয়াবা অতি বেছি আৰু কেতিয়াবা হ্ৰাস কৰে নামিও আহিছিল।

খেতিয়কবোৰৰ আৰ্থিক অবস্থা নিৰ্ভৰ কৰিছিল ওচৰে পাজৰে হোৱা ঘেঁহ খেতিৰ উৎপাদনৰ ওপৰতে। ঘেঁহখেতি আকৌ নিৰ্ভৰ কৰিছিল বতৰৰ ওপৰত। গতিকেই প্ৰতিজন খেতিয়কেই তেজ মঙহেৰে তৈয়াৰী একোটা ব্যাৰমিটাৰ। সকলো সময়তে তেওঁলোকে আকাশ আৰু বতাহৰ উমান লৈ থাকে। অঞ্চলটোৰ বতৰেই তেওঁলোকৰ কাৰণে যথা সৰ্বস্ব। আনঠাইৰ বতৰৰ বিষয়ে তেওঁলোক উদাসীন। খেতিয়ক বাদে আন সাধাৰণ গাঁৱলীয়া মানুহবোৰেও বৰুণ দেৱতাকহে পূজা পাতল দি সন্তোষ্ট কৰিবলৈ যত্ন কৰে। বতৰৰ বিষয়টোৱে খেতিয়ক সকলক এনেভাৱে ব্যাকুল কৰি ৰখাৰ কথা এতিয়াৰ মানুহে উপলব্ধি কৰিব নোৱাৰে। আৱৰ্তনীয়া বৰষুণ বা ধুমুহা বলিলেই তেওঁলোক অস্থিৰ হৈ পৰে। বহুতে দৰিদ্ৰতাকে মহা পাপ বুলি গণ্য কৰে। তেনেকুৱা পাপী সকলে দেৱতাৰ কোপৰ পৰা পৰিত্ৰাণ পাবৰ কাৰণে আৱৰ্তনীয়া বতাহ বৰষুণকে সাষ্টাঙ্গে প্ৰণিপাত কৰি ইনাই বিনাই কান্দে।

বাৰিষা কালৰ আধামান দিন যোৱাৰ লগে লগেই টিলাটোৰ ওপৰত থকা বতাহৰ দিশ নিৰ্ণয় কৰা যন্ত্ৰটো পৰ্য্যবেক্ষণ কৰিবলৈ বুলি খেতিয়ক সকল আহি তাতে বহি থাকেহি। ডা-ডাঙৰীয়াক লগ পাবলৈ আহি লণ্ডৰা-নিকটৌৰ সৈতে বাহিৰৰ কোঠাতে অপেক্ষা কৰি থকাৰ দৰে।

সূৰ্য্য ওলালেই তেওঁলোকৰ মনলৈ উচ্ছাস আহে আৰু সাধাৰণভাৱে বৰষুণ দি থকা দেখিলেই সেই উচ্ছাহ কমি আহে। কিন্তু এসপ্তাহমান একেলেথাৰিয়ে বৰষুণ দিলে তেওঁলোক মুহ্যমান হৈ পৰে। সেই সময়ত বতৰ বেয়া হলে অমঙ্গল সূচাই বুলিও তেওঁলোকৰ ধাৰণা।

জুন মাহ আহি সোমোৱাৰ লগে লগে বতৰটো বৰ বেয়া হ'বলৈ ধৰিলে। কেউৱৰীজৰ দুৰ্গতি ওচৰৰ আশে পাশে থকা গাওঁ বোৰলৈকো বিয়পে। উল্লেখ

কৰাৰ প্ৰয়োজন নাই যে কাৰো মুখতেই আনন্দৰ হাঁহি দেখা পোৱা নাযায়। বিষাদৰ সুৰে চাৰিওদিশে ছাটি ধৰেহি। দোকান বোৰত নতুন বস্তু দেখা নাযায়। আগৰ বছৰ বিক্ৰী নোহোৱা বস্তুবোৰ আনি দোকানৰ সন্মুখত সজাই থয়হি। গ্ৰাহকে বাৰে বাৰে অগ্ৰাহ্য কৰি থোৱা কাচি, নাল লগোৱা আঁকুহি, অভজাহে পৰা জবকা, দোকানতে পৰি ফাটি ছিটি উৰলি যোৱা ভৰিত মেৰিওঁৱা ডাঠ কাপোৰ আৰু পানী সৰকি পাৰ হব নোৱাৰা কিছুমান খেতিৰ সজুলি ধূলি মাকতি গুচাই পৰিষ্কাৰ কৰি আকৌ দোকানত সজাই থোৱা দেখা যায়।

তলে তলে য্যপৰ পৰা উদগনি পাই এনেবোৰ তথ্যৰ ওপৰতে ভিত্তি কৰি ফাৰফ্ৰেৰ বিপক্ষে সিদ্ধান্ত তেওঁ ললে। হেনচাৰ্ডে এই কামটো হাতত লোৱাৰ আগলৈকে ভাবি আছিল যে সেইবোৰ কিছুমান অদ্ভুত কল্পনাৰ বাদে আন একো নহয়। আন মেজাজী মানুহবোৰৰ দৰে তেৰোঁ অন্ধ বিশ্বাসী আছিল। তেওঁ পেটে পেটে কথা এটা পাঙি থৈছিল। সেই কথাটো আনকি য্যপক কবলৈকো সঙ্কোচ কৰিছিল। কেইমাইল মান দূৰৈত এখন সৰু গাওঁ আছিল। বৰকৈ মানুহ—দুনুহ নথকা ঠাই এখন। গাওঁ বুলিবও নোৱাৰি। তাতে কিবা আচৰিত ধৰণৰ মানুহ এজন থাকে। তেওঁ চোৱা মেলা কৰি ভূত ভবিষ্যত, বতৰ আদিৰ কথা ক'ব পাৰে বুলি মানুহৰ বিশ্বাস। তেওঁৰ ঘৰলৈ যোৱা আলিবাটটো বৰ অকোৱা পকোৱা। গেৰেকনিৰ মাজত। ভাল বতৰতো তালৈ যোৱা অসম্ভৱ বুলিবই পাৰি। এদিন সন্ধ্যা ভৰা পিটা বৰষুণ। গছলতা বোৰে বন্দুকৰ গুলি বৰষিছে বুলিহে ভাবিছিল। তেনেকুৱা দুৰ্জয় সময়ত মূৰে গায়ে কাপোৰ মেৰিয়াই লোৱা জনক দুষিব নোৱাৰি। সঁচা-সঁচিকৈয়ে সেই সময়তে এজন মানুহ মূৰে-গায়ে কাপোৰ মেৰিয়াই সেই পিনে আহি আছিল। চাৰিওপিনে হেজেল গছেৰে ভৰা গেজেপনি মৰা হাবি। সেই ভূত ভবিষ্যত ক'ব পৰা মহাপুৰুষজনৰ পঁজা ঘৰটোৰ ওপৰত ওলমি ওলমি পৰি থকা গছৰ আগবোৰেদি টোপ টোপকৈ পানী পৰি আছিল। সেই তাহানিৰ অকোৱা পকোৱা বাটটোৰেই পিছত গৈ এটা সৰু লুংলুঙীয়া বাট হৈছিলগৈ। তাৰ পিছত গাড়ী, ঘোঁৰা, মানুহ-দুনুহ যাবলৈ ধৰাত বাটটো বহু ডাঙৰ হ'ল। তালৈ গৈ থকা অকলশৰীয়া বাটৰুৱাজনে অ'ত ত'ত পিছলো খাইছিল। জেতুলিপকাৰ কাইটীয়া জোপাবোৰত লাগি উজুতি খাই পৰিব লগীয়াও হৈছিল। অৱশেষত তেওঁ ঘৰটো পালেগৈ। কিছুমান জোপোহা গছে ঘৰটো আগুৰি ৰখা। জুপুৰি বুলিও একেবাৰে সৰু বুলিব নোৱাৰি। বেৰবোৰ মাটিৰ, হাতেৰে লিপা। ওপৰৰ চালখন খেৰৰ, নিজে চোৱা। তেওঁ ইয়াতেই সদায় আছে আৰু ইয়াতেই মৰিব বুলি ধাৰণা কৰিব পাৰি।

তেওঁৰ খোৱাবোৱা বস্তু ক'ৰ পৰা আহে কোনেও নেজানে। ইয়াৰ কাণ্ডকাৰখানাবোৰৰ এটা বিসঙ্গতিও দেখা গৈছিল। এই মহাপুৰুষজনৰ ওচৰে পাজৰে

কোনো মানুহ নাছিল। তেখেতে দাবি কৰা কথাবোৰ যি সকলে হাঁহি মাৰি উৰুৱাই দিয়া নাছিল, সেই সকল মানুহে গতানুগতিক ভাবে একেধৰণৰ উত্তৰ এটাহে দিছিল। 'নাই, এইবোৰ একো নাই, চব্ মিছা।' কিন্তু ভিতৰি বিশ্বাস নোহোৱা মানুহ সত্তৰ এজনো নাছিল। তেখেতৰ লগত পৰামৰ্শ কৰি উভতি অহা জনে মাথোন কৈছিল- - 'নাই এনেয়ে গ'লো।' তেখেতক টকা পইছা দিয়াৰ বেলিকা কৈছিল 'খৃষ্টমাছৰ কাৰণে কিবা এটা দি আহিলোঁ।' আন কোনোবাই আকৌ কৈছিল 'খৃষ্টমাছত মম্ দুডাল মান জ্বলাবলৈ কিবা এটা দি আহিলোঁ।'

তেখেতে ভক্ত সকলক প্ৰশংসা কৰিলেহেঁতেন যদিহে নিষ্ঠা সহকাৰে তেওঁলোকে সত্য কথাবোৰ প্ৰকাশ কৰিলেহেঁতেন। কিন্তু তাকে নকৰি উপহাস, ঠাট্টা মস্কৰা কৰাটো তেওঁ ভাল পোৱা নাছিল। তেখেতে এটা কথাৰ পৰা শান্তনা লভিছিল যে আনে উপৰুৱাকৈ যিমানেই বিদ্ৰূপ নকৰক কিয় মূলতঃ তেওঁলোকৰ বিশ্বাস আছিল। গতিকেই তেওঁ জীয়াই থকাৰ সম্বল সদায় পাই আছিল। পিঠিফালটো দেখুৱাই হলেও অনেকে তেখেতৰ গুণ গান কৰিছিল। তেনে গুণমুগ্ধ লোকৰ অভাৱ নাছিল। তেওঁ নিজেই কেতিয়াবা আচৰিত মানিছিল যে মুকলিকৈ স্বীকাৰ নকৰিলেও তেওঁৰ ওপৰত মানুহৰ গভীৰ বিশ্বাস আছিল। আনহাতে গীৰ্জাৰ ওপৰত মানুহে উপৰুৱাকৈ গভীৰ বিশ্বাস দেখুৱালেও ভিতৰি নাই বুলিবই পাৰি। তলখুচৰীয়াবোৰে তেওঁক কণা ফমুৰ্তি বুলি কৈছিল আৰু সন্মুখৰ পৰা কোৱাবোৰে বিনাশ দেৱতা বুলিও আখ্যা দিছিল।

ঘৰটোলৈ সোমোৱাৰ বাটটো গছৰ পাতে আবৰি তোৰণ সদৃশ কৰি থৈছিল। সেইটো পাৰ হলেই পকা দেৱালবোৰত থকাৰ দৰে এখন মজবুত প্ৰৱেশ দুৱাৰ। দুৱাৰখনৰ বাহিৰতে ওখ বাটৰুৱাজন আহি থিয় দিলেহি। দাঁতৰ বিষ হোৱা মানুহে মুখত সোপা এটা দিয়াৰ দৰে নিজৰ ৰুমাল খন মুখত দি তেওঁ ঘৰৰ ভিতৰলৈ যোৱা বাটটোৰেদি আগবাঢ়িল। খিৰিকীখনেদি তেওঁ দেখা পালে যে মহাপুৰুষজনে আহাৰ তৈয়াৰ কৰি আছে। দুৱাৰত টোকৰ এটা পৰাৰ লগে লগেই হাতত মমবাতি লৈ বিনাশ দেৱতাজন আগবাঢ়ি আহিল। মমৰ পোহৰ গাত নপৰিবৰ কাৰণে অতিথিজন কিঞ্চিৎ পিছুৱাই আহি ক'লে 'মই কথা দুষাৰমান সুধিম বুলি আহিছিলো, অনুমতি পামনে বাৰু,' পৰম ভকতিৰে তেওঁ কথাষাৰ সুধিলে। সিজনে উত্তৰ দিলে 'অশেষ ধন্যবাদ।' ইয়াৰ পিছতে আলহীজন বহা কোঠাটোলৈ যোৱাৰ নিয়ম। সিজনে মমবাতিডাল চুক এটাত থৈ বেৰত ওলোমাই থোৱা টুপীটো আনি পিন্ধিলেহি। তাৰ পিছত, পিছফালৰ দুৱাৰখনো বন্ধ কৰি কোঠাটোত বহিলেহি।

'মই বহুতদিনৰ পৰাই শুনি আছোঁ আপুনি অলৌকিক কিবাকিবি কৰিব পাৰে বুলি।' নিজক যিমান সৰু কৰিব পাৰে সিমানেই সৰু কৰি তেওঁ ক'লে।

'পৰভূৰ কিৰপাতহে, মিষ্টাৰ হেনচাৰ্ড,' বতৰ গণনাকাৰী জনে ক'লে।

'আহ— মোৰ নামটোনো কেনেকৈ জানিলে?' অতিথিজনে থতমত খাই ক'লে। 'তোমাৰ নাম সেইটোৱেই নহয়জানো। মোৰ অনুমান হৈছিল, তুমি ইয়ালৈ আহিবা। তুমি খোজকাঢ়ি ভোকে পিয়াহে ওলাবাহি বুলি জানি মই দুজনৰ কাৰণেই বন্ধা-বঢ়া কৰি প্লেটত সজাই থৈছো— সেইয়া চোৱা।' তেওঁ দুৱাৰখন খুলিদিলত ৰাতিৰ আহাৰ সজাই থোৱা টেবুলখন আৰু তাত দ্বিতীয় এজন ব্যক্তি বহিবৰ কাৰণে থকা চকীএখন, কাটা চামুচ, প্লেট আৰু এটা মাগ দেখা পালে। তেখেতে যিদৰে কৈছিল ঠিক তেনেদৰেই সজাই থোৱা। আখ্যানত উল্লেখ আছিল চোৰেল তেওঁৰ ভৃত্য এজনেৰে সৈতে ভূত ভবিষ্যত গণনা কৰিব পৰা সিদ্ধ পুৰুষ এজনৰ ওচৰলৈ গৈছিল। তেওঁ তালৈ গৈ দেখা পালে যে তেওঁৱেই স্বয়ং চেমুৱেল। এইদৰে আত্মপ্ৰকাশ কৰাৰ পিছত বলি দিয়া প্ৰসাদেৰে ভোগ গ্ৰহণ কৰিবলৈ চোৰেলক নিমন্ত্ৰণ কৰিলে। হেনচাৰ্ডে অনুভৱ কৰিবলৈ ধৰিলে যে আখ্যানত উল্লেখ কৰা ধৰণে তেওঁৱেই যেন সেই মুহূৰ্ত্তত চোৰেল ৰূপে দেখা দি স্বয়ং চেমুৱেলৰ পৰা আহাৰ-গ্ৰহণ কৰাৰ নিমন্ত্ৰণ পাইছে। ইয়াৰ পিছত তেওঁ কিছু সময় তলকা মাৰি থাকিল যদিও ক্ষন্তেক পিছতে দেহমন ঢাকি থোৱা জঠৰতাৰ আবৰণখন ক'ৰবালৈ দলি মাৰি দি তেওঁ ক'লে "মই তেনেহলে মিছাতে ইয়ালৈ অহা নাই। উদাহৰণ স্বৰূপে সুধিছো, আপুনি বাৰু জাবি ফুকি কাঠ আচিনাই ভাল কৰিব পাৰে নেকি?

'এহ, সেইটোনো এটা কথানে।'

"আপুনি বাৰু অমঙ্গল আতৰাব পাৰেনে?'

'তেনেকুৱা কাম মই আগতে নকৰা নহয়— পিছে তাতো অলপ কথা আছে— দিনে নিশাই ভেকুলীৰ ছালৰ মোনা পিন্ধি থাকিবলৈ মান্তি হ'ব লাগিব।

'বাৰু, আপুনি বতৰৰ আগজাননী দিব পাৰেনে?'

'সেইটো বৰ কষ্টকৰ কাম, সময়ো যথেষ্ট লাগে।'

তেনেহলে এই ক্ৰাউনৰ মুদ্ৰাটি ধৰকচোন। অহা পোজৰ দিনত খেতিৰ বতৰ কেনে হব বুলি ভাবে বাৰু আপুনি। কেইদিন মানৰ মূৰত মই বাৰু সেই বিষয়ে জানিব পাৰিম?'

'সেই কামটো মোৰ কৰা আছে, আপুনি এতিয়াই জানিব পাৰিব। (প্ৰকৃততে সেইদিনা বেলেগ বেলেগ ঠাইৰ পৰা পাঁচজন খেতিয়ক সেই একেটা উদ্দেশ্য লৈ তেওঁক দেখা কৰিবলৈ আহিছিল।)

গ্ৰহ-নক্ষত্ৰ, চন্দ্ৰ-সূৰ্য্য, আকাশ-বতাহ, গছগছনি, চাবিৰ শিখাৰ দিশ, তেলতুপি চৰাই, গছৰ লতি আৰু শিপাৰ গোন্ধ ইত্যাদিৰ লগতে মেকুৰীৰ চকু, মকৰা, জোক, ঢোৰা কাউৰি, দমাই থোৱা গোৰৰ আদিৰ গতিগোত্ৰ গমিপিটিদেখা গ'ল যে আগন্ত

মাহৰ শেষৰ পৰেকটোত ভীষণ ধুমুহা বৰষুণ হ'ব।'

'আপুনি নিশ্চিত হ'ব পৰা নাই যেন পাইছোঁ।'

'আমাৰ এই পৃথিবীখনৰ কোনো এটা কথাতেই নিশ্চিত হ'ব নোৱাৰি, নহয় জানো? এইবাৰ ইংলেণ্ডত মানুহ বৰ্ত্তিব নোৱাৰিব, বৰ্ত্তিলে সেই দৈব বাণীৰ ওপৰতহে বৰ্ত্তিব লাগিব। মই বাৰু কথাটো ভালকৈ বুজাই দিওঁ।'

'নাই নেলাগে, বতৰ গণনাৰ ওপৰত মোৰ বৰ বিশ্বাস নাই,' হেনচাৰ্ডে ক'লে। 'অ আপুনিতো এইবোৰ বিশ্বাস নকৰেই, নহয় জানো। আপুনি বিশ্বাস নকৰাটোহে স্বাভাৱিক কথা,' কণা ফৰ্মুটিয়ে মুকলি মনেৰেই কথাবাৰ ক'লে, 'আপুনি মোক এক ক্ৰাউনৰ মুদ্ৰা এটা দিলে, আপুনি মোক দিব পৰাৰ কাৰণ হ'ল যে আপোনাৰ হাতত আৰু বহুত তেনে মুদ্ৰা আছে।' বাৰু, সেইবোৰ বাদ দিয়ক এতিয়া মোৰ লগত আহাৰ কৰিবলৈ আহেনে? সেইবোৰে অৰ্থনিবে পৰা আমাৰ কাৰণেই অপেক্ষা কৰি থকা নাই জানো?'

হেনচাৰ্ডে আনন্দ মনেৰেই তেওঁৰ লগত আহাৰ কৰিলেহেঁতেন। ভিতৰত ৰন্ধা ষ্টু, মাংস, পিয়াজ, আলুক আদিৰ পৰা ভিন্ন ভিন্নকৈ ওলোৱা ব্যঞ্জনৰ মল-মলনিয়ে তেওঁৰ ঘ্ৰানেন্দ্ৰিয়ত স্পৰ্শ কৰাত আহাৰ উপভোগ কৰাৰ স্পৃহা প্ৰবল ভাবেই জাগিছিল। কিন্তু বতৰৰ ভবিষ্যতবাণী কৰা মানুহজনৰ লগত বৰকৈ সনাপিটা কৰিলে তেওঁক গুৰু হিচাপে লোৱাটো সন্দেহাতীত হৈ ওলাই পৰিব বুলি আশঙ্কা কৰিয়েই তেওঁ আহাৰৰ নিমন্ত্ৰণ গ্ৰহণ নকৰি ওলাই আহি নিজ বাট ললেহি।

তাৰ পিছৰ দুটা শনিবাৰত তেওঁ বিৰাট পৰিমানে শস্য কিনা দেখি তেওঁৰ ওচৰ চুবুৰীয়া উকিল, মদৰ বেপাৰী আৰু ডাক্তৰজনে গম পাই এই বিষয়ে কোৱা মেলা কৰিবলৈ ধৰিলে। ইপিনে তেওঁৰ ভঁৰালবোৰ পূৰ হৈ আছিলেই। বতৰৰ খা-খবৰ লৈ ফুৰা মানুহে বতাহ ধুমুহা অহা দক্ষিণ পশ্চিমৰ পিনে চাবলৈ এৰি ওলোটা পিনে চাবলৈ লোৱা দেখিও তেওঁ ক্ষান্ত নেথাকিল। নেৰানেপেৰা বৰষুণ এৰিল, ৰ'দ ওলাল। সূৰ্যটো মূল্যবান ৰত্নমনিকৰ দৰে উজ্জ্বল হ'ল। মেঘ মণ্ডলৰ গোমা পৰিবেশ আৰু নোহোৱা হ'ল। কৰবাত পিছলি পৰিব পাৰে বুলি ধীৰস্থিৰ ভাবে খোজ দিয়াৰ কথা মানুহে পাহৰিলে। দৃঢ় ভাবে সিদ্ধান্ত বোৰ ল'ব পৰা হ'ল। শস্য যে উৎপন্নদী হৈ পৰিব সেই কথা খাটাং হৈ পৰিল আৰু তাৰ ফলত শস্যৰ দাম হুৰহুৰকৈ নামি আহিল।

এনে আমূল পৰিবৰ্ত্তনৰ প্ৰভাৱে আন সাধাৰণ মানুহৰ উপকাৰ কৰিলেও কু-বিবেচনা পৰায়ণ ব্যৱসায়ীজনৰ কিন্তু মাৰাত্মক ক্ষতি সাধিলে। তেওঁ আগতে জনা কথাটো পুনৰ প্ৰতিপন্ন হ'ল যে জুৱাখেল ম্যাখোন কোঠাৰ ভিতৰতে বা তাচ পাততে সীমাবদ্ধ নেথাকে; সুন্দৰ সেউজীয়া ধাঁহনি পথাৰখনকলৈও মানুহে জুৱা

খেলত লিপ্ত হয়।

বেয়া বতৰ হ'ব বুলি ভাবি হেনচাৰ্ডে কামবোৰ কৰিলে, ফলত দেখ-দেখকৈ লোকচান ভৰিবলগীয়া হ'ল। তেওঁ জোৱাৰৰ সৃষ্টি কৰা বানপানী দেখিলে কিন্তু জোৱাৰ শেষ হ'লে যে পানী শুকাই যায় সেই কথা চিন্তা নকৰিলে। তেওঁ অপৰ্য্যাপ্ত পৰিমানে শস্য কিনিছিল আৰু তাৰ বাবে হোৱা খৰচৰ ধন আদায় দিবলৈ সেইবোৰ শস্যকে পুনৰ বিক্ৰী কৰিবলৈ বাধ্য হ'ল। সৰহভাগ শস্য তেওঁ দেখিবলৈকে নেপালে। কেবামাইলো দূৰৈত কিছুমান শস্য কিনি দ'ম কৰি থৈছিল আৰু সেইবোৰ য'ত যেনেদৰে আছিল তেনেকৈয়েই বিক্ৰী কৰিবলগীয়া হ'ল। ইয়াৰ ফলত তেওঁৰ অভাবনীয় লোকচান হ'ল।

আগষ্ট মাহৰ আগভাগত সোণালী সুৰুযে ফৰকাল কৰি থোৱা দিন এটাত তেওঁ ফাৰফ্ৰেক বজাৰত লগ পালে। হেনচাৰ্ডৰ এইবোৰ কাণ্ড—কাৰখানাৰ বিষয়ে ফাৰফ্ৰেই কিছু ভু-ভা পাইছিল। (তাৰ ফলাফল কি ভয়ানক হবগৈ তাৰ উমান সঠিকভাবে পোৱা নাছিল) তথাপিও লোকচান হোৱা বুলি জানি স্বাভাৱিক ভাৱেই ফাৰফ্ৰেই সহানুভূতি দেখুৱালে। ভালেমান দিনৰ আগতে চাউথ ষ্ট্ৰকত তেওঁলোকৰ দেখা-দেখি হোৱাৰ পিছৰে পৰা তেওঁলোকৰ মাজত মাতবোল নাছিল বুলিবই লাগে। তত্ৰাচ কেতিয়াবা লগ পালে কঠুৱা মাত দুই এষাৰৰ বিনিময় নোহোৱাকৈ থকাও নাছিল। তেওঁৰ সহানুভূতিয়ে হেনচাৰ্ডক সন্তোষ দিয়াৰ পৰিবৰ্তে খণ্ডহে তোলালে। তেওঁ ফাৰফ্ৰেৰ কথালৈ কাণ নিদি অন্য মনস্ক হৈ থকা যেন দেখুৱালে।

'হেই, নাই — চিন্তা কৰিবলগীয়া একো নাই,' মনৰ উৎফুল্লতা দেখুৱাই তেওঁ ক'লে, 'এনেকুৱা কথা সদায় ঘটিয়েই থাকে — নহয় জানো?' মানুহবোৰে উলিয়াই ফুৰিছে মোৰ বোলে অৱস্থা শোচনীয়, কিন্তু সেইবোৰ জানো কিবা নোহোৱা নোপজা ঘটনা? মানুহে যেনেদৰে উলিয়াইছে তেনেকুৱা বেয়া একো হোৱা নাই। বেপাৰ বাণিজ্যত ক্ষয় ক্ষতিৰ আশঙ্কা নাই বুলি ভবাবোৰ মুৰ্খ নহয় জানো।

কিন্তু তেওঁ সেইদিনাই কেষ্টাৰব্ৰীজৰ বেঙ্কলৈ যাব লগা হ'ল। আগতে তেনেকুৱা কাৰণত বেঙ্কলৈ কেতিয়াও যাবলগীয়া হোৱা নাছিল— তাতে আকৌ বেঙ্কলৈ আহি মানুহ বহা কোঠা এটাত সংযম ৰক্ষা কৰি ভালেমান পৰ বহি থাকিবলগীয়া হৈছিল। ইয়াৰ পিছতে বু-বু বা-বা শুনিবলৈ পোৱা গ'ল যে হেনচাৰ্ডৰ বিভিন্ন ঘৰদুৱাৰকে ধৰি স্থাৱৰ সম্পত্তি আৰু শস্যৰ গুদামবোৰৰ মালিকীস্বত্ব বেঙ্কৰ হাতলৈ গ'ল।

বেঙ্কৰ চিৰিটোৱেদি নামি আহোঁতে তেওঁ য্যপক দেখা পালে। সেইদিনা ফাৰফ্ৰেই তেওঁক জনোৱা সমবেদনাৰ পিছতে বেঙ্কলৈ আহি হতাশা জনক লেনদেনত সোমাব লগীয়া হ'লহি। সেয়া যেন কটা ঘাঁত খাৰণিহে, ছদ্মবেশত অহা এক

প্ৰহসনহে। তাৰ বাহিৰেনো কি হ'ব পাৰে। স্বাভাৱিকতেই , য্যপে তেওঁৰ পৰা একো সহাঁৰি নেপালে। ইফালে সিজনে টুপীটো খুলি কপালৰ ঘাম মচি মচি কি কম কি নকম কৰি শেষত কলেগৈ, 'আজি বতৰটো ভাল, যদিও বৰ গৰম।'

'তই ঘাম মচি মচি বতৰটো বৰ ভাল বুলি ক'ব পাৰ, কিন্তু মই পাৰিম জানো।' য্যপক বেঙ্কৰ বেৰখন আৰু নিজৰ হাত দুখনৰ মাজত হেঁচামাৰি সুমুৱাই লৈ হিংস্ৰ জন্তুৰ দৰে গৰ্জন কৰি অন্তৰৰ মৰ্মস্পৰ্শী বেদনাৰে ক'লে, 'তোৰ ধ্বংসমুখী উপদেশ নোপোৱা হ'লে মইও আজি বতৰটো ভাল বুলি ক'লোহেঁতেন , মোক তই বাধা নিদিলি কিয়, হ? — তোৰ বা আন কোনোবাৰ পৰা যদি মই কিবা আশঙ্কাৰ গোন্ধ পালোহেঁতেন, তেন্তে মই কথাটো পুনৰ বিবেচনা কৰিলোহেঁতেন। এইটো প্ৰশ্ন সত্য নহয় জানো— সময় পাৰ হৈ নোযোৱালৈকে বতৰৰ বিষয়ে খাটাংকৈ কোনোও একো ক'ব নোৱাৰে।'

'চাৰ, মই আপোনাক সদায় কোৱা নাছিলোঁ জানো আপুনি নিজে যিটো বিবেচনা কৰি উচিত বুলি ভাবে তাকেহে কৰিব।'

'অহ, এনে কামৰ মানুহ আৰু। 'তই এতিয়া যিমান সোনকালে পাৰ সিমান সোনকালে আঁতৰি গৈ আনক সেইবোৰ উপদেশ দেগৈ যা।' এইদৰে কিবা কিৰি বকি বকি শেষ কথা হিচাবে য্যপক সেই মুহূৰ্ত্তৰ পৰা কামৰ পৰা বিদায় দিয়া হ'ল বুলি কৈ তেওঁ তাৰ পৰা আঁতৰি গুচি গ'লগৈ।

'আপোনাৰ এই কামটোৰ কাৰণে এদিন কিন্তু আপুনি পস্তাব লাগিব, এজন মানুহে জীৱনত যিমান অমানুষিক কষ্ট পাব পাৰে সিমানেই পাব আপুনি।' শস্য বেপাৰীজন গৈ ওচৰৰ বজাৰখনৰ মানুহৰ লগত মিলি অন্তৰ্ধান নোহোৱালৈকে বিবৰ্ণ হৈ পৰা য্যপ তাতে থিয় দি থাকিল।

## সপ্তবিংশ অধ্যায়

চাই থাকোতেই খেতি চপাবৰ বতৰ হ'লহি। দামো কমিবলৈ লোৱাত ফাৰফ্ৰেই কিনিবলৈ আৰম্ভ কৰিলে। বতৰ ভাললৈ আহিল। বেয়া বতৰে দুৰ্ভিক্ষ কৰিব বুলি ভাবি থকা খেতিয়ক সকলবো আগৰ দুশ্চিন্তা আঁতৰিল। তেওঁলোকৰ আগৰ সিদ্ধান্তৰ সলনি হ'ল। অবিবেচক খেতিয়ক সকলে অতি কম মূল্যত শস্য বিক্ৰী কৰিবলৈ আৰম্ভ কৰিলে। (অবিবেচক বুলি ফাৰফ্ৰেৰহে ধাৰণা) প্ৰচুৰ শস্য উৎপাদন হোৱাৰ পৰিপ্ৰেক্ষিতত খেতিয়ক সকলে সামান্য লাভাংশ নিজলৈ ৰাখি মজুত কৰি থোৱা শস্যবোৰ বিক্ৰীকৰাত লাগি গ'ল। অভাৱনীয়ভাৱে সস্তা দৰত ভাল পুৰণি শস্য পাই ফাৰফ্ৰেই কিনিবলৈ ধৰিলে। আগৰ বছৰৰ পুৰণি শস্য বজাৰত বৰ বেছি

পৰিমানে ওলোৱা নাছিল, কিন্তু ওলোৱা খিনিৰ মানদণ্ড অতি উচ্চখাপৰ।

বোজা স্বৰূপ হৈ থকা হেনচাৰ্ডৰ শস্যবোৰ যথেষ্ট লোকচান ভৰি কম দামত বিক্ৰী কৰি অঁতোৱাৰ পিছতহে খেতি চপোৱাৰ সময় হৈছিলহি। খেতি চপাৱৰ কাৰণে তিনিদিন সুন্দৰ বতৰ যোৱাৰ পিছত বতৰে পুনৰ ভয়ানক ৰূপ ললে। বতৰৰ এই সংহাৰ মূৰ্ত্তি দেখি হেনচাৰ্ডে ক'বলৈ বাধ্য হ'ল — 'তেন্তে সেই ঘৃণনীয় তান্ত্ৰিকজনৰ ভবিষ্যতবাণীহে ফলিয়ালেগৈ নেকি?'

খেতিয়ক পথাৰলৈ গৈ শস্যত কাচি লগাইছিলহে মাথোন, এনেতে বতৰ এনে হ'ল যে পানীত গজা বিভিন্ন ধৰণৰ ঘাঁহ বনে খেতিৰ পথাৰ বোৰ ছাটি ধৰিলেহি। শৰীৰৰ যতন নোলোৱাকৈ বহুদিন দেশে বিদেশে ঘূৰি ফুৰাৰ সময়ত অনবৰতে সেমেকা গামোছাৰে গাল মুখ মচি থাকিলে যি দৰে গাৰ বৰণ বঁহীয়া পৰে খেতি পথাৰৰ অবস্থাও তেনেকুৱাই হ'ল। কোবাল গৰম বতাহ বলিবলৈ ধৰিলে। ৰবৰুণৰ কণিকা দূৰৈৰ আইনাৰ খিৰিকীবোৰৰ ওপৰত পৰাত সেইবোৰ ফটফটীয়া দেখা গৈছিল। এই ৰ'দ, এই ৰবৰুণৰ লুকা ভাকু চলি আছিল।

- তেতিয়াৰ পৰা এইটো পৰিষ্কাৰ হৈ গ'ল যে শস্য চপোৱাৰ বেলিকা আশানুৰূপ সফলতা লাভ কৰিব পৰা নহ'বগৈ। হেনচাৰ্ডে যদি আৰু কিছুদিন অপেক্ষা কৰিলেহেঁতেন তেওঁৰ বিশেষ লাভ নহ'লেও লোকচান নহ'লহেঁতেন। কিন্তু জীৱনত তেওঁ ধৈৰ্য ধৰিবলৈ নিশিকিলে। এতিয়া সুযোগ এটা আহিছিল যদিও তেওঁ নীৰৱ দৰ্শক হৈ হে থাকিবলগীয়া হ'ল। নিজৰ মনতে কথাবোৰ যুকিয়াই চাই তেওঁ এটা সিদ্ধান্তত উপনীত হ'লগৈ যে কিবা এটা কু-গ্ৰহেহে তেওঁক অপকাৰবোৰ কৰি আছে।

ভৰসাহীন দুৰ্ভাবনাত পৰি তেওঁ কৈছিল "কি আচৰিত কালিকা লগা কথা। কোনোবাই মমৰ প্ৰতিমূৰ্ত্তি কৰি মোক দাহ কৰাৰ ব্যৱস্থা কৰিছে হবলা। নহ'লে মই নৰকত পচি মৰিবলৈ কোনোবাই বেজ লগাইছে। নাই,সেইবোৰতো মোৰ বিশ্বাস নাই। কিন্তু তথাপিও, কিজানি সিহঁতে তেনে কিবা কাম কৰি আছে।' তেওঁৰ মনে কিন্তু মানি নলয় যে এই অপকৰ্মবোৰ ফাৰফ্ৰেৰ দ্বাৰা কৰা হৈছে বুলি। দুৰ্ভাবনাই তেওঁৰ মন বিষাদগ্ৰস্ত কৰাৰ সময়ত কিছুমান অন্ধবিশ্বাসেও বাহ লৈ তেওঁৰ বাস্তৱ জীৱনৰ আশা আকাঙ্ক্ষাবোৰ নিঃশেষ কৰি পেলাইছিল।

ইফালে ডোনাল্ড ফাৰফ্ৰেৰ ব্যৱসায়ে দোপতদোপে উন্নতি কৰিবলৈ ধৰিলে। একেবাৰে মন্দা অৱস্থাত তেওঁ খাদ্য সামগ্ৰী ক্ৰয় কৰাত বজাৰ সুস্থিৰ অৱস্থালৈ অহা স্বত্তেও তেওঁৰ লাভ হৈয়েই থাকিল। মাটিত পৰি থকা সোণহে যেন তেওঁ বুটলিছিল। বতৰক লৈ হুলস্থুলখন নকৰা হ'লে তেওঁৰ উপাৰ্জন অৱশ্যে সিমান নহ'লহেঁতেন।

'তেওঁ অলপতে মেয়ৰো হ'ব বোলে', এই কথাটো হেনচাৰ্ডৰ মনত বাৰে বাৰে খেলাবলৈ ধৰিলে। আনৰ কথা বাদেই  বাৰু, এইবাৰ কথা মুখত ওলোৱা মানুহজনো যে সিজনৰ বিজয় ৰথ খনৰ পিছে পিছে নগৰ ব্যৱস্থাপনা পৰিষদৰ অফিচটোলৈকে যাব লগীয়া হ'ব সেইটো জানো অসহনীয় কথা নহ'বগে?'

দুজন ডাওৰীয়াৰ মাজৰ খিয়লা—খিয়ালী গৈ বাইজৰ ওচৰ পালেগৈ।

ৰাতিৰ আন্ধাৰে ঢকা চেপ্তেম্বৰ মাহৰ কেষ্টাৰব্ৰীজ চহৰখনত ভেণ্ডিয়া চাৰে আঠমান বাজিছিল। আকাশত উৰ্দ্ধমুখী চন্দ্ৰ। ইমান সোনকালেই আলিবাটত মানুহৰ সাৰ শব্দ নোহোৱা সাধাৰণতে নহয়। আলিবাটেদি যোৱা গধুৰ মালগাড়ীৰ চকা আৰু ঘোঁৰাৰ ডিঙিত আঁৰি দিয়া ঘণ্টিৰ পৰা ঘেৰ্ঘেৰণি, ঝনঝননিৰ শব্দ কিছুমান শুনিবলৈ পোৱা গৈছিল। এনেতে ঘৰৰ ওচৰতে কিবা হুলস্থুল হোৱা যেন শুনি লুচেতা আৰু এলিজাবেথ-জেনে খিৰিকীখন মেলি বাহিৰলৈ চালে।

সীমাই সীমাই লাগি থকা ওচৰৰ বজাৰ বহা ঘৰ আৰু টাউনহ'লটোৰ ঠিক্ বিপৰীত পিনেই গীৰ্জাঘৰটো। ইয়াৰ নিম্নাংশত থকা ধেনুভিৰীয়া তোৰণটোৰ মাজেৰে আলিবাটটোৰেদি গ'লেই, বজাৰলৈ অনা, ষাঁড়গৰুবোৰ বান্ধি থোৱা প্ৰকাণ্ড মুকলি ঠাইখন দেখা পায়। তাহানিৰ দিনত ইয়াৰ মাজতে থকা ডাঙৰ শিলটোৰ খুঁটাটোতে ষাড়গৰু বান্ধি সিহঁতৰ ওপৰত কুকুৰ মেলি দিছিল। কুকুৰে কামুৰিলে গৰুৰ মঙহ কোমল হয বুলি মানুহৰ বিশ্বাস। পিছত, ইয়াৰ ঠিক পিছ পিনে থকা কষাইখানালৈ গৰুবোৰ নি কটা হৈছিল। কষাইখানাটোৰ এটা কোণত গৰুৰ দানা ৰখাৰো ব্যৱস্থা আছিল।

চাৰিটা ঘোঁৰাই টনা বোজাই  গাড়ী দুখন দুপিনৰ পৰা আহি সেই ঠেক পথ চোৱা বন্ধ কৰি দিলেহি। এখন গাড়ীত ঘাঁহ খেৰ আছিল। দুয়োখন গাড়ীৰ আগৰ ঘোঁৰা দুটা পাৰ হওঁতেই পিছ অংশ দুটা লাগি ধৰিল। গাড়ী দুখন খালি থকা হলে সহজেই পাৰ হৈ গ'লহেঁতেন। শোৱা কোঠাৰ খিৰিকীৰ ওপৰলৈকে ঘাঁহখেৰ বোজাই কৰা গধুৰ গাড়ী দুখন লাগি ধৰাত পাৰ কৰাটো অসম্ভৱ হৈ পৰিল।

ফাৰফ্ৰেৰ গাড়ীৰ চালকজনে ক'লে "তুমি ইচ্ছাকৃতভাৱে এনে কৰিছা। ৰাতি মোৰ গাড়ীৰ ঘণ্টি তুমি আধা মাইল দূৰৰ পৰাই শুনিছা।' হেনচাৰ্ডৰ গাড়ীৰ লগত অহাজনে ক'লে 'তুমি গাড়ী একা বেকা কৰি নচলাই ঠিকমতে চলোৱা হ'লে এনেকুৱা নহ'লহেঁতেন।'

আলিবাটৰ আইন অনুসৰি বিচাৰ কৰি চালে প্ৰধানতঃ হেনচাৰ্ডৰ গাড়ী চালক জনৰেই দোষ বেছি। নিজৰ দায় সাৰিবলৈ তেওঁ গাড়ীখন ঘূৰাই লৈ যাবলৈ চেষ্টা কৰিছিল। এনে কৰিবলৈ ধৰোতেই গাড়ীখনৰ পিছটো উলাব খাই গ'ল। বস্তুবে সৈতে গীৰ্জাঘৰৰ বেৰত হেঁচা মাৰি ধৰিলেগৈ। ইয়াৰ ফলত গাড়ীখনৰ চাৰিটা

চকাৰ দুটা চকা ওপৰমুৱা হৈ ৰ'ল। লগে লগে ঘোঁৰাৰ আগভৰি দুটা আৰু গাড়ীৰ ডিলামাৰি ডালো দাং খাই গ'ল।

দুয়োজনে বুজাবুজিৰ মাজেৰে টনা মেলা কৰি সমস্যাটোৰ সমাধান কৰাতকৈ মুষ্টি যুদ্ধহে আৰম্ভ কৰিলে। তেওঁলোকৰ মাজৰ প্ৰথমখন যুদ্ধ শেষ নৌহওতেই কোনোবাই দৌৰিগৈ হেনচাৰ্ডক খবৰ দিয়াত তেওঁ আহি উপস্থিত হ'লহি।

হেনচাৰ্ডে দুহাতেৰে মানুহ দুটাৰ চোলাৰ কলাৰত ধৰি টানমাৰি আঁতৰাই দিলে। তেওঁ যথেষ্ট কষ্ট কৰি তলপিনে হেঁচাখাই থকা ঘোঁৰাটো সঙ্কটৰ পৰা মুকলি কৰিবলৈ সক্ষম হ'ল। ঘটনাৰ বিবৰণ লৈ আৰু গাড়ীখনৰ অৱস্থা দেখি ফাৰফ্ৰেৰ গাড়ী চালক জনক গালি শপনি পাৰিবলৈ ধৰিলে।

লুচেত্তা আৰু এলিজাবেথ-জেন বেগা-বেগীকৈ ঘৰৰ পৰা ওলাই আহি আলিটোৰ চুক এটাত থিয় দিলেহি। তেওঁলোকে জোনৰ পোহৰত জিলিকি থকা নতুন গাড়ীখনৰ খেৰৰ একাষে ইফাল সিফাল কৰি থকা হেনচাৰ্ড আৰু তেওঁৰ গাড়ী চালক জনক দেখা পালে। ঘটনাটোনো কিহৰ কাৰণে ঘটিল তাৰ মূল কাৰণটো এই মানুহ দুজনীৰ বাহিৰে আন কোনেও দেখা নাছিল। সেই বাবেই লুচেত্তাই মাত দিলে, 'মই গোটেই ঘটনাটো আদিৰ পৰাই দেখি আছিলোঁ, মিষ্টাৰ হেনচাৰ্ড, ঘাইকৈ আপোনাৰ মানুহটোৰ গাতেই দোষ।'

এই বাক-বিতণ্ডা, কন্দল চলি থকাৰ মাজতে তেওঁ ক্ষন্তেক মূৰটো সেইপিনে ঘূৰাই ক'লে 'অহ মিছ্ টেম্পলমেন, মই তোমাক মনেই কৰা নাছিলো। হয় মোৰ মানুহটোৰ ভুল হৈছে বুলি মই মানি লৈছো, তাৰ কাৰণে মই ক্ষমা বিচাৰিবলৈও প্ৰস্তুত, কিন্তু সিখন গাড়ী খালি আছিল গতিকে গাড়ীখন নৰখাই আহি থকাটো ভুল হোৱা নাছিল জানো।'

নাই, ময়ো দেখিছিলোঁ, এলিজাবেথ-জেনে নদি ক'লে,' সিজন মানুহৰ কোনো উপায়েই নাছিল।

'এই বোৰ মানুহৰ কথাৰ ওপৰত একো গুৰুত্ব দিব নোৱাৰি" হেনচাৰ্ডৰ গাড়ী চালকটোৱে মুখৰ ভিতৰত ভোৰভোৰালে।'

'কিয় নোৱাৰি?' হেনচাৰ্ডে ঘপহকৰে সুধি পেলালে।

'কিয় আপুনি নেজানেনেকি, চাৰ আমাৰ ইয়াৰ আটাইবোৰ মাইকীয়েই, ফাৰফ্ৰেৰ ফলীয়া। পোছাকে পৰিচ্ছদে কেনেকুৱা ফিতাহি মৰা পিলিঙা ডেকা ল'ৰা সেইটো দেখা নাইনে। এনেকুৱা মানুহেইতো তলে তলে ভেড়াৰ মগজৰ ভিতৰত সোমাই মূৰ কামোৰণি তোলা পোকৰ দৰে হৈ গাভৰুৰ অন্তৰতো বাঁহ লয়গৈ-- তেতিয়া সিহঁতে অসত্য কথা এটাকো সত্য যেন দেখে।'

কথা শুনি হেনচাৰ্ডে খঙেৰে ক'লে, 'তুমি জানানে তুমি কাৰ আগত এনেদৰে

কথা কৈছা। জানি থোৱা যে আজি ভালেমান দিন ধৰি মই তেওঁৰ আদৰ যত্ন লৈ আছো। আৰু শুনা কথাবোৰ কওঁতে সাবধান হবা আৰু যিহকে তিহকে নকবা।

"নাই চাৰ, মই সেইবোৰ একো নাজানো, দিনটোত আঠ চিলিং পাওঁ তাৰ বাহিৰে আৰু পৃথিৱীৰ আন একো কথাকেই নেজানো।'

'ক্ষন্তেক বৈ হেনচার্ডে মানুহটোক সুধিলে,' ফাৰফ্ৰেই এইবোৰ কথা জানে বুলি তুমি ভাবানেকি? ব্যৱসায়ৰ ক্ষেত্ৰত তেওঁ চূড়ামণি বুলি গমেই পাইছো, কিন্তু এতিয়া তুমি যিবোৰ কথা ক'লা সেইবোৰতো তেওঁ তলে তলে গৈ হাত দিছেগৈ নেকি?'

তল খুচৰীয়া এই কথাবোৰ শুনিয়েই নে এনেয়েহে লুচেতাৰ দেহাৰ ৰক্ত সলনি হৈ গ'ল। বগা মানুহজনী কলা পৰি গ'ল। হেনচার্ড তাইৰ লগত দুৱাৰমান কথা পাতিবলৈ সুবিধা পোৱাৰ আগতেই তাই ঘৰলৈ আহি দুৱাৰখন জপাই ভিতৰ সোমাল। হনচার্ডে হতাশ হ'ল। মানুহটোৱে যিবোৰ কথা ক'লে তাৰ পিছত তাইৰ লগত অন্তৰঙ্গ হিচাপে কথা পাতিবলৈ তেওঁৰ বৰ মন গৈছিল। এনেতে সেই পুৰণি পুলিচ কনিষ্টবলজন আহি হাজিৰ হলহি।

'তুমি চাবা, আজি ৰাতিটোত যাতে কোনো ঘাঁহ খেৰ বোজাই কৰা গাড়ী এইপিনে নাহে। ৰাতি পুৱালৈকে এনেকৈয়ে থাকক। এতিয়া মানুহবোৰ পথাৰত ব্যস্ত। কেনেবাকৈ যদি বেলেগ গাড়ী আহে তেন্তে পিছপিনৰ আলিবাটটোৱেদি ঘূৰি যাবলৈ দিবা আৰু যদি নেযায তেন্তে য'তে মৰে মৰিবলৈ কৰা। অ' কালিলৈ কোর্ট এক নম্বৰ কোঠাত আছে নহয়।'

'হয় চাৰ, মাথোন এটা কেছহে আছে, কালিলৈ।'

'সেইটোনো কি কেছ আছিল?'

'এজনী বুঢ়ী মানুহ আহি গীর্জাঘৰৰ সন্মুখখনতে মদ বিক্ৰী কৰি ঠাইখন অপবিত্ৰ কৰিব খুজিছিলহি। গোচৰটো সিমানেই।'

'মেয়ৰ হ'বলা চহৰৰ বাহিৰলৈ গৈছে?'

'হয চাৰ।'

'ঠিক আছে, মই যাম তেনেহলে। এই ঘাঁহখেৰবোৰৰ ওপৰত নজৰ ৰাখিবলৈ নেপাহৰিবা। গুড নাইট।'

ইতিমধ্যে তেওঁ লুচেতাক এবাৰ দেখা কৰিবলৈ মন স্থিৰ কৰি পেলাইছিল। লুচেতাই কিন্তু কৌশল কৰি তেওঁক এৰাই চলিবলৈ বিচাৰিছিল। যি কি নহওঁক তেওঁ গৈ লুচেতাৰ দুৱাৰত গৈ টোকৰ মাৰিলেগৈ।'

'মিচ্‌ টেম্পলমেন আন কামত ব্যস্ত থকাৰ কাৰণে তেখেতক পুনৰ এবাৰ দেখা কৰিব নোৱাৰি দুখিত বুলি তেওঁক জানিবলৈ দিলে।

হেনচার্ডে দুৱাৰমুখৰ পৰা আঁতৰি গৈ আলিবাটটোৰ সিপাৰে থকা খাঁহ খেৰৰ গাড়ীদুখন থকা ঠাইতে কিবা কিবি ভাবি অকলে অকলে থিয় দি থাকিল। কনিষ্টবলজনো সেই সময়খিনিতে আন পিনে গৈছিল। খোঁৱাকেইটা ইতিমধ্যে মেলি দিয়া হৈছিল। বাহিৰত নিষ্প্ৰভ জোনৰ পোহৰ। আলিবাটৰ লেম্পবোৰ তেতিয়াও জ্বলোৱা নাছিল।

কষাইখানালৈ অনা যাড়গৰুবোৰ বন্ধা ঠাই ডোখৰলৈ যোৱা বাটটোতে দুৱাৰ এখনৰ আঁৰ লৈ তেওঁ লুচেতাৰ ঘৰৰ দুৱাৰ খনৰ পিনে চকু স্থিৰ কৰি চাই থাকিল।

শোৱা কোঠাৰ পৰা আন কোঠালৈ মমবাতি অনা নিয়া কৰাৰ পৰা অনুমান হৈছিল যে তাই কৰবালৈ যাবৰ কাৰণে সাজ-পোছাক কৰিছে। সেই ৰাতিখননো তাই কলৈ যাব সেইবোৰৰ বিষয়ে তেওঁ ভাবি চিন্তিও একো উলিয়াব নোৱাৰিলে। বাতি ন বাজিল আৰু ঘৰৰ ভিতৰৰ লাইটবোৰও নুমাল। ঠিক তেনে সময়তে ফাৰফ্রে আহি দুৱাৰত টোকৰ মাৰিলেহি। তাই যে তেওঁৰ কাৰণে অপেক্ষা কৰি আছিল সেই কথা সহজতে ধৰিব পৰা গ'ল, কিয়নো তেওঁ আহি টোকৰ মৰা মাত্রেই দুৱাৰখন খুলি দিয়া হ'ল। সম্মুখৰ বাটে নগৈ তেওঁলোকে পিছপিনৰ দুৱাৰ এখনেদি পশ্চিমফালে খোজ দিলে। তেওঁলোক ক'লৈনো যায় সেইটো জানিবলৈ হেনচার্ডৰ কৌতুহ'ল জন্মিল। ঘেহু পকাৰ সময়ত বতৰ বেয়া থকাত মানুহবোৰ পথাৰলৈ যাব নোৱাৰিলে। গতিকেই এতিয়া ৰাতি জোনৰ পোহৰতো পথাৰত কাম কৰিবলৈ মানুহ আহিছিল। শৰীৰৰ প্রতিডাল মাংস পেশীত বল গোটাই লৈ খেতিয়ক সকলে শস্য চপাই আছেগৈ। ৰাতিৰ আন্ধাৰ স্বত্তেও দুয়োকাষৰ জাক জাক মানুহৰ গোটে আলি বাটটো সৰৱ কৰি ৰাখিছিল। তেওঁলোকে কৰা হাঁহি তামাছাৰ বোল বজাৰ বহা ঘৰটো পৰ্যন্ত পাইছিলহি। হেনচার্ডে থিয় হৈ থকা ঠাই ডোখৰৰ পৰাই লুচেত্তা আৰু ফাৰফ্রেক ওলাই যোৱা দেখা পালে। সিহঁত যিটো পাকে ঘূৰিলে তাৰ পৰাই হেনচার্ডে বুজিব পাৰিলে তেওঁলোকনো ক'লৈ যাবলৈ ওলাইছে।

ক'বলৈ গ'লে চহৰখনৰ সমূহ মানুহেই কম বেছি পৰিমানে খেতিৰ কামত ব্যস্ত হৈ পৰিছিল। আৱশ্যক হলে ইজনে সিজনক সহায় কৰা পুৰণি কলীয়া ৰীতি নীতিবোৰ কেষ্টাব্রীজত তেতিয়াও চলি আছিল। ডার্ণভাৰৰ আশে পাশে থকা মুষ্টিমেয় মানুহৰ হাততহে মাটিৰ মালিকীস্বত্ব আছিল। তথাপিও পথাৰত পকি থকা শস্যখিনি আহি যাতে ঘৰ সোমাইহি তাৰ কাৰণে চহৰখনৰ মানুহবোৰো কম উৎকণ্ঠিত নাছিল।

হেনচার্ড আহি আলিটোৰ একেবাৰে ওখ অংশটো পালেহি। তাৰ পৰা দেৱালখনৰ কাষে কাষে থকা গছৰ শাৰীৰ মাজেদি আলিটো তললৈ নামি গৈছিল। তেওঁ সেউজীয়া মাটিৰ গড়টোৰে নামি অলপতে চপোৱা শস্যৰ নৰাবোৰৰ মাজ

পালেহি। শস্যবোৰ কটা হ'লত ডাঙৰিবোৰ ঠায়ে ঠায়ে পথাৰখনতে শুকাবলৈ দ'মাই থোৱা হৈছিল। সেইবোৰ সৰু সৰু হালধীয়া বৰণৰ তম্বুৰ দৰে দেখা গৈছিল। দূৰৈৰবোৰ কিন্তু মনিব পৰা নগৈছিল।

হেনচাৰ্ড গৈ একাষৰীয়াকৈ থকা নিজান ঠাই এডোখৰতে থিয় দিলেগৈ। সি দুজনো আগতেই আহি পথাৰখনত উপস্থিত হৈছিলহি। তেওঁলোকে বেগাই খোজ কাটি অহাত ভাগৰ লাগি ফোঁপাইছিল। দ'মাই থোৱা শস্যৰ ডাঙৰিবোৰৰ মাজেৰে ধীৰে ধীৰে আহি উশাহ সলোৱাৰ সুযোগ লৈছিলহি। তেওঁলোকৰ লক্ষ্য স্থিৰ নাছিল। যেনি তেনি আহি থাকোতে হেনচাৰ্ড থিয় দি থকা ঠাইডোখৰেই পাওঁ পাওঁ হৈছিলহি। তাতে তেওঁলোকক দেখা দিয়াটো উচিত নহ'ব বুলি ভাবি শস্যৰ দ'ম এটাৰ মাজতে খোৰোং এটা কৰি হেনচাৰ্ড সোমাই থাকিল।

'তোমাৰ মনত যদি কিবা সঙ্কোচ আছে খুলি কলে মই বৰ ভাল পাম,' তাই আনন্দ মনেৰে ক'লে।

'ঠিক আছে তেন্তে,' ফাৰফ্রেই এজন প্ৰেমিকৰ হৃদয়ৰ অন্তৰতম গভীৰতাৰ পৰা উত্তৰটো দিবলৈ ধৰিলে। হেনচাৰ্ডে প্ৰতিটো শব্দ স্পষ্টকৈ শুনা নাছিল যদিও, বুজাত অসুবিধা হোৱা নাছিল। 'তোমাৰ ধন সম্পত্তি, সামাজিক প্ৰতিপত্তি, মেধা আৰু ৰূপ লাৱণ্যই বহুতকে আকৰ্ষণ কৰিব। বহুজন আকাঙ্খিত নাৰীৰ যিবোৰ সমস্যা হয় তেনে ধৰণৰ প্ৰলোভন এৰি নিজৰ সাংসাৰিক জীৱনৰ লগত খাপ খোৱা এজনক বাছি লৈ সন্তুষ্ট থাকিবলৈ চেষ্টা কৰিবা বুলি মই আশা কৰো।

তাই হাঁহি হাঁহি ক'লে 'তুমি আৰু কি ক'বলৈ ইচ্ছা কৰা?' 'আহ, মোৰ মনলৈ এতিয়া যিবোৰ ভাব আহিছে সেইবোৰ প্ৰকাশ হ'বলৈ হ'লে মাৰ্জিত আচৰণৰ কথা পাহৰি যাব লাগিব।'

'তেনেহলে মই বাঞ্ছা কৰো যে তোমাৰ তেনে ধৰণৰ কোনো আচৰণ বিধি নথকাই ভাল। তোমাৰ মনত কিবা সংকোচ থকাৰ কাৰণেহে মন খুলি কথা ক'ব পৰা নাই নেকি?' ক্ষন্তেক ৰৈ তাই আকৌ কৈছিল, 'তুমি বাৰু বুকুত হাত দি ডাঠি ক'ব পাৰানে যে তুমি কাকোৱেই ঈৰ্ষা নকৰা।' ফাৰফ্রেই তাইৰ হাতখনত ধৰি আশ্বাস দি ক'লে যে তেওঁ তেনে ভাবক সমূলি প্ৰশ্ৰয় নিদিয়ে।

'তুমি জানানে ডোন্যাল্ড, তোমাৰ বাহিৰে মই আন কাকো ভাল নেপাওঁ।' লুচেতাই আকৌ আৰম্ভ কৰিলে 'কিন্তু এটা কথা, কিছুমান ক্ষেত্ৰত মই মোৰ নিজা ইচ্ছা অনুসৰিহে চলিবলৈ ভাল পাম।'

'তুমি সকলো কথাতেই নিজৰ ইচ্ছা অনুসৰি চলিব পাৰিবা।' কিন্তু তথাপিও তোমাৰ নিজা কিবা বিশেষ ইচ্ছা আছে যদি মোক কৰানে বাৰু?'

'কেষ্টাৰব্ৰীজত সদায় থাকি মোৰ ভাল নেলাগিলে এই ঠাই এৰি আন ঠাই

লৈ গুচি যাবলৈ ইচ্ছা কৰিবও পাৰো।'

হেনচাৰ্ডে ইয়াৰ উত্তৰটো শুনিবলৈ ইচ্ছা নকৰিলে। তাৰোপৰি তেওঁ ইচ্ছা কৰাহেঁতেন সেই সময়ত আৰু বহুত কিবা কিবি কৰিব পাৰিলেহেঁতেন, কিন্তু নকৰিলে। চোৰৰ দৰে লোকৰ গোপন কথা শুনাটো তেওঁৰ স্বভাৱ বিৰুদ্ধ। লুচেত্তা আৰু ফাৰফ্ৰে তাৰ পৰা আগবাঢ়ি আহি পথাৰত মানুহবোৰে কাম কৰি থকা ঠাই খিনি ওলালেগৈ। শস্য চপোৱা মানুহবোৰে শস্যৰ পোলাবোৰ হুৰমুৰকৈ ঠেলাগাড়ী আৰু মালগাড়ীত বোজাই কৰি গন্তব্য স্থানলৈ প্ৰেৰণ কৰি আছিল।

মানুহবোৰ দেখি লুচেত্তাই ফাৰফ্ৰেৰ পৰা বিদায় ল'বলৈ ইচ্ছা কৰিলে। সেই মানুহবোৰৰ লগত ফাৰফ্ৰেৰ কাম থকাৰ কাৰণে তেওঁ লুচেত্তাক কিছু সময় ৰ'বলৈ অনুৰোধ কৰিছিল যদিও তাই নৰৈ অকলে ঘৰৰ পিনে খোজ দিলে।

ইয়াকে দেখি হেনচাৰ্ডে তাইৰ পিছ ল'লে। তেওঁ ইমানেই অস্থিৰ হৈছিল যে কোনোবা আহি দুৱাৰ খুলি দিবলৈ বাট নেচাই তেওঁ একেবাৰে তাইৰ বহা কোঠা পালেগৈ।

-কিন্তু সেই কোঠাটোতো তেওঁ কাকো দেখা নাপালে। তেতিয়াহে তেওঁৰ মনত খেলালে যে তেওঁ বৰ বেছি বেগা-বেগীকৈ অহাৰ কাৰণে তাইক বাটতে এৰি আহিলে হ'বলা। তেওঁৰ সেই ধাৰণাটো ঠিকেই আছিল। ক্ষন্তেক পিছতে তাইৰ খোজৰ শব্দ আৰু কাপোৰৰ খম্‌খমনি তেওঁ শুনিবলৈ পালে। তাই আহি ঘৰ সোমালহি।

পোহৰ কম থকাৰ কাৰণে তাই প্ৰথমে হেনচাৰ্ডক মনেই কৰা নাছিলে। তেওঁক দেখা পোৱাৰ লগে লগেই ভয়ত তাইৰ মুখৰ পৰা এটা সৰুকৈ চিঞৰ ওলাই আহিল।

'আপুনি আহি মোক কিয় এনেদৰে ভয় খুৱাইছেহি?'

ৰঙা চিঙা পৰি যোৱা হোৱালীজনীয়ে ক'লে, 'এতিয়া ৰাতি দহ বাজি গ'ল আৰু এনে অসময়ত আহি আপুনি মোক ভয় খুওৱাৰ কোনো অধিকাৰ নাই।'

'মোৰ অধিকাৰ নাই বুলি অৱশ্যে মই জনা নাছিলোঁ। কিন্তু এটা বিশেষ কাৰণেহে আহি সোমালোহি। কথাটো ইমানেই জৰুৰী যে আচাৰ ব্যৱহাৰৰ প্ৰতি মই আওকান কৰিবলগীয়া হ'ল।'

'ইমান ৰাতি আপুনি ইয়ালৈ অহাটো অলপো সমীচীন হোৱা নাই, তাৰোপৰি ই মোৰ ক্ষতি কৰিবও পাৰে।

'মই এঘন্টাৰ আগতে আহোঁতে তুমি মোক দেখা নকৰিলা গতিকেই দেৰিকৈ হ'লেও তোমাক দেখা কৰিবলৈ আহিলোঁ। লুচেত্তা, তুমিহে মোক অন্যায় কৰিছা। মোক এনেদৰে দলি মাৰি পেলাই দিবলৈ চেষ্টা কৰি জানো তুমি ভাল কাম

কৰিছা। কিম্বা সৰু কথা এটা তুমি পাহৰি গৈছা বুলি ভাবিহে সোঁৱৰাই দিবলৈ আহিলোঁ।

'মই আৰু একো নুশুনো। সেইবোৰ শুনাৰ মোৰ অকণো ইচ্ছা নাই।' হেনচাৰ্ডে ফ্যাৰজীৰ দিনৰ পুৰণি কথাবোৰ উলিয়াবলৈ যত্ন কৰাৰ, সময়তে তাই হাতখন দাঙি বাধা দি ক'লে।

'তুমি কিন্তু শুনা উচিত হ'ব বুলি মই ভাবো,' তেওঁ ক'লে 'সেইবোৰৰ কোনো অৰ্থ নাই, আপোনাৰ লগত হোৱা মোৰ পুৰণি সম্পৰ্ক সম্পূৰ্ণৰূপে ছেদ হৈছে। মোৰ ইমানবোৰ যন্ত্ৰণা দেখিও আপুনি বাৰু মোক কিয় স্বাধীন ভাৱে থাকিবলৈ এৰি দিয়া নাই। মোৰ যদি বিশ্বাস হলহেঁতেন যে আপুনি মোক ভাল পোৱাৰ কাৰণেহে বিয়া কৰাবলৈ ওলাইছে তেতিয়াহলে মই আপোনাৰ প্ৰস্তাৱত সন্মতি জনাবলৈ অকণো কুণ্ঠাবোধ নকৰিলোহেঁতেন। প্ৰকৃততে আপুনি আপোনাৰ বদান্যতা দেখুৱাবৰ কাৰণেহে মোক বিয়া কৰাবলৈ ওলাইছে। মৰম চেনেহ বিহীন কিবা এটা কামৰ দায়িত্ব ল'বলৈ আপুনি আগবাঢ়ি অহাৰ নিচিনাহে লাগিছে মোৰ। ইয়াৰ কাৰণ হ'ল যে আপোনাৰ অসুখৰ সময়ত মই আপোনাক প্ৰতিপাল কৰাৰ উপৰিও মোৰ সৰ্বস্বও আপোনাকে সঁপি দিছিলোঁ– আৰু আপুনিও ভাবিছে যে আপুনি তাৰ প্ৰতিদান দিবই লাগিব। সেইবোৰ দেখি শুনি আপোনাৰ প্ৰতি থকা মোৰ আগৰ মৰম চেনেহ নোহোৱা হৈ গৈছে।'

'তেন্তে তুমি মোক বিচাৰি এইখিনি ঠাই পালাহি কেলেই?'

আপোনাক মই বিয়া কৰোৱাটো উচিত বুলি মোৰ বিবেকে মোক সকিয়াই আছিল। বিশেষকৈ আপোনাৰ পত্নীৰ মৃত্যুৰ পিছত আপুনি মোক বিয়া কৰোৱাৰ সকলোবোৰ বাধাই আঁতৰি গৈছিল। সঁচা কথা ক'বলৈ গ'লে মই আপোনাক আগৰ সমান ভাল পোৱাৰ ক্ষমতা হেৰুৱাই পেলাইছিলোঁ যদিও মই আপোনাক বিচাৰিয়েই ইয়ালৈ আহিছিলোঁ। তাত কোনো সন্দেহ নাই।'

'সেইটোৱেই যদি কাৰণ হয় তেন্তে তুমি সেই কথা পুনৰ বিবেচনা কৰাত বাধা কিহৰ?'

তাই একো উত্তৰ নিদি মনে মনে থাকিল। এইটো সঁচা কথা যে হেনচাৰ্ডক বিয়া কৰোৱাৰ কথাটোৱেই তাইৰ মনত প্ৰাধান্য পাই আছিল—নতুনকৈ গঢ়ি উঠা প্ৰেমপাশত লিপ্ত নোহোৱালৈকে। কিন্তু এই নতুন পৰিস্থিতিটোত পৰি তাইৰ নিজৰ বিবেকৰ কথা পাহৰি যাবলৈ ধৰিলে। আন কথাত ক'বলৈ গ'লে অন্যায়ে তাইৰ বিবেকক গ্ৰাস কৰিলেহি। সেই সময়ত তাই এটা কথা পাহৰিয়েই গৈছিল যে হেনচাৰ্ডৰ চৰিত্ৰৰ উগ্ৰ খণ্ডাল দিশটোৱেই আংশিকভাৱে হলেও তাইক হেনচাৰ্ডৰ পৰা আঁতৰাই অন্য কাৰ্য্যত সকল যুক্তি দাঙি ধৰিছিল। উত্তৰ হিচাবে তাই মাথোন

ক'লে 'তেতিয়া মই এজনী অজলা ছোৱালী আছিলোঁ, এতিয়া মোৰ জীৱনত বহুতো পৰিবৰ্তন ঘটিল গতিকেই এতিয়া আৰু মই সেই আগৰ ছোৱালীজনী হৈ থকা নাই।'

'সেইটো তুমি একেবাৰে সত্য কথা কৈছা। কিন্তু এইটোও বুজিব লাগিব যে এইবোৰ কথাই মোৰ জীৱনলৈ অভাৱনীয় বিড়ম্বনা নমাই আনিছে। মই তোমাৰ টকা পইছাৰ ওপৰত হাত দিব খোজা নাই। সেইবোৰ তোমাৰেই হৈ থাকিব আৰু তুমি নিজৰ মতেই খৰচ কৰি থাকিব পাৰিবা। এই সকলোবোৰ দিশ বিচাৰ কৰি চোৱাৰ পিছত কিন্তু মই তোমাৰ কথাবোৰত একো যুক্তি বিচাৰি পোৱা নাই। আৰু শুনা, এতিয়া তুমি যিজন মানুহৰ কথা ভাবি আছা সেইজন কিন্তু মোতকৈ কোনো গুণেই শ্ৰেষ্ঠ নহয়।'

'আপুনি যদি সঁচাকৈয়েই তেওঁৰ সমান ভাল মানুহ হয় বুলি ভাবে তেন্তে মোক স্বাধীনভাৱে থাকিবলৈ এৰি দিয়ক,' তাই আবেগত কান্দি উঠিল।

দুৰ্ভাগ্য বশতঃ কথাষাৰ শুনি হেনচাৰ্ডৰ খঙহে উঠিল। 'মোক প্ৰত্যাখান কৰিবলৈ তোমাৰ কিবা থল আছে জানো? আৰু শুনা, আজি এই মুহূৰ্তৰ ভিতৰতে এজন সাক্ষীৰ আগত তুমি মোক বিয়া কৰাবা বুলি প্ৰতিজ্ঞা নকৰিলে আমাৰ অতীতৰ গোপন কাহিনীটো, মই প্ৰকাশ কৰি দিম— ন্যায় সঙ্গতভাৱে সকলোৰে এইবোৰ কথা জনা উচিত।

তাইক একেবাৰে নিঃসহায় বোধ কৰা যেন দেখা গ'ল। পৰিস্থিতিটোৱে কেনেধৰণৰ তিক্তভাৰ সৃষ্টি কৰিছে সেই কথা হেনচাৰ্ডেও উপলব্ধি কৰিব পাৰিলে। ফাৰফ্ৰেৰ বাহিৰে আন যিকোনো মানুহেই যদি তাইৰ অন্তৰ জয় কৰিলেহেঁতেন তেন্তে হেনচাৰ্ডে নিশ্চয় ক্ষণিক পুতৌ বা সহানুভূতি দেখুৱালেহেঁতেন, কিন্তু তেওঁৰ পিঠিতেই উঠি মান যশ পোৱা নৱ শ্ৰীমান জনৰ প্ৰতি (হেনচাৰ্ডে নিজে দি থোৱা নাম) তেওঁ কিঞ্চিৎ দয়া, মৰমো দেখুৱাব নোৱাৰে।

তাৰ পিছত এটা শব্দও উচ্চাৰণ নকৰি তাই বেলটো বজালে আৰু এলিজাবেথ-জেনক কোঠাৰ পৰা মাতি আনিবলৈ ক'লে। তাই সোমাই আহি ঘটনা দেখি আচৰিত হ'ল। আন্ধাৰ বাতিৰ টিমিক চামাক পোহৰৰ আঁৰত এইবোৰ কি চলি আছে। হেনচাৰ্ডক দেখা পোৱা মাত্ৰকে জ্ঞান বিবেচনা থকা ছোৱালীজনীয়ে বান্ধবীগৰাকীৰ কাষত থিয় দিয়াটো উচিত বুলি থিৰ কৰিলে।

'এলিজাবেথ-জেন,' তাইৰ হাতখনত ধৰি তেওঁ কলে,

'ভালেই হ'ল, তুমিও শুনাটো মই বাঞ্ছা কৰো।' তাৰ পিছত তেওঁ লুচেটাৰ পিনে চাই কলে, 'তুমি মোক বিয়া কৰাবানে নকৰাঁৱা?'

'আপুনি যদি ইচ্ছা কৰে তেন্তে মই তাত সন্মতি দিবই লাগিব।'

'তুমি তেন্তে সন্মতি দিছা?'

'হয়, মই দিছোঁ।'

কথাষাৰ কোৱাৰ পিছতেই তাই মূৰ্চ্ছা যোৱা হেন হৈ ঢলি পৰিল।

'দেউতা, কিহৰ ভয়ত তাই পেপুৱা লাগি এই কথাবোৰ কৈছে? কিবা কাৰণত তেওঁ নিশ্চয় মনত সাংঘাটিক দুখ পাইছে।' লুচেতাৰ ওচৰত আঁঠুকাঢ়ি বহি লৈ তাই কথাখিনি কৈছিল। 'তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে গৈ জোৰ কৰি মান্তি কৰাবলৈ যত্ন নকৰিব। মই তেওঁৰ লগৰীয়া হিচাবে একেলগে বাস কৰিছো গতিকেই তেওঁৰ মনৰ কথাৰ উমান মই পাও। মই যি বুজিছো তেওঁৰ সহ্যৰ সীমা পাৰ হৈ গৈছে'।

'ইমান মূৰ্খ নহ'বাচোন,' হেনচাৰ্ডে কৰ্কশ মাতেৰে ক'লে। যদি তোমাৰ মানুহজনক বিচাৰা তেন্তে এই অঙ্গীকাৰে তোমাৰ বাট মুকলি কৰি নিদিব জানো?'

এই কথাষাৰ শুনাৰ লগে লগেই লুচেতাৰ জ্ঞান ঘূৰি আহিল। 'কোন তেওঁ? কাৰ কথা কৈছে?' তাই লক্ষ্যহীনভাৱে প্ৰশ্ন কৰিলে।

'আহ, ঠিক আছে তেন্তে, ভুলতহে মই কিবাখন বলকিলোঁ। বৰ্ত্তমানৰ কথাটো মিচ্ টেম্পলমেন আৰু মোৰ মাজতেই সীমাবদ্ধ আৰু তেওঁ মোৰ পত্নী হ'বলৈ ৰাজী হৈছে।'

'সদ্যহতে এইবোৰ কথা আৰু নপতাই শ্ৰেয় হ'ব।' এলিজাবেথে লুচেতাৰ হাতখনত ধৰি কাতৰভাৱে কথাষাৰ ক'লে।

'তেওঁ যদি মোক কথা দিছে মইও আৰু কথা পাতিবলৈ ইচ্ছা নকঁৰো।'

'মই কথা দিছো বুলি কলো নহয়,' লুচেতাই অস্থিৰ হৈ কথাষাৰ ক'লে। বেজাৰত মূৰ্চ্ছা যোৱা লুচেতাৰ হাতদুখন দুডাল শুকান খৰিৰ দৰে ওলমি পৰিল। 'মাইকেল, এই বিষয়ে আৰু মোৰ লগত তৰ্ক নকৰিব।'

'এই বিষয়ে মোৰো আৰু একো ক'বলগীয়া নাই,' তাৰপিছত তেওঁ টুপীটো দাঙিলৈ ওলাই গ'ল। এলিজাবেথ-জেন লুচেতাৰ আঁঠু দুটাৰ ওপৰতে মুখটো দি পৰি ৰ'ল। 'এইবোৰ মই কি শুনিছোঁ, মোৰ দেউতাক তুমি মাইকেল বুলি মাতিছা। তুমি তেওঁক আগৰে পৰা চিনি পোৱা যেন লাগিছে। তেওঁনো জোৰ কৰি তোমাৰ ইচ্ছাৰ বিৰুদ্ধে গৈ তোমাক বিয়া কৰোৱাৰ প্ৰতিশ্ৰুতি আদায় কৰাৰ অৱস্থা কেনেকৈনো পালেগৈ। ইচ, ইচ, তুমি মোৰ পৰা বহুত কথাই গোপনে ৰাখিছা যেন অনুমান হৈছে।'

'তুমি মোৰ পৰা এতিয়াও আৰু কিছু কথা জানিবলগীয়া আছে,' চকু কেইটা মুদি থকা অৱস্থাতে লুচেতাই অস্পষ্টভাৱে কথাষাৰ ক'লে। তাই ঘুণাক্ষৰেও সন্দেহ কৰা নাছিল যে যিজন যুৱকে তাইৰ আজি এই দশা কৰিলে সেই একেজনেই

এলিজাবেথৰো অন্তৰ জয় কৰি থৈছিল।

'তোমাৰ হানি হোৱা কোনো কামেই মই নকৰোঁ,'

এলিজাবেথৰ নিজ অন্তৰত হেন্দুলি থকা ভাববোধক বলেৰে হেঁচা মাৰি থকা স্বত্ত্বেও ই উদ্‌গীৰণ হৈ ওলাই আহিল। তাই কঁপা কঁপা মাতেৰে ক'বলৈ ধৰিলে 'দেউতাই যে তোমাক নির্দেশ দিব পাৰে সেই কথা মই সপোনতো ভাবিব পৰা নাছিলোঁ। তেখেতে কোৱা কথাবোৰৰ প্ৰতি মোৰ সমৰ্থনো নাই, সহানুভূতিও নাই। মই তেওঁৰ ওচৰলৈ গৈ কমগৈ তেখেতে যেন তোমাক সকলো বান্ধোনৰ পৰা মুক্তি দিয়ে।

নাই, নাই, নেলাগে, যি হৈছে হ'বলৈ দিয়া,' লুচেতাই ক'লে।

# অষ্টবিংশ অধ্যায়

লুচেতাৰ ঘৰটোৰ নামনিৰ পিনে অৱস্থিত চহৰৰ টাউন হলটোত পিছদিনা ৰাতিপুৱা হেনচাৰ্ড আহি উপস্থিত হ'লহি। কিছুদিনৰ আগলৈকে তেখেত মেয়ৰ হৈ থকাৰ হেতুকেই কেতবোৰ নিম্নশ্ৰেণীৰ গোচৰৰ বিচাৰ কৰিবৰ কাৰণে তেখেতক দণ্ডাধীশ পদৰ মৰ্যাদা প্ৰদান কৰি থোৱা হৈছিল। কৰ্টলৈ বুলি আহি সেইপিনে পাৰ হৈ যোৱাৰ সময়ত তেওঁ লুচেতাৰ ঘৰটোৰ পিনে চকু দিছিল যদিও তাইৰ ছাঁটোও দেখা নেপালে।

হেনচাৰ্ডক শান্তি ৰক্ষাৰ কাৰণে দণ্ডাধীশ পদ দি থোৱাটো চেক্সপীয়েৰৰ চতুৰ্থ হেনৰী নাটকত উল্লেখিত ধেমেলীয়া চৰিত্ৰ ৰূপায়ন কৰা খেল আৰু চাইলেঞ্চতকৈও বেছি বিসঙ্গতিপূৰ্ণ হৈছিল। আইন সংক্ৰান্তীয় জটিলতালৈ নগৈ তেওঁ টিধা চিধি ভাৱে গোচৰ'ই বুজিলৈ বাহুবলেৰে দিয়া সিদ্ধান্তবোৰ কিন্তু সৰু সুৰা গোচৰ নিষ্পত্তিৰ ক্ষেত্ৰত বেচ কামত অহা ধৰণৰ। নিৰ্বাচিত মেয়ৰ ডঃ খ্ৰেকফিল্ড সেইদিনা উপস্থিত নথকাৰ কাৰণে শস্যৰ বেপাৰীজনেই মুখ্য বিচাৰপতিৰ আসনখন গ্ৰহণ কৰিবলগীয়া হৈছিল। ন্যায়ালয়ত বহি থকাৰ সময়তো তেওঁৰ মনটো কিবা কিছুমান ভাৱত ডুবগৈ আছিল। হাইপ্লেচ হল নামৰ ঐতিহ্যমণ্ডিত ঘৰটোৰ সন্মুখত থকা ভাস্কৰ্যলৈও তেঁও অনবৰতে লক্ষ্য কৰি আছিল।

সেইদিনা মাত্ৰ এটা গোচৰহে আছিল। অভিযুক্ত ক্ষীণ মহিলাগৰাকী তেখেতৰ সন্মুখতে থিয় দি আছিল। মানুহজনীৰ মুখখনত চকলাচকল দাগ আৰু গাত এখন কমদামী মলিয়ন জাৱ কাপোৰ। ইয়াৰ প্ৰকৃত ৰঙণটো মুগা,ইটাগুৰীয়ানে ক্ষই ৰঙণৰ আছিল সেইটো ধৰা কঠিন হৈ পৰিছিল। মূৰত মৰা কাপোৰ খনত তেলচিকটি। কিন্তু গাত থকা এপ্ৰণটো আনবোৰ কাপোৰৰ লগত মিল নথকা— ধকধকীয়া বগা।

মানুহজনী দেখিলে ভাব হয় যে তেওঁ ওচৰে পাজৰে থকা গাওঁবো নহয় বা চহৰখনৰো নহয়।

হেনচাৰ্ড আৰু তেওঁৰ লগতে বহা আনজন বিচাৰকৰ পিনে চকুযুৰি চাই মানুহজনী কিছুপৰ তথা লাগি ৰ'ল। তাই বিজুলী সঞ্চাৰে কিছুমনো ইঙ্গিত দিলে, সেইটোৰ বিষয়ে কোনেও একো ততকে ধৰিব নোৱাৰিলে। অভিযোগ নামাখন চাই হেনচাৰ্ডে সুধিলে, 'মানুহগৰাকীকনো কি দোষত অভিযুক্ত কৰা হৈছে।'

'চাৰ, এওক অশোভনীয় আৰু বিশৃঙ্খল ব্যৱহাৰ কৰাৰ কাৰণে জগৰীয়া কৰা হৈছে।" আৰক্ষী বিষয়াজনে কাণে কাণে ক'লে।

'জগৰ লগা অপকৰ্মটোনো ক'ত কৰিলে?' সিজন হাকিমে সুধিলে। 'গীৰ্জাৰ ওচৰতে চাৰ, গোটেই পৃথিবীখন থাকোতে মানুহজনীয়ে আৰু আন ঠাই বিচাৰি নেপালে। হুজুৰ মই তাইক অপকৰ্ম কৰি থাকোতেই হাতে হাতে ধৰিছোঁ।'

'পিছুলৈ গৈ থিয় হোৱা,' হেনচাৰ্ডে ক'লে, 'আৰু তোমাৰ কি কবলগীয়া আছে কোৱা।'

আৰক্ষী বিষয়া জনেও শপত ল'লে আৰু ন্যায়ালয়ৰ কেৰাণীজনে কলমটো চিএঞ্চহীত তিয়াই লিখিবলৈ প্ৰস্তুত হ'ল, কাৰণ হেনচাৰ্ডে নিজে একো লিখামেলা নকৰে। কনিষ্টবলজনে তেতিয়া আৰম্ভ কৰিলে— 'পাঁচ তাৰিখে ৰাতি এঘাৰ বাজি পাঁচ মিনিট যোৱাত কোনোবাই বে আইনী ভাবে গণ্ডগোল কৰাৰ শব্দ শুনিবলৈ পালোঁ। লগেলগেই মই—'

কেৰাণীজনে ক'লে 'হেৰি কনিষ্টবল ডাঙৰীয়া, ইমান খৰকৈ নকব, হাত নচলে।' কনিষ্টবলজন ক্ষন্তেক বৈ কেৰাণীজনৰ কলমটোৰ পিনে চাই তেওঁৰ লিখা শেষ হোৱা যেন দেখি পুনৰ আৰম্ভ কৰিলে 'মই লৰালৰিকৈ গৈ সেই ঠাই ডোখৰ পাই দেখিলো যে পদকীয়া তেতিয়া গৈ আন ঠাই এডোখৰ পাইছিল গৈ— সঠিকভাবে ক'বলৈ গ'লে সেই নেওৰাখনৰ তল।' তেওঁ ক্ষন্তেক বৈ আকৌ কেৰাণীজনৰ কলমটোৰ পিনে চালে।

'নেওৰা বুলিলে হয়নে বাৰু, কনিষ্টবল ডাঙৰীয়া। ওহৈছে, তেন্তে কৈ যাওঁক।' কেৰাণীজনে ক'লে।

'ঠাইডোখৰ প্ৰায় বাৰফুট ন ইঞ্চিমান হব।'

কেৰাণীজনৰ কলমটো আগবাঢ়িবলৈ দি তেওঁ আকৌ ৰ'ল। তেওঁ মুখছু মাতিযোৱাৰ কাৰণে কিনো কব কি নক'ব সেইবোৰ ভবাৰ আৱশ্যক নাছিল।

'মোৰ আপত্তি আছে,' বুঢ়ীজনীয়ে ক'লে।

'নেওৰাখন বাৰফুট ন ইঞ্চি আৰু তাৰ পৰা মই' এনেবোৰ প্ৰমাণৰ কোনো মূল্য নাই।'

দুয়োজন হাকিমে পৰামৰ্শ কৰি ক'লে যে শপত গ্ৰহণ কৰি যেতিয়া বাৰ ফুট ন ইঞ্চি বুলি কৈছে তেনেস্থলত পুলিচৰ উক্তি নাকচ কৰিব নোৱাৰি।

হাকিমৰ ৰায়ত কনিষ্টবলজনে সন্তোষ পালে যদিও বাহিৰে প্ৰকাশ নকৰি মনৰ সন্তোষ মনতে ৰাখি পুনৰ আৰম্ভ কৰিলে। 'তাৰপিছত মই আৰু কাষ চাপি গ'লো। তাই যিহকে তিহকে বলকি মোক গালি শপনি পাৰি অপমান কৰিবলৈ ধৰিলে।' কেৰাণীজনে দোহাৰিলে 'মোক অপমান কৰিবলৈ ধৰিলে— হয়নে বাৰু?'

'হয়, ঠিক হৈছে।' কনিষ্টবলে পুনৰ আৰম্ভ কৰিলে "এই চালগোমৰ মূৰ আঁতৰ হ বুলিছো নহয, তোতকৈ বৰ বৰ মানুহকো মই বগৰাই আহিছো, কুকুৰৰ পোৱালি, শুচ।"

মানুহজনীয়ে ক'লে 'এইবোৰ কথাত মোৰ আপত্তি আছে। মোৰ বিপক্ষে কি কৈছে কি লিখিছে সেইবোৰ মই একোকে শুনিবলৈ পোৱা নাই। মোৰ কাণ গধুৰ। মই নুশুনা কথাবোৰ মোৰ বিৰুদ্ধে ব্যৱহাৰ কৰিবলৈ যোৱাটো আইন সঙ্গত নহ'ব।'

বিচাৰক হাকিম দুজনে চিন্তা কৰিবৰ কাৰণে ক্ষন্তেক ৰ'ল। তাৰ পিছত আইনৰ কিতাপ মেলি চাই কনিষ্টবল জনক আগবাঢ়িবলৈ হুকুম দিলে। প্ৰকৃত কথাটো এনেকুৱা যে হাকিম সকলতকৈ মানুহজনী কোৰ্টলৈ বেছি ঘনাইহে আহিছিল আৰু সেই হেতুকেই তাইৰ লগত ফেৰ মাৰিবলৈ বিচাৰক দুজনে আইন সংক্ৰান্তীয় নিয়মবোৰ ভালকৈ জানি লবলগীয়া হৈছিল। এইবোৰ দেখি কনিষ্টবলজনে বিবুদ্ধি হৈছিল যদিও আগবাঢ়িবলৈ উদ্যত হ'ল। ঠিক তেনেতে হেনচাৰ্ডে অধৈৰ্য্য হৈ ক'লে 'হৈছে, হৈছে, কথাবোৰ আঁৰ-বেৰ ৰাখি আকাৰে-ইঙ্গিতে কোৱাতকৈ পোনপটীয়াকৈ কৈ যাওঁক, কনিষ্টবল। নহ'লে ইমানতে সামৰণি মাৰক।' তাৰ পিছত মাইকী মানুহজনীলৈ লক্ষ্য কৰি ক'লে, 'তোমাৰ কিবা সুধিবলগীযা আছে নেকি— কিবা প্ৰশ্ন কৰিবা নেকি?'

'হয় আছে,' তাই চকুকেইটা টিপামাৰি জপাই উত্তৰটো দিলে। লগে লগে কেৰাণী জনে কলমটো চিএগ্ৰহীত তিয়াই লিখিবলৈ সাজু হ'ল।

'আজিৰ পৰা বিশবছৰৰ আগতে বা তেনে সময়তে মই বেডনৰ মেলাত তম্বুতৰি ফাৰমিটি বিক্ৰী কৰিছিলোঁ।

'বিশ বছৰৰ আগতে— সেইটো দেখোন আৰম্ভণিৰো আৰম্ভণি। তুমি তেন্তে জগতৰ আদিৰে পৰা পাতনি মেলিব খুজিছা।' কেৰাণীজনে অৱশ্যে ঠাট্টাৰ সুৰত কথাষাৰ কোৱা নাছিল।

হেনচাৰ্ড থৰ লাগিলে। তাইনো কি কব খুজিছে আৰু তাৰ উদ্দেশ্যনো কি সেই বিষয়ে তেওঁ একো ধৰিব নোৱাৰিলে।

'এজন মানুহ তিৰোতা এগৰাকীৰ সৈতে মোৰ তম্বুৰ ভিতৰত সোমাল।

মানুহজনীৰ কোলাত এটিকেচুৱা,' তাই কৈ গৈছিল। 'তেওঁলোক আহি মোৰ দোকানত বহি একোবাতিকৈ ফাৰমিটি ল'লে। হে ভগবান, মোৰে যে জীৱনটো আৰু সমাজত তেতিয়া মোৰ মান সন্মান আছিল— আজি অৱশ্যে একোৱেই নাই। তেতিয়া মোৰ চোৰাং কাৰবাৰো আছিল। ফাৰমিটিৰ লগত 'ৰাম' বিচৰাবোৰকো মই তেনেদৰে আপ্যায়ন কৰিছিলোঁ। তেওঁ সবহকৈ 'ৰাম' খাই মানুহজনীক বলকিবলৈ ধৰিলে। পিছত ভমক উঠি ঘোষণা কৰি দিছিল যেয়ে পইছা দিব তেওঁকেই তেওঁৰ ঘৈণীয়েকক বিক্ৰী কৰি দিব। পিছত পাচ গিনি দি নাবিক এজনে মানুহজনীক কিনি লৈ গ'ল। সেই মানুহজনীক যিজন মানুহে বিক্ৰী কৰিছিল সেইজনেই এতিয়া ইয়াৰ প্ৰকাণ্ড সন্মানীয় চকীখন শুৱনি কৰি বহি আছে।' মানুহজনীয়ে হেনচাৰ্ডৰ পিনে এবাৰ চাই কৰযোৰে নমস্কাৰ কৰি বক্তব্য সামৰিলে।

সকলোৰে হেনচাৰ্ডৰ পিনে চালে। তেওঁৰ মুখখন বিবৰ্ণ হৈ পৰিল। কোনোবাই যেন ফুট ছাইহে ছটিয়ালে। 'তোমাৰ জীৱনৰ দুঃসাহসিক কাহিনী শুনিবলৈ আমি ইয়াত বহি থকাহি নাই' দ্বিতীয়জন হাকিমে ক'লে 'তোমাক সোধা হৈছে যে এই গোচৰটোৰ লগত সম্পৰ্ক থকা কিবা কথা তোমাৰ কবলগীয়া আছে নেকি?'

'মই কোৱা কথাষাৰ গোচৰটো নিস্পত্তি কৰাৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ, কাৰণ তেওঁযে মোতকৈ কোনো গুণে ভাল মানুহ নহয় ইযেই প্ৰমাণ কৰিব। তেনে এজন লোকৰ দ্বাৰা মোৰ এই গোচৰটো বিচাৰ কৰাৰ ন্যায্য অধিকাৰ কেতিয়াও থাকিব নোৱাৰে।'

'সেইবোৰ সাজি কোৱা কথা,' কেৰাণীজনে ক'লে।

'নাই, এইটো সত্য কথা,' হেনচাৰ্ডৰ মুখৰ পৰা আপোনা আপুনি কথাষাৰ ওলাই আহিল। ই পূবপিনে সূৰ্যোদয় হোৱাৰ দৰে সত্য কথা। মোৰ অন্তৰাত্মাই কৈছে যে এই মানুহজনীতকৈ মই কোনো গুণে ভাল মানুহ নহয়। এনে আচৰণ কৰাৰ কাৰণে তাইৰ প্ৰতি মোৰ অন্তৰত কোনো ক্ষোভ নাই। প্ৰতিশোধ লোৱাৰ ভাবো মোৰ মনলৈ অহা নাই। মই আতৰি যাওঁ, আপোনালোকেই তাইৰ বিচাৰ কৰক।'

ইয়াৰ পিছত ন্যায়ালয়খনত যি ধৰণৰ হুলস্থূল লাগিল তাৰ বৰ্ণনা কৰা সম্ভৱেই নহয়। হেনচাৰ্ড চকীখনৰ পৰা উঠি আহি টিৰিটোৰ কাষত থিয় দি থকা মানুহৰ জুমটোৰ মাজেদি পাৰ হৈ আহিল। বাহিৰতো মানুহৰ সংখ্যা আন দিনতকৈ বহুত বেছি। ফাৰমিটি বিক্ৰী কৰা মানুহজনী কেষ্টাৰব্ৰীজলৈ আহি যিটো আলিত বাস কৰিছিলহি সেই অঞ্চলৰ মানুহক তেওঁ আকাৰে ইঙ্গিতে আগতেই জানিবলৈ দিছিল যে চহৰখনৰ সন্মানীয় ব্যক্তিজনৰ কিছুমান অদ্ভুত আৰু ৰহস্যজনক ঘটনাৰ বিষয়ে তেওঁ জানিছিল। যদি আৱশ্যক বোধ কৰে তেন্তে তেওঁ সেইদিনা সেইবোৰ জাহিৰ কৰিবও পাৰে। এনে ধৰণৰ খবৰ প্ৰচাৰেই সেইদিনা বাটৰ সন্মুখত সৰহ সংখ্যক মানুহৰ জুম বন্ধাইছিল।

'আজি টাউন হলটোৰ ওচৰত কাম কাজ নোহোৱা মানুহ কিছুমান কিয় গোট খাইছে।' গোচৰটো শেষ হোৱাৰ পিছত খিৰিকীখন খুলি মানুহৰ জুমটো দেখি লুচেতাই তেওঁৰ লগুৱাটোক সুধিলে। পলমকৈ বিচনাৰ পৰা উঠি লুচেতাই এনেয়ে খিৰিকীখন খুলি সেইপিনে চাইছিল।

'অহ মেডাম, হেনচাৰ্ডক লৈ কিবা এটা উত্তেজনাৰ সৃষ্টি হৈছে।' এজনী মানুহে আজি প্ৰমাণ কৰি দিলে যে তেওঁ ইয়ালৈ অহাৰ আগতে মেলা এখনত নিজৰ ঘৈণীয়েকক পাঁচ গিনিৰ বিনিময়ত বিক্ৰী কৰি দিছিল।'

চুচানৰ লগত বহুত দিন ধৰি এৰা এৰি আৰু তেওঁৰ সম্ভাব্য মৃত্যু আদি নানা কথাই হেনচাৰ্ডে কৈছিল যদিও কিহৰ কাৰণে বা কেনেকৈনো হঠাতে বিচ্ছেদ হৈছিল সেই কথা লুচেতাক কাহানিও জানিবলৈ দিয়া নাছিল।

আগদিনা দিয়া প্ৰতিশ্ৰুতিৰ কথাটো মনলৈ অহাৰ লগে লগেই লুচেতাৰ মুখ খন কলা পৰি গ'ল। 'তেনেহলে হেনচাৰ্ড ভিতৰি মানুহ এইটোহে,' তাই ভাবিলে এনেহেন মানুহ এজনৰ লগত সঙ্গ কৰিলে এজনী নাৰীৰ ভাগ্যত কি ঘটিব পাৰে সেই কথা ভাবি তাই আতঙ্কিত হৈ পৰিল।

সেইদিনা গোটেই দিনটো লুচেতাই ৰিঙ নামৰ ঠাইখনত কটাই সন্ধ্যা লগাৰ সময়তহে আহি ঘৰ সোমালেহি। ঘৰ পাই তাই এলিজাবেথ-জেনক জনালে যে কেইদিনমানৰ কাৰণে তেওঁ সাগৰৰ পাৰত থকা পৰ্ট-ব্ৰেডী নামৰ ঠাইখনত গৈ থাকিবগৈ। কেষ্টাৰব্ৰীজ চহৰখন তেওঁৰ কাৰণে অসহ্য হৈ পৰিছে বুলিও ক'লে।

হাইপ্লেচ হলত থকা ঘৰটো কেইদিনমানৰ কাৰণে চোৱাচিতা কৰাৰ দায়িত্ব এলিজাবেথ-জেনে নিজে ল'লে আৰু পৰ্ট-ব্ৰেডীলৈ যাবলৈ ওলোৱা বন্ধুগৰাকীক বিদায় দিলে। হেনচাৰ্ডো কেইদিনমান অকলশৰীয়াকৈ নিজৰ ঘৰতে সোমাই থাকিল। কেবাদিনো ধৰি অবশ্যে নেৰানেপেৰা বৰষুণো দি আছিল। বতৰ ভাল হোৱাত এদিন হেনচাৰ্ড আহিছিল, কিন্তু লুচেতা ঘৰত নাই বুলি জানি হতাশ হবলগীয়া হৈছিল। খবৰটো পাই মনটো সেমেকি গ'ল যদিও তেওঁ কোনো ধৰণৰ উদ্বিগ্নতা নেদেখুৱাই মুখটো সামান্যভাবে দুপিয়াই গুচি গ'লগৈ। তেওঁ যি ভাবভঙ্গীৰে মুখখন মোহাৰি মোহাৰি ওলাই গৈছিল তাৰ পৰা ধাৰণা হৈছিল যেন তেওঁক চোৰাত পাতেহে ভাকিছিল। পিছ দিনা হেনচাৰ্ডে আকৌ আহি সুধিলেহি 'তেওঁ আহিল নেকি?' তেওঁৰ সতিয়ে জীয়েক জমীয়ে কলে, আজি ৰাতিপুৱা তেওঁ আহি পালেহি। পিছে, তেওঁ এতিয়া ঘৰত নাই, টাৰ্ন পাইক আলিয়েদি পৰ্টব্ৰেডীৰ পিনে ফুৰিবলৈ গৈছে। সন্ধ্যা লগাৰ আগতে আহি ঘৰ সোমোৱাৰ আশা নাই।'

এলিজাবেথৰ লগত তেওঁ দুই এটা কথা পাতিলে যদিও তাত তেওঁৰ ধৈৰ্য্যহীনতাহে প্ৰকাশ পালে। বিমুখ হৈ তেওঁ আকৌ উলটি গ'ল।

# নৱবিংশ অধ্যায়

এলিজাবেথ-জেনে কোবাৰ দৰে সেই সময়ত লুচেতাই পৰ্টব্ৰেগুলৈ যোৱাৰ আলিটোৰে খোজ কাঢ়ি গৈ আছিল। মাত্ৰ তিনি ঘণ্টাৰ আগতে যিটো আলিয়েদি আহি তাই ঘৰ সোমাইছিলহি সেই আলিটোৰেইদি আকৌ ঘূৰিবলৈ যোৱাটো কিছু কৌতূহলজনক কথা। বিশ্লেষণ কৰি চালে দেখা যাই যে এই পৃথিৱীত ঘটা কৌতূহল উদ্দীপক ঘটনাবোৰৰ বিশেষত্ব এনেকুৱা যে কেবাটাও ঘটনা পৰম্পৰে সাঙোৰ খাই লানি নিছিগাকৈ সংঘটিত হোৱাৰ পিছতহে তেনে হোৱাটো সচৰাচৰ দেখা যায়। সেইদিনা শনিবাৰ — যাঁই বজাৰৰ দিন, কিন্তু তথাপিও শস্য বেপাৰীবোৰ বজাৰলৈ আহি গোটখোৱা কোঠাটোত ফাৰফ্ৰেক দেখা পোৱা নগ'ল। তেওঁ সেইদিনা ৰাতিয়েই আহি পোৱাৰ কথা, যাতে দেওবাৰে চহৰখনত উপস্থিত থাকিব পাৰে।

লুচেতা খোজ কাঢ়ি আহি আহি চহৰখনৰ শেষ প্ৰান্তত থকা শাৰী শাৰী গছবোৰৰ ওচৰ পালেহি। চতুৰ্ভূজীয়া চহৰখনৰ কাষে কাষে থকা বৰ বৰ গছবোৰেই ইয়াৰ সীমাৰ চিন স্বৰূপ। প্ৰতিটো সীমাত থকা ঘাই আলিৰ পৰাই চহৰখনৰ পৰা ওলোৱা সোমোৱা কৰিবৰ কাৰণে একোটা বাট। সেই দিশৰ পৰা ওলোৱা সোমোৱা আলিটোৰ মূৰলৈকে আহি তাই কিছুপৰ থিয় দিলেহি। সেই ঠাইতে চহৰৰ সীমাৰ শেষ মাইলৰ খুঁটিটো। দুফালে ওখ পাহাৰে আগুৰা অঞ্চল এটাৰ মাজৰ উপত্যকাটো দেখি থকা ঠাই এডোখৰতে তাই থিয় দি আছিল। এসময়ত ৰোমান সকলে বান্ধি থৈ যোৱা আলিটোৰেই যে এতিয়াৰ ঘাই আলি সেইকথা নকলেও ধৰিব পাৰি। জৰীপ কৰা মানুহে ধৰা ফিটা ডালৰ দৰেই আলিটো একেবাৰে পোন। দীঘল পোন আলিটোৰ শেষ অংশটো দূৰৈৰ পাহাৰৰ লগত বিলীন হৈ নোযোৱালৈকে ইয়াক চিনাক্ত কৰিব পৰা গৈছিল। আলিটোৰ কাষত কোনো ধৰণৰ জোপোহা গছ নাছিল। শস্য কাটি নিয়াৰ পিছত থাকি যোৱা নৰাবোৰহে মাথোন দেখা পোৱা গৈছিল। চাদৰৰ পাৰিয়ে কাপোৰ এখন ধৰি ৰখাৰ দৰে আলিটোৱেও পথাৰখন সাৱটি ধৰি আছিল। ঘৰদুৱাৰ বুলিবলৈ তাইৰ সন্মুখতে থকা শস্যৰ ভঁৰালটোৰ বাহিৰে দিগবলয়লৈকে আন একোৱেই দৃষ্টিগোচৰ হোৱা নাছিল। আঁতৰলৈ দৃষ্টিপাত কৰিলে পোন আলিটোৰ দূৰৈৰ অংশটো চেপ খাই সৰু হৈ যোৱা যেন লাগে। সতৃষ্ণ নয়নে তাই সেইপিনে চাই আছিল যদিও তাই বিচৰা বস্তুটোৰ ছাঁ কণকো দেখা নেপালে। হতাশহে হুমুনিয়াহ এটা কাঢ়োতেই তাইৰ মুখৰ পৰা ওলাই আহিছিল, 'ড্যোন্যাল্ড, ড্যোন্যাল্ড!' তাৰ পিছত চহৰলৈ উলটিয়েই যাওঁগৈ বুলি তাই মূৰটো ঘূৰালে।

ঠিক তেনেতে তাই অন্য দৃশ্য এটাহে দেখিবলৈ পালে। অকলশৰে তাইৰ পিনে আগবাঢ়ি আহি থকা মানুহৰ প্ৰতিকৃতি এটা। সেইজনী এলিজাবেথ-জেনৰ

বাহিৰে আন কোনো নহয় বুলি ধৰিবলৈ তাইৰ টান নহ'ল।

অকলশৰীয়া হৈ আছিল যদিও তাইৰ আগমনত লুচেতাই বিৰক্তিহে পালে। ইফালে এলিজাবেথ-জেনে বন্ধু গৰাকীক চিনি পাই চিএৰ মাৰি মাতিব পৰা দূৰত্ব পাও নেপাওতেই বান্ধৱী গৰাকীৰ প্ৰতি তাইৰ অন্তৰত সাঁচি থোৱা মৰম মুখমণ্ডলত বিকশি উঠিলেই। তাই ক'লে, 'হঠাতে ভাবিলো, মইও তোমাৰ ল'গ হওগৈ।'

লুচেতাই বান্ধৱী গৰাকীক উত্তৰ এটা দিবলৈ ধৰোতেই কিবা আন এটা চিন্তাই হঠাতে তাইৰ মুখৰ বাক্যষাৰ কাটি নিয়াদি নিলে। তাই থিয় দি থকা ঠাইৰ সোঁপিনৰ ওখ পথাৰখনৰ পিনৰ পৰা বাট এটা নামি আহি যাঁই আলিটোত লাগিছিলহি। তেওঁলোক থিয় দি থকা ঠাইৰ পিনে এটা প্ৰকাণ্ড ষাঁড়গৰু ওখ ঠাইখনৰ পৰা ঢলং পলং কৈ নামি আহিছিল। তেওঁলোকে বিপৰীতে মুৰ কৰি আছিল কাৰণে ষাঁড়টো প্ৰথমে দেখাই নাছিল। কেষ্টাৰব্ৰীজৰ আশে পাশে থকা ঠাই বোৰত গৰুকেই একমাত্ৰ ত্ৰাণকৰ্ত্তা বা ত্ৰাসৰ সৃষ্টিকৰ্ত্তা বুলিলেও কোনোবাই ভুল কৰিছে বুলি ক'ব পৰা নগৈছিল। আখ্যানত উল্লেখ আছিল যে আব্ৰাহামৰ সতি সন্ততি সৰগৰ তৰা বা সাগৰৰ বালিৰ সমান লেখিব নোৱাৰা মানলৈ বৃদ্ধি পোৱাৰ দৰে কেষ্টাৰব্ৰীজৰ গৰুৰ সংখ্যাও তেনেকৈয়ে বৃদ্ধি পাইছিলগৈ। চৰাবলৈ নিয়া গৰুৰ জাকৰ মাজতো ষাঁড়গৰুৱেই সৰহ বুলিব লাগে। বেপাৰীবোৰে সেইবোৰ চহৰত বেচাকিনা কৰিবলৈ অনানিয়া কৰিয়েই থাকে। আন বস্তু দেখি ভয় নেখালেও প্ৰকাণ্ড শিং থকা ষাঁড়গৰুবোৰ দেখিলে তিৰোতা মানুহ আৰু ল'ৰা ছোৱালীবোৰে ল'ৰি ঢাপৰি গৈ যি যেনেকৈ পাৰে তেনেকৈয়ে নিৰাপদ ঠাইত আশ্ৰয় লয়গৈ। গৰুবোৰ সচৰাচৰ শান্ত ভাবেই পাৰ হৈ গ'লহেঁতেন, কিন্তু কেষ্টাৰব্ৰীজত গৰু দেখিলেই মানুহ বোৰে চিএৰ বাখৰ কৰি হুলস্থুল লগাই দিয়াটো এটা নিয়ম হৈ পৰিছিল। আলিবাটৰ কুকুৰবোৰক ভুকিবলৈ লগাই দিয়াৰ উপৰিও-বৰ বৰ টোকোন উলিয়াই সিহঁতক খেদি ফুৰিছিল। গোঁৱাৰ স্বভাৱৰ গৰুবোৰে তেতিয়া উগ্ৰমূৰ্ত্তি ধাৰণ কৰে আৰু সিহঁতৰ মাজৰে নিমাখিত বোৰে ভয়ত আতঙ্কিত হৈ পেপুৰা লাগে। আলিবাটৰ কাৰত থকা ঘৰৰ গৃহস্থ সকলে হুলস্থুল শুনি আগফালৰ কোঠালৈ ওলাই আহিলেই ল'ৰা-ছোৱালী, বৃদ্ধা-মহিলা আৰু কোলাত কেচুৱা থকা মাতৃ সকলে তাতে আশ্ৰয় লোৱা দেখেগৈ। এইটো এটা সৰ্বসাধাৰণ ঘটি থকা ঘটনা। লোকৰ ঘৰত অনাধিকাৰ সোমাই আমনি কৰাৰ কাৰণে তেওঁলোকে এনেদৰে ক্ষমা খুজিছিল—'শিং থকা প্ৰকাণ্ড ষাঁড়গৰু এটা এইমাত্ৰ পাৰ হৈ গ'ল।'

ষাঁড়টো তেওঁলোকৰ পিনে কেনেবাকৈ খেদা মাৰি আহিব পাৰে বুলি লুচেতা আৰু এলিজাবেথৰ সন্দেহ নোহোৱাকৈ থকা নাছিল। ভাল জাতৰ এটা প্ৰকাণ্ড ষাঁড় গৰু। ষাঁড়টো ধুনীয়া মুগা চহীয়া বৰণৰ আছিল যদিও বোকা খটি অহাৰ কাৰণে

তাৰ আচল বৰণটো ভালকৈ ওলাই থকা নাছিল। শিং কেইটা শকত আৰু তাৰ জোং কেইটা পিতলেৰে বন্ধোৱা। নাকৰ ফুটা দুটা যথাৰ্থ দৃষ্টিত তাহানিৰ দিনতে সজা টেমচ্ নদীৰ সুৰঙ্গৰ আৰ্হিত সজা পুতলা নক্সাবোৰৰ দৰে। সেই ফুটা দুটাৰ মাজেদি এটা তামৰ ৰিং ওলমোৱা আছিল। গোল ৰিংটোৰ মূৰদুটা জালাই কৰি থোৱাৰ কাৰণে খোল খাই যাব নোৱাৰা। ৰিংটোতে এগজমান দীঘল কিবা এডাল ওলমি আছিল আৰু জোকাৰি থকা ষাড়টোৰ মূৰটোৰ সৈতে সেইডালো ইপিন সিপিন কৰি ল'ৰি আছিল।

সেই ওলমি থকা শিকলিডাল নেদেখালৈকে গাভৰু ছোৱালী দুজনী সিমান বেছি শঙ্কিত হোৱাও নাছিল। প্ৰথমে তেওঁলোকে ভাবিছিল যে সেইটো এটা চৰিযুৱা বুঢ়া ষাড়গৰুহে। কিন্তু পিছতহে বোধগম্য হ'ল যে প্ৰকৃততে সেইটো গৰখীয়াৰ হাতৰ পৰা এৰাই অহা ভয়ঙ্কৰ জন্তু এটাহে। নাকিত ওলমি থকাডালত ধৰিহে গৰখীয়াসকলে তাৰ শিঙৰ খোচৰ পৰা ৰক্ষা পাব পাৰিছিল বুলি তেওঁলোকে ধৰিব পাৰিলে।

লুকাবলৈ বা আশ্ৰয় পাবৰ কাৰণে তেওঁলোকে ইফালে সিফালে চাই ওচৰতে থকা ভঁৰালটোতে উঠোঁগৈ বুলি ভাবিলে। ষাডটোৰ পিনে তেওঁলোকে চাই থকালৈকে সি সেও মানি থকা দেখা গৈছিল। কিন্তু তালৈ পিঠি দি ভঁৰালটোৰ পিনে খোজ দিবলৈ বুলি ওলোৱা মুহূৰ্ত্ততে সি ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিলে। ভয় খাই যেনি তেনি পলাবলৈ ধৰাত ষাডটোৱে তেওঁলোকক লক্ষ্য কৰি খেদা মাৰি আহিল। ঘন সেউজীয়া মেটেকাৰে আবৰি ৰখা পানী এডোঙাৰ পিছপিনে আছিল ভঁৰালটো। ভঁৰালৰ সন্মুখৰ দুৱাৰখন ঢোকা এডালৰ সহায়ত দাণ্ডি থোৱা আছিল। নিৰূপায় হৈ তেওঁলোক সেইপিনেই আগবাঢ়িল। মৰণা মাৰিবৰ কাৰণে তাৰ ভিতৰত থকা শস্যবোৰ কেইদিনমান আগতেই উলিয়াই অনা হৈছিল। ভঁৰালটোৰ এটা মূৰে ওখ চাং এখন তেওঁলোকে দেখা পালে। এলিজাবেথে ক'লে 'আমি ইয়াৰ ওপৰতে যেনে তেনে উঠিব লাগিব।'

তাকে মন কৰি উঠিবলৈ বুলি যাওঁতেই ষাঁডটোৱেও জপং জপং কৰি পানী ডোঙা খচি অহাৰ শব্দ তেওঁলোকে শুনিবলৈ পালে। সি আহি দুৱাৰখনেদি ভঁৰালটোলৈ সোমাই আঁহোতেই ঢোকা ডাল তাৰ গাত লাগি পৰি গৈ দুৱাৰখন বন্ধ হৈ গ'ল। তিনিটা প্ৰাণী ভঁৰালটোৰ ভিতৰত আবদ্ধ হৈ গ'ল। ভঁৰালটোৰ সিমূৰে তেওঁলোকক দেখি ষাঁডটোৱে খেদা ল'লে। তেওঁলোকে কৌশলেৰে বগিয়া বগি কৰাত ষাড়টোৱে একোৰতে আহি বেৰ খনতে খুন্দা মাৰিলেহি। তেওঁলোকে ভেতিয়া সিফালে লৰ দিলে। এইদৰে ষাড়টোৱে এফালে খেদি আহিলে তেওঁলোকে ইফালে লৰ আৰু সিফালে খেদি আহিলে তেওঁলোকে ইফালে লৰ মাৰি নিজকে বচাই আছিল। বহুত

সময় ধৰি এইদৰে খেদাখেদি চলি থকাত ষাড়টোৰ নাকৰ পৰা ভাপ ওলাবলৈ ধৰিলে। এলিজাবেথ বা লুচেতাই দুৱাৰখন খোলাৰ কোনো সুবিধাই পোৱা নাছিল। এইদৰে আৰু কিছুপৰ চলি থকা হলে সিহঁত দুজনীৰ কি হ'লহেতেন সেইটো অনুমানেই কৰিব নোৱাৰি। এনেতে কোনোবাই দুৱাৰখন খুলিবলৈ চেষ্টা কৰাৰ খেৰ্-খেৰ্ মেৰ্-মেৰ্ শব্দ তেওঁলোকে শুনিবলৈ পালে। শব্দ শুনি তেওঁলোকে সেইপিনে চাওতেই এজন মানুহ সোমাই অহা দেখা পালে। তেওঁ একে কোবতে গৈ নাকি ডালত ওলমি থকা ৰচিডালত আজোৰ মাৰি ধৰি এনেভাৱে পকাই দিলে যেন তাৰ ডিঙিটো চিঙিহে যাব। পাকটো অত্যন্ত টান হোৱাত লেতু-সেতু হৈ সি লেচাৰ হৈ পৰিল। তাৰ নাকৰ পৰা কেইটোপালমান তেজ ওলাই মাটিত পৰিল। দুৰ্দ্ধৰ্ষ জীৱ জন্তুক চতুৰ মানুহে দমন কৰি আয়ত্বাধীন কৰা এই পূৰ্ব পৰিকল্পিত ব্যৱস্থাটোৰ ওচৰত সিহঁতে সদায় হাৰ মানিছিল।

অস্পষ্ট পোহৰৰ মাজত এজন প্ৰকাণ্ড জাং পাণ্ডৰ মানুহ দেখা পোৱা গ'ল। কোনো ধৰণৰ দ্বিধা শঙ্কা নথকা ধৰণৰ মানুহ। দুৱাৰখনেদি অহা সামান্য পোহৰত সেইজন হেনচাৰ্ড বুলি চিনি পোৱা গ'ল। ষাঁড়টো বাহিৰত বান্ধি লুচেতাক সহায় কৰিবৰ কাৰণে তেওঁ আগবাঢ়ি আহিল। এলিজাবেথ জেনো যে তাত আছিল সেই কথাতেওঁ গম পোৱা নাছিল। এলিজাবেথে ইতিমধ্যে গৰু মহৰ কাৰণে ভঁৰালত থোৱা ঘাঁহৰ দমটোৰ মাজত আশ্ৰয় লৈছিল গৈ। জীৱন মৰণ সমস্যাৰ সন্মুখীন হৈ লুচেতা প্ৰায় অচেতন হ'বলৈযে ধৰিছিল। হেনচাৰ্ডে তাইৰ হাতখনত ধৰি দুৱাৰখনৰ বাহিৰলৈ উলিয়াই আনিলে।

'আপুনি আজি মোৰ জীৱন ৰক্ষা কৰিলে, কথা ক'ব পৰা অৱস্থা পালতেই লুচেতাই ক'লে। 'মযো যে আজি তোমাৰ মৰমৰ প্ৰতিদান দিব পাৰিলো,' তেওঁ ক'লে, 'তুমিও জানো মোৰ জীৱন এবাৰ ৰক্ষা কৰা নাছিলা।'

'আপুনি – আপুনিনো এইখিনি আহি ওলালেহি কেনেকৈ? হেনচাৰ্ডৰ কথাবাৰলৈ কাণ নিদি নিজৰ মনৰ কথাক প্ৰাধান্য দি তাই ক'লে।

'মই তোমাকে বিচাৰি এই পিনে আহি আছিলোঁ। ভাবিছিলোঁ তোমাক লগ পালেই কথা এটা কম। আজি দুই তিনিদিন মান ধৰি মই তাকেই চিন্তা কৰি আছিলোঁ। পিছে তোমাক লগ নোপোৱাৰ কাৰণেই কথাটো ক'বলৈ সুবিধা পোৱা নাছিলোঁ। কিন্তু তুমিতো এতিয়া কথা পাতিব পৰা অৱস্থাতেই নাই।'

'অ অৱশ্যে নাই, এলিজাবেথ-জেননো ক'লৈ গ'ল?' জখলাডালেৰে নামি আহিবলৈ সুবিধা কৰি দিয়াৰ আগতেই তাই শুকান খেৰৰ ওপৰেদি চুচৰি এফেৰাৰে মাটিত পৰি হাঁহি হাঁহি ক'লে 'এয়া মই ইয়াতে।'

হেনচাৰ্ডে এহাতে লুচেতা আৰু আনটো হাতেৰে এলিজাবেথক ধৰি আলিটোৰ

ওখ অংশটোৰ পিনে আগবাঢ়িল। তেওঁলোকে ওখ অংশটো উঠি তলপিনে যাবলৈ ধৰোতেই লুচেত্তাৰ মনত পৰিল যে তাইৰ মাফলাৰ খন ভঁৰালটোতে থাকি গ'ল।

এলিজাবেথ-জেনে ক'লে 'ময়েই লৰ মাৰি গৈ সেইখন লৈ আহোঁগৈ, তোমাৰ সমান মোৰ ভাগৰ লগা নাই।' তাই লগে লগেই মাফলাৰ খন আনিবলৈ লৰ দিলে আৰু আন দুজন নিজ বাটে গৈ থাকিল।

এলিজাবেথ-জেনে মাফলাৰ খন বিচাৰি উলিয়ালেগৈ। বতৰটো লৈ চাই মাফলাৰ খন বৰ সৰু বুলিও ক'ব পৰা নগৈছিল। তাই ঘূৰি আহোঁতে ষাঁড়গৰুটোৰ ওচৰত ক্ষন্তেক সময় ৰ'ল। নাকৰ পৰা তেজ ওলাই থকা গৰুটো দেখি তাইৰ বেজাৰহে লাগিল। অলপ আগতে সেইটোৱেই ৰুদ্ৰমূৰ্ত্তি ধাৰণ কৰি নৰসংহাৰ কৰিবলৈ ওলোৱা কথা তাই পাহৰি গ'ল। সেইটো যেন কিবা এটা ভামহহে আছিল। হেনচাৰ্ডে গৰুটোৰ নাকিডাল ভঁৰালটোৰ দুৱাৰখনতে বান্ধি সেইখনত ঠেকা এটা দি থৈ আহিছিল যাতে সি সহজে এৰাই আহিব নোৱাৰে। গৰুটোৰ কথাকে ভাবি ভাবি তাই ধীৰে ধীৰে আহি আছিল। পলম হৈছে বুলি বেগাই খোজ দিবলৈ ধৰোতেই বিপৰীত পিনৰ পৰা কলা ও সেউজীয়া বৰণৰ ঘোঁৰাগাড়ী এখন চলাই ফাৰফ্ৰে আহি থকা তাই দেখা পালে। তেওঁক সেইখিনি ঠাইতে দেখা পাই ধাৰণা কৰিব পাৰিলে লুচেত্তানো কোন পিনে ফুৰিবলৈ গৈছিল। ড্যোন্যন্ডে ক্ষন্তেক ৰৈ ঘটনাটোনো কি হৈছিল সেই কথাৰ বুজ তাইৰ পৰা ল'লে। এলিজাবেথ-জেনে বিবৰি ক'লে যে কি সাংঘাটিক বিপদৰ পৰা লুচেত্তাৰ জীৱন কথমপি ৰক্ষা পৰিল। তাইৰ কথালৈ মানুহজনে কাণ নিদিলে। মানুহজনৰ বেলেগ কিবা এটা ৰূপহে তাই দেখা পালে। তেওঁ যেন কিবা কথাত বিক্ষুব্ধ। ফাৰফ্ৰেৰ তেনেকুৱা ৰূপ তাই আগতে কাহানিও দেখা পোৱা নাছিল। ফাৰফ্ৰে চিন্তা মগ্ন হৈ ইমানেই অন্যমনস্ক হৈ আছিল যে তেওঁনো কোন তলকত ছোৱালীজনীকো গাড়ীখনত তুলি ল'লে সেইটো তেওঁ নিজেই ক'ব নোৱাৰিলে।

'তুমি ক'লা যে তেওঁ হেনচাৰ্ডৰ লগত গৈছে,' ফাৰফ্ৰেই আৰু ধৈৰ্য্য ধৰিব নোৱাৰি সুধিয়েই পেলালে।

'হয়,তেখেতে তেওঁক ঘৰলৈকে বুলি লৈ গৈছে। সম্ভৱ এতিয়ামানে ঘৰ পাইছে গৈয়েই।' 'তুমি খাটাং নে যে তেওঁলোকে ইতিমধ্যে ঘৰ পাইছেগৈ।' এলিজাবেথ-জেন অৱশ্যে সেই বিষয়ে নিশ্চিন্তই আছিল।

'তোমাৰ সতীয়ে দেউতাৰাইহে তেওঁক ৰক্ষা কৰিলে।'

'হয়, তেখেত আহি ৰক্ষা নকৰা হ'লেতো আজি।'

ফাৰফ্ৰেই ঘোঁৰাৰ গতি কিছু কমাই দিয়া দেখি তাই মনতে ভাবিলে যে তেওঁনো কিয় তেনে কৰিছে। ফাৰফ্ৰেই হয়তো ভাবি চালে যে সি দুজনৰ মাজত

তেওঁ গৈ অনাধিকাৰ প্ৰবেশ কৰাটো সমীচীন নহ'ব। হেনচাৰ্ডে লুচেতাৰ জীৱন ৰক্ষা কৰিলে, আৰু ঠিক তেনে এটা মুহূৰ্ত্তত তেৰোঁ তাইৰ ওচৰলৈ গৈ সহানুভূতি প্ৰদৰ্শন কৰি চিত্ত জয় কৰিবলৈ যত্ন কৰাটো ভাল নহ'ব। তেনে কাম কৰিবলৈ গ'লে নীচ মন এটাৰহে পৰিচয় দিয়া হ'ব।

তাইৰ দৰকাৰী কথা কেইটা তেওঁক কোৱা ইতিমধ্যে শেষ হ'ল। তাৰ পিছৰে পৰাই তাই পূৰ্বৰ প্ৰেমিক জেনৰ লগত একেলগে বহি আহি থাকিবলৈ ভাল নাপালে। তাই অস্বস্তি বোধ কৰিবলৈ ধৰিলে। কিন্তু অলপ পিছতেই চহৰখন সোমোৱাত সিদুজনকো দেখা পোৱা গ'ল। মহিলা গৰাকীয়ে ঘূৰি ঘূৰি পিছলৈ চাই থকা দেখা গৈছিল। আনহাতে ফাৰফ্ৰেই কিন্তু গাড়ীখন বেগাই চলিবলৈ ঘোঁৰাৰ পিঠিত চাবুক মৰা নাছিল। চহৰখন সোমাই হেনচাৰ্ড আৰু লুচেতা আলিটোৰ তলপিনেদি নামি যোৱাত তেওঁলোক দৃষ্টিৰ অগোচৰ হ'ল। গাড়ীখনৰ পৰা নামিবলৈ মন কৰাত এলিজাবেথ-জেনক সুবিধাজনক ঠাই এডোখৰত নমাই দি তেওঁ নিজে ঘৰৰ পিছ পিনেৰে গৈ ঘোঁৰাশাল পালেগৈ।

পিছপিনৰ ফুলনিযেদি আহি তেওঁ ঘৰ সোমালেহি যদিও তেওঁ ভাবিছিল যে ঘৰৰ বস্তুবোৰ ইতিমধ্যে বান্ধি কুন্ধি পঠিওৱাৰ বন্দবস্ত হৈয়েই গৈছিল। সোমাযেই দেখে যে বস্তুবোৰ তেতিযাও অ'ত ত'ত খেলি মেলি হৈ পৰিযেই আছে। তেওঁৰ কিতাপ থোৱা আলমাৰিটোও খোল খাই তিনিখণ্ড হৈ পৰি আছে। তেওঁ অকণো উদ্বিগ্নতা নেদেখুৱাই ঘৰখন চোৱাচিতা কৰাৰ দায়িত্বত থকা মহিলা গৰাকীক সুধিলে,' বস্তুবোৰ পঠিওৱা কামটোনো কেতিয়া শেষ হবগৈ।'

'আঠ বজাৰ আগতে নহ'বগৈ, চাৰ,' তাই ক'লে, 'আজি ৰাতি পুৱালৈকেতো, আমি জনাই নাছিলো যে আপুনি আজিয়েই ঘৰ সলনি কৰিব, আগতে জনাহলে কামবোৰ আগবঢাই থব পাৰিলোহেঁতেন।'

'বাৰু হ'ব সেই বিষয়ে আৰু বেছি চিন্তা কৰাৰ আৱশ্যক নাই,' ফাৰফ্ৰেই ৰং মনেৰেই কথাবাৰ ক'লে, 'আঠমান বজাতকৈ যাতে বেলি নহয় তালৈ মন কৰিবা। এতিয়া ইয়াতে বৈ কথা পাতি থাকিলে ৰাতি বাৰ বাজি যাবগৈ, নহয় জানো?' কথাবাৰ শেষ কৰি তেওঁ সন্মুখৰ দুৱাৰখন খুলি আলিলৈ ওলাই গ'ল।

সেইখিনি সময়ৰ ভিতৰতে লুচেতা আৰু হেনচাৰ্ডৰ এক বেলেগ ধৰণৰ অভিজ্ঞতা হ'ল। এলিজাবেথ-জেন আঁতৰি যোৱাৰ পিছতেই শস্য বেপাৰীজনে তাইৰ হাতখনত ধৰি মুকলিকৈ কথা পাতিবলৈ আৰম্ভ কৰিলে। তাই অৱশ্যে নিজৰ হাতখন তেওঁৰ মুঠিৰ পৰা এৰুৱাই আনিবলৈ ভাল পালেহেঁতেন। 'শুনা লুচেতা, মোৰ সোণজনী, যোৱা দুই তিনিদিনমান ধৰি মই তোমাক লগ পাবৰ কাৰণে ব্যাকুল হৈ আছিলো,' তেওঁ ক'লে 'তোমাক আগৰবাৰ দেখা কৰাৰ পিছৰে পৰাই উপলব্ধি

কৰিবলৈ লৈছিলো যে সেইদিনা ৰাতি তোমাৰ পৰা প্ৰতিজ্ঞাটো আদায় কৰি মই উচিত কাম কৰা নাছিলো। তুমিও সেইদিনা অৱশ্যে কৈছিলা "সচাঁকৈয়ে যদি আপুনি এজন পুৰুষ হয় তেন্তে এইদৰে জোৰ কৰি প্ৰতিশ্ৰুতি আদাই ক ৰিবলৈ বিচৰাটো উচিত নহয়।" সেই কথাষাৰে মোক দকৈ ঘপিওৱা যেন লাগিল। মই ভাবিলো যে তোমাৰ কথাটো একেবাৰে অসত্যও নহয়। মই তোমাৰ জীৱনটো অশান্ত কৰি ধ্বংস কৰিব নোখোজোঁ। এই মুহূৰ্ত্তত তুমি মোক বিয়া কৰাবলৈ গ'লে সেই কথাটো সাব্যস্ত হোৱাৰ বাহিৰে আন একোৱেই প্ৰমাণিত নহ'বগৈ, সেইটো ধূৰুপ। গতিকেই মই তোমাক ক'ব খুজিছো যে এক বা দুই বছৰ মানৰ কাৰণে আমাৰ বিয়াৰ কথাটো পাহৰি যোৱাই ভাল।'

'কিন্তু, তাৰ বাহিৰে মোৰ আন একো বিকল্প নেথাকিব নেকি?' লুচেতাই সুধিলে। মই আপোনাৰ প্ৰতি কৃতজ্ঞ, কাৰণ আপুনি আজি মোক নিৰ্ঘাত মৃত্যুৰ পৰা ৰক্ষা কৰিলে। যি কৌশলেৰে আপুনি মোক নিশ্চিত মৃত্যুৰ পৰা বচালে সেইটো মই কেতিয়াও পাহৰিব নোৱাৰিম। এতিয়া মোৰ হাতত যথেষ্ট টকা পইছাও আছে আৰু মোক কৰা উপকাৰৰ পৰিবৰ্ত্তে মই আপোনাক কিবা ৰূপে সহায় কৰিবলৈ পালে ভাল পাম— বাস্তৱিক দিশত সহায় হোৱা কিবা এটা?'

হেনচাৰ্ডে কিছু সময় চিন্তা কৰি চালে, কাৰণ তেওঁ তেনে এটা প্ৰস্তাব আশা কৰা নাছিল। "তুমি মোৰ কাৰণে এটা কাম কৰিব পাৰা লুচেতা,' তেওঁ ক'লে, 'কিন্তু তুমি কোৱা ধৰণে নহয।'

'তেন্তে সেইটোনো কেনে ধৰণৰ কথা?' মনত কিছু দুৰ্ভাৱনা লৈ লুচেতাই কথাষাৰ সুধিলে।

'সুধিছা যেতিয়া মই তোমাক এটা গোপন কথা কওঁ — তুমি নিশ্চয় ইতিমধ্যে জানিব পাৰিছাই যে ব্যৱসায়ৰ ক্ষেত্ৰত এই বছৰ ভাগ্য দেৱতা মোৰ প্ৰতি সুপ্ৰসন্ন নহয়। মই কেতিয়াও নকৰা কাম এটাত এইবাৰ হাত দিলোঁ— ভৱিষ্যকল্পী ব্যৱসাযত সোমাই পৰি মই বৰ বেয়াকৈ লোকচান ভৰিলোঁ। সেইটোৰে আৰ্থিক দিশত মোক বৰ সঙ্কটত পেলাইছে।'

'আৰু তাৰ কাৰণে আপুনি মোৰ পৰা কিছু ঋণ বিচাৰিছে?'

'নাই, নাই, মই ঋণ বিচৰা নাই,' খং উঠা ধৰণেই হেনচাৰ্ডে উত্তৰটো দিলে। তিৰোতা মানুহক শুহি খোৱাৰ অভ্যাস মোৰ নাই — সেইজন মোৰ বৰ আপোন হ'লেও, লুচেতা। মোৰ কাৰণে তুমি সেইবোৰ একো কৰিব নেলাগে, তুমি মাত্ৰ এটা কাম কৰি দিয়া আৰু সিয়েই মোৰ ৰক্ষা কৱচ হ'ব। মোৰ ঋণৰ সৰহ ভাগেই গ্ৰোৱাৰৰ পৰা লোৱা আৰু তেওঁ যদি মোক মাত্ৰ দুসপ্তাহ সময় দিয়ে তেতিয়া হলেই মই মোৰ বৰ্ত্তমানৰ সঙ্কটৰ পৰা মুক্ত হ'ব পাৰিম। সেইটো কৰাৰ

উপায় হ'ব এনেকুৱা— তুমি তেওঁক জনাই দিবা যে তুমি মোৰ বাগদত্তা— আৰু দুসপ্তাহৰ ভিতৰতেই আমাৰ অনুষ্ঠানিকভাৱে বিয়া হব। ৰ'বাচোন, মোৰ গোটেইখিনি কথা কোৱা শেষ হোৱাই নাই নহয়— মই শেষ কৰি লওঁ, শুনা। যদিও তুমি কথা খিনি তেনেদৰে কৰা, তথাপিও বিয়াখন কিন্তু আমি পূৰ্বে নিৰ্দ্ধাৰণ কৰি থোৱা অনুসৰি দীঘলীয়া দিন অপেক্ষা কৰাৰ পিছতহে হ'বগৈ। তাৰ কোনো লৰচৰ নহ'ব। পৃথিবীৰ আন কোনেও এই কথা গম পোৱাৰ আৱশ্যক নাই। তুমি গ্ৰোৱাৰৰ ওচৰলৈ গৈ মোৰ সম্মুখতে এই কথাষাৰ ক'লে তেওঁ বুজি পাব যে আমাৰ মাজত তেনে এটা কথাৰ সিদ্ধান্ত হৈছে। আমি অৱশ্যে তেওঁকো কথাটো গোপনে ৰাখিবলৈ কম। তেওঁ তেতিয়া মোক সময় দিব আৰু পোন্ধৰ দিনৰ মূৰত মই তেওঁক দেখা কৰিবলৈ অসুবিধা নেপাম। আমাৰ বিয়াখন পিছুৱালে বুলি মই তেতিয়া তেওঁক ক'বও পাৰিম। আমাৰ বিয়া এবছৰ, দুবছৰ যিমান দিন পিছুৱাই পিছুৱাই থাকিব। চহৰখনৰ আন কোনেও গমকে নেপাব তুমিনো মোক কি দৰে সহায় কৰিলা। তুমি মোক সহায় কৰিবলৈ ইচ্ছা কৰাৰ কাৰণেহে কৈছো যে এনে এটা বাট মুকলি হৈ আছে।' ইতিমধ্যে বেলি লহিয়ালে।

এইখিনি সময়কে মানুহে দিনটোৰ শেষ আৰু ৰাতিৰ সূচনা হৈছে বুলি ধৰে। সন্ধ্যা লাগিবলৈ আৰু মাত্ৰ পোন্ধৰ মিনিটমানহে বাকী আছিল। সামান্য আন্ধাৰ নামি অহাৰ কাৰণে তেওঁৰ কথাবোৰে তাইৰ ওপৰত কেনে প্ৰভাব পেলাইছিল সেইটো ধৰিব পৰা হোৱা নাছিল।

'ইয়াৰ বাহিৰে যদি আন কিবা হ'লহেতেন।' তাইৰ ওঁঠ দুখন শুকাই যোৱাৰ কাৰণে কথাষাৰ কওঁতে তাইৰ মাতটোতো তাৰ প্ৰভাৱ পৰিছিল।

'কিন্তু এইটোতো এটা অতি সামান্য কথা।' তাইক ভৎৰ্সনা কৰাৰ সুৰতেই তেওঁ কথাষাৰ ক'লে। তুমি' দিব খোজাখিনিতকৈ বহুত গুণে কমহে— তোমাৰ শেষ অঙ্গীকাৰটোৰ এটা ক্ষুদ্ৰ আৰম্ভণিহে মাথোন। মই নিজেই তেওঁক কথাষাৰ ক'ব পাৰিলোহেঁতেন, কিন্তু মই ক'লে তেওঁ বিশ্বাস নকৰিব।'

'আপুনি মোক ভুল নুবুজিব, সেই কামটো মই নকঁৰো বুলি কোৱা নাই, মই ইয়াকে ক'বলৈ বিছাৰিছোঁ যে কামটো কৰিব পৰা অৱস্থাত মই নাই।' ৰাতি অহা তীব্ৰ উৎকণ্ঠাৰ মাজতে তাই বলেৰে মুখৰ পৰা কথাষাৰ কোনোমতে উলিয়াবলৈ সক্ষম হ'ল।

'তুমি মোক প্ৰৰোচিত হ'বলৈ বাধ্য কৰিছা,' তেওঁ আস্ফালন কৰি উঠিল। 'এনে ধৰণৰ কথাবোৰেই তোমাৰ অঙ্গীকাৰ তৎকালে পালন কৰাবলৈ মোক বাধ্য কৰিব, কিন্তু।'

'সেইটো কাম মোৰ দ্বাৰা কৰা অসম্ভৱ।'

'তোমাৰ অঙ্গীকাৰ পালন কৰাৰ ক্ষেত্রত সদ্যহতে মই তোমাক অব্যাহতি দিয়াৰ পিছতো তুমি এই সামান্য কামটোও কৰিব নোৱাৰোঁ বুলি কৈছা?'

'ইয়াৰ কাৰণ হ'ল — তেওঁ এজন সাক্ষী আছিল।'

'সাক্ষী? — কিহৰ সাক্ষী?'

মই যদি কথাটো ক'বই লাগে, তেন্তে কওঁ শুনক, মোক হ'লে খঙো নকৰিব' দোষাৰোপো নকৰিব।'

'কোৱাচোন বাৰু মই শুনো।'

'মিষ্টাৰ গ্রোৱাৰ মোৰ বিয়াৰ সাক্ষী আছিল।'

'বিয়া? — কি বিয়া?'

'ফাৰফ্রেৰ লগত ইতিমধ্যে মোৰ হৈ যোৱা বিয়াখনৰ কথাই কৈছোঁ। অহ, মাইকেল, এতিয়া মই তেওঁৰ পত্নী। এই সপ্তাহতে পর্টব্রেণ্ডীত আমাৰ বিয়া হৈ গ'ল। বিয়াখন ইয়াত নপতাৰ কাৰণ বহুতো আছিল। আমাৰ বিয়াৰ সাক্ষী হ'বৰ কাৰণেহে মিষ্টাৰ গ্রোৱাৰ সেই সময়ত পর্টব্রেণ্ডলৈ গৈছিল।'

হেনচাৰ্ডে বেঙা মানুহ এজনৰ দৰে ভেবা লাগি চাই থাকিল। একেবাৰে মাত বোল হৰি যোৱা মানুহজন দেখি তাই ইমানেই ভয় খালে যে তাইৰ মুখৰ পৰা অস্পষ্টকৈ হ'লেও কথা এষাৰ ওলাই আহিল। কথাষাৰৰ অর্থ আছিল যে অহা পথেকটোত সন্মুখীন হ'বলগীয়া সঙ্কটৰ জোৰা মাৰিব পৰাকৈ টকা ধাৰে দি তাই তেওঁক সহায় কৰিব।

'তুমি তেওঁক বিয়া কৰালা?' অৱশেষত হেনচাৰ্ডৰ মুখৰ পৰা কথাষাৰ ওলাই আহিল। 'এইবোৰ কি কথা মই শুনিবলৈ পাইছোঁ। যি অৱস্থাত তুমি মোক বিয়া কৰাবলৈ অঙ্গীকাৰ বদ্ধ আছিলা সেই সময়ত তুমি গৈ তেওঁক বিয়া কৰালাগৈ।'

'কথাটো এনেধৰণৰ হ'লগৈ,' তাইৰ দুয়োটা চকুৰ পৰা টপ্ টপ্কৈ পানী পৰিবলৈ ধৰিলে। কঁপা কঁপা মাতেৰে তাই কথাটো বুজাই ক'বলৈ চেষ্টা কৰিলে। 'আপুনি নিষ্ঠুৰ, নৃশংস নহব। মই তেওঁক গভীৰ ভাবে ভাল পাবলৈ ধৰিলোঁ আৰু মোৰ ভয় হ'বলৈ ধৰিলে যে আমাৰ অতীতৰ সকলোবোৰ কথাই তেওঁক আপুনি জনাই দিব। মই আপোনাক অঙ্গীকাৰ কৰাৰ পিছতেই এটা উৰা বাতৰি আহি মোৰ কাণত পৰিছিলহি যে আপুনি আগৰ পত্নী গৰাকীক গৰু-ঘোঁৰা বিক্রী কৰাৰ দৰে মেলাত নিলাম কৰিছিল। সেইবোৰ শুনাৰ পিছত মই বাৰু মোৰ অঙ্গীকাৰ কেনেকৈ পালন কৰোঁ? আপোনাৰ ওচৰত আত্মসমর্পন কৰিবলৈ মোৰ মনত ভয় সোমাল। আপোনাৰ সেই কলঙ্কবোৰ শুনাৰ পিছত আপোনাৰ নামটো শুনিলেও মোৰ গাটো জিকাৰ খাই উঠিবলৈ লৈছিল। মোৰ ভীষণ দুৰৱস্থা হৈছিল।

মই এই কথাটোও বুজি পাইছিলোঁ যে যদি তেওঁক মই লৰালৰিকৈ বিয়া কৰাই নেপেলাও তেন্তে মই তেওঁকো হেৰুৱাম— কাৰণ আপোনাৰ লগত হোৱা আমাৰ অতীতৰ সম্বন্ধৰ কথা জনাজাত কৰি দিম বুলি ভয় খুৱাই আপুনি মোক আপোনাৰ হাতৰ মুঠিত ৰাখিবলৈ যত্ন কৰিব বুলি মোৰ ধাৰণা হৈছিল। কিন্তু এতিয়া আৰু আপুনি সেইবোৰ কৰিবলৈ নেযায়— যাবনেকি, মাইকেল? মই আশা কৰোঁ আপুনি তেনে কাম নকৰিব কাৰণ সম্বন্ধটো ভঙাৰ সময় ইতিমধ্যে পাৰ হৈ গ'ল।'

তাই কথাবোৰ কৈ থকাৰ সময়ত চেন্ট পিটাৰ্চ গীৰ্জা ঘৰটোত বাজি থকা ডাঙৰ ডাঙৰ শব্দৰ ধ্বনি বতাহত ভাঁহি আহি আছিল। ইয়াৰ লগতে গভীৰ অনুৰাগেৰে বজোৱা বেণুৰ মধুৰ ছন্দৰ ধ্বনিয়ে আলিবাটটো স্পন্দিত কৰি তুলিছিল। 'তেন্তে সেই উপলক্ষেহে ঢোল দগৰেৰে সৈতে এই কোৰ্হাল বোৰৰ আয়োজন কৰা হৈছে, অৰ্থ সেইটোৱেই নহয় জানো?'

'হয় মই ভাবিছোঁ, তেওঁ বা মিষ্টাৰ গ্ৰোৱাৰে কথাটো আনকো ক'লে হ'বলা— এতিয়া বাৰু মই আপোনাৰ পৰা বিদায় ল'ব পাৰোনে? কিবা কামত পৰ্টব্ৰেণ্ডীৰ পৰা অহা তেওঁৰ পলম হ'ব কাৰণে মোক কেইঘন্টামান আগতেই তাৰ পৰা পঠিয়াই দিছিল।

'আৰ ঘৈণীয়েকৰ জীৱনহে মই আজি তেনেহলে ৰক্ষা কৰিলোঁ।'

'হয়, তাৰ বাবে তেওঁ আপোনাৰ ওচৰত কৃতজ্ঞ থাকিব।'

'তেওঁ মোক কৃতজ্ঞতা জনাব— উহ কি ধূৰ্ত্ত এই তিৰোতাবোৰ।' হেনচাৰ্ড গৰজি উঠিল, 'তুমি মোক বিয়া কৰাম বুলি অঙ্গীকাৰ কৰিছিলানে নাই?'

'হয়, মই কথা দিছিলোঁ, কিন্তু বাধ্যত পৰিহে, আৰু তেতিয়ালৈকে মই আপোনাৰ অতীত জীৱনটোৰ বিষয়ে জনা নাছিলোঁ—।'

'ঠিক আছে, তাৰ বাবে মই তোমাক এতিয়া উপযুক্ত শাস্তি বিহিম। মই মাত্ৰ এটা কথাহে তোমাৰ সদ্য বিবাহিত স্বামীক জনাম যে তুমি একালত মোৰ লগত প্ৰেম বিনিময় কৰিছিলা— আৰু লগে লগেই তোমাৰ এই বহমূলীয়া আনন্দ ক্ষন্তেকতে বিস্ফোৰিত হৈ অণু পৰমাণুলৈ ৰূপান্তৰিত হব।'

'অ মাইকেল, মই অকণমানো পুতৌৰ পাত্ৰ হব নোৱাৰোনে, আপোনাৰ বহল অন্তৰখন খুলি মোক অন্ততঃ এইকণ দয়া কৰক।

'দয়াৰ পাত্ৰ হোৱাৰ যোগ্যতা তুমি হেৰুৱাই পেলাইছা। সকলো কথা জানি শুনিও এতিয়া তুমি নজনাৰ ভাও ধৰিছা।'

'আপোনাৰ ঋণ পৰিশোধ কৰাত মই সহায় কৰিম।'

'কি কৈছা তুমি। ফাৰফ্ৰেৰ ঘৈণীয়েকৰ পেঞ্চনাৰ হয়— মই, হয়নে মই।

মোৰ ওচৰত আৰু বেছি পৰ তুমি থিয় দি নেথাকিবা— মই আৰু বেয়া কথা কৈ দিম। এতিয়া তুমি বেগতে ঘৰলৈ যোৱাগৈ।'

দক্ষিণফালে থকা গছবোৰৰ মাজে মাজে খোজ কাঢ়ি গৈ তাই অন্তৰ্দ্ধান হ'ল। আনহাতে বেণ্ডপাটী টোৱে আলিটোৰ আনটো কোণেদি ঘূৰি আগবাঢ়ি আহি আছিল। বিয়াৰ মধুৰ ছন্দৰ লগত সঙ্গতি ৰাখি প্ৰতিটো শিল প্ৰতিটো পাৰ্থিব বস্তুৰেই সঁহাৰি দিছিল। লুচেতাই কিন্তু সেইবোৰলৈ কাণ দিব পৰা নাছিল। আনে নেদেখাকৈ পিছ পিনৰ আলিবাট টোৰেদি গৈ তাই ঘৰ সোমালগৈ।

## ত্ৰিংশতি অধ্যায়

বস্তু-বাহানিবোৰ ভালকৈ বান্ধি কুন্ধি লুচেতাৰ ঘৰটোলৈ নিয়াৰ ভাৰ ফাৰফ্ৰেৰ ঘৰটো তদাৰক কৰা মহিলা গৰাকীৰ ওপৰত পৰিছিল। সুচাৰুৰূপে সেই কামটো কৰা একো টান নাছিল। পিছে ঘটনাটো ইমানেই অপ্ৰত্যাশীত আছিল যে সেই কামটোত ব্যস্ত থকা সকলৰ মুখৰ পৰা, অজানিতে, কামৰ হেঁচাৰ প্ৰকোপতে কিছুমান চিৎকাৰ ওলাই আহিছিল। সেই চিৎকাৰবোৰে কামত সহায় কৰাৰ সলনি আহুকালহে সৃষ্টি কৰিছিল। একো কথাতে পেলাব নোৱাৰা এই পাকৈত মানুহ গৰাকীক মাত্ৰ কেইঘণ্টামান আগতেহে চিঠি এখন দি ঘৰ সলনি কৰাৰ সংবাদটো দিয়া হৈছিল আৰু সেই কাৰণেই এনেবোৰ খৰধৰ আৰু আহুকাল আহি পৰিছিলহি।

পৰ্টব্ৰেণ্ডী এৰাৰ ঠিক আগ মুহূৰ্ত্তত জন গিল্‌পিন্ আৰু কেইজনমান ডাঙৰ ব্যৱসায়ীয়ে ফাৰফ্ৰেক দেখা কৰিবলৈ অহাৰ কাৰণে তেওঁ তৎকালে পৰ্টব্ৰেণ্ডী এৰিব নোৱাৰা পৰিস্থিতি এটাত পৰি তাতে আবদ্ধ হৈ গ'ল। ফাৰফ্ৰেই সদায় অতি দায়িত্ব সহকাৰে নিজৰ কৰ্ত্তব্য পালন কৰে। সৰু কথা এটাও আওকাণ কৰা ধৰণৰ মানুহ তেওঁ নহয়। তাৰোপৰি লুচেতা আগতে আহি ঘৰ সোমোৱাত কিছুমান সুবিধাও আছিল। তেতিয়ালৈকে কেষ্টাৰব্ৰীজত কথাটো কোনেও জনাই নাছিল। লুচেতা আহি আগতীয়াকৈ ঘৰৰ মানুহবোৰক বিয়াৰ কথাটো জনোৱাৰ উপযুক্ত ব্যক্তি বুলি ভাবি ন কইনা গৰাকীৰ কাৰণে গাড়ীএখন ভাড়া কৰি আগতীয়াকৈ পঠিয়াই দিছিল। কেইমাইল মান দূৰৈত যথেষ্ট পৰিমানে ঘেঁহু আৰু বাৰ্লি কাটি মজুত কৰি থোৱা হৈছিল বুলি জানি তেওঁ নিজে তাকে চাবলৈ গৈছিল। তেওঁ কিমান সময়ত আহি ঘৰ পাবহি সেই খবৰটোও জনাই থৈছিল। তেওঁলোক এৰা-এৰি হোৱা মাত্ৰ চাৰি ঘণ্টাহে হৈছিল যদিও তাই তেওঁক লগ পাবৰ কাৰণে ব্যাকুল হৈ আকৌ পৰ্টব্ৰেণ্ডীলৈ যোৱা আলিটোৰে আহি তেওঁলৈ বুলি বাট চাই থাকোঁতেই বাড় গৰুৰ আক্ৰমণটো ঘটিছিল।

হেনচাৰ্ডক এৰি অহাৰ পিছত তাই অশেষ যত্ন কৰি নিজকে শান্ত কৰিলে। ডোন্যাল্ড ঘূৰি আহি হাইপ্লেচ হল সোমোৱাৰ সময়ত তেওঁক সাদৰেৰে অভ্যৰ্থনা জনোৱাৰ প্ৰস্তুতিত তাই ব্যস্ত হৈ পৰিল। পিছৰ কথা বোৰ বাদ দিলে এটা কথা নদি ক'ব পাৰি যে তাই ফাৰফ্ৰেক একেবাৰে নিজৰ কৰি ল'ব পাৰি অত্যন্ত সুখী অনুভৱ কৰিছিল। তাইৰ ভাগি পৰিব খোজা মনটোক তেওঁ পুনৰ সঞ্জীৱিত কৰি তুলিলে। তাই আহি ঘৰ পোৱাৰ আধা ঘন্টামানৰ পিছতে তেওঁৰো আহি ঘৰ সোমালত তাই আনন্দত অধীৰ হৈ পৰিল। তাই স্বস্তিৰ নিশ্বাস পেলালে। আনকালে হয়তো এমাহ কাল আঁতৰি থকাৰ পিছতো ফাৰফ্ৰেক লগপাই ইমান উত্তেজিত নহ'লহেতেন। ষাডগৰুটোৰ লগত হোৱা ভয়ঙ্কৰ ঘটনাটোৰ বৰ্ণনাটো শেষ হোৱাৰ পিছতেই তাই কৈ উঠিল, এটা দৰকাৰী কাম মোৰ এতিয়াও কৰিবলৈ বাকী আছে। মোৰ মৰমৰ বান্ধৱী এলিজাবেথ-জেনক এতিয়াও আমাৰ বিয়াৰ খবৰটো দিয়া হোৱাই নাই।'

'অহ তুমি তেওঁক এতিয়াও বিযাৰ কথাটো জনোৱাই নাই নেকি?' ডোন্যাল্ডে ক্ষন্তেক চিন্তা কৰি কথাষাৰ ক'লে। 'তেওঁক সেই ভঁৰালটোৰ ওচৰৰ পৰা মযেই গাড়ীত উঠাই আনি ঘৰলৈ বুলি আগবঢাই দিলোঁ। মোৰো তেওক কথাষাৰ কোৱা নহ'ল। মই ভাবিলোঁ তেওঁ হযতো চহৰত খবৰটো শুনিও লাজতে মোক শুভেচ্ছা যাচিবলৈ সঙ্কোচ কৰিলে।'

'তাইনো কথাটো কেনেকৈ শুনিবলৈ পাব। মই এই মাত্ৰকতে গৈ তাইক বিচাৰি ইয়ালৈকে লৈ আহোঁগৈ। ডোন্যাল্ড, তোমাক আৰু এটা কথা মই এতিয়াই সুধি থওঁ দেই। এতিয়াৰ দৰে তাই আমাৰ ইযাতে থাকিলে তুমি বেযা পাবা নেকি? তাই হলে এজনী অতি ঠাণ্ডা প্ৰকৃতিৰ ঠেহপেছ নথকা ছোৱালী।

'নাই নাই, মই কিয বেযা পাম?' ফাৰফ্ৰেই কথাষাৰ ক'লে যদিও তেনে এটা পৰিস্থিতিয়ে তেওঁক কিঞ্চিৎ হ'লেও অপ্ৰস্তুত নকৰাকৈও থকা নাছিল। 'তেওঁ ইয়াত থাকিব বুলি কিন্তু মোৰ মনে ধৰা নাই।'

'অহ, কিয় নেথাকিব,' নিষ্ঠা আৰু আগ্ৰহেৰে লুচেতাই ক'লে 'তাই ইয়াতে থাকিব বুলি কিন্তু মই একেবাৰে নিঃসন্দেহ। তাইৰতো থাকিবলৈ বেলেগ ঘৰ এখনো নাই।'

ফাৰফ্ৰেই তাইৰ পিনে আকৌ এবাৰ চাই বুজি পালে যে সেই গহীন গম্ভীৰ বান্ধৱী গৰাকীৰ গৰ্ভত সোমাই থকা গোপন ৰহস্যটোৰ সম্পৰ্কে তাইৰ মনত কোনো ধৰণৰ সন্দেহ নাই। সেই বিষয়ে লুচেতা একেবাৰে অন্ধ হৈ থকাত তেওঁ সন্তোষহে পালে। 'তুমি যি ভাল দেখা তাকেই কৰা,' তেওঁ ক'লে, 'আৰু শুনা মইহে তোমাৰ ঘৰত থাকিবলৈ আহিছোঁ, তুমিতো মোৰ ঘৰত থকাহি নাই।'

'মই এতিয়াই দৌৰ মাৰি গৈ তাইক কথাবাৰ কওঁগে,' লুচেতাই ক'লে।

ওপৰ মহলালৈ গৈ এলিজাবেথ-জেনৰ কোঠাটোত সোমাই দেখিলেগৈ যে তাই ফুৰিবলৈ যোৱা কাপোৰ কানিবোৰ খুলি আৰাম কৰি বহি কিতাপ এখনহে পঢ়ি আছে। তাই তেতিয়াও কথাটো জনাই নাছিল বুলি লুচেতাৰ আৰু বুজিবলৈ বাকী নেথাকিল।

'মিচ টেম্পলমেন, মই তললৈ গৈ তোমাক মাত দিবগৈ পৰাই নাই নহয়,' তাই চমুকৈ কথাষাৰ ক'লে, 'মই তোমাৰ খবৰ লমগৈ বুলি ভাবিছে আছিলোঁ। তুমি কেনে আছা, তোমাৰ মনৰ পৰা সেই ভয়টো আতৰিল নে নাই। এবাৰ তোমাৰ কোঠাটোলৈ মই সোমাই গৈছিলোৱেই কিন্তু এজন আলহী দেখা পাই ঘূৰি আহিলোঁ। অথনিৰে পৰা কিহৰ ঘন্টা বাজি আছে জানো, মই একোকে ধৰিবই পৰা নাই। ইফালে বেগেো বাজি আছে। আজি নিশ্চয় কাৰবাৰ বিয়া, যদি বিয়া নহয় তেন্তে খৃষ্টমাছৰ কাৰণে অনুশীলন চলিছে হবলা।'

লুচেতাই থোৰতে কৈ থলে 'হয় তেনেকুৱাই।' ইজনী ছোৱালী তন্ময় হৈ কিবা চিন্তা কৰি তাতে বহি পৰিল। 'ইমান অকলশৰীয়া এইজনী, কৰবাৰ।' তাৰ পিছত ক'লে, 'তুমি জানো ক'ব পাৰা বাহিৰত কি হৈ আছে? মানুহবোৰেনো আগ্ৰহেৰে কিহৰ কথা পাতিছে। তুমি আনৰ দৰে বাহিৰলৈ গৈ কথাবাৰ্তা পাতাগৈচোন, তেতিয়া তোমাৰ প্ৰশ্নৰ উত্তৰ নিজেই পাবা নহয়। পিছে শুনা, তোমাক মই কথা এষাৰ কৈ থওঁ।'

বান্ধৱী গৰাকীয়ে কিনো কয় বুলি এলিজাবেথ-জেনে উৎসাহেৰে বাট চালে। 'মই ভালেমান দিনৰ আগৰেপৰাই আৰম্ভ কৰিব লাগিব,' লুচেতাই ক'লে। ওচৰতে বহি কিবা গুণা-গৰ্থা কৰি থকা গৰাকীক নিজৰ কথাখিনি ভালকৈ যুকিয়াই ক'বলৈ যোৱাতো যে বৰ কঠিন কাম আছিল সেইটো তাই উচ্চাৰণ কৰা প্ৰতিটো শব্দৰ পৰাই স্পষ্টভাবে ওলাই পৰিছিল। 'তোমাৰ সম্ভৱ মনত আছেই, মই যে তোমাক এদিন কৈছিলোঁ যে কথা এটাই মোৰ বিবেকক দংশন কৰি আছিল— তোমাক কোৱা সেই প্ৰথম আৰু দ্বিতীয়জন প্ৰেমিকৰ বিষয়টোৰে।' তাই আগতে বৰ্ণনা কৰা কাহিনীটোৰ দুই এটা শব্দ মুখৰ পৰা থমকি থমকি ওলাই আহিছিল।

'অ হয়, — মোৰ মনত পৰিছে, তোমাৰ সেই বন্ধুজনৰ কথা,' সেই বিষয়টোলৈ নিৰ্লিপ্ত হৈ থকা ভাবেৰে এলিজাবেথে উত্তৰটো দিলে। তাই লুচেতাৰ চকুৰ মণি বলয়ৰ পিনে চাই তাত সন্দেহৰ নাম মাত্ৰ ছাঁটোকে দেখা নেপালে। 'সেই দুজন প্ৰেমিক— এজন নতুন আৰু আনজন পুৰণি তাৰ পিছত তাই কেনেকৈ নতুনজনক বিয়া কৰাবলৈ ইচ্ছা কৰিলে, যদিও তাই ভাবিছিল যে তাই প্ৰথম জনকহে বিয়া কৰোৱা উচিৎ। তথাপিও তাই সৎ পথটো এৰি অন্যায়ৰ পথটোহে

বাছি ল'লে। এইখিনিতে কবি অভিডে লিখা কবিতাৰ শাৰী এটাও মোৰ মনলৈ আহিছে "মই নিজে সদায় ভাল কথাহে অনুমোদন কৰোঁ যদিও কাৰ্য্যতঃ সদায় বেয়া কামবোৰহে কৰি পেলাওঁ।"

'অ নহয়, তাই বাছি লোৱা পথটো একেবাৰে অন্যায়বো বুলিব নোৱাৰি' কথাষাৰ লুচেতাৰ মুখৰ পৰা খৰখৰকৈ ওলাই আহিছিল।

'তুমি তাই, তাই বুলি কৈ আছিলা— কিন্তু মই যদি কও তুমিয়েই বুলি, 'এলিজাবেথ-জেনে মুখখুলি উত্তৰটো দিলে, 'মই ভাবো নিজৰ মান সন্মান আৰু বিবেকৰ খাতিৰত প্ৰথমজনক বিয়া কৰোৱাহে তোমাৰ উচিৎ নেকি?'

এনেদৰে ধৰা পৰি যোৱাত লাজত লুচেতাৰ মুখখন ক্ষন্তেকলৈ বগা চিঙা পৰি আকৌ স্বাভাৱিক হ'ল। তাই অতি উদ্বিগ্নতাৰে ক'লে 'তুমি এনেবোৰ ভাব আৰু মনলৈ কেতিয়াও নানিবা কিন্তু দেই— আনিছানেকি এলিজাবেথ-জেন?'

'তুমি যদি বেয়া পোৱা তেন্তে আৰু কেতিয়াও নুলিয়াও।' 'তেতিয়াহলে মই তোমাক কও যে প্ৰকৃততে সমস্যাটো অতি জটিল। মই তোমাক যিধৰণে কাহিনীটোৰ বৰ্ণনা দিছিলোঁ তাতকৈ বহুগুণে বেয়া। প্ৰথম মানুহজনক মই কিবা দৈব্যক্ৰমেহে লগ পাই গৈছিলোঁ। পিছত আমাৰ মাজত সম্বন্ধ হোৱাটোৱেই ভাল হ'ব বুলি বিবেচনা কৰিছিলোঁ। গোটেই পৃথিৱীখনেও তেনেদৰেই ভাবিবলৈ ধৰিছিল। তেওঁ নিজকে পত্নীহাৰা হ'ল বুলি ভাবি আছিল। বহুত বছৰ ধৰি তেওঁৰ পত্নীৰ কোনো খা-খবৰ পোৱা নাছিল। কিন্তু পিছত মহিলাগৰাকী আহি ওলোৱাত আমাৰ এৰাএৰি হ'ল। কিছুদিন পিছত মানুহগৰাকী ঢুকুৱাত তেখেত আহি মোৰ ওচৰত নিবেদন কৰিলেহি, "এতিয়া আমি আমাৰ কাম সম্পূৰ্ণ কৰিব পাৰো।" কিন্তু এলিজাবেথ, তুমি ভাবি চোৱাচোন যে তেওঁৰ ঘৈণীয়েক আহি ওলোৱাৰ লগে লগেই মই তেওঁক বিয়া কৰাম বুলি আগতে কোৱা কথাটোৰ পৰা মুক্তি পালোনে নাই।'

'কিন্তু পিছত তুমি জানো দুনাই অঙ্গীকাৰ কৰা নাছিলা?' শান্তভাৱে যদিও কথাৰ মাজতে চাবমাৰি তাইৰ নিজৰ মনত খেলোৱা কথাষাৰ সুধি পেলালে। তাইৰ মনলৈ বিশেষকৈ এক নম্বৰ জনৰ কথাই আহি আছিল।

'সেইটো মোক চেপি খুন্দি জোৰ কৰি আদায় কৰা কথাহে।'

'অৱশ্যে হয়, তুমি ঠিকেই কৈছা। কিন্তু তথাপিও এটা কথা থাকি যায় যে এজন পুৰুষৰ লগত দুৰ্ভাগ্যবশতেও যদি কিবা সম্বন্ধ এটা গঢ়ি উঠে তেন্তে সেইজনৰ পত্নীহোৱাই উচিৎ বুলি মই ভাবো যদিহে সম্ভৱ হয়। কাৰ পাপৰ প্ৰায়শ্চিত্ত কৰিবলৈ তেনেকুৱা হ'ল সেইবোৰৰ বিচাৰৰ প্ৰশ্ন আৰু নুঠে।'

উজলি থকা লুচেতাৰ মুখখন ম্লান পৰি গ'ল। 'মানুহজনৰ স্বভাৱটো জনাৰ পিছত সেই মানুহজনক বিয়া কৰাবলৈ সাহ কৰিব পাৰি জানো?' তাইৰ নিজৰ

কাৰ্য্যৰ কৈফিয়ত হিচাবে মন্তব্যটো দিলে, 'সঁচা কথা ক'বলৈ হ'লে মই বিৰাট ভয় খালো। মই তেওঁক দুনাই অঙ্গীকাৰ কৰাৰ পিছতহে কথাবোৰ গম পালো।'

'তেন্তে তোমাৰ কাৰণে এটাহে মাথোন জীৱনৰ পথ মুকলি হৈ থাকিল। তুমি একেবাৰে বিয়া নকৰোৱাকৈ থকাতকৈ আন এটা সৰল পন্থা মই হলে দেখাপোৱা নাই।'

'তুমি আকৌ এবাৰ ভাবি চোৱা, দকৈ বিবেচনা কৰি চোৱা—' বান্ধৱী গৰাকীৰ কথাষাৰ শেষ হ'বলৈ নৌপাওতেই এলিজাবেথ-জেনে ক'লে, 'এতিয়া আৰু মোৰ বুজিবলৈ বাকী নেথাকিল। মই ভালকৈ ধৰিব পাৰিছোঁ সেই মানুহজননো কোন। সেয়া মোৰ দেউতা, তেওঁৰ বাহিৰে আন কোনো নহয়।'

ৰঙা কাপোৰ দেখিলে ষাঁড়গৰুৱে ভয় খাই কিন্তু তাই মিছা কথা বা অহেতুক সন্দেহক তাতোকৈও বেছি ভয় কৰিছিল। সদ আৰু পবিত্ৰ পন্থাৰ প্ৰতি তাইৰ একান্ত নিষ্ঠা আছিল। জীৱনৰ প্ৰথম ছোৱাত মাকৰ সৈতে একেলগে ভোগা যন্ত্ৰণাৰ দিন ধৰি কিবা অকণ ক্ষুদ্ৰ অন্যায় বা ইচ্ছাকৃত ভুল সহিবই নোৱাৰিছিল। সেইবোৰ দেখিলেই তাইৰ গাটো থক থক কৰে কঁপি উঠিছিল। তাইৰ তেনে ধৰণৰ সৎ সাহস বা নিষ্ঠা পৰায়ণতাৰ পৰা উপকৃত হোৱা সকলে কিন্তু ইয়াৰ কোনো ভু-ভাকে নোপোৱাকৈ থাকে। 'তুমি মিষ্টাৰ হেনচাৰ্ডৰ বাহিৰে আন কাৰোবাক বিয়া কৰোঁৱাতো একেবাৰে উচিৎ নহব।' কথাষাৰ কওঁতে আবেগত তাইৰ ওঁঠ দুখন কঁপি উঠিছিল।

'মই তোমাৰ কথাত কোনোমতেই সন্মতি জনাব নোৱাৰো,' লুচেতাই ব্যাকুল ভাৱে কথাষাৰৰ উত্তৰটো দিলে।

'তুমি মানি লোৱা বা নোলোৱা সেইটো তোমাৰ নিজৰ কথা, উচিৎ কথাটো মই নোকোৱাকৈ থাকিব নোৱাৰো।'

নিজৰ সপক্ষে আৰু যুক্তি ডাঙি ধৰিবলৈ একো আধাৰ বিচাৰি নেপাই লুচেতাই সোঁহাতখনেৰে নিজৰ মুখখন ঢাকি ধৰি বাওঁ হাতখনেৰে এলিজাবেথৰ হাতত খামোচ মাৰি ধৰিলে।

'কি হ'ল, তুমি তেওঁক বিয়া কৰালাই নেকি?' লগৰ গৰাকীয়ে লুচেতাৰ আঙুলি কেইটালৈ লক্ষ্য কৰি আনন্দত চিঞৰ মাৰি জপিয়াই উঠিল। 'মোক এইদৰে আমনি কৰি থকাতকৈ তুমিনো কেতিয়া এই শুভ কামটো কৰিলা তাকেনো নোকোৱা কিয়? কৰ্ত্তব্য পালনত তোমাক শলাগিব লগীয়া। তুমি ইমান অনুভৱী ছোৱালী। তেওঁ এবাৰ মোৰ মাক বেয়া ব্যৱহাৰ কৰিছিল। অৱশ্যে সেইবাৰ তেওঁ মদৰ জালতহে তেনে কৰিছিল। মদৰ জালত কেতিয়াবা তেওঁ কঠোৰ ৰূপ ধাৰণ নকৰা নহয়, কিন্তু তোমাৰ ৰূপলাৱণ্য, ধন সম্পত্তি আৰু সূক্ষ্ম কলা কৌশলী অনুভূতিৰে প্ৰভাৱান্বিত কৰি তেওঁৰ মন যে জয় কৰিব পাৰিবা তাত মোৰ সন্দেহ নাই।

তোমাৰ নিচিনা ছোৱালী এজনী পালে তেওঁ সন্মান কৰি চলিব আৰু আমি তিনিও সুখেৰে একেলগে থাকিব পাৰিম।'

'অহ্ মোৰ এলিজাবেথ-জেন!' লুচেত্তাই হুকহুকাই কান্দিবলৈ ধৰিলে। 'বেলেগ কোনোবা এজনকহে মই বিয়া কৰালো। মই আগপিছ গুণিব নোৱাৰা অৱস্থা এটাত পৰি গ'লো। মোক জোৰ কৰি বিয়া কৰাবলৈ বাধ্য কৰাই বুলি— অতীতৰ মোৰ গোপন কথাবোৰ প্ৰকাশ কৰি দিয়ে বুলি আৰু মোৰ প্ৰতি থকা তেওঁৰ প্ৰেম তৃষ্ণাৰ হেঁপাহ পলুৱাবলৈ চেষ্টা কৰিব পাৰে বুলি মোৰ মনত ঘোৰ সন্দেহ ওপজাত মোৰ হিতাহিত জ্ঞান লোপ হৈ গ'ল। মই হঠাতে এজনক বিয়া কৰাই পেলালো। যিকোনো মূল্যৰ বিনিময়ত হ'লেও মই অন্ততঃ এসপ্তাহৰ কাৰণে জীৱনত অকণ আনন্দ উপভোগ কৰিব পাৰিছোঁ।'

'তুমি তেনেহলে,— ফাৰফ্ৰেক বিয়া কৰালা?' নাথানৰ কাহিনীত উল্লেখ থকা ৰজা ডেভিদে ৰাথচেৱাক প্ৰবঞ্চনা কৰি বিয়া কৰোৱাত অৱতাৰী পুৰুষজনে যি ধৰণে তেওঁৰ ক্ৰোধ আৰু হতাশা ব্যক্ত কৰিছিল ঠিক তেনেদৰে তাইও আস্ফালন কৰি উঠিল।

লুচেত্তা ইতিমধ্যে কিছু প্ৰকৃতিস্থ হোৱাত মূৰটো দোঁৱাই তাইৰ পিনে চালে।

'সেই উদ্দেশ্যেই গীৰ্জাত ঘন্টা বাজিআছে', তাই ক'লে। 'মোৰ স্বামী তলৰ মহলাত বহি আছে। আমাৰ কাৰণে ভাল ঘৰ এটা নোপোৱালৈকে তেওঁ ইয়াতে থাকিব। এতিয়াৰ দৰে তুমিও আমাৰ লগতে থকাতো বাঞ্ছা কৰোঁ বুলি মই তেওঁক ইতিমধ্যে কৈছোৱেই।'

'সেই বিষয়ে মই পিছত নিৰলে ভাবি চাম বাৰু।' ছোৱালীজনীয়ে উত্তৰটো দি নিজৰ অন্তৰত সৃষ্টি হোৱা আলোড়নটোক অসাধাৰণ শক্তিৰে হেঁচামাৰি বন্ধ কৰি নিজকে প্ৰকৃতিস্থ কৰিবলৈ সক্ষম হ'ল।

'মই একেবাৰে নিশ্চিত যে তুমি আমাৰ লগতে একেলগে থাকি বৰ সুখত দিনবোৰ কটাব পাৰিবা।'

ডোনাল্ডক লগ পাবৰ কাৰণে লুচেত্তা চিৰিয়েদি তললৈ নামি গ'ল। নিৰ্বিকাৰ ডোনাল্ড অকলশৰে কোঠাটোৰ ভিতৰতে বহি থকা তাই দেখিলেহি যদিও কিঞ্চমান অহেতুক চিন্তাই তাইৰ মনত খেলি মেলি নলগোৱাকৈ থকা নাছিল। বান্ধৱী এলিজাবেথৰ কথা তেওঁৰ মনলৈ সমূলিকে অহা নাছিল। সুদৃঢ় ভেটিৰ ওপৰত গঢ়লোৱা এলিজাবেথ-জেনৰ দৰে এজনী সৎ চৰিত্ৰৰ ছোৱালীৰ কথাবোৰ লৈ চিন্তা কৰাৰ একো থলেই তাই দেখা পোৱা নাছিল। লুচেত্তাৰ ভয় হৈছিল মাথোন হেন্‌চাৰ্ডক লৈহে।

চুচান হেন্‌চাৰ্ডৰ ছোৱালীজনীয়ে সেই মুহূৰ্ত্ততে সিদ্ধান্ত ল'লে যে তাই আৰু

সেই ঘৰটোত নেথাকে। লুচেতাৰ বিবেচনাটো সমীচীন হৈছিল ভুল নাই সেইটো কথা বাদ দিলেও ডোন্যাল্ড ফাৰফ্ৰেই যাক এসময়ত স্বকণ্ঠে তেওঁৰ প্ৰেমিক বা তেনেকুৱাই বুলি স্বীকাৰ কৰিছিল তেনে এজনী ছোৱালী সেই একেটা ঘৰতে নথকাটো খাটাং।

সন্ধ্যা লাগি বৰ বেছি পৰ যোৱা নাছিল। তাই নিজৰ বস্তু বাহানি খিনি ঠিক ঠাক কৰি লোৱা ইতিমধ্যে হ'লেই। কেইমিনিট মানৰ ভিতৰতে তাই থকা ঠাই এডোখৰ ঠিক কৰি সেইদিনা ৰাতিৰ পৰাই ঘৰটো লোৱাৰ সিদ্ধান্ত কৰিলে। তাই উভতি আহি অতি সন্তৰ্পনে নিজৰ কোঠাত সোমাই তাইৰ ভাল দামী কাপোৰযোৰ সুন্দৰকৈ জাপি কুঁচি বেগৰ ভিতৰত সুমুৱাই ললে। এতিয়া সেই পোচাকী কাপোৰযোৰ কেতিযাবাহে পিন্ধিব লগীয়া হব আৰু তাই অতি কম খৰছত চলিবলৈ শিকিব লাগিব। তাই লুচেতালৈ বুলি সৰু চিঠি এখন লিখি থৈ গ'ল কাৰণ তাই যাবৰ সময়ত লুচেতাই ফাৰফ্ৰেৰে সৈতে ড্ৰয়িং ৰুমৰ ভিতৰত দুৱাৰ বন্ধ কৰি সোমাই আছিল। এলিজাবেথ-জেনে মাল কঢিওৱা গাড়ী এখন আনি তাতে তাইৰ বস্তুবোৰ ভালকৈ তোলাই মেলি নিজে খোজকাঢি নতুনকৈ বন্দবস্ত কৰা সৰু ঘৰটোৰ পিনে আগবাঢিল। তাইৰ এই ঘৰটো হেনচাৰ্ডৰ ঘৰৰ সৈতে একেটা আলিতে আৰু তেওঁৰ দুৱাৰ মুখৰ প্ৰায় বিপৰীতেই বুলিব পাৰি।

## একত্ৰিংশতি অধ্যায়

ফাৰমিটি বিক্ৰী কৰা মানুহজনীয়ে হাকিমক অস্বস্তিকৰ অৱস্থাত পেলোৱাৰ খবৰটো মাত্ৰ চব্বিশ ঘন্টাৰ ভিতৰতে কেষ্টাৰব্ৰীজৰ ইমূৰৰ পৰা সিমূৰলৈ বিয়পি পৰিল। হেনচাৰ্ডে বহু বছৰৰ আগতে ভমকত বলিযালি কৰি নিজৰ ঘৈণীয়েকক বিক্ৰী কৰাৰ কথাটো নজনাকৈ থকা এজন মানুহো পাবলৈ নোহোৱা হ'ল। পিছত অশেষ কষ্ট কৰি নিজৰ জীৱনটো শুদ্ধ পথলৈ অনাৰ কথাবোৰ আমোদজনক কাহিনীটোৰে তল পেলাই দিলে। সেই কাহিনীটো যদি মানুহে তেতিয়াই জানিলেহেতেন তেতিয়াহলে হাবিৰ মাজৰ বৰ ওখ বট গছ এজোপাৰ দৰে সেইটোও তেওঁৰ জীৱনৰ একমাত্ৰ ঘটনা বুলি অত দিনে পাতলি উৰি গ'লহেতেন। তাৰোপৰি মানুহজনৰ ডেকা বয়সৰ এই ঘটনাটোৰ লগত তেওঁৰ বৰ্ত্তমানৰ ধীৰস্থিৰ পৈণত স্বভাৱটোৰ কোনো ধৰণৰ মিল নাই। কেতিয়াবা এতিয়াও তেওঁৰ খং এচাটি অৱশ্যে উঠে। ইতিমধ্যে ঘৈণীয়েকো মৰিল, মৃত্যুৰ পিছত অন্ত্যেষ্টিক্ৰিয়াও শেষ হল— কোনেও মন নকৰাকৈ অতকেইটা বছৰো পাৰ হ'ল, কিন্তু ডেকা বয়সৰ এইকণ চেকা এতিয়া লগোৱা জগৰৰ দৰে প্ৰকট হৈ পৰিবলৈ ল'লে। ফটামুখৰবাইক, কোনে কাৰ মুখত সোপা দিবগৈ।

মন কৰিবলৈ গ'লে সেইদিনা কাম্বাৰীত হোৱা ঘটনাটো সামান্য বুলিবহে লাগে। তথাপিও হেনচাৰ্ডৰ জীৱনৰ ভাগ্য পৰিক্ৰমাত ই এটা ডাঙৰ দুৰ্ঘটনা ৰূপে দেখা দিলেহি। ইয়েই এক উপাদান স্বৰূপ হৈ তেওঁৰ মান যশৰ ক্ষতি সাধন কৰিবলৈ ল'লে। সেইদিনা অৰ্থাৎ সেই মুহূৰ্ত্তৰ পৰাই তেওঁ সামাজিক জীৱনত পাই অহা মান মৰ্যাদা হঠাতে নিম্নগামী হবলৈ ল'লে। তেওঁৰ মান সম্মান অভাৱনীয় দ্ৰুতগতিৰে হ্ৰাস পালে। সামাজিক দিশত তেওঁৰ এই স্খলন বিস্ময়জনক বুলিবই লাগিব। আনহাতে ব্যৱসায়ৰ ক্ষেত্ৰতো বিবেচনাহীন ভাবে টকা পইছাৰ অপব্যয় কৰি আৰ্থিকভাবেও জুৰুলা হ'ল। কোবাল গতিয়ে মুহূৰ্ত্তে মুহূৰ্ত্তে তেওঁৰ সামাজিক ও আৰ্থিক এই দুয়োটা দিশতে পতন ঘটাবলৈ ধৰিলে। কোনো পিনেই তেওঁ থাউনি নোপোৱা অৱস্থা এটাত আহি পৰিলহি।

ফুৰিবলৈ ওলাই যোৱাৰ সময়ত আজিকালি তেওঁ সম্মুখৰ ঘৰবোৰৰ পিনে চোৱাত কৈ ফুট পাথৰ পিনে লক্ষ্য কৰি তলমুৰকৈহে যায়। মানুহৰ পিন্ধা কাপোৰতকৈ তেওঁলোকৰ ভৰি কেইটাৰ পিনেহে চকু যাবলৈ ধৰিলে। এসময়ত তেওঁৰ প্ৰখৰ চকুযুৰীৰ পিনে মূৰ ডাঙি চাবলৈ কাৰো সাহেই নাছিল। তেওঁৰ চকুৱে চকুৱে পৰিলেই তেতিয়া যি সকলৰ চকু নিজে নিজেই জাপ খাই গৈছিল আজি কালি কিন্তু তাৰ একেবাৰে বিপৰীত হ'ল। কাৰো চকুলৈকে তেওঁ মূৰতুলি চাব নোৱাৰা হ'ল।

নতুন নতুন ঘটনাই বিপৰ্যয়ৰ উপৰি বিপৰ্যয় ঘটাবলৈ ধৰিলে। কি দুৰ্ভাগ্যৰ কথা যে এই বছৰটোত তেওঁৰ নিজৰ কাৰণে বেয়া হোৱাৰ উপৰিও আন বহুতো ব্যৱসায়ীৰো অৱস্থা বেয়াৰ ফালে গৈছিল। তাৰোপৰি তেওঁৰ পৰম বিশ্বাসী ব্যৱসায়ী কেবাজনো শোচনীয়ভাবে বিপৰ্যস্ত হোৱাত তেওঁ পাবলগীয়া টকাও মৰা পৰিল। তেওঁৰ আৰ্থিক অৱস্থা শোচনীয় হোৱাত ক'তো ঋণ আদিও নোপোৱা হ'ল। এনে এক শোচনীয় পৰিস্থিতিত পৰাত তেওঁ বৃহৎ পৰিমাণৰ ভাল শস্য কিনিব নোৱাৰা এটা অৱস্থাত পৰিল। নমুনাবোৰ ভালদৰে চালি জাৰি চাই বৃহৎ পৰিমাণৰ শস্য কিনিব বেচিব পৰাটোৱেই হ'ল শস্য ব্যৱসায়ৰ মূল কথা। সেইটো কৰিব নোৱাৰাৰ কাৰণে অৱশ্যে এজন মানুহক প্ৰধানকৈ দায়ী কৰিব পাৰি। তেওঁ সেই কামৰ লায়ক বুলি ভবা মহা মূৰ্খ মানুহজনে বিৰাট পৰিমাণৰ নিম্নখাপৰ শস্য কিনি পেলোৱাত সেইবোৰ শস্য এতিয়াও গুদামতে পৰিয়েই আছিল। হেঁচাখাই সেইবোৰো লাহে লাহে মলন্তিবলৈ ধৰিলে। কিছুমান একেবাৰে শুকাইও গ'ল। তেওঁৰ মেনেজাৰ জনে সঁচা কথা কৈ সেই শস্যবোৰ বিক্ৰী কৰিবলৈ চেষ্টা চলোৱা হ'লে সমস্যাটো সিমান জটিল নহলহেতেন, কিন্তু মিথ্যাৰ আশ্ৰয় লৈ যাপে সেইবোৰ বিক্ৰী কৰিবলৈ চেষ্টা কৰাৰ কাৰণে হেনচাৰ্ডৰ সুনাম গৈ একেবাৰে গহ্বৰৰ তলি পালেগৈ।

তেওঁ দেৱলীয়া হোৱা কাৰণবোৰ ভালকৈ ফঁহিয়াই চালে দেখা যায় যে সেইবোৰ অতি সাধাৰণ কথাৰ পৰাই উদ্ভৱ হোৱা। চন্তালিব নোৱাৰা দুৰ্যোগ একোৱেই নাছিল। এইবোৰ চলি থকাৰ মাজতে এদিনাখন এলিজাবেথ জেন কিংছ আৰ্মৰ সম্মুখেদি পাৰহৈ যোৱাৰ সময়ত সেই ঠাইত বহুতো মানুহ গোটখোৱা দেখা পালে। সেইদিনা বজাৰ বাৰো নাছিল কাৰণে অতবোৰ মানুহে কিয় তাত জুম বান্ধিছিল সেইটো তাই ধৰিব নোৱাৰিলে। আন বজাৰ নবহা দিনবোৰতকৈ মানুহবোৰক সেইদিনা অধিক কৰ্মচঞ্চল আৰু হাই-হুই কৰি ইফাল সিফাল কৰি থকাটো তাই মন কৰিলে। তাতনো কি হৈছে সেই বিষয়ে তাই একোকে নজনাত কাৰৰ মানুহজন আচৰিতেই হ'ল। হেনচাৰ্ডক দেৱলীয়া ঘোষণা কৰাৰ বিষয়টো লৈ সেই সময়ত কমিচনাৰ সকলৰ মাজত আলোচনা হৈ আছিল। কথাটো শুনি তাইৰ চকুপানী বৈ আহিল। হেনচাৰ্ড হোটেলটোৰ ভিতৰতে থকা বুলি জানি তাই তালৈ সোমাই গৈ তেওঁক দেখা কৰিবলৈ মন কৰিলে। কিন্তু কোনোবাই ক'লে যে সেই সময়ত তাত অনধিকাৰ প্ৰবেশ কৰাটো উচিৎ নহব।

ঋণ লওঁতা আৰু দিওঁতা সকল বহা কোঠাটো সম্মুখতে আছিল। কিবা কাৰণত হেনচাৰ্ডে খিৰিকীৰে বাহিৰলৈ চাওতে তাত থকা জালিৰ ফাকেদি এলিজাবেথ-জেনক দেখা পালে। তেওঁৰ শুনানী হৈ গ'লত টকা পাবলগীয়াসকল যাবলৈ ওলাল। এলিজাবেথ-জেনক তাত দেখি তেওঁৰ চকু কেইটা তাৰ পৰা আতৰাই ননালৈকে তেওঁ কিবা এক কল্পনাৰ ৰাজ্যত ওপঙি ফুৰা যেন অনুভৱ কৰিলে। চেহেৰাই পাতিয়ে তাত উপস্থিত থকা আন সকলোকে চেৰ পেলোৱা হেনচাৰ্ডে ক্ষন্তেকৰ কাৰণে সকলোৰে মনযোগ আকৰ্ষণ কৰি কিবা কবলৈ ইচ্ছা কৰিলে। সুখ স্বাচ্ছন্দ্যৰ মাজত থকা হেনচাৰ্ডৰ চেহেৰাৰ এতিয়া ভালেখিনি পৰিবৰ্ত্তন হৈছিল। ক'লা চুলি আৰু মোচকোছা আগৰ দৰেই আছিল যদিও চালখনত ছাই বৰণৰ চামনি পৰিবলৈ ধৰিছিল।

'শ্ৰদ্ধেয় ভদ্ৰ মণ্ডলী,' তেওঁ আৰম্ভ কৰিলে, 'যিবোৰ সা-সম্পত্তিৰ হিচাব মই আপোনাসবক দিলো তাৰ উপৰিও মোৰ খাটা পত্ৰ মতে আৰু সামান্য হিচাব দিবলৈ বাকী আছে। সেইখিনিও আপোনালোকৰে। আইন অনুসৰি মই ৰাখিব নোৱাৰো। কথাষাৰ কৈয়েই তেওঁ সোণৰ ঘড়ীটো জেপৰ পৰা উলিয়াই টেবুলৰ ওপৰত থলে। তাৰ পিছত হালধীয়া কাপোৰৰ মনি বেগটোও উলিয়ালে। তেনেকুৱা টকাৰ মোনা সকলো খেতিয়কেই লগত লৈ ফুৰে। সেইটোও খুলি জাৰি জোকাৰি তাত থকা পইছাখিনিও টেবুলখনৰ ওপৰত থকা ঘড়ীটোৰ কাষতে ঢালি দিলে। ক্ষন্তেক বৈ সেইবোৰৰ মাজৰ পৰা সুচেতাই দিয়া মুৰৰ চুলিত মৰা পিনটো তেওঁ বুটলি ল'লে। 'এতিয়া আৰু মোৰ এই পৃথিৱীত থকা সকলোখিনিয়েই আপোনালোকক

দিলোঁ।' তেওঁ আৰু ক'লে, 'মই আশা কৰিছিলোঁ যে আপোনালোকক দিব পৰাকৈ আৰু কিছু ওলাব।'

ঋণ দাতা সকলৰ প্ৰত্যেকজনেই ঘড়ীটো আৰু পইছাখিনিৰ পিনে এবাৰ চকুফুৰাই চাই আলিবাটৰ পিনে ধীৰে ধীৰে ওলাই যাবলৈ ধৰিলে। পিছে য়েডেৰবাৰীৰ খেতিয়ক জেমচ্ ইভিৰদেনে আন্তৰিকতাৰে সৈতে ক'লে, 'নাই, নাই হেনচাৰ্ড, সেইবোৰ আমাক নেলাগে, আপুনিয়েই ৰাখি থওক। বাকীবোৰে বা কি কয়— আপোনালোক সকলো ৰাজীনে?' আনএজন ধন ধাৰে দিয়া মহাজন গ্ৰোৱাৰে ক'লে 'সেইবোৰ আমাৰ দৰকাৰ নাই।' শকত আৱত গহীন গম্ভীৰ ৱল্ডউডে পিছ পিনৰ পৰা মাত লগলে 'সেইখিনি তেখেতেই ৰাখি থওক।'

'শুনক', জ্যেষ্ঠ কমিচনাৰজনে হেনচাৰ্ডক উদ্দেশ্য কৰি ক'লে, 'ঘটনাটো অত্যন্ত দুখলগা আৰু নৈৰাশ্যব্যঞ্জক যদিও নকৈ নোৱাৰি যে এজন ঋণগ্ৰস্ত মানুহে নৈতিকতাৰ এনে উচ্চ মানদণ্ডৰ পৰিচয় দিয়া মই আগতে দেখা নাই। হিচাপ পত্ৰৰ খতিয়ানবোৰ চালিজাৰি চাইও মই দেখা পালো যে সেইবোৰো অতি নিষ্ঠা সহকাৰে প্ৰস্তুত কৰা। সেইবোৰে আমাৰ কামত অলপো জটিলতাৰ সৃষ্টি কৰা নাই। হিচাপত কোনো ধৰণৰ ফাঁকি বা লুক-ঢাক নাই। বৰঞ্চ আগপিছ নুগুণি ব্যৱসায়ৰ লেন দেনত সোমোৱাৰ কাৰণেই এনে মৰ্মস্পৰ্শী দৃশ্যৰ অৱতাৰণা হ'ল। মই যি দেখিলো তাৰ পৰা নদি ক'ব পাৰো যে কিবা কু-চক্ৰান্ত কৰি বা বাগিমাৰি তেওঁ কাকো অন্যায় কৰিবলৈ চেষ্টা কৰা নাই।'

কমিচনাৰৰ কথাবোৰ শুনি হেনচাৰ্ডৰ বুকু হুম হুমাই গ'ল। বেদনাত তেওঁ মৰ্মাহত হ'ল যদিও বাহিৰে প্ৰকাশ নকৰি তেওঁ খিৰিকীখনৰ পিনে আঁতৰি গ'ল। কমিচনাৰৰ কথাত সকলোৱে হযভৰ দি সমৰ্থন কৰিলে। এই বিশেষ সভাখন ভঙ্গ হোৱাত মানুহবোৰ দিহা দিহি গুচি গ'লগৈ। সকলোবোৰ মানুহ গুচি যোৱাৰ পিছত তেওঁলৈ বুলি এৰি থৈ যোৱা ঘড়ীটোক অনাদৰ নকৰি তেওঁৰ হাতলৈ তুলি ল'লে।

'ন্যায় সঙ্গত ভাৱেই এতিয়া এইটো মোৰ।' তেওঁ নিজকে নিজেই ক'লে। 'তেওঁলোকে, মৰিবলৈনো এইটো মোৰ কাৰণে কিয় এৰি থৈ গ'ল— যিটো বস্তু মোৰ নিজৰ নহয় সেইটো মই লৈও ভাল নেপাও।' কিবা এটা কথা হঠাতে তেওঁৰ মনত পৰি গ'ল। ওচৰৰে ঘড়ীৰ দোকান এখনতে সেইটো বিক্ৰী কৰিলে। তাৰ পিছত ডানভাৰৰ ওচৰৰ সৰু ঘৰ এটাত থকা মানুহ এজনৰ পৰা লোৱা ধাৰ পৰিশোধ কৰি একেবাৰে ঋণ মুক্ত হ'ল।

হেনচাৰ্ডৰ সকলোবোৰ সা-সম্পত্তিৰ নথি পত্ৰ, হিচাপ নিকাছ হৈ নিলাম আৰম্ভহোৱাৰ লগে লগেই চহৰখনৰ মানুহবোৰৰ তেওঁৰ প্ৰতি সহানুভূতি জাগিবলৈ ধৰিলে। তাৰ আগলৈকে তেওঁৰ প্ৰতি কোনো ধৰণৰ অনুকম্পা জগাৰ কথা বাদেই

তেওঁক মানুহে নিন্দা কৰিবলৈহে লৈছিল। তেওঁৰ ওচৰ চুবুৰীয়া সকলে হেনচাৰ্ডৰ পূৰ্ণ চৰিত্ৰটো ফটফটীয়াকৈ দেখা পোৱাৰ পিছতহে তেওঁক প্ৰশংসা কৰিবলৈ আৰম্ভ কৰিলে। এবেলা নথকা ভাল দৰিদ্ৰ এজনে নিজৰ শক্তি আৰু প্ৰতিভাক দক্ষতাৰে পৰিচালনা কৰি কেনেকৈ অগাধ সম্পত্তি সহ নিজকে সমাজত প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল সেই কথা তেওঁলোকৰ বুজিবলৈ বাকী নেথাকিল। তেওঁ ইয়ালৈ অহাৰ সময়ত দিন হাজিৰা কৰা বনুৱা এজনহে আছিল— হাতত আছিল মাথোন এখন কাচি, বিচনা এডাল আৰু বাস্কেটটোহে। তেওঁলোকে সেইবোৰ জানি তবধ মানিলে। তেনে এজন কৰ্মী মানুহৰ হঠাতে হোৱা পতন দেখি বেজাৰ নোপোৱাকৈও নেথাকিল।

এলিজাবেথ-জেনে বহুত চেষ্টা কৰিও তেওঁক সাক্ষাৎ কৰিবলৈ সক্ষম নহ'ল। উপায় নেপাই এদিন তেওঁক বিচাৰি তেওঁ থকা সেই বিখ্যাত ঘৰটোলৈকে গ'ল— সেই প্ৰাসাদোপম প্ৰকাণ্ড ঘৰটোলৈ — যত তাই সুখ স্বাচ্ছন্দ্যৰে কিছুদিন বাস কৰিছিল। ঠায়ে ঠায়ে কাঁচ লগোৱা মুগাচহীয়া ইটাৰ আগফালটোৰে সৈতে অপূৰ্ব সুন্দৰ ঘৰটোলৈ গ'ল যদিও হেনচাৰ্ডক কিন্তু তাতো বিচাৰি নেপালে। তেওঁৰ সুখ সম্ভোগৰ ঘৰবাৰী এৰি আশ্ৰয়ৰ কাৰণে হেনচাৰ্ড প্ৰায়ৰী মিলত থকা য্যপৰ জুপুৰী ঘৰটোত ওলালেগৈ। চহৰৰ সেই মৰামুৰা দাতি কাষৰীয়া ঠাই ডোখৰ শোকত উচুপি থকা যেন লাগে। এলিজাবেথ-জেনক নিজৰ ছোৱালী নহয় বুলি জনাৰ দিনা এই মৰিশালি হেন ঠাইডোখৰলৈকে আহি তেওঁ উদ্দেশ্যহীন ভাবে অনাই বনাই ফুৰিছিলহি। তেওঁক বিচাৰি এদিন তাই সেই ঠাইখিনিত ওলালহি।

আশ্ৰয়ৰ কাৰণে তেওঁ সেই ঠাইডোখৰ বাছি লোৱাত এলিজাবেথে-জেনে মনতে বেজাৰ পালে যদিও এটা কথা বুজি পালে যে গত্যন্তৰ নহলে মানুহৰ ভাল বেযাৰ বিচাৰো নোহোৱা হৈ যায়। কোনোবা কালতে ৰোৱা বৰ বৰ বুঢ়া গছবোৰ এতিয়াও তাত আছিল। পিছফালখন ঢাকি ৰখা মিলটোৱে শতাব্দী ধৰি প্ৰচণ্ড গৰ্জনেৰে সেই ঠাই ডোখৰ জিনি আছিল। জুপুৰীটো সজা গৈছিল পুৰণি দিনৰ জহি খহি যোৱা ঘৰৰ ভগ্নাৱশেষৰ পৰা বুটলি অনা শিলেৰে। খিৰিকীবোৰ জোৰা ফোন্দা মাৰি কোনোমতে লগাই থোৱা। বেৰবোৰ থহটা অসমান শিলেৰে গথাঁ।

সেই ঘৰটোৰ দুটামান কোঠাহে তেওঁ লৈছিল। য্যপক হেলচাৰ্ডে এসময়ত কামত মকৰল কৰিছিল যদিও কেতিয়াবা গালি শপনিও পাৰি পিছত ফুচুলাই শান্ত কৰিব লগীয়া হৈছিল। দুই এবাৰ কামৰ পৰা খেদিও দিছিল। কিন্তু ইয়ালৈ আহিও এলিজাবেথ-জেনে দেউতাকক দেখা কৰিব নোৱাৰিলেহি।

'নিজৰ জীয়েককো দেখা নকৰেনে?' এলিজাবেথ-জেনে কাকুতি মিনতি কৰি ক'লে। 'নাই, বৰ্ত্তমান কোনেও দেখা কৰিব নোৱাৰে? সেইটো তেওঁৰ আদেশ।' তাইক সেইবুলি কোৱা হ'ল।

তাই উভতি আহোঁতে তেখেতৰ আগৰ শস্যৰ ভৰাঁল আৰু ঘাঁহ খেৰবোৰ দ'মাই থোৱা ব্যৱসায়ৰ কেন্দ্ৰস্থল খনো পাৰ হৈ আহিল। তাই জানিছিল যে তেওঁ আৰু সেই ঠাইত ৰাজত্ব কৰি থকা নাই। কিন্তু কি আচৰিত কথা যে দুৱাৰ মুখখন পোৱাত সেই ঠাইখিনি আগৰ দৰে তাইৰ নিজৰ যেনেই লাগিল। ছাই বৰণীয়া হেনচাৰ্ডৰ নামফলিখনৰ ওপৰত কিহবাৰ প্ৰলেপ দি থোৱা আছিল। কুঁৱলীৰে ঢাকি ৰখা অৱস্থাতো সমুদ্ৰৰ জাহাজ এখন ৰিণিৰিণি দেখা পোৱাৰ দৰেই তাইও আগৰ পুৰণি আখৰ কেইটা মনিব পাৰিছিল। ইয়াৰ ওপৰত বগা আখৰেৰে ফাৰফ্ৰেৰ নামটো লিখা আছিল।

ইফালে দেখিলে এবেল হুইটেলৰ পাৰ্থিৱ শৰীৰৰ জকাটো শামুকীয়া গতিৰে সৰু জপনাখন পাৰ হৈ ভিতৰ সোমাইছিলগৈ। এনেতে তাই হুইটেলক সুধিলে, 'এই ঘৰটোৰ নতুন মালিক এতিয়া ফাৰফ্ৰে হলনেকি?'

'আহ মিচ্ হেনচেট,' ভালকৈ উচ্চাৰণ কৰিব নোৱাৰা হুইটেলে ক'লে 'ইয়াত কাম কৰা সকলোবোৰ মানুহৰ সৈতেই মিষ্টাৰ ফাৰফ্ৰেই ব্যৱসায়টো কিনি ল'লে। আগতকৈ আমাৰ এতিয়া ভালহে হ'ল। আইনগত ভাবে তুমি তেখেতৰ জীয়েক যেতিয়া মই এইদৰে তোমাক কোৱাটো উচিৎ নহ'বও পাৰে। আমি আগতকৈ এতিয়া বেছি কাম কৰোঁ কিন্তু আগৰদৰে ত্ৰাসত থাকিব নেলাগে। সেই ভয়েইতো মোৰ চুলি সৰাই নাইকিয়া কৰিলে। সেই দাবি ধমকি আৰু নাই, দুৱাৰত ঢকিউৱাৰ কথা নাই। তাৰোপৰি আমাৰ অবিনাশী আত্মাৰ ওপৰতো অনাধিকাৰ হস্তক্ষেপ নাই।'

'মই আজি কালি নিজকে চহকী মানুহ বুলিহে ভাবো, কিয়নো এই পৃথিৱী খনত থকাৰ কালত পইছা দুটামান বেছিকৈ পালো বুলিয়েই অনবৰতে যদি দুঃচিন্তাত থাকিবলগীয়া হয়, তেন্তে, সেইটোনো কিহৰ জীৱন হয়নে নহয় বাৰু মিছ হেনচেট্।

বাস্তৱিকতে ক'বলৈ গ'লে হুইটেলৰ উপলব্ধিটো শুদ্ধ বুলিয়েই ক'ব লাগিব। সংসাৰ খন জানো নচলাকৈ থাকিল? হেনচাৰ্ডক দেৱলীয়া ঘোষণা কৰা মোকৰ্দমাটো চলি থকাৰ মধ্যবৰ্ত্তী সময় ছোৱাত তেওঁৰ বেপাৰ বাণিজ্য, শস্যৰ গুদাম ইত্যাদি অচল হৈ পৰি আছিল, কিন্তু নতুন গিৰীহঁত অহাত পুনৰ সেই ঠাইখন কৰ্মচঞ্চল হৈ উঠিল। তাৰ পিছৰে পৰা শস্যৰ বস্তাবোৰ চকৰিত জৰি লগাই হাকোটাৰ মূৰত ওলোমাই কিছুমান ভঁৰালৰ ওপৰলৈ আৰু কিছুমান তললৈ নমাই থকা কাৰ্য্য আগতকৈ খৰতকীয়া গতিৰেহে চলিবলৈ ধৰিলে। বেয়া শস্যবোৰ বাহিৰ কৰি ভালবোৰ চালিজাৰি ভিতৰত সুমুওৱা হ'ল। খেৰবোৰৰ নুৰাবোৰ আকৌ খুলি বদত দি উখনিৰে উখাই পুনৰ ভঁৰালত গত লগাই থোৱা হ'ল। জোখ মাখৰ কাৰণে দগা পাল্লা আৰু ষ্টীলৰ ফিটা ব্যৱহাৰ কৰিবলৈ লোৱা হ'ল। আগতে তেনেবোৰ হিচাপ আনুমানিক ভিত্তিতহে হৈছিল।

# দ্বি-ত্রিংশতি অধ্যায়

কেম্ব্ৰীজ চহৰখনৰ নিম্নভাগত দুখন পুৰণি দলং আছিল। তাৰে এখন সময় আৰু বতৰে মলিয়ন কৰি চেকা লগোৱা। চহৰৰ হাই ষ্ট্ৰীট নামৰ আলিটো গৈ য'ত অন্ত হৈছে তাৰ পৰা অলপ দূৰ গ'লেই সেই দলংখন পাইগৈ। তাৰ পৰা আলিটো ফাটি ডাৰ্ণভাৰৰ নিম্নাঞ্চলেদি ঘূৰি আহিছিল। দলংখনৰ এমূৰে থকা সকল হ'ল চহৰখনৰ অবস্থাপন্ন সম্ভ্ৰান্ত পৰিয়ালৰ লোক আৰু আনটো মূৰে বাস কৰিছিল আৰ্থিক সমস্যাৰে জৰ্জৰিত দুখীয়া নিছলা লোকসকল। আনখন পকা দলঙলৈ যাই আলিটোৰে বহুদূৰ যাব লাগে। সঠিকভাবে ক'বলৈ হলে সেইখন দলঙো চহৰখনৰ সীমাৰ ভিতৰতে থকা অনাবৃত ভূমিখণ্ডৰ মাজতে বুলিব লাগে।

দলং কেইখনে নিজৰ কথা স্পষ্টভাবেই প্ৰকাশ কৰিব পাৰিছিল। কালৰ কৰাল গ্ৰাস আৰু অবিৰতহীনভাৱে পৰি অহা ভৰিৰ খোজ আৰু গেৰোৱাৰ খচকে সেই দলং কেইখনৰ যথেষ্ট ক্ষতি সাধন কৰি ওখোৰা মোখৰা কৰি তুলিছিল। কাষৰ পকা বেৰ দুখনৰ অৱস্থাও একেই হৈছিল গৈ কাৰণ ইয়াত সংঘটিত ঘটনাবোৰৰ বিষয়ে তেওঁলোকেও গভীৰ ভাবে চিন্তা নকৰাকৈ থকা নাছিল। কিছুমান নৰম ইটা আৰু শিলৰ অংশ এইবোৰ কাৰণতে জহি খহি যোৱাত ভিতৰ খন ফোপোলা হৈ গৈছিল। পকাৰ পৰা ওলাই থকা অংশৰ লোহাবোৰ কটকটীয়াকৈ সংলগ্ন কৰি থোৱা। এনেদৰে থোৱাৰ প্ৰধান কাৰণ হ'ল যে কিছুমান আগপিছ নুগুণা দায়িত্বজ্ঞানহীন মানুহে ওলাই থকা লোহাবোৰ অনাৱশ্যক বুলি ভাবি ভাঙি ছিঙি নদীত পেলাই দি হাকিম হুকুমৰ আদেশক প্ৰত্যাহ্বান জনাই ৰং চাই ভাল পায়।

চহৰখনৰ হা-হুমুনিয়াহৰ কেন্দ্ৰস্থল এই নদী দুখনেই— বিশেষকৈ যিসকল লোকে ব্যৱসায়, প্ৰণয়, অস্থিৰতা বা অপৰাধ সংক্ৰান্ত চিন্তাত ভুগিছিল। সেই অসুখী লোক সকলে আঁৰ-বেৰৰ ভিতৰত বা নিজৰ ঘৰৰ জপনাৰ কাষত ধ্যান মগ্ন নহৈ এই দলং কিখনলৈনো কিয় আহে সেইটো বুজা অত্যন্ত কঠিন।

তেনে ধৰণৰ কাৰ্যৰ বাবে ওচৰৰ পকী আৰু দূৰৈত থকা দলংখনলৈ যোৱা সকলৰ মাজত গুণগত পাৰ্থক্য দেখা যায়। সাধাৰণ মানুহবোৰে ওচৰৰ দলংখনকে বাছি লয়। আনে দেখালৈ তেওঁলোকৰ ভ্ৰূক্ষেপ নাথাকে। বিফল জীৱন, হতাশা আৰু দুৰ্বল মানসিকতাত ভুগি বিধ্বস্ত হ'লেও তাৰ কাৰণে লজ্জাবোধ কৰিব লাগে বুলি তেওঁলোকে নাজানে। হাতদুখন তেওলোকে জেপৰ ভিতৰত ভৰাই থয়। কঁকালত বা আঁঠুত চামৰাৰ কিবা পেটী এডাল মাৰি লয়। তেওঁলোকে পিন্ধা জোতাবোৰত ফিটা মাৰিবৰ কাৰণে অসংখ্য ফুটা থকা স্বত্বেও কাকোৱেই ফিটা মাৰি

পোৱা দেখা নাযায। নিজৰ দুৰ্দিনৰ কাৰণে হ্যা-ছমুনিয়াহ কাঢ়ি থকাও দেখা নেযায়। তাৰ পৰিবৰ্ত্তে মুখৰ পৰা লেলাউটি বৈ থকা হে দেখা যায়। কলিজাত লোহাৰ শেল এডাল সোমাই খোচা বিন্ধা কৰি আছে বুলি নকৈ তেওঁলোকে নিজৰ কপালকে জগৰীয়া কৰে। য্যপৰ বেয়া দিনত ইয়াৰ কাষতে প্ৰায়ে আহি থিয় দিছিলহি। ঠিক তেনেকৈয়েই মাদাৰ কক্সচম্, খৃষ্টফাৰ কোণিৰ উপৰিও বেছেৰা এবেল হুইটেলো আহিছিল। আন হতভগীয়া সকল দূৰৈৰ দলং খনলৈহে গৈছিল। তেওঁলোক নম্ৰ প্ৰকৃতিৰ। সেইসকলৰ ভিতৰত আছিল ঘোষিত দেৱলীয়া আৰু মানসিক অৱসাদ হৈ জলকা লগা কিছুমান মানুহ যি পৰিস্থিতি বা ভাগ্যক দোষাৰোপ কৰিছিল। আৰু দুই এক জৰাজীৰ্ণ কাপোৰ পিন্ধা শান্ত প্ৰকৃতিৰ লোকো আহিছিল। সেই সকলে ৰাতিপুৱা ব্ৰেকফাষ্ট কৰাৰ পিছৰ পৰা দুপৰীয়া আহাৰ কৰালৈকে সময়খিনি কেনেকৈ নিয়াব পাৰি তাৰ অন্য উপায় বিচাৰি নাপায়। তেওঁলোকৰ কাৰণে তাতোকৈ বেছি আমনি লগা সময়খিনি আছিল দিনৰ আহাৰ কৰাৰ পৰা ৰাতিৰ আহাৰলৈকে ৰব লগীয়া সময়খিনি। সেইখিনি সময় কটাবৰ কাৰণেও তেওঁলোক তালৈকে আহিছিল। তেওঁলোকৰ চকুৰ দৃষ্টি দলঙৰ দুয়ো কাষে থকা বেৰ কিখন চেৰাই পোনে পোনে গৈ তলেদি বৈ থকা নদীখনৰ পানীতহে পৰিছিলগৈ। স্থিৰ হৈ সতৃষ্ণ নয়নে সেইপিনে চাই থকাজনক দেখিলেই প্ৰায় নিশ্চিত হব পৰা গৈছিল যে সেইজন মানুহক পৃথিবীখনে কিবা কাৰণত মৰমৰ চকুৰে নাচালে। চহৰৰ ওচৰৰ দলঙত থিয় দি থকা সকলে অৱশ্যে ইমানকৈ নাভাবিছিল যে তেওঁলোকক তাত কোনোবাই দেখা পোৱাটো ঠিক নহয়। সেই গতিকেই তেওঁলোকে দলঙৰ কাষৰ বেৰ কিখনৰ ওপৰত পিঠিটোৰে ভেজা দি সেই পিনে কোন গৈছে নগৈছে সেইবোৰ লক্ষ্য কৰি থাকিব পাৰিছিল। কিন্তু সিখন দলঙত থিয় দি থকা সকলে আলিটোৰ পিনে সমূলি মুখকে নেদেখুৱাইছিল। কাৰোবাৰ ভৰিৰ খোজ শুনিলেও ঘূৰি নেচায়। সেই অত্যন্ত স্পৰ্শকাতৰ লোক সকলে নিজৰ চিন্তাতে বিভোৰ হৈ থাকিছিল। কোনোবা সেইপিনে আহিছে বুলি উমান পালেই তথা লাগি নদীৰ সোঁতৰ পিনেই চাবলৈ লৈছিল যেন তলৰ পানীত কিবা অদ্ভুত ধৰণৰ মাছহে ওলাইছিলহি, যদিও ডবিকণা মাছৰ পোৱালী এটাও লোকে কাহানিবাই চুচিবাছি নি অন্ত কৰি থৈছিল।

এনেকৈয়েই তেওঁলোক ইয়ালৈ আহি তন্ময় হৈ কিবা চিন্তা কৰি থাকিছিলহি। তেওঁলোকৰ মনত দুখ বেজাৰ দি যদি কোনোবাই উৎপীড়ন কৰি আছিল তেন্তে তেওঁলোক ৰজা হৈ সেই সকলক শাস্তি বিহাৰ সপোন দেখিছিল; আৰু দৰিদ্ৰতাই যদি তেওঁলোকৰ দুখৰ কাৰণ হৈছিল তেন্তে তেওঁলোক কোটি-পতি হোৱাৰ মানস কৰিছিল। কোনোবাই যদি কিবা পাপ কৰি আহি তাত থিয় দিছিলহি তেন্তে তেওঁ

ঋষিমুনি বা দেৱতা হোৱাৰ কথা চিন্তা কৰিছিল। প্ৰেমাভিনয়ত ব্যৰ্থ হৈ ভগ্নমনোৰথে তালৈ আহি থিয় দিয়াহি সকলে নিজকে গ্ৰীচীয় উপকথাত থকা বহু যুৱতীৰ আকাঙ্খিত ৰূপহ নায়ক এডনীচ বুলি ভাবি লৈছিল। কিছুমানে ইমানেই স্থিৰভাৱে সেইপিনৰ পানীডোঙালৈ চাই যে কোন মুহূৰ্ত্ততনো নিজৰ দেহাটোও তাত গুপত্তিলগৈ তাৰ গমকে নাপায়। কষ্ট দি থকা সমস্যাবোৰৰ এনেকৈয়েই অন্ত পৰিছিল। উবা মাৰি তেওলোকে ঢুকি নোপোৱা অনন্ত ধামলৈ গতি কৰিছিল। কেতিয়াবা তেওঁলোকৰ মৃত দেহটো তাতে ৰৈ নেথাকি ব্ৰেকৱাটাৰ নামৰ দ ডোঙাটো বা তাতোকৈ অধিক দূৰলৈকেও উটি গৈছিল।

আনবোৰ দুৰ্ভগীযাৰ দৰে হেনচাৰ্ডো সেইখন দলঙলৈকে আহে। চহৰৰ কাষেদি যোৱা নিজান মনমৰা আলিটোৰেই তেওঁ ইয়ালৈ আহিছিল। এদিন আবেলি ভাৰ্নভাৰৰ গীৰ্জাত পাচ বজাৰ সঙ্কেত দিয়াৰ সময়তে তেওঁ আহি সেই ঠাইত উপস্থিত হ'লহি। সেমেকা বতাহজাকে গীৰ্জাৰ ঘণ্টাৰ শব্দ সমতল ভূমি পাৰ কৰি নি তেওঁৰ কাণতো পেলালেগৈ। ঠিক তেনেতে এজন মানুহ আহি তেওঁক সম্বোধন কৰি মাত দিলেহি। হেনচাৰ্ডে সামান্য ঘূৰি চাওতেই তেওঁৰ আগৰ মুখ্য কৰ্মচাৰী য্যপক দেখা পালে। তেওঁ তেতিয়া আন ঠাইত কাম কৰিছিল। হেনচাৰ্ডে তেওঁক অত্যন্তই বেয়া পায়। তথাপিও শেহান্তৰত তেওঁ আহি সেই য্যপৰ লগত একেটা ঘৰতে বাস কৰিব লগীযাই হ'ল। য্যপৰ লগত থকাৰ একমাত্ৰ কাৰণ হ'ল যে কেষ্টাৰব্ৰীজ চহৰখনৰ ভিতৰত য্যপেই একমাত্ৰ লোক যাৰ বক্ৰ দৃষ্টি ভঙ্গী বা মন্তব্যবোৰ শুনিও তেওঁ সেইবোৰ ঘৃণা সহকাৰে আওকাণ কৰিব পাৰে। আনে ধৰিব পৰাকৈ নহ'লেও তেওঁ সামান্য মূৰটো দুপিওৱাত য্যপ ৰ'ল।

য্যপে ক'লে, 'সি আৰু তাই আজি নতুন ঘৰটোলৈ গ'ল।'

'ও, কোনটো ঘৰ,'

'আপোনাৰ সেই আগৰ ঘৰটোলৈ।'

'মোৰ ঘৰটোলৈ গ'ল। চহৰখনত অভবোৰ ঘৰ থাকোতে মোৰ ঘৰটোলৈহে গ'ল সিহঁত।'

'ঠিক আছে,' তেওঁ ভাবি চাই দেখিলে যে ই তেওঁক একো হানি নকৰে। ফাৰফ্ৰেই তেওঁৰ শস্য ৰখা চোতাল আৰু গুদামবোৰ ল'লেই যেতিয়া, তাৰ লগতে লাগি থকা ঘৰটোও ল'লে— ওচৰ হ'লে সুবিধাও হয়। তথাপিও তেওঁৰ ঘৰতে এসময়ত ভাৰাতীয়া হৈ থকা মানুহজন এতিয়া তেওঁৰ ঘৰটোৰ সেই প্ৰকাণ্ড প্ৰকাণ্ড কোঠাবোৰত থাকিবহি। কথাটোৱে তেওঁক অগ্নিদগ্ধ কৰা যেন পালে।

য্যপে আৰু ক'লে 'আপুনি সম্ভব নেজানে যে আপোনাৰ বহুমূলীয়া ফাৰ্ণিচাৰবোৰ নিলামত কিনি লোৱাজনো ফাৰফ্ৰেহে,— আন কোনো নহয়। সেইবোৰ

ঘৰটোৰ পৰা বাহিৰ কৰিব লগীয়াই নহ'ল। সেই সমস্ত বস্তু তেওঁ নীলামত লৈ ল'লে।'

'মোৰ ফাৰ্ণিচাৰবোৰো ল'লে যেতিয়া মোৰ শৰীৰটো আৰু আত্মাটোও কিনিছে শান্তি পাব।'

'সেইটোও নকৰিব বুলি জানো কোনোবাই কৈছে। সেই কণ সম্পত্তি অৱশ্যে আপুনি বিক্ৰী কৰা নকৰাৰ ওপৰতহে নিৰ্ভৰ কৰিছে। এসময়ত তেওঁৰ নিয়োগ কৰ্ত্তা গৰাকীক সেইযাৰ কথাই কটা ঘাঁত চেঙা তেলৰ দৰে ভৌভৌকে পুৰিব বুলি জানিও কথাযাৰ কৈ য্যপ আঁতৰি গ'ল। হেনচাৰ্ডে চকুস্থিৰ কৰি বৈ থকা নদীখনৰ সোঁতলৈ চাই থাকোতে থাকোতে এনে ভাব হৈছিলগৈ যেন তেওঁ নিজেও দলংখনৰ সৈতে পিছলৈহে গতি কৰি আছিল। সন্ধ্যা হৈ অহাৰ লগে লগে পাহাৰৰ নিম্নাঞ্চলটো আগতকৈ অধিক আন্ধাৰ হৈ আহিল। আকাশ খনো ঘন ধূসৰ বৰণলৈ সলনি হ'ল। লাহে লাহে দৃশ্যাবলীবোৰ ক'লা চিয়াহীৰে বোলোৱা চিত্ৰৰ দৰে হৈ পৰিল। সেই সময়তে আৰু এজন ভ্ৰমণকাৰী সেই প্ৰসিদ্ধ শিলৰ দলংখনৰ ওচৰতে ওলালেহি। সৰু দুচকীয়া ঘোঁৰা বাগী এখনত তেওঁ চহৰমুৱা হৈ আহি আছিল। দলংখনৰ মাজ অংশৰ ধেনুভিৰীয়া খিনিতে বাগীখন আহি ৰ'লহি। 'মিষ্টাৰ হেনচাৰ্ড হয়নে বাৰু?' মাতযাৰ ফাৰফ্ৰেৰ মাতৰ দৰে হোৱাত হেনচাৰ্ডে মুখখন ঘুৰাই সেইপিনে চালে। সিজনে তেওঁক ফাৰফ্ৰে বুলি ধৰিব পাৰিছে বুলি নিশ্চিত হোৱাৰ পিছত তেওঁ গাড়ীৰ পৰা নামি চালকজনক গাড়ীখন লৈ যাবলৈ নিৰ্দেশ দি নিজে পুৰণি বন্ধুজনৰ ওচৰ চাপি গ'ল।

'মই শুনিবলৈ পাইছোঁ আপুনি বোলে বিদেশলৈ যাবগৈ, মিঃ হেনচাৰ্ড।' তেওঁ সুধিলে।

'সচানে বাৰু? বিশেষ কাৰণ থকাতহে সুধিলো।'

উত্তৰটো হেনচাৰ্ডে ভালেমান পৰ নিদিয়াকৈ থাকি ক'লে, 'হয়, তুমি ঠিকেই শুনিছা। কেইবছৰমান আগতে তুমি যলৈ যাবলৈ ওলাইছিলা ময়ো এতিয়া তালৈকে যাম বুলি ভাবিছোঁ। মই বাধা দিয়াৰ কাৰণে অৱশ্যে তুমি তেতিয়া যাব নোৱাৰিলা আৰু ইয়াতেই থাকি গ'লা। পিছত ঘটনাৰ পাক চক্ৰত কি হ'ল দেখিলাই নহয়। তুমি বেয়া নোপোৱা যদি মই মনত পেলাই দিওঁ। এদিন আমি দুয়ো শকৰোকত এইদৰে থিয়দি তোমাক ইয়াতে থাকি যাবলৈ সৈমান হ'বৰ কাৰণে বুজুৱা নাছিলো জানো? তোমাৰতো তেতিয়া একো সা-সম্পত্তিয়েই নাছিল আৰু কৰ্ণক্লাচৰ ঘৰটোৰ মালিক ময়েই আছিলো। কিন্তু আজি মোৰ লাখুটি এডালো নাই। পিন্ধিবলৈ ফটাচিটা কাপোৰৰ বাদে একোৱেই নাই। তাৰোপৰি মোৰ সেই ঘৰটোৰ মালিকো তুমিয়েই হ'লাগৈ।

'হয় মই আপোনাৰ এই সকলোবোৰ কথাই মানি লৈছো। কিন্তু গোটেই পৃথিৱীখনেই এনেকুৱা নিয়মেৰেই চলি থকা নাই জানো,' ফাৰফ্ৰেই ক'লে।

'হা, হা, ঠিক ঠিক,' হেনচাৰ্ডে ক'লে, 'উঠন আৰু পতন, সেইবোৰ মই পাই থৈছোঁ। ইয়াতকৈনো বেয়া কিটো আৰু হব।'

'যদি আপোনাৰ সময় নষ্ট নহয় বুলি ভাবে তেন্তে শুনক,' ফাৰফ্ৰেই ক'লে, 'মই যেনেকৈ এসময়ত আপোনাৰ কথা শুনিছিলোঁ আজিও আপুনি মোৰ কথা শুনক। আপুনি দেশ এৰি নেযাব, ঘৰতে থাকক।'

'কিন্তু, হেৰা, মই যে এতিয়া ইয়াত একো কামকেই কৰিব নোৱাৰা হ'লো। বাহিৰতহে মোৰ কিবা এটা হ'লেগৈ হ'ব পাৰে।'

'নহয়, নহয়, আপুনি মোৰ কথা যদি শুনে— মই এটা প্ৰস্তাৱ দিব খোজো — আপুনি আহি নিজৰ ঘৰটোতে থাককহি। আমি আপোনাক কেইটামান কোঠা এৰি দিযাত একো অসুবিধা নহয় — আৰু মই নিশ্চিত যে মোৰ পৰিবাৰেও তাত একো আপত্তি নকৰিব — আপুনি নিজৰ সুকীয়া ব্যৱস্থা কৰি নোলোৱা লৈকে।'

হেনচাৰ্ডে তেওঁৰ পিনে তধা লাগি চাই থাকিল। ডোন্যান্ডে তেওঁক অলপো সন্দেহ নকৰি লুচেতাৰ লগতে একেটা ঘৰতে থাকিবলৈ কোৱা কথাষাৰ তেওঁৰ গাত বৰকৈ লাগিল। তেওঁ প্ৰস্তাৱটো সহজভাৱে ল'ব নোৱাৰি গেঙেৰি মাৰি উঠিল, 'নাই, নাই আমাৰ মাজত কাজিয়া হ'ব।'

'আপুনি নিজৰ ৰবীযাকৈয়ে এটা অংশ ল'ব পাৰিব,' ফাৰফ্ৰেই ক'লে, 'তেতিয়া আৰু আপোনাক কোনেও আমনি নকৰে। আপুনি বৰ্ত্তমান নদীৰ পাৰত থকা ঘৰটোতকৈ স্বাস্থ্যকৰ ঠাই হ'ব।'

তথাপিও হেনচাৰ্ডে প্ৰত্যাখ্যান কৰিলে, 'তুমি নিজেই বুজি পোৱা নাই তুমি কি কৰিবলৈ ওলাইছা,' তেওঁ ক'লে, 'তথাপিও তোমাক ধন্যবাদ নজনোৱাকৈ থাকিব কিন্তু পৰা নাই মই।'

তেওঁলোক দুজন চহৰখনলৈকে একেলগেই খোজ কাটি গৈ থাকিল। ঠিক এনেকৈয়েই স্কট ডেকাজনক বুজনি দি দি এদিন তেওঁলোক আহি আছিল। চহৰ খনৰ প্ৰায় মাজ মানতে আলিটো ফাটি এটা সোঁৱে আৰু আনটো বাওঁৱে গৈছিল। সেইখিনি ঠাই পাওতেই ফাৰফ্ৰেই ক'লে, 'আজি ৰাতি আমাৰ লগতেই আহাৰ কৰিবনে?'

'নাই, নাই।'

'অ, এবাৰ কথা ক'বলৈ পাহৰিছিলোৱেই, মই আপোনাৰ ভালেখিনি ফাৰ্ণিচাৰ কিনি লৈছিলোঁ।'

'ও হয়, মই কথাটো শুনিছিলোঁ।'

'তাৰ মানে এনেকুৱা নহয় যে মোক নিজকে গোটেইখিনি ফাৰ্ণিচাৰ লাগে। মই ভাল পাম যদি আপুনি তাৰ পৰা বাছি বাছি আপোনাক লগা কিছু ল'বলৈ মান্তি হয়, — বহুদিন ব্যৱহাৰ কৰা কিছুমান বস্তুৰ প্ৰতি স্বভাবতেই মানুহৰ মায়া ওপজে বা প্ৰয়োজন বোধো হয়। তেনে কিছুমান বস্তু আপোনাৰ ঘৰলৈ লৈ যাওক,—তাৰ কাৰণে মই অকণো বঞ্চিত নহ'ম। আমাৰ কাৰণে কম খিনি থাকিলেও একো নাই। মোৰ জীৱনত তেনে ধৰণৰ অনেক বস্তু ল'বলৈ সুবিধাও পাম।

'কি কৈছা— পইছা নোলোৱাকৈ মোক এনেযে দিবা?' হেনচাৰ্ডে ক'লে, 'কিন্তু পাওনাদাৰ সকলক পইছা দিহে তুমি সেইবোৰ লৈছা, নহয় জানো?'

'অহ, সেইটো হয়, কিন্তু সেইবোৰ বস্তুৰ মোল আপুনিহে বেছিকৈ বুজি পাব। সেইবোৰ আপোনাৰহে আছিল,' কথাষাৰে হেনচাৰ্ডক অলপ হলেও স্পৰ্শকাতৰ কৰিলে। 'মই, মই কেতিয়াবা কেতিয়াবা ভাবো মই তোমাক অন্যায় কৰিছোঁ,' তেওঁ ক'লে।

ৰাতিৰ আন্ধাৰে হেনচাৰ্ডৰ মুখখন আৱৰি থকা স্বত্তেও তেওঁৰ কণ্ঠস্বৰে তেওঁৰ অশান্ত মনটোৰ পৰিচয় দিছিল। তেওঁ হঠাতে ফাৰফ্ৰেৰ হাতখনত ধৰি দুবাৰ মান জোকাৰি লৰা-লৰিকৈ আঁতৰি গ'ল। নিজকে ইয়াতকৈ বেছি প্ৰতাৰণা কৰিবলৈতেওঁ সক্ষম নহ'ল। ফাৰফ্ৰেই দেখিলে যে চহৰখনৰ ষাঁড়গৰু বন্ধা ঘৰটো পাৰহৈ তেওঁ প্ৰেয়ৰী মিলৰ পিনে অন্তৰ্ধান হ'ল।

এলিজাবেথ-জেনে সেই নতুন ঘৰটোলৈ আহি ওপৰ মহলাত এটা সৰু কোঠা ল'লে। নদন বদন অৱস্থাত তাই পিন্ধা চিৰুৰ ধুনীয়া পোছাকযোৰ জাপি কুঁচি বাকচত ভালকৈ ভৰাই থ'লে। তাই কিতাপ কিছুমান গোটাই লৈ যিমান পাৰে সিমানে পঢ়ে আৰু তাৰ মাজতে সময় উলিযাই লৈ চিলাই বা গোঁঠামেলা কামো কৰে। সতিয়ৈ দেউতাকৰ আগৰ ঘৰটোৰ সন্মুখতে তাইৰ ঘৰটো। এতিয়া সেইটো ফাৰফ্ৰেৰ ঘৰ। ফাৰফ্ৰে আৰু লুচেতাক তাইৰ ঘৰটোৰ পৰা ওলোৱা সোমোৱা কৰি থকা তাই দেখা পায়। দুয়োৰো মনত বৰ উৎসাহ আৰু আনন্দ।

যিমান দূৰ সম্ভৱ তাই সেইপিনে নেচায়েই। কিন্তু মানুহৰ স্বভাৱ এনেকুৱা যে দুৱাৰ এখন জাপ খাবৰ সময়ত ধেং কৰে উঠা শব্দটোৰ পিনে চকু এবাৰ নেযোৱাকৈ নাথাকে।

নীৰবে এনেদৰে তাই দিনবোৰ পাৰ কৰাৰ সময়তে তাই এদিন শুনিবলৈ পালে যে হেনচাৰ্ডৰ পানীলগা জ্বৰ হৈছে আৰু কোঠাৰ ভিতৰতে বিচনাত পৰি আছে। সম্ভৱ পিটনিৰ কাষৰ সেমেকা ঠাইত থকাৰ কাৰণেই তেনে হৈছে। এইবাৰ তাই ঠিৰাং কৰিলে যে তেওঁৰ কোঠাৰ ভিতৰত তাই সোমাবই। সেই কাৰণে তাই

পোনেই ওপৰ মহলাত উঠিলেগৈ। হেনচাৰ্ডে দীঘল গৰম কাপোৰৰ কোটটো গাত মেৰিযাই লৈ বিচনাতে বহি আছিল। তাইৰ অনধিকাৰ প্ৰবেশত তেওঁ প্ৰথমে বেয়াই পাইছিল। 'গুচি যোৱা, তুমি ইয়াৰ পৰা গুচি যোৱা, মই তোমাৰ মুখ চাবলৈ ইচ্ছা নকৰো।'

'কিন্তু দেউতা—'

যাহওঁক বৰফ গলিল আৰু তাইও থাকিব পাৰিলে। তেওঁ কিছু আৰাম পোৱাকৈ তাই কোঠাটো পৰিপাটিকৈ সজালে। তলৰ মহলাত থকা মানুহবোৰক কিবা কিবি পৰামৰ্শও দি গ'ল। তাই তাত যিকণ সময় থাকিল সেইখিনি সময়ক সতিয়ৈ দেউতাকে নেওচিব নোৱাৰিলে।

সেইবোৰ কাৰণতে হ'বলা হেনচাৰ্ডৰ গা সোনকালেই ভাল হ'লগৈ। অলপ দিনৰ ভিতৰতে তেওঁ আকৌ অকলেই ওলাই সোমাই ফুৰিব পৰা হ'ল। কথাবোৰ এতিয়া তেওঁ এটা পৰিবৰ্ত্তিত ৰূপত দেখা পাবলৈ ল'লে। তেওঁ এতিয়া বিদেশলৈ যোৱাতকৈ এলিজাবেথৰ কথাহে চিন্তা কৰিবলৈ ধৰিলে। আগৰ ব্যস্ত মানুহজনৰ এতিয়া একো কামকে কৰিবলৈ নথকাত তেওঁৰ সময়বোৰ পাৰ কৰাই টান হৈ পৰিল। ফাৰফ্ৰেৰ প্ৰতি তেওঁৰ ভাল ভাব জাগিবলৈ ল'লে। তেওঁ ভাবিলে সময়বোৰ পাৰ কৰিবলৈকে যিকোনো কাম কৰিবলৈকো তেওঁৰ লাজ কৰাটো উচিৎ নহয়। তাকে ভাবি, এদিন মনটো ডাঠ কৰি ফাৰফ্ৰেৰ তাতে দিন হাজিৰা কামত সোমোৱাতো স্থিৰ কৰিলে। সেই তাহানিৰ ঘাঁহখেৰৰ পোলা বন্ধা কাম। লগে লগেই তেওঁ কামত নিযুক্তিও পালে। ফাৰফ্ৰেই নিযুক্তিটো নিজে নিদি তেওঁৰ মুখ্য কাৰ্য্যবাহী বিষয়াৰ যোগেদিহে দিয়ালে। আগৰ শস্য ব্যৱসায়ীজনক তেওঁ সঘনে দেখা নিদিয়াই শ্ৰেয় বুলি ভাবিলে। তেওঁক সহায় কৰিবলৈ পাই ফাৰফ্ৰেই ভাল পালে যদিও হঠাতে তেওঁৰ খং উঠা স্বভাৱটোৰ কাৰণে তেওঁৰ ওচৰত গহীন হৈ থকাটোৱেই উচিৎ বুলি বিবেচনা কৰিলে। সেইবোৰ কাৰণেই হেনচাৰ্ডে কোনদিনা কোনখন পথাৰত ঘাঁহৰ পোলা বন্ধা কাম কৰিবগৈ সেই বিষয়ে এজন তৃতীয় ব্যক্তিৰ দ্বাৰাইহে নিৰ্দেশ

কিছুদিনৰ কাৰণে সেই বন্দবস্তটো ঠিকেই চলিল। ঘাঁহবোৰ কিনি ওচৰে পাঁজৰে থকা বেলেগ বেলেগ খেতিয়কৰ পথাৰত দ'ম কৰি থৈ অহা হয়। পিছত সেই পথাৰবোৰলৈ গৈ সেইবোৰ বান্ধি মেলি আনিবগৈ লাগে। কেতিয়াবা হেনচাৰ্ড এসপ্তাহো কামলৈ নহাকৈ থাকে। ইতিমধ্যে সেই কামবোৰ হৈয়েই যায় গতিকে হেনচাৰ্ডো আনৰ লগতে আহি ঘৰৰ চৌহদত উপস্থিত হয়হি— নতুন কামৰ নিৰ্দ্দেশৰ বাবে। এইদৰে এসময়ৰ সদাগৰ স্বৰূপ মেয়ৰ জনে তেওঁৰ পূৰ্বৰ নিজৰ গুদাম আৰু ভঁৰালতে দিন হাজিৰা কৰিব লগীয়া হ'লহি।

'মই আগতেও দিন হাজিৰা কৰিছিলোঁ, কৰিছিলোঁ নে নাই?' কেতিয়াবা তেওঁ আনুগত্যহীন ভাব দেখুৱাই তেনেদৰে কয়, 'তেন্তে তেনে কাম মই আকৌ কৰিলে কিহৰ জগৰ লাগে? কিন্তু এতিয়া তেওঁ সেই আগতে হাজিৰা কৰা মানুহজনতকৈ বহুত বেলেগ। তেতিয়া তেওঁ পৰিষ্কাৰ আৰু গাটো শুৱাই পৰা কাপোৰ পিন্ধিছিল। মনটোও পাতল ও ৰঙিয়াল আছিল। ভৰিত পিন্ধা পেন্টটোও হালধীয়া বা নাৰ্জিফুলৰ ৰঙৰ আছিল। সিৰীয়াকৈ কপাহী সূতাৰে বোৱা জেকেটটো দেখাত পাতৰ কাপোৰৰ দৰে লাগিছিল। কাপোৰ যোৰে তেওঁৰ ৰঙিয়াল মনটো প্ৰকাশো কৰিছিল। ডিঙিত মৰা কাপোৰখনো আছিল ফুলাম, জিলিকি থকা। এতিয়া তেওঁ আগৰ ফাটিচিটি উৰলি যোৱা পুৰণি কাপোৰকে পিন্ধে। একো লাগ বান্ধ নথকা কথা কয়। মূৰত ফাপৰে ধৰা এটা চিঙ্কৰ টুপী। গাতথকা বাকী কাপোৰবোৰো নিচেই সাধাৰণ— বজাৰৰ য'তে ত'তে পোৱা চাটিন কাপোৰৰ, তাকো লেতেৰা পেতেৰা। সেইবোৰ পিন্ধিযেই আনৰ তুলনাত কৰ্মচঞ্চল মানুহজন ইফালে সিফালে যায়। বয়স বুলিবলৈও তেতিয়া তেওঁৰ চল্লিশৰ বেছি হোৱা নাছিল। সেউজীয়া দুৱাৰখন মেলি আন মানুহৰে সৈতে তেওঁ ডোন্যাল্ডক মাজে সময়ে শস্য ৰখা চোতালখনলৈ অহা যোৱা কৰা দেখে। কেতিয়াবা আকৌ বাগিছাখনলৈ যোৱাও দেখে। তেওঁৰ আগৰ সেই প্ৰকাণ্ড ঘৰটোত লুচেতাকো দেখে।

শীতকালৰ আগমনৰ লগে লগে এটা উৰা বাতৰি ওলাল যে চহৰৰ পৰিষদ খনৰ সদস্য হৈ থকা ফাৰফ্ৰেক মেয়ৰ পদটো যাচিবলৈ প্ৰস্তাব দিয়া হ'ব।

'ঠিক, ঠিক তাই সঁচাকৈযেই জ্ঞানী, আজিৰ যুগত তাইক জ্ঞানী নুবুলি কাকনো জ্ঞানী বুলিব।' ফাৰফ্ৰেৰ ঘাঁহখেৰ ৰখা ভঁৰালটোৰ পিনে যাওঁতে কথাষাৰ শুনি হেনচাৰ্ডে তেনেদৰে মন্তব্য দিলে। খেৰবোৰ ওখনাই থাকোতেও তেওঁৰ মনলৈ কথাটো আহিযেই থকাত ফাৰফ্ৰেৰ প্ৰতি থকা তেওঁৰ আগৰ খংটো জাগুৰ খাই উঠিল। তেওঁৰ প্ৰতিদ্বন্দ্বী ডোন্যাল্ড ফাৰফ্ৰেই জয়ঢোল বজাই তেওঁৰ ওপৰত ৰৰমতা চেলাবলৈ আহিছে।'

'উহ্ তাৰ বয়সৰ মানুহ এজন মেযৰ হ'ব, কি কথা শুনিছো এইবোৰ মই।' আত্ম হাস্য অকণ কৰি তেওঁ ভোৰভোৰালে। 'কিন্তু তাইৰ টকাৰ ওপৰতহে সি ওপঙি আছে। হা-হা এইবোৰ কিমান বেয়া কথা। আৰু মই আগৰ মালিকজনে তাৰ তাতে কাম কৰি মৰিছোহি। সি মোৰ ওপৰত মালিক হৈ দেখুৱাইছেহি। ঘৰ মোৰ, ফাৰ্ণিচাৰ মোৰ আৰু কি বুলিনো কম, তাৰ ঘৈণীজনীও মোৰেই বুলিব লাগে। কিন্তু সি এই আটাইবোৰেই নিজৰ কৰি ল'লে।'

এনেবোৰ কথা তেওঁ দিনটোত এশবাৰমান উচ্চাৰণ কৰে। আগৰ যাৰ

লুচেতাক লগ পোৱাৰে পৰা তাইক আকৌ এবাৰ লগ পোৱাৰ ইচ্ছা তেওঁৰ মনত জগা নাছিল যদিও এতিয়া সেই ইচ্ছা প্ৰবল হৈ উঠিল। তাইক হেৰুৱাৰ পিছত সেই বিষয়টোলৈ তেওঁৰ মনত ইমান বেছি অনুশোচনা আগতে কেতিয়াও জগাও নাছিল। তাইৰ টকা পইছা দেখি তেওঁৰ তেনে হোৱা নাছিল যদিও তাই বিৰাট সম্পত্তিৰ অধিকাৰী হোৱাৰ পিছত তাইৰ প্ৰতি তেওঁৰ আকৰ্ষণ বাঢ়িছিল। যথেষ্ট ধন সম্পত্তি হোৱাত তাইৰ মনটো খোল খাই স্বাধীনচিতীয়া হ'ল। নিঃ সঙ্কোচে কথা ক'ব পৰা হ'ল। তেনেবোৰ কথা তেওঁৰ দৰে স্বভাবৰ মানুহে বিচাৰেও। তাইৰ চাকৰ নাকৰ সৰহ হ'ল, সুন্দৰ দামী দামী পোছাক পাতি হ'ল। এটা চহকী পটভূমি পাই তাই চমক লগোৱা নতুনত্ব দেখুৱাব পাৰিছে। তাইৰ জীৱন প্ৰবাহত এনেবোৰ সুবিধা আগতে কেতিয়াও আহি পৰা নাছিল।

এনেবোৰ কথাকে ভাবি চিন্তি মাজে সময়ে হেনচাৰ্ডে জলকা লাগি বহি থাকে। ফাৰফ্ৰে মেয়ৰ হ'বগৈ, সেই কথাটো মনলৈ আহিলেই স্কটচ্ দেশীয় মানুহজনৰ প্ৰতি তেওঁৰ ঘৃণা দুগুণে চৰে। এইবোৰভাবে তেওঁৰ মনৰ পৰা সদ বুদ্ধি, সদ চিন্তাক আঁতৰ কৰিলে। আনৰ কাণত পৰাকৈ উদ্বিগ্নভাবে তেওঁ কৈ থাকে, 'আৰু মাত্ৰ দুসপ্তাহহে আছে। মাজত মাত্ৰ দুটা সপ্তাহ।' এইদৰে দিনক দিনে কমি অহা বিশেষ দিনটো পোৱালৈ তেওঁ অপেক্ষা কৰে।

হেনচাৰ্ডৰ ওচৰতে ভঁৰালত ওটচ ওজন কৰি থকা চলমন লংবেইজে সুধিলে, 'আপুনিনো কি বাৰ দিনৰ কথা কৈ আছে।'

'আৰু বাৰ দিন গ'লেই মই মোৰ শপতটোৰ পৰা মুক্তি পাম।'

'কিহৰ শপত।'

'মদ জাতীয় বস্তু সেৱন নকৰোঁ বুলি মই কৰা শপতৰ ম্যাদ আৰু বাৰ দিনৰ পিছতেই অন্ত পৰিব। একৈশবছৰ ধৰি মই পালন কৰি অহা শপত। তাৰ পিছতেই মই মুক্ত মনে আনন্দ কৰিব পাৰিম, মোক দেখি ভগবানো সন্তুষ্ট হ'ব।'

এলিজাবেথ-জেন এদিন সন্ধ্যা সময়ত তাইৰ ওপৰ মহলাৰ কোঠাটোৰ খিৰিকীৰ কাষতে বহি আছিল। তলেদি যোৱা মানুহে কিবা কথাত হেনচাৰ্ডৰ নামটো উল্লেখ কৰা তাই শুনিবলৈ পালে। হেনচাৰ্ডৰ বিষয়েনো কি কথা পাতিছে বুলি তাই ভাবিলে। এনেতে আন কোনোবা এজনে তাই ভৱা প্ৰশ্নটোকে কৰিলে।

'একৈশ বছৰ মদ মুখত নিদিয়াকৈ থকা মাইকেল হেনচাৰ্ডে আজি তাৰ হোৰ তুলি দিলে নহয়।'

কথাটো শুনিয়েই এলিজাবেথ-জেন চকিখনৰ পৰা জাপ মাৰি উঠি বাহিৰলৈ ওলাই গ'ল।

# ত্ৰি-ত্ৰিংশতি অধ্যায়

পৰম্পৰাগত নিয়ম অনুসৰি কেষ্টাৰব্ৰীজৰ মানুহে বছৰটোৰ সেই পবিত্ৰ দিনটো খাই বৈ ফুৰ্ত্তি কৰি পালন কৰে। উৎসৱটো বৰকৈ নেমানে যদিও প্ৰথাটো সুপ্ৰতিষ্ঠিত। সেই দিনটো পালন কৰিবৰ কাৰণে কেষ্টাৰব্ৰীজৰ হাজিৰা কৰা মানুহৰ পৰা আদি কৰি গীৰ্জালৈ যোৱা ধৰ্মপ্ৰাণ লোকসকল আৰু চহৰখনৰ আন ধীৰস্থিৰ গুৰু গম্ভীৰ লোক সকলো দেওবৰীয়া গীৰ্জাৰ প্ৰাৰ্থনা শেষ কৰিয়েই থ্ৰীমেৰিণাচলৈ যায়। তেওঁলোকৰ গাত ওলমি থাকে বাঁহী, বেহেলা বা আন যিকোনো ধৰণৰ বাদ্য যন্ত্ৰ একোটা।

সেই পবিত্ৰ দিনটোত সকলোৰে এঢোক মদ খোৱাৰ নিয়ম। হোটেলটোৰ মালিকজনে এই নিয়মটো অতি নিষ্ঠাৰে সৈতে পালন কৰে। অসুবিধা নহবৰ কাৰণে একেটা জোখৰ কিছুমান কাপো মজুত কৰি ৰাখে। কাপবোৰ দীঘল দীঘল আৰু একে ধৰণৰ। কাপবোৰৰ দুফালে দুজোপাকৈ পাত নথকা নেমুগছৰ চিত্ৰ— মুগা ৰঙেৰে অঙ্কিত। সেই চিত্ৰৰ এফালে সেবন কৰাজন আৰু আনটো ফালে সহৃদয় বন্ধুজন বহে। হোটেলখনৰ মালিকজনৰ এনেকুৱা ধৰণৰ কিমান কাপ আছে সেইটো জানিবলৈ কণ কণ লৰাছোৱালীবোৰে গণ্তি কৰি ফুৰ্ত্তি পায়। নাই কমেও তাত চল্লিশটা তেনেকুৱা ধৰণৰ কাপ। যোল্লটা খুৰাৰে নিৰ্মিত পুৰণিকলীয়া ওক কাঠৰ প্ৰকাণ্ড ঘূৰণীয়া টেবুলখনৰ চাৰিও কাষে সেই কাপবোৰ সজাই থোৱা থাকে। তাৰ কাষে কাষে সজাই থোৱা থাকে চল্লিশডাল মাটিৰ ধোৱাখোৱাৰ নলী। টেবুলখনৰ চাৰিও পিনে ঘূৰণীয়াকৈ পাৰি থোৱা চল্লিশখন আসনত চল্লিশজন নিয়মিত গীৰ্জালৈ যোৱা ধৰ্মপ্ৰাণ ব্যক্তি বহাৰ নিয়ম।

সপ্তাহটোৰ আন দিনবোৰতকৈ সেই দিনাৰ কথা বাৰ্তাবোৰ বেলেগ। ধৰ্মালোচনাৰ নিহিত অৰ্থ বুজাবলৈ বিশেষ ৰহস্য থকাকৈ শব্দবোৰ উচ্চাৰণ কৰে আৰু সুক্ষ্মভাৱাপন্ন কিছুমান অৰ্থ বুজাবলৈও প্ৰয়াস কৰে। ধৰ্মগ্ৰন্থৰ বাণীবোৰ ফাঁহ ফাঁহ কৰি আলোচনা কৰি জুখিমাখি সীমিত কথাৰে সেইবোৰ সৰ্ব্ব সাধাৰণ মানুহে বুজি থকাতকৈ অধিক উচ্চ বা নিম্নস্তৰত বাখ্যা কৰে। ব্যাখ্যাবোৰ তেওঁলোকৰ জীৱন প্ৰবাহৰ লগত কোনো ধৰণে জড়িত নথকা। তথাপিও কোৱা বাহুল্য যে কোনে কি উদ্দেশ্যলৈ বিষয়টোৰ ওপৰত যুক্তি তৰ্কৰে আলোচনাত ভাগ লৈছিল সেইটো অৱশ্যে জনা গৈছিল। ধৰ্মবাণী প্ৰচাৰ কৰা গুৰুজনৰ লগত ওচৰ সম্বন্ধ থকা নিম্নস্তৰৰ যাজক কেইজনে আৰু প্ৰাৰ্থনা সঙ্গীতত আগভাগ লোৱা মুখ্য গায়কজনে নিজৰ বক্তব্য ডাঙি ধৰি সেইবোৰ সাব্যস্ত কৰিবলৈ আন সকলতকৈ বেছি সুবিধা পাইছিল।

হেনচাৰ্ডে অত বছৰে এঢোকো নমৰাকৈ থকা অধ্যায়টোৰ সামৰণি মাৰিবলৈ থ্ৰীমেৰি নাৰ্চ হোটেলটোকেই উপযুক্ত বুলি বাছনি কৰিলে। নিয়মিত গীৰ্জালৈ যোৱা চল্লিশজন ধৰ্মপ্ৰাণ ব্যক্তিয়ে আনুষ্ঠানিকভাবে টেবুলখনত সজাই থোৱা কাপবোৰৰ সম্মুখত বহাৰ লগে লগেই তেওঁবো আহি কোঠাটোত প্ৰবেশ কৰিলেগৈ। একৈশ বছৰৰ মূৰত তেওঁৰ প্ৰতিজ্ঞাৰ ম্যাদ অন্ত পৰিব বুলি অহা ভাবটোৱে তেওঁৰ মুখত আনন্দৰ হাঁহি বিৰিঙালে। তেওঁ আকৌ মুক্ত মনেৰে যিকোনো কাম কৰিব পৰা হ'ল। কোনো কথাই বিবেচনা কৰাৰ দৰকাৰ আৰু নাথাকিব। ধৰ্মপ্ৰাণ লোকসকলৰ কাৰণে সংৰক্ষণ কৰি থোৱা প্ৰকাণ্ড ওক কাঠৰ টেবুলখনৰ ওচৰতে থকা সৰু টেবুল এখনৰ ওপৰতে তেওঁ বহিলহি। তেওঁক তাত দেখি আচৰিত হৈ চল্লিশজনৰ মাজৰে এজন ধৰ্মপ্ৰাণ ব্যক্তিযে তেওঁক সুধিলে, 'কি হ'ল হেনচাৰ্ড, আপুনি ইয়াত যে? আগেয়ে আপোনাক কেতিয়াও এনেকুৱা অনুষ্ঠানত দেখা পোৱা নগৈছিল।'

কিছু সময়ৰ কাৰণে হেনচাৰ্ডে কোনো উত্তৰ দিয়াৰ প্ৰয়োজনবোধ নকৰি দীঘলকৈ মেলি দিয়া ভৰি আৰু বুট জোতাতে তেওঁৰ দৃষ্টি সীমাবদ্ধ কৰি ৰাখিলে। অৱশেষত কিন্তু তেওঁ মাত দিলেগৈ, 'হয় আপুনি ঠিকেই কৈছে। যোৱা কিছুদিন ধৰি মোৰ মনটো বৰ বেয়া হৈ আছে আৰু তাৰ কাৰণ আপোনালোকৰ মাজৰে কিছুমানে জানে। এতিয়া কিছু ভাললৈ আহিছে বুলিব পাৰি, কিন্তু মন একেবাৰে শান্ত বুলিবও নোৱাৰি। সঙ্গীত পৰিৱেশন কৰা সকলক এটা ভাল গীত গাবলৈ মই অনুৰোধ কৰিম। আজি মই ষ্টেননীজৰ ফটিকাও খাম। মই আশা কৰোঁ যে এতিয়াৰ পৰা মোৰ সৰু-সুৰা বেমাৰ আজাৰ বোবো আঁতৰ হ'বগৈ।'

ওচৰতে থকা মুখ্য গায়কজনে ক'লে, 'আমি আজি হিয়া উবুৰিয়াই সঙ্গীত পৰিবেশন কৰিম। আমাৰ বাদ্য যন্ত্ৰবোৰৰ তাঁৰবোৰ ঢিলা হৈ আছে। কিন্তু ক্ষন্তেকতে টানিটুনি ঠিক কৰি ল'ম।'

'হেৰি, সুৰৰ লিপিখন তেখেতৰ পিনে আগবঢাই দিয়কচোন, তেখেতেই সুৰ এটা বাছি দিয়ক,' এজনে ক'লে।

'নাই, নাই মই একো সুৰ-চুৰ বাছি দিবলৈ নেযাও। তোমালোকে যিহকে বজোৱা— হাইমচ, বেলেটচ্, ৰেন্টিপল, ঘোঁৰাৰ ঘাঁহ, ৰগ্চ মাৰ্চ বা চেৰুবীমচ ৰাৰবল,— সেইবোৰ চব মোৰ কাৰণে একেই, মাত্ৰ তাল মান ৰাখি সুন্দৰকৈ বজাব লাগে।'

'ঠিক আছে, কিন্তু সেইবোৰ শুনিবলৈ বিশ বছৰৰ কমৰ কোনো দৰ্শকেই আমাৰ ইয়াত উপস্থিত নাই দেখোন।' এনেতে দলটোৰ আগশাৰীত বহা মুখ্য গায়কজনে মাত লগালে 'আজি যিহেতু দেওবাৰ, সেইকাৰণে মই ভাবো যে চেমুৱেল ৱেকলীচে সুৰ দিয়া আৰু মই নিজেও তাত হাতফুৰাই ঠিক ঠাক কৰা গীতটো জুৰিলে কেনে

হয় বাৰু।'

'চেমুৱেল ৱেকলীচৰ গীত গাই ফলাবহি নেলাগে। তাতে আকৌ নিজে হাত বুলাই লোৱা— হেহ্। গুলিমাৰা সেইবোৰ,' হেনচাৰ্ডে জোৰদি ক'লে। 'তাত কৈ তাহানিৰ উইল্টচাৱাৰৰ গীত আৰম্ভ কৰাই ভাল — ধীৰস্থিৰ অৱস্থাত সেইবোৰ প্ৰাৰ্থনা সঙ্গীতে মোৰ মন তল ওপৰ কৰিছিল। বাৰু, সুৰ লিপিৰ কিতাপখন মোক দিয়াচোন, আজিৰ দিনটোত খাপ খোৱাকৈ মই কিবা এটা বাছি দিওঁ।' তেওঁ সুৰ লিপিটোৰ পাত লুটিয়াবলৈ ধৰিলে।

ঠিক তেনেতে খিৰিকীৰ সিপাৰে তেওঁ মানুহৰ গোট এটা দেখা পালে। সেইবোৰ সমাজৰ উচ্চ খাপৰ লোক। সৰু সৰু মানুহবোৰতকৈ গীৰ্জা ঘৰত তেওঁলোকৰ প্ৰাৰ্থনা দীঘলীয়া। সেই মানুহখিনিৰ মাজত নগৰ পৰিষদৰ সদস্যৰ লগতে ফাৰফ্ৰে আৰু লুচেতাকো হাতত ধৰাধৰি কৈ আহি থকা তেওঁ দেখা পালে। তাইকে অনুকৰণ কৰি চহৰৰ সৰুসুৰা বেপাৰীবোৰৰ ঘৈণীয়েকবোৰেও গিৰিয়েকৰ হাতত ধৰি আহি আছিল। দৃশ্যটো দেখাৰ পিছত হেনচাৰ্ডৰ মুখৰ বৰণ কিছু সলনি হ'ল। তথাপিও তেওঁ সুৰলিপিৰ কিতাপখনৰ পাত লুটিওৱা কামত ব্যস্তই থাকিল।

'এতিয়া তেনেহলে,' তেওঁ ক'লে 'উইল্টচাৱাৰৰ এশ ন নম্বৰ প্ৰাৰ্থনা গীতটোৰ দহৰ পৰা পোন্ধৰ ছেদত থকা খিনিৰে আৰম্ভ কৰিব লাগে। মই বাৰু গায়েই দিছোঁ।

বিধবাৰ বেশ ধৰি
শোকৰ চকুলো টুকি
বুকুত সাবটি ল'লা
পিতৃহাৰা এমাডিমা কেছুৱাকেইটিক।
ভিক্ষাৰ সজুলি লৈ
কণমান ৰুটিৰ টুকুৰা বিচাৰি
হাবাথুৰি খাই খাই
নাই কতো, নাই নাই
কাৰো কতো সহাঁৰি যে নাই।
অন্যায়েৰে ঘটা ধন
সূত খোৰে নিব কাঢ়ি
সকলো চেষ্টাৰ ফল
অথলে নিশ্চয় যাব।
অচিন মানুহে নিব
কাঢ়ি, চুচি সৰ্বস্বান্ত কৰি।

এমুঠি অন্নৰ বাবে
হাঁহাকাৰ কৰি কৰি
নেপালেযে কাৰো কতো
অকণো যে মৰমৰ মাত।
এজাক ধুমুহা আহি
ধ্বংসৰ লীলা কৰি
বংশধৰ সকলকো
কৰিলে নিঃশেষ।
ৰাখি গ'ল মাথো
সময সোঁতত
সিজনৰ ঘৃণনীয নাম।
এদিন নিঃচিহ্ন হব —সেইকণো
দযাহীন মাযাহীন
অনন্ত কালৰ সোঁতত।

সঙ্গীত গোষ্ঠীটোৰ গায়কজনে ক'লে 'অ এই প্রার্থনা গীতটো মই জানো মোৰ মনতেই আছে।' হৰমূৰৰ মাজতে তেওঁআকৌ ক'লে 'মই কিন্তু হৰ্ষচিত্তে এই গীতটো গাব নোৱাৰিম। প্রার্থনাৰ কাৰণে এই গীতটো উপযুক্ত নহয়। মৰমৰ ঘোঁৰাজনী চুৰ কৰি নিয়াৰ পিছত অঘৰী এজনে বেজাৰত বিহ্বল হৈ থকাৰ সময়ত তেওঁক শান্তনা দিবৰ কাৰণেহে এই গীতটো এবাৰ আমি গাইছিলো, পিছে গানটো শুনাৰ পিছত তেওঁ একেবাৰে হতাশ হৈ গ'ল। দেৱতা সকলৰ সেৱক ডেভিদে কিবা ভাল ভাবিয়েই এই গীতটো লিখিলেও নিজকে নীচ বা হেয় নকৰাকৈ কোনেও এই গীতটো গাব নোৱাৰে। আজিৰ দৰে শুভ দিনটোত তেনে এটা কাম কৰাটো মই ভাবিবই নোৱাৰো। এতেকে চেমুৰেল ৱেকলীয়ে সুৰ দিয়া চতুৰ্থ প্রার্থনাটোকে গালে কেনে হয়। সেই সুৰটোত মোৰ নিজৰো অলপ হাত আছে।

'অপহৃতা-অসুৰাই তোমালোকলৈ বুলি বাটি থোৱা মাংস খিনিও কাটি খাবগৈ, তেতিয়া তোমালোকৰ সান্দহ খোৱা বালি তল যাব কিন্তু। মই বাৰে বাৰে কৈ আছো নহয় উইল্ট চাযাৰৰ এশ ন নম্বৰ প্রার্থনাটো গাব লাগে বুলি। তোমালোকে সেইটো গাবই লাগিব, নহ'লে মই নেৰো, হেনচার্ডে গৰজি উঠিল। এই গীতটো নোগোৱালৈকে তোমালোকৰ এজনকো বাহিৰ ওলাবলৈ নিদিওঁ। তেওঁ টেবুলখনৰ পৰা উঠি আহি চিমনিটোৰ জুই খোঁচৰা ধাতুৰ দণ্ডডাল হাতত লৈ দুৱাৰখন বন্ধ কৰি দি পিঠিটোৰে হেঁচা মাৰি ধৰিলে। ও এতিয়া বজোৱা' আৰম্ভ কৰা — এইডালেৰে যদি মূৰ ভাঙি পিঠা কৰিব নেলাগে।

'ইচ্ ইচ, আপুনি কি কাম কৰিবলৈ ওলাইছে— আজি প্ৰাৰ্থনা কৰাৰ দিন, পবিত্ৰ চ্যাবাথৰ দিন। আপুনি গাবলৈ দিয়া গীতটোতো আমি ৰচনা কৰা নাই, তাৰ কথাবোৰো আমাৰ নহয়, সেইবোৰ সেৱক ডেভিদৰহে, গতিকেই গীতটো গোৱাত আমাৰ নিজৰ পিনৰ পৰা আপত্তি থাকিবলৈ একোকেই নাই, আছে জানো?' বৃন্দগীত গোৱা বালক এজনে তেওঁৰ লগৰ বাকী কেইজনৰ মুখৰ পিনে চাই ক'লে। হেনচাৰ্ডৰ গোজৰণিত ভয় খাই তেওঁলোকে বাদ্যযন্ত্ৰবোৰ ঠিক ঠাক কৰি সঙ্গীত আৰম্ভ কৰিলে।

'ধন্যবাদ, বহুত ধন্যবাদ,' হেনচাৰ্ডে কোমল মাতেৰে ক'লে। হেনচাৰ্ড বিষণ্ণ আৰু অধীৰ। চকুকেইটা মুদি মূৰটো জোকাৰি জোকাৰি মৃদু স্বৰেৰে তেওঁ ক'লে 'তোমালোকে ডেভিদক দোষ নিদিবা। তেওঁ কি ভাবি, কিহৰ দুখত সেই গীতটো লিখিছিল সেইটো তেওঁহে জানিছিল। আজি যদি মোৰ সামৰ্থ্য থাকিলহেঁতেন গীৰ্জা ঘৰত গীত গোৱা বালক কেইজনক নিমন্ত্ৰণ কৰি আনি নিজৰ খৰচতে এই গীতটো গোৱালোহেঁতেন। এই গীতটো শুনি মই উপভোগ কৰিলোহেঁতেন। কিন্তু দুখ লগা কথাটো হ'ল যে মোৰ অৱস্থা ভাল থকাৰ সময়ত এই গীতটোৰ মোৰ আৱশ্যক নাছিল। এতিয়া মোক সেইবোৰহে লাগে। কিন্তু এতিয়া মই অত্যন্ত গৰিব, এনেকুৱা অনুষ্ঠানৰ আয়োজন কৰিবলৈ মোৰ নিজৰ সামৰ্থ্য নাই।'

ক্ষন্তেক বিৰতিৰ সময়তে লুচেতা আৰু ফাৰফ্ৰেক তেওঁ আকৌ পাৰ হৈ যোৱা দেখিলে। এইবাৰ সম্ভৱ তেওঁলোক ঘৰলৈ উভতিছিল। গীৰ্জালৈ যোৱাৰ পৰা আবেলি চাহ খোৱাৰ সময়লৈকে আন মানুহৰ দৰে তেওঁলোকো সদায় ঘাই আলিত ফুৰিবলৈ যায়।

হেনচাৰ্ডে চিঞৰি উঠিল 'সেইকেইটাক উদ্দেশ্য কৰিয়েই ইয়াত এই গীতটো গোৱা হৈছে।' গায়ক আৰু বাদ্যযন্ত্ৰ বজোৱা শিল্পীকেইজনে মূৰটো ঘূৰাই সেইপিনে চালে। পিতলৰ পেপা বজোৱাজনে ক'লে 'নাই নাই, ঈশ্বৰে কেতিয়াও তেনে হ'বলৈ নিদিয়ে।'

'এইটোৱেই, ইয়েই' পুনৰ কথাটো দোঁহাৰি তেওঁ নিজৰ কথাতেই লাগি থাকিল। 'মই যদি এই কথাটো আগতে জানিলোহেতেন' ক্লেৰিওনেট্ বজোৱা শিল্পীজনে ক'লে, 'এজন জীৱিত মানুহক উদ্দেশ্য কৰি এই গীতটো গোৱা হৈছে তেতিয়া হ'লে মই এই বাদ্য যন্ত্ৰটো বজাবলৈ আৱশ্যক হোৱা নিশ্বাস কণ লবলৈকো গাত শক্তি নেপালোহেঁতেন।

'মইয়ো নোৱাৰিলোহেঁতেন,' সঙ্গীত গোষ্ঠীটোৰ নায়ক জনে ক'লে, 'মই ভাবিছিলোঁ কোন কাহানিতে লিখা গীত এইটো, ইয়াতনো কিটো আছে। বিশেষ একো কাৰণ নাই বুলি ভাবিহে গীতটো গাবলৈ সন্মতি দিছিলোঁ। অনুৰোধটো ৰক্ষা কৰাত তেখেতেও ভাল পাব বুলি ভাবিলো। কৰবলৈ গলে এই সুৰটোৰ বিপক্ষে

ক'বলৈতো একোৱেই নাই।'

'হেৰা, মোৰ বালক বন্ধুসকল, তোমালোকেতো গীতটো গাই অন্তই কৰিলা তাৰ পিছত নো আৰু কিটো থাকিল.' হেনচাৰ্ডে বিজয় উল্লাসে ক'লে, 'তাৰ বিষয়ে ক'বলৈ গ'লে- সঙ্গীত জানে কাৰণেইতো সি মোৰ মুৰৰ ওপৰতে উঠি মোকেই লাঠি মাৰি পেলাই দিব পাৰিলে। মই তাক ইয়াৰ ডবল কৰিব পাৰোঁ। কিন্তু নকৰোঁ,' চিমনিৰ কয়লা খোচৰা ধাতুৰ দণ্ডডাল আঠু এটাত ভেজা দি গছৰ সৰু ঠেঙুলি এডাল ভঙাদি ভাঙি দলি মাৰি পেলাই দি দুৱাৰখনৰ ওচৰৰ পৰা আঁতৰি আহিল।

ঠিক তেনে সময়তে দেউতাক ক'ত আছে গম পাই এলিজাবেথ-জেনে উধাতু খাই আহি কোঠাটোত সোমালেহি। তেখেতৰ অৱস্থাটো দেখিলত তাইৰ মুখখন বিবৰ্ণ হৈ গ'ল। মৰ্মন্তুদ শোকে তাইক খুন্দা মাৰি ধৰিলেহি।

সঙ্গীত কৰা বালক কেইজনে নিয়মটো ৰাখি আধা পাইনট্ সুৰা সেৱন কৰি দিহাদিহি গ'লগৈ। ইফালে এলিজাবেথ-জেনে দেউতাকক কাকুতি মিনতি কৰি ঘৰলৈ আনিবলৈ চেষ্টা চলালে।

ভূগৰ্ভৰ ভিতৰত বকবকাই উতলি থকা শিল আৰু গলিত ধাতুবোৰ বিস্ফোৰণ হৈ আগ্নেয়গিৰিৰ পৰা ওলাই অহাৰ পিছত শান্ত হৈ পৰাৰ দৰে তেওঁ ও তেতিয়ালৈ কিছু শান্ত হৈ পৰিল। তাৰোপৰি মাত্ৰাধিক মদ্যপান কৰাৰ পিছত শৰীৰ অৱশ হৈ পৰাত এলিজাবেথৰ লগত আহিবলৈ মান্তি হ'ল। হাতত ধৰা ধৰিকৈ দুয়ো ওলাই আহিল। তেতিয়া হেনচাৰ্ড সম্পূৰ্ণ ভাৱশূন্যহীন অৱস্থা এটাত। এজন অন্ধৰ দৰে তেওঁ এলিজাবেথৰ লগে লগে খোজ দিলে। বালক কেইজনে গোৱা গীতটোৰ শেষৰ শাৰীকেইটা তেওঁ বাটে বাটে গাই আহিছিল।

ঘৃণনীয় নাম
এদিন নিঃ চিহ্ন হব — সেইকণো,
দয়াহীন মায়াহীন
অনন্ত কালৰ সোঁতত।'

অৱশেষত তেওঁ তাইক ক'লে, 'শুনা মাজনী,' মই এক কথাৰ মানুহ, যোৱা একৈশ বছৰ ধৰি মই মোৰ প্ৰতিজ্ঞা ৰক্ষা কৰিলোঁ। এতিয়া মই মদ খালে বিবেকে মোক দংশন নকৰে এইকণো যদি নকৰোঁ তেন্তে মই এজন ভয়াতুৰ বুলি পৰিহাসৰ পাত্ৰহে হম। মোক মানুহে ঠাট্টা মস্কৰা কৰিব। সি মোৰ পৰা সকলোবোৰ কাঢ়ি লৈ গ'ল, হে ভগৱান, মই যদি তাক কেতিয়াবা লগ পাওঁ তেন্তে মোৰ কৰ্মৰ ব্যাখ্যা দিবলৈ নেথাওঁ—তাক মই কিন্তু।'

ভালকৈ ফুটাই নোকোৱা অস্পষ্ট কথা কেইষাৰ শুনি এলিজাবেথৰ বুকুখন

কঁপি গ'ল। তাই হেনচাৰ্ডৰ মনৰ দৃঢ়তাৰ কথা ভালকৈ বুজি পায়।

'আপুনি তেন্তে কি কৰিব?'

ভয়ত শঙ্কিত হৈ কঁপি থকা জীয়েক জনীয়ে সুধিলে। তাই ভালকৈ অনুমান কৰিব পাৰিছিল হেনচাৰ্ডেনো কিহৰ বিষয়ে উল্লেখ কৰিছিল।

হেনচাৰ্ডে কিন্তু আৰু একো উত্তৰ নিদিলে। তেওঁৰ ঘৰটো নোপোৱালৈকে দুয়ো একেলগে গৈ থাকিল। দুৱাৰখন পাই তাই সুধিলে 'মই সোমাব পাৰিমনে বাৰু?'

'নাই, নাই, আজি নেলাগে,' হেনচাৰ্ডে তেনেকৈ কোৱাত তাই গুচি আহিল। তাই ভাবিলে যে ফাৰফ্ৰেক এই বিষয়ে সাৱধান কৰি দিয়াতো তাইৰ কৰ্ত্তব্যৰ ভিতৰতে পৰিব। তেতিয়াৰে পৰা বৰ অস্থিৰতাৰ মাজত তাই সময়বোৰ পাৰ কৰিব লগীয়া হৈছিল।

দেওবাৰৰ উপৰি আনবাৰেও ফাৰফ্ৰে আৰু লুচেতাক চহৰখনৰ ইফালে সিফালে পতঙ্গৰ দৰে উৰি ফুৰা দেখা গৈছিল। মৌ-মাখি এজনীয়ে পখিলা এটাক জীৱন সঙ্গিনী কৰি লোৱাৰ দৰে হৈছিল। গিৰিযেকৰ বাহিৰে আন কাৰো লগতেই ওলাই সোমাই ফুৰিবলৈ তাই ভাল নেপায়। কেতিয়াবা আবেলি ব্যৱসায়ৰ কামত ব্যস্ত থকাৰ কাৰণে ফাৰফ্ৰেৰ ফুৰাৰ সময় নহ'লে তাই ঘৰৰ ভিতৰতে সোমাই থাকে। নিজৰ কোঠাৰ খিৰিকীখনৰ পৰা এলিজাবেথ জেনে অনবৰত এইবোৰ দেখিয়েই থাকে। নিজকে এইদৰে আত্মসমৰ্পণ কৰি ধৰি ৰাখিব পৰাৰ কাৰণে তাই ফাৰফ্ৰেৰ পৰা ধন্যবাদ নিবিচাৰে। তাই অধ্যয়ন কৰা কিতাপত দাৰ্শনিক ৰাচালিণ্ডে এনেদৰে কোৱা তাই পাইছিল 'হে প্ৰেয়সী, তুমি নিজক বুজিবলৈ চেষ্টা কৰা আৰু উপবাসে থাকি ঈশ্বৰৰ ওচৰত আঠুলৈ প্ৰাৰ্থনা কৰি তেওঁৰ পৰা আশীৰ্বাদ বিচাৰা যাতে, তেখেতৰ কৃপাত তুমি ভাল মানুহৰ অকৃত্ৰিম মৰম আদায় কৰিব পাৰা।'

তাই হেনচাৰ্ডৰ ওপৰতো চকু ৰাখিছিল। এদিন তাই সোধোতে তেওঁ ক'লে যে চোতালত কাম কৰি থকা অৱস্থাত এবেল হুইটেলে পুতৌ কৰি তেওঁৰ পিনে যি দৰে চাই সেইটো তেওঁ সহিব নোৱাৰা হৈ আহিছে। সি যে কি জধামূৰ্খ, হেনচাৰ্ডে কৈছিল 'এসময়ত যে মই তাৰ মালিক আছিলোঁ সেই কথাটো সি এতিয়াও তাৰ মনৰ পৰা মচি পেলাব পৰা নাই। 'হুইটেলে আপোনাৰ লগত খেৰ ওখনিয়াবগৈ নেলাগে, তাৰ ঠাইত ময়েই সেই কামটো কৰিমগৈ, আপুনি যদি অনুমতি দিয়ে।' শস্য ৰখা চোতালখনলৈ যোৱাৰ সুবিধা উলিয়াই লোৱাৰ তাইৰ মুখ্য উদ্দেশ্য হ'লযে তাতনো কি ঘটি থাকে সেই বিষয়ে যাতে তাই জানি থাকিব পাৰে। দেউতাকে তাতে কাম কৰে আৰু তেওঁ ভীতি প্ৰদৰ্শন কৰিও থৈছে। গতিকেই তাই আতঙ্কিত হৈ থকাটো স্বাভাৱিক। তেওঁলোক দুজন মুখামুখি হ'লেবা কি কাণ্ড হয়গৈ।

তাই আহি তাত কাম কৰা দুই তিনিদিন মান হৈ গ'ল যদিও ফাৰফ্ৰেই দেখা দিয়াহি নাছিল। সেইকেইদিন তেওঁ সেইপিনে যোৱাই নাছিল। সেউজীয়া দুৱাৰখন খোলাৰ লগে লগে এদিন ফাৰফ্ৰেক দেখা পোৱা গ'ল। তেওঁৰ ঠিক পিছতেই থিয় হৈছিলহি লুচেতা। একো সঙ্কোচ নকৰাকৈয়েই ফাৰফ্ৰেই ঘৈণীয়েকক আগবঢ়াই নিজে পিছে পিছে গ'ল। বৰ্ত্তমান ঘাঁহ ওখনাই পোলা বান্ধি মজুৰি কৰা ছোৱালীজনীৰ লগত তেওঁৰ পূৰ্বৰ কিবা সম্পৰ্ক থকাৰ একো ভাবেই তেওঁ নেদেখুৱালে।

তেওঁলোক দুজনৰ এজনৰ পিনেও হেনচাৰ্ডে নেচালে। পোলা বান্ধিবৰ কাৰণে শুকান খেৰ অলপ পকাই জৰি এডাল কৰা কামত তেওঁ ব্যস্ত আছিল— তাৰ বাহিৰে পৃথিৱীৰ আন কোনো কথাৰ প্ৰতিয়েই তেওঁৰ আগ্ৰহ নথকা যেন কৰি। কিবা এক সূক্ষ্মানুভূতিয়ে ফাৰফ্ৰেক সকলো সময়তে সচেতন কৰি ৰাখে যাতে তেওঁ ৰণত বিজয়ী হৈ গৌৰব প্ৰকাশ কৰিছে বুলি প্ৰতিপক্ষৰ ভাবিবলৈ কোনো থলেই নেথাকে। সেইবোৰ কাৰণেই হেনচাৰ্ড বা তেওঁৰ জীয়েকে ঘাঁহখেৰৰ ভঁৰালত কাম কৰি থকাৰ সময়ত তেওঁ সেইপিনে নগৈছিল। আনপিনে, লুচেতাই এইবোৰ কথাৰ একো ভুকে নেপায। তাই এদিন শস্য ভঁৰালৰ পিনে উদ্দেশ্যহীন ভাবে খোজ কাঢ়ি গৈ থাকোতে হঠাতে হেনচাৰ্ডৰ মুখামুখি হ'ল। তাইৰ মুখৰ পৰা ওলাই আহিল, 'অহ'। কিছুদূৰত আনন্দমনে কিবা কামত ব্যস্ত থকা ডোন্যাল্ডৰ কাণত অৱশ্যে সেই শব্দটো আহি নপৰিলহি। হুইটেল আৰু আন বনুৱা বোৰেও লুচেতাক নমস্কাৰ জনালে। শুকাই মৰহি যোৱা কিবা এক ধৰণৰ বিনম্ৰতা হেনচাৰ্ডেও দেখুৱালে— লুচেতাক। পিন্ধি থকা টুপীটোৰ কাণটোত সোঁহাতখন আহি লাগিলহি কোনোবা পাকত। আধামৰা যেন হৈ তাইও গুড আফ্‌টাৰনুন বুলি উত্তৰ এটা দিলে যদিও সত্তৰ কোনেও নুশুনিলে।

'ক্ষমা কৰিব মেডাম?' হেনচাৰ্ডে নুশুনাৰ ভাও ধৰি পুনৰ সুধিলে। 'মই কৈছিলোঁ গুড আফ্‌টাৰনুন বুলি। খোকোজা লাগিছিল যদিও তাই পুনৰ দোহাৰিলে।

মূৰৰ টুপীটো চুই পুনৰ সম্ভাষণ জনাই হেনচাৰ্ডে কলে, 'আপোনাক দেখি ভাল পালোঁ, মেডাম।' লুচেতাই অস্বস্তি পাইছিল যদিও কিন্তু হেনচাৰ্ডে কথা কৈ গৈয়েই থাকিল। 'আমাৰ দৰে দীন হীন একোজনক চাবলৈও আপোনালোকৰ দৰে ভদ্ৰ মহিলা এগৰাকী অহাত আমি কিমান গৌৰব বোধ কৰিছোঁ।'

তাই কাকুতি মিনতি কৰা ভাৱভঙ্গীৰে তেওঁৰ পিনে চালে। তিতা কেহা লগা এই বক্ৰ কথাবাৰ তাইৰ অসহনীয় লাগিল।

'মেডাম, এতিয়া সময় কিমান হ'ল জনাবনে?' তেওঁ সুধিলে।

'অ', তাই লৰ ধৰকৈ ক'লে 'চাৰি বাজি গ'ল।'

ধন্যবাদ আপোনাক। আৰু আধা ঘন্টাৰ পিছতে আমিও কাম সামৰি আজৰি হম। আহ মেডাম আপোনালোকে ইন্দ্ৰৰ অমৰাপুৰীত কি দৰেনো আজৰি সময় উপভোগ কৰে সেইবোৰ আমাৰ দৰে নিঃবিল সকলেতো ভাবিবই নোৱাৰে।

অকণ সুৰুঙা পাওতেই লুচেতাই মূৰটো দুপিয়াই এলিজাবেথৰ পিনে চাই হাঁহি এটা মাৰি আঁতৰি আহিল। তাই আহি বেৰখনৰ সিটো মূৰে থকা গিৰিয়েকৰ ওচৰ পালেহি। তাৰপৰা গিৰিয়েকক বাহিৰৰ গেটখনেদি আগবঢ়াই লৈ গুচি গ'লগৈ, যাতে হেনচাৰ্ডে তেওঁলোকক আকৌ লগ পোৱাৰ সুবিধাই নেপায়। কথাবোৰ শুনি যে তাই হতভম্ব হৈছিল সেই কথা ওলাই পৰিছিল। হঠাতে এনে ধৰণৰ মুখামুখি হোৱাৰ ফল স্বৰূপেই পিছদিনা ৰাতিপুৱা হেনচাৰ্ডৰ হাতত চিঠি এখন পৰিলহি। ডাকোৱাল এজনে দি যোৱা।

তিতা কেহা লগা এখন সৰু চিঠি, অত্যন্ত কঠোৰ ভাবাবে লিখা। 'মই যদি কেতিয়াবাকৈ আকৌ শস্যৰ ভঁৰালঘৰৰ পিনে যাও আৰু আপোনাৰ লগত মোৰ দেখা দেখি হয় তেন্তে অনুগ্ৰহ কৰি আপুনি মোক খোঁচা-বিন্ধা কৰি আপোনাৰ ভাব প্ৰৱৰ্ণতা মোৰ আগত প্ৰকাশ কৰিবলৈ প্ৰয়াস নকৰে যেন। আপোনাৰ প্ৰতি মোৰ কোনো বেয়া ভাব নাই। মই ইচ্ছা কৰোঁ আৰু আনন্দও পাম যদি মোৰ স্বামীৰ ব্যৱসায়তে কাম কৰি আপোনাৰ উপাৰ্জনৰ বাট মোকলাই থাকিব পাৰে। ন্যায সঙ্গত ভাবে মই বিচাৰো যে তেখেতৰ পত্নী হিচাপে আপুনি মোক যথাযথ স্থান দি সমুচিত ব্যৱহাৰ কৰিব। গুপুতে অৱজ্ঞাসুচক মন্তব্য কৰি মোক হাৰাশাস্তি কৰিবলৈ যত্ন নকৰিব। মই কোনো দোষ কৰা নাই আৰু আপোনাৰো একো অপকাৰ কৰা নাই।'

নিজে আয়ত্ব কৰি আপোন কৰি লোৱা নিষ্ঠুৰ স্বভাৱটো প্ৰকাশ কৰি হেনচাৰ্ডে ক'লে, 'অধামুৰ্খ, এইদৰে চিঠি লিখি তাই বান্ধ খাই মৰিব খুজিছে নেকি? আই আন উপায় বিচাৰি নেপালেনে? তাইৰ কি অৱস্থা হ'ব যদি তাইৰ মৰমৰ গিৰিয়েকক এই চিঠিখন মই দি দিওগৈ— ছি ছিঃ এনে কামনো কৰিব লাগেনে?'

সেইদিন ধৰি লুচেতাই ঘাঁহ খেৰ আৰু শস্য ৰখা ভঁৰালৰ পিনে যোৱাটো এৰাই চলিবলৈ ধৰিলে। হেনচাৰ্ডক আৰু এবাৰ তেনেদৰে দেখা পোৱাতকৈ মৃত্যুৱেই শ্ৰেয় বুলি তাই ধৰি ললে। তেওলোকৰ মাজৰ প্ৰগাঢ় বিভেদ দিনে দিনে বেছি হৈ হে যাবলৈ ধৰিলে। ফাৰফ্ৰেই অৱশ্যে তেওঁৰ স্খলিত বন্ধুজনৰ প্ৰতি সদায় সহানুভূতিশীল আছিল। ক্ৰমে ক্ৰমে সেইটোও অসম্ভৱ হৈ আহিবলৈ ধৰিলে। এনেকুৱা এটা অৱস্থাৰ সৃষ্টি হলহি যে তেওঁ আন বনুৱাবোৰতকৈ হেনচাৰ্ডক উচ্চ স্থান দিব নোৱাৰা হৈ পৰিল। হেনচাৰ্ডে এই সকলোবোৰ দেখি শুনিও নিজৰ ভাবলেশহীন অন্তৰখনত এই কথাবোৰ গোপনে ৰাখিছিল। তেওঁ দৈনিক থ্ৰীমেৰিনাৰ্চ হোটেলখনলৈ

গৈ মুকলি মনেৰে মদ খাই খাই কলিজাখন শক্তিশালী কৰি ৰাখিব পাৰি বুলি ভাবিছিল।

মদ খোৱাৰ পৰা বিৰত ৰাখিবৰ কাৰণে এলিজাবেথ-জেনে সদায় পাঁচমান বজাত এটা সৰু বাস্কেটত তেওঁৰ কাৰণে চাহ জলপান লৈ গৈছিল। এদিন তাই অহাৰ সময়ত তেওঁ শস্য ভঁৰালৰ ওপৰৰ চাঙ এখনত ক্লোভাৰ আৰু সৰিয়হ জাতীয় গুটি জুখি আছিল। দেউতাক ওপৰৰ চাঙত থকা দেখি তাইও ওপৰলৈ উঠি গ'ল। ভঁৰালবোৰৰ কেবাটাও খলপ আছিল। প্ৰতিটো খলপত এখন চাং আৰু এখনকৈ দুৱাৰ। শিকলিৰ মূৰৰ হাকোটাতে লগাই থোৱা যন্ত্ৰটো দুৱাৰখনৰ কাষৰে উঠা নমা কৰে।

এলিজাবেথ-জেনে চিৰিটো বগাই ওপৰলৈ উঠি গ'ল। ভঁৰালৰ ওপৰৰ দুৱাৰখন খোলা আছিল। ফাৰফ্ৰে দুৱাৰখনৰ ওচৰতে থিয় দি আছিল। দেউতাক তেওঁৰ পিছ পিনে। কথা পাতিব পৰা দূৰত্বত। ফাৰফ্ৰে খোলা দুৱাৰ খনৰ অতি সংকীৰ্ণ কাণটোত থিয় দি থকাৰ কাৰণে হঠাতে পিছলি বা মূৰ ঘূৰাই পৰি যোৱাটোও একো অসম্ভৱ কথা নাছিল। চিএৰ-বাখৰ কৰি বাধা দিবলৈ চেষ্টা নকৰি তাই মূৰটো তল কৰি চিৰিটোৰ পিছ পিনে কিছুপৰ থিয় দি থাকিল। এইদৰে ৰৈ থাকোতে তাইৰ চকুত ভাঁহি উঠিল, বা তাই কিবা এটা ঘটনা কল্পনা কৰিলে— দেউতাকৰ হাতখন লাহে লাহে ওপৰলৈ দাংখাই ফাৰফ্ৰেৰ পিছ পিনৰ বাউসিৰ ওচৰ পালেহি— তাৰ পিছত তেওঁৰ মুখখন কিম্ভুত কিমাকাৰ হ'ল। ডেকা মানুহজনে ইয়াৰ একো উমানকে পোৱা নাছিল। কাৰণ পোনপটীয়াভাৱে এনেকুৱা কিবা এটা হোৱাৰ তেওঁ কোনো ধৰণৰ লক্ষণেই দেখা নাছিল। দেখাহেঁতেনো ফাৰফ্ৰেই ভাবিলেহেঁতেন যে তেওঁৰ হাতখন এনেয়েহে দাং খাই আগবাঢ়ি আহিছিল। কোনো ধৰণৰ বেয়া মতলব আছে বুলি ধৰিব নোৱাৰিলেহেঁতেন। কিন্তু তেওঁক সামান্য ভাৱে চুই দিলেই ভাৰসাম্য হেৰুৱাই ওভোটা মূৰে ফাৰফ্ৰে আহি মাটিত পৰিলেহিহেঁতেন।

এনেকুৱা কিবা এটা হোৱাৰ সম্ভাবনা দেখি এলিজাবেথৰ মনত বৰ বিতৃষ্ণা জাগিল। এইবোৰৰ বিষয়ে একো নেভাবি তেওঁলোক সিফালে যাওঁতেই তাই দেউতাকক চাহ জলপান দি তাৰ পৰা গুচি আহিল। পিছত ভাবি গুণি নিজকে প্ৰত্যয় নিয়াবলৈ যত্ন কৰিলে যে সেইবোৰ নিষ্কৰ্মা মানুহৰ বলিয়ালিহে নেকি। আতকৈ বেছি ভাবিবলৈ তাই এৰি দিলে। কিন্তু আনপিনৰ পৰা চাবলৈ গ'লে তেওঁ যিটো ব্যৱসায় প্ৰতিষ্ঠানৰ এসময়ত মালিক আছিল তাতে তেওঁ এতিয়া নাম-নাচ নোহোৱা ব্যক্তি এজন হৈ থকাৰ ৰূঢ় বাস্তৱে তেওঁৰ অন্তৰখন বিষময় কৰি অনবৰতে খুলি খুলি খাই আছিল। এইবোৰ ভাবি তাই ডোনাল্ডক সাৱধান কৰি দিয়াটোকে ঠিৰাং কৰিলে।

# চতু-ত্ৰিংশতি অধ্যায়

তাকে ভাবি তাই পিছদিনা ৰাতিপুৱা পাচ মান বজাতে উঠি আলিবাটলৈ ওলাই আহিল। পোহৰ তেতিয়াও ভালকৈ হোৱাই নাছিল। চাৰিওপিনে ডাঠ কুঁৱলি। অন্ধকাৰহে থকাত কাৰো ক'তো একো সাৰসুৰ নাছিল। আয়তক্ষেত্ৰ আকাৰৰ চহৰখনৰ চাৰিওদিশে থকা আলিবাটৰ কাষৰ ঘন শাৰী শাৰী গছবোৰৰ পৰা এটা সো-সোৱনি শব্দ আহি আছিল। গছৰ ডাল পাতত ঘনীভূত হৈ লাগি থকা বৰফৰ পৰা এটোপ দুটোপ পানী নিগৰি নিগৰি পৰি আছিল। পশ্চিমদিশৰ পৰা বলা বতাহত প্ৰধানকৈ সো-সোৱনি শব্দবোৰ ভাহি আহিছিল। কেতিয়াবা আকৌ দক্ষিণ পশ্চিম দিশৰ পৰাও বতাহ মাৰিছিল। কোনো কোনো সময়ত দুয়োপিনৰ পৰা সমানে বতাহ বলিছিল। তেনে এটা সময়তে তাই কৰ্ণষ্ট্ৰীটৰ নিম্নভাগেদি আহি আছিল। ফাৰফ্ৰে সেই সময়তে সেই বাটটোৰেদি ঘূৰিবলৈ আহে বুলি তাই জানে। কেইমিনিটমানৰ পিছতেই তাইৰ পৰিচিত গেটখন খোলোতে ধং কৰে উঠা শব্দটো শুনিবলৈ পালে। তাৰ পিছত দুয়ো একেটা দিশেদিযেই খোজ দিলে— দুয়োকাষে শাৰী শাৰীকৈ গছ থকা আলিটোৰেদি। আলিটোৰ একেবাৰে মূৰত থকা গছ জোপাই হোৰোসা মাৰি ধৰি থকা ঘৰটোৰ কাষতে আহি তাই থিয় দিলেহি। সেইখিনি ঠাইতে ফাৰফ্ৰেই এজনী ছোৱালী দেখাযেন কৰিলে। ডাঠ কুঁৱলি আৰু পোহৰৰ অভাৱ হোৱাৰ কাৰণে সেইজনীনো কোন তেওঁ প্ৰথমে খাটাংকৈ ধৰিব পৰা নাছিল।

চিনি পোৱাৰ লগে লগেই তেওঁ সুধিলে 'কি হ'ল, মিচ্ হেনচাৰ্ড, — তুমিও ইমান সোনকালে উঠানে?'

অসময়ত তেওঁক বাটতে আগভেটি ধৰাৰ কাৰণে তাই ক্ষমা প্ৰাৰ্থনা বিচাৰি ক'লে, 'মই কিবা কথা এটাৰ কাৰণে বৰ চিন্তিত হৈ আছোঁ,' তাই ক'লে, 'পিছে মিচেছ ফাৰফ্ৰেক সেই বিষয়টো লৈ মই আতঙ্কিত কৰিব খোজা নাই।'

'ঠিক আছে, কোৱাচোন বাৰু?' বয়সস্থজনে কনিষ্ঠ জনক শুভেচ্ছা জ্ঞাপন কৰাৰ সুৰত তেওঁ ক'লে, 'সেইটোনো কি হ'ব পাৰে বাৰু! তুমি আমাৰ হিতৰ কাৰণেই কিবা এটা ক'বা নিশ্চয়, নহয় জানো?'

কি বুলিনো আৰম্ভ কৰিব লাগে তাকে ভাবি তাই বিপাঙত পৰিল। তাইৰ মনলৈ যিবোৰ ভয়াবহ সম্ভাৱনাৰ কথা আহিছিল সেইবোৰ হৰহ মুখৰ পৰা উলিয়াব পৰা ধৰণৰ নহয়েই। কিন্তু তথাপিও তাই আৰম্ভ কৰিলে আৰু হেনচাৰ্ডৰ নামটোও প্ৰসঙ্গক্ৰমে উল্লেখ কৰিলে। 'মোৰ কেতিয়াবা ভয় হয়,' নকওঁ নকওঁ বুলি ভবা সত্ত্বেও কথাষাৰ তাইৰ মুখৰ পৰা ওলাল, 'সজ্ঞানে নহলেও তেওঁ কিবা এটা কৰি দিয়ে বুলি মোৰ ভয় সোমাইছে — সাংঘাতিক কিবা ঘটনা এটা — আপোনাক

অপমানো কৰিব পাৰে, চাৰ।'

'কিন্তু আমি দুজন যে অতি ঘনিষ্ঠ বন্ধু?'

'কেতিয়াবা ধেমালিৰ চলতো তেওঁ আপোনাক কিবা এটা কৰি দিব পাৰে। আপুনিতো জানিছেই, তেখেতে অত্যন্ত পৰিশ্ৰম কৰিহে কোনোমতে চলি আছে।'

'কিন্তু আমাৰ কথাবতৰা বিলাকতো অতি বন্ধুত্বপূৰ্ণ?'

'নহয় মানে, মোৰ ভয় হৈছে আপোনাক কিজানি কিবা এটা কৰি দিয়ে—'আপোনাৰ মনত দুখ দিয়ে, আপুনি কষ্ট পায়, গতিকেই আপুনি ।' প্ৰতিটো শব্দ উচ্চাৰণ কৰোঁতে তাইৰ যথেষ্ট সময় লাগিছিল, তাৰো দুগুণে তাই মনত দুখ পাইছিল। তাই বুজি পালে যে ফাৰফ্ৰে আগৰদৰে সবল বিশ্বাসী হৈয়েই আছে।

ফাৰফ্ৰেই ভাবে যে হেনচাৰ্ড এতিয়া তেওঁৰ প্ৰতিষ্ঠানত দিন মজুৰি কৰা এটি নিমাখিত প্ৰাণী। তেওঁৰ ওপৰত প্ৰভুত্ব চলোৱা আগৰ হেনচাৰ্ডজন নহয়। কিন্তু আচলতে হেনচাৰ্ড সেই আগৰ মানুহজনেই হৈ থকাৰ উপৰিও তেওঁৰ সাময়িকভাৱে লুপ্ত হৈ থকা কালান্তক প্ৰকৃতিটো খুন্দা খুন্দুলি খাই এতিয়া পুণৰ্জীৱিত হৈ উঠিছেহি।

ৰং মনেৰে ঘূৰি ফুৰা ফাৰফ্ৰেই তেওঁৰ প্ৰতি কোনো ধৰণৰ বেয়াভাৱেই পোষণ কৰি থকা নাছিল। গতিকেই তাইৰ ভয়ৰ কাৰণটো লঘু কৰি উৰুৱাই দি তেওঁলোকে বিদায় ল'লে। সেই সময়তে হাজিৰা কৰা বনুৱাবোৰ কামলৈ বুলি ওলাই আহিছিল। মালগাড়ীৰ চালক সকলেও গাড়ীত ব্যৱহাৰ কৰা ঘোঁৰাৰ লেকাম আদি সৰু সুৰা মেৰামতিৰ কামবোৰ কৰাই ল'বৰ কাৰণে বাটলৈ ওলাবলৈ আৰম্ভ কৰিছিল। শস্যৰ পামত খটুৱা ঘোঁৰাৰ খুড়াত লোহা লগাবলগীয়া হোৱা সকলো কমাৰশালৰ পিনে ৰাওনা হৈছিল। কাম বিচাৰি অহা চেঙেলীয়া ল'ৰাবোৰেও কামৰ সন্ধানত ইফালে সিফালে লৰা ঢপৰা কৰি আছিল। এলিজাবেথ আহি নিজৰ ঘৰত সোমালেহি যদিও মনটো অশান্ত হৈয়েই থাকিল। তাই ভাবিবলৈ ধৰিলে যে তাই ভাল কাম নকৰিলে। বৰঞ্চ আশঙ্কাটোৰ কথা কৈ ভুলহে কৰিলে। সন্দেহৰ সপক্ষে তাই কোনো ধৰণৰ সবল যুক্তি দাঙি ধৰিবও নোৱাৰিলে।

ডোন্যাল্ড ফাৰফ্ৰেৰ মনত কিবা এটা কথা সোমালে সেইটো সততাই ওলাই নেযায়। কিছুমান কথাত কেতিয়াবা পৰিবৰ্ত্তিত অৱস্থালৈ লক্ষ্য ৰাখি মন সলনি নকৰাকৈ অৱশ্যে নেথাকে। কিন্তু সেইবুলি আবেগ অনুভূতিৰ বশবৰ্তী হৈ লোৱা সিদ্ধান্তবোৰ তেওঁৰ স্থায়ী সিদ্ধান্ত কেতিয়াও নাছিল। দোক-মোকালি সময়ত লগ পোৱা নিষ্ঠাবান এলিজাবেথৰ হিমাবৃত মুখখন তেওঁৰ মনলৈ দিনটোত কেইবাবাৰো আহিছিল। এলিজাবেথৰ চৰিত্ৰৰ নিৰ্ভৰ যোগ্যতাৰ ওপৰত তেওঁৰ সম্পূৰ্ণ বিশ্বাসো আছিল। তাই নিশ্চয় একেবাৰে নিৰৰ্থক কথা কোৱা নাছিল।

হেনচাৰ্ডৰ প্ৰতি সদ্ভাৱেই থকা ফাৰফ্ৰেই তেওঁক কামত নিয়োগ কৰাৰ

উপৰিও তেওঁৰ উপযোগী হোৱাকৈ এখন সুকীয়া আচনিৰ কথাও ভালেমান দিনৰে পৰা ভাবি আছিল। সেইখন পৰিত্যাগ কৰাৰ কথা তেওঁ কিন্তু নেভাবিলে। সেইদিনা পিছবেলা উকিল জয়চ আৰু চহৰৰ চিৰস্তাদাৰ জনক লগ পাওতে তেওঁৰ আঁচনিখনৰ কথা পুনৰ উনুকিওৱাৰ সময়তো তেওঁৰ মনত কোনো ধৰণৰ দ্বিধা সংকোচ নাছিল।

'গীৰ্জা ঘৰটোৰ প্ৰাঙ্গনৰ পৰা দেখিয়েই থাকি, আপুনি মন কৰিছেনে। শস্যৰ গুটি বিক্ৰী কৰা সেই দোকানখন ভাবালৈ দিব। মোক নেলাগে, আমাৰ চহৰৰ দুৰ্কপলীয়া হেনচাৰ্ডৰ কাৰণেহে লাগে,' তেখেত সকলক অনুৰোধ কৰাৰ সুৰত তেওঁ কৈছিল। 'তেওঁৰ কাৰণে পুনৰ এক আৰম্ভণি হ'ব, অৱশ্যে নিচেই সৰুকৈ। পৰিষদৰ সদস্য সকলকো মই ভিতৰুৱাকৈ কৈছো যে কিছু টকা পইছা তুলি তেখেতক প্ৰতিষ্ঠা কৰিবলৈ লোৱা প্ৰচেষ্টাত মই নিজৰ ফালৰ পৰাও আগভাগ লম। পঞ্চাশ পাউণ্ড মই নিজেই দিম বুলিও কৈছোঁ যদি বাকীবোৰে মিলিজুলি আৰু পঞ্চাশপাউণ্ড তুলিব পাৰে।'

'হয়, হয় বেছ ভাল কথা, মইও তেনেকৈ শুনিবলৈ পাইছো। এই সুন্দৰ প্ৰস্তাৱটোৰ বিপক্ষে ক'ব লগীয়াতো একোৱেই নাই।' মুকলিমনেৰে চহৰৰ চিৰস্তদাৰজনে ক'লে। 'কিন্তু শুনা ফাৰফ্ৰে, তুমি নিজে নেদেখা ফালটো আনে হ'লে দেখে। হেনচাৰ্ডে তোমাক ঘৃণা কৰে— মই দুনাই কৈছোঁ তেওঁ তোমাক ঘৃণা কৰে বুলি। সেই কথাটো তুমি নজনাকৈ থকা উচিতো নহয়। মই জানিবলৈ পাইছোঁ, যোৱা নিশা তেওঁ থ্ৰীমেৰিণাৰ্চলৈগৈ যিবোৰ কথা ৰাজহুৱাভাৱে প্ৰকাশ কৰিলে তেনে ধৰণৰ কথা এজন মানুহে আন এজন মানুহক কোৱা একেবাৰে অনুচিত।'

'তেওঁ সচাঁকৈয়েই তেনেকৈ কৈছেনে— উহ উহ সঁচাকৈয়ে নে?' ফাৰফ্ৰেই তললৈ মুৰটো কৰি কৈ গ'ল। 'তেওঁ তেনেকুৱা কাম কিয় কৰিবলৈ লৈছে?' তিক্ততালগাত ডেকা জনে ক'লে, 'মইনো তেওঁক, কি এনে অপকাৰ কৰিলোঁ যে তেওঁ এনে ধৰণৰ কথা কৈ মোৰ অপকাৰ সাধিব খুজিছে?'

'ভগবানেহে জানে,' চকুৰ পতা দুখন তলমূৱা কৰি জয়ছে ক'লে, ইয়াৰ পৰা ইয়াকে বুজা গ'ল যে তেওঁৰ নিচিনা মানুহ এজনৰ লগত তোমাৰ চলাটো অসম্ভৱেই বুলিব লাগিব। তুমি তেখেতক তোমাৰ কামতো নিয়োগ কৰিছা নহয়।'

'যিজন মানুহ এসময়ত মোৰ বন্ধু আছিল সেইজন মানুহক মই কামৰ পৰা খেদিব পাৰো জানো? তাৰোপৰি মই ইয়ালৈ প্ৰথম আহোতে ইয়াত খোপনি এটা লোৱাত মোক তেখেতেই সহায় কৰিছিল। ওহো, মই যেতিয়ালৈকে তেওঁক কাম এটা দিব পৰা অৱস্থাত থাকিম তেতিয়ালৈকে তেওঁ মোৰ লগতেই কাম কৰি থাকিব। তেওঁৰ ইচ্ছা নহ'লে বেলেগ কথা। সেইকণ সহায়ৰ পৰা তেওঁক মই বঞ্চিত কৰিব নোৱাৰো। পিছে, পুনৰ বিবেচনা নকৰালৈকে তেওঁক দোকান এখন

পাতি দিয়াৰ কথাটো মই বৰ্ত্তমান স্থগিত ৰাখিলো।'

আঁচনিখন বাদ দিব লগীয়া হোৱাত তেওঁ বৰ বেজাৰ পালে। সকলোৱে তেওঁৰ পৰিকল্পনাত চেঁচা পানী ঢলাত আৰু তিক্ততাপূৰ্ণ কথাবোৰ শুনাৰ পিছত তেওঁ আগৰ মত পৰিবৰ্তন কৰিব লগা হ'ল। দোকানখনৰ আগৰ মালিকজন তাতে উপস্থিত থকাত তেওঁকো ফাৰফ্ৰেই বুজাবলগীয়া হ'ল তেওঁনো কিয় বন্দবস্তটো বাতিল কৰিব লগীয়া হ'ল। কথাবোৰ কওঁতে ডোন্যাল্ডে নামটোও উল্লেখ কৰিছিল। আগতে ভবাৰদৰে কামটো হৈ নুঠাৰ ব্যাখ্যাও সিজনক দিলে।

কামটো হৈ নুঠাত দোকানীজন ক্ষুব্ধ হৈ পৰিল। তেওঁ হতাশ মনেৰে গৈ হেনচাৰ্ডক জনালেগৈ যে পৰিষদে তেওঁক পাতি দিব খোজা দোকানখন ফাৰফ্ৰেইহে বিধি পথালি দি বন্ধ কৰিলে। এই ভুল বুজাবুজিটোৰ কাৰণে শত্ৰুতা দুগুণে বাঢ়িবলৈ ধৰিলে।

আবেলি সময়ত সেইদিনা ফাৰফ্ৰে ঘৰতে আছিল। হাঁহকণীৰ দৰে ঘূৰণীয়া চৌকাটোৰ ওপৰত থকা চাহৰ কেটলিটোত পানী উতলি আছিল। বকবকাই থকা পানীখিনিয়ে যেন তালমান ৰক্ষা কৰি গীতহে জুৰি আছিল। তেনেতে ৰাংঢালী লুচেতাই সৰু ছোৱালী এজনীৰ দৰে দৌৰ মাৰি আহি ফাৰফ্ৰেৰ হাতখনতে ধৰিলেহি। ফাৰফ্ৰেই মৰমতে তাইৰহাতত চুমা এটা খাই দিলে। 'আহ চোৱাচোন খিৰিকীৰে কোনোৱাই দেখিলেনেকি? পৰ্দাখন দাং খাই আছিল। মানুহে দেখিলে ভাবিব, ইহঁত কি অসভ্য।'

সন্ধ্যা বন্তি লগাবৰ পৰ হোৱাত খিৰিকীৰ পৰ্দাবোৰ টানি দিয়া হ'ল। তেওঁলোক দুজনো চাহ খাবলৈ বহিল। তাই মন কৰিলে যে মানুহজনে গভীৰভাবে কিবাএটা চিন্তা কৰি আছে। সকৰুণ দৃষ্টিৰে সেইদৰে তাই তেওঁৰ পিনে চাই থকাৰ কাৰণটোৰ কথা তেওঁ নুসুধিলে। প্ৰশ্ন এটা অৱশ্যে তেওঁ কৰিলে।

'কোনোবা মানুহ ঘৰলৈ আহিছিলনেকি?' অন্যমনস্কভাৱে তেওঁ আকৌ সুধিলে 'মোক বিচাৰি কোনোবা আহিছিলনেকি?'

'নাই।' লুচেটাই ক'লে 'কি, হৈছে কি ডোন্যাল্ড তোমাৰ?'

'কবলৈ গ'লে একোৱেই নাই,' উত্তৰত তেওঁ ক'লে।

'তেনেহলে চিন্তা কৰি নেথাকিবা, সেইবোৰ মনৰ পৰা বাদ দিয়া। যি বিপদৰে সন্মুখীন নোহোৱা লাগে, তুমি সেইবোৰ অতিক্ৰম কৰিব পাৰিবা। তাতে আকৌ স্কটচ্ মানুহবোৰ সদায় বৰ ভাগ্যবান।'

'নাই সদায় নহয়, তেওঁ বিৰস মনে মূৰটো লৰাই কাঢ়িৰ টুকুৰা এডোখৰৰ পিনে হাতখন মেলিলে। মই বহুতো মানুহ জানো যিসকলৰ ভাগ্য ভাল বুলিব নোৱাৰি। মই জনাত ছেন্দী মেকফাৰলেন্ আমেৰিকালে বুলি ৰাওনা হৈ বাটতে

জাহাজ ডুবি মৰিল। আকৌ আৰ্চিবাল্ড লেইয়ক হত্যা কৰিলে। তাৰোপৰি বেচেৰা উইলী ডানব্ৰীজ আৰু মেইটলেণ্ড মেকফ্ৰীজ পানীৰ কোবাল সোঁতত পৰি কেনিবাদি উটি গুচি গ'ল।

ইচ্, তুমি আৰু কি হোজা মানুহৰ দৰে কথাবোৰ নিজৰ গাতে পাতি লোৱা। এইবোৰ আখৰে আখৰে লোৱা কথা নহয়। আমাৰ চাহ খোৱা হলেই তুমি কিন্তু মোক সেই হাঁহি উঠা 'হাই হিল্ চুন্ এণ্ড চিলাৰ টেগ,' আৰু 'ৰাণ, এণ্ড- ফাৰ্টি উৱাৰ্চৰ গানটো গাই শুনাব লাগিব এতিয়া।'

'নাই, নাই আজি মই গান গাব নোৱাৰো। সেই হেনচাৰ্ড নামৰ মানুহজনৰ কাৰণেই মোৰ চিন্তা। তেওঁ মোক ঘৃণা কৰে, ইমানেই ঘৃণা কৰে যে মই আনকি বন্ধুভাবে তেওঁৰ ওচৰ চপাতোও তেওঁ নিবিচাৰে। তেওঁ মোৰ প্ৰতি ঈৰ্ষাপৰায়ণ হোৱাটো মই বুজিব পাৰো কিন্তু তেওঁৰ এনে অত্যন্ত ঘৃণাৰ কাৰণ মই বিচাৰি পোৱা নাই। তুমি পাৰিবানে বাৰু, লুচেতা? এইটো ব্যৱসায়ৰ ক্ষেত্ৰত হোৱা প্ৰতিদ্ন্দ্বিতাৰ ফলতকৈ প্ৰেম সংক্ৰান্তত হোৱা পুৰণি কলীয়া কিবা অৰিয়া অৰি যেনহে লাগিছে মোৰ।'

লুচেতা নিস্প্ৰভ হৈ গ'ল। 'নহয়' বুলি তাই চুটিকৈ উত্তৰটো দিলে। 'মই তেওঁক কাম দিছো। কামটোৰ পৰা এৰুৱাইও দিব নোৱাৰো। আনপিনে তেওঁৰ দৰে উগ্ৰ ভাব প্ৰৱণ মানুহ এজনৰ পৰা নিৰাপত্তাৰ আশ্বাস পাম বুলি চকু মুদি বহি থাকিবও নোৱাৰো।'

'অ ডোন্যাল্ড। তুমি কি শুনিছা বাৰু?' লুচেতাই আতঙ্কিত হৈ সুধিলে ফুটাই নকলেও তাইৰ কঁপি উঠা ওঁঠ দুটাত মনৰ ভাব স্পষ্ট হৈ ফুটি উঠিছিল, 'মোৰ বিষয়ে কিবা কৈছে নেকি বাৰু?' তাই ইমানেই বিচলিত হৈছিল যে তাইৰ চকুদুটাৰ পৰা টপ টপকৈ পানী পৰিবলৈ ধৰিছিল।

'নাই নাই,— তুমি ভবাৰ দৰে কথাটো সিমান গুৰুত্বপূৰ্ণ নহয়,' ফাৰফ্ৰেই তাইৰ মনটো পাতলাবৰ কাৰণে ক'লে। কিন্তু প্ৰকৃততে কথাটো তাই যিমান গুৰুত্বপূৰ্ণ বুলি ভাবিছিল, ফাৰফ্ৰেই সিমান বুলি ভবা নাছিল।

'মই ভাবো যে আমি ইয়াৰ পৰা গুচি যাওঁগে। আমি আগতেও এই বিষয়ে আলোচনা কৰিছিলোঁ।' তাই বিষণ্ণ মনে ক'লে। 'ব্যৱসায় এৰি ইয়াৰ পৰা গুচি গ'লেও আমাৰ একো অসুবিধা নহয়। আমাৰ হাতত যথেষ্ট পইচা আছে, গতিকে আমিনো ইয়াত কিয় থাকিব লাগে?'

ফাৰফ্ৰেই সেই পৰামৰ্শটো গুৰুত্বসহকাৰে বিচাৰ কৰিবলৈ মান্তি হ'ল। এই বিষয়ে আৰু অধিক আলোচনা কৰিবলৈ লওঁতেই কোনোবা আলহী এজন আহিছে বুলি জনোৱাত তেওঁলোকে কথাটো সিমানতে সামৰি থবলগীয়া হ'ল। তেওঁলোকৰ

ওচৰ চুবুৰীয়া অন্ডাৰমেন্ ৰাট আহি ভিতৰ সোমালেহি।

'ডাক্তৰ শ্বকফিল্ডৰ মৃত্যু হৈছে বুলি আপোনালোকে গম পাইছে নিশ্চয়? তেখেত আজি আবেলি পাঁচ বজাত ঢুকাল। দুখ লাগে বেচেৰা মানুহজনলৈ' মিষ্টাৰ ৰাটে ক'লে। 'ভালেমান দিন সদস্য হৈ থকাৰ পিছত যোৱা বছৰ নবেম্বৰ মাহতহে শ্বক্‌ফিল্ড মেয়ৰ পদলৈ মনোনীত হৈছিল।'

দুঃ সংবাদটো শুনি ফাৰফ্ৰেই মনত বৰ বেজাৰ পালে। তেওঁ দুখ প্ৰকাশ কৰিবলৈ ধৰিলে। মিষ্টাৰ ৰাটে কিন্তু সেইবোৰলৈ আওকাণ কৰি পুনৰ আৰম্ভ কৰিলে, 'অৱশ্যে আমি আজি কিছুদিনৰ পৰা অনুমান কৰিছিলোৱেই যে তেখেত আৰু বেছিদিন নেথাকে। তেখেতে নিজৰ পৰিয়ালৰ কাৰণে যথোচিত ব্যৱস্থা কৰি থৈ গৈছে। যিটো হ'বলগীয়া আছিল হৈয়েই গ'ল। আমি এতিয়া মানি লোৱাই ভাল। বেজাৰ কৰি থাকিটো একো লাভ নাই। আপোনাক ভিতৰৰাকৈ কথা এটা সুধি যাও বুলিহে সোমালো। মই যদি তেখেতৰ ঠাইত আপোনাৰ নামটো প্ৰস্তাৱ কৰোঁ আৰু আনেও যদি একো আপত্তি নিদিয়ে আপুনি বাৰু মেয়ৰ পদটো গ্ৰহণ কৰিবলৈ সন্মতি জনাবনে?'

'কিন্তু মোতকৈ জ্যেষ্ঠলোক আছে নহয়, তেখেত সকলেহে সেই আসনখন পাব লাগে। মই এতিয়াই পাবৰ হোৱা নাই। মোৰ বয়সো কম হৈ আছে। এতিয়া মই সোমাবলৈ গ'লে আনক ঠেলা মাৰি সোমাবলৈ যোৱাৰ দৰেহে হ'বগৈ।' ফাৰফ্ৰেই কিছু সময় চিন্তা কৰাৰ পিছতহে উত্তৰটো দিলেগৈ।

'সেইবোৰ কথা আপুনি অকণো চিন্তাই কৰিব নেলাগে। মই অকল মোৰ নিজৰ মনোভাৱৰ কথাই প্ৰকাশ কৰা নাই। আন কেবাজনেও আপোনাৰ নামকেহে উল্লেখ কৰিছে, আপুনি বিমুখ নকৰিলেই ভাল।'

'আমি ইয়াৰ পৰা গুচি যোৱাৰ কথাহে ভাবিছো,' লুচেতাই উৎকণ্ঠাৰে ফাৰফ্ৰেৰপিনে চাই মাজতে মাত লগালে।

'সেইটো আমাৰ মনৰ কল্পনাহে,' ফাৰফ্ৰেই সৰুকৈ ক'লে 'মই আপত্তি নকৰোঁ যদি সংখ্যা গৰিষ্ঠ মাননীয় সদস্য সকলে ইচ্ছা কৰে।'

'বৰ ভাল কথা, আপুনি নিৰ্বাচিত হ'ল বুলিয়েই ধৰি লওক। বুঢ়াসকলতো অতদিন আছিলেই।'

তেওঁ যোৱাৰ পিছতেই ফাৰফ্ৰেই গভীৰভাৱে চিন্তা কৰি ক'লে, 'চোৱাচোন বাৰু অজান শক্তি এটাই আমাক কেনেদৰে নিয়ন্ত্ৰণ কৰি আছে। আমি পৰিকল্পনা কৰোঁ কিবাএটা আৰু হয়গৈ কিবা এটা। তেওঁলোকে যদি মোক মেয়ৰ কৰিবলৈ ইচ্ছা কৰে তেন্তে আমি থাকি যাম। হেনচাৰ্ডে ক্ৰোধান্ধ হৈ যি চিঞৰ বাখৰ কৰে কৰি থাকক।'

সেইদিনা আবেলিৰ পৰা লুচেতা কিছু অস্থিৰ হ'বলৈ ধৰিলে। অবিবেচকৰ মূৰ্ত্ত আকাৰ তাই নোলোৱা হ'লেই ভাল আছিল, কিন্তু তেনে নহ'লগে। দুদিনমান পিছতে হেনচাৰ্ডক লগ পাওতেই তাই নকৰিবলগীয়া কাম এটা কৰিয়েই পেলালে।

'মাইকেল', তাই কলে, 'মই যোৱা কেই মাহমান আগৰে পৰা বিচাৰি থকা বস্তুটো মোক ঘূৰাই দিবলৈ আপোনাক পুনৰ অনুৰোধ কৰিলো— মোৰ চিঠি পত্ৰ সহ আন কাগজ পত্ৰ খিনি মোক ঘূৰাই দিব— যদি আপুনি ইতিমধ্যে সেইবোৰ নষ্ট কৰি পেলোৱা নাই। আপুনি ভাবি চাওক আমাৰ য্যাৰজীৰ সময়ৰ কথাবোৰ মচি পেলোৱাটো আমাৰ দুয়ো পক্ষৰ ভালৰ কাৰণে কিমান আৱশ্যকীয়।'

'হে ভগৱান, এই তিৰোতাজনীক চকু মেলি চাওক—কিয় মই তোমাৰ সকলোবোৰ চিঠি পত্ৰ আৰু তোমাৰ হাতৰ আখৰ থকা সামান্য কাগজৰ টুকুৰা এডোখৰলৈকে সামৰি-সুতৰি টোপোলা বান্ধি তোমাক সেইদিনা ঘোঁৰাবাগীখনত দিম বুলি লৈ গৈছিলো নহয়— কিন্তু তুমি নাহিলা।'

তাই বুজাই ক'লে যে সেইদিনা তাইৰ পেহীয়েকৰ মৃত্যু হোৱাৰ কাৰণে আগতে ঠিক কৰি থোৱা দিনটোত তাই যাত্ৰা কৰিব নোৱাৰিলে। 'তেনেহলে টোপোলাটো কি হ'ল?' তাই সুধিলে।

কি হ'ল তেওঁ কব নোৱাৰোঁ বুলি ক'লে। তথাপিও সেই বিষয়ে তেওঁ ভাবি চাব বুলিও ক'লে। তাই গুচি যোৱাৰ পিছতহে তেওঁৰ মনত পৰিল যে এসোপামান অদৰ্কাৰী কাগজ পত্ৰ তেওঁৰ পূৰ্বৰ ডাইনিং ৰুমৰ আলমাৰি এটাৰ খোলনিতে থাকি গৈছিল। সেইবোৰ তেওঁ তাতে এৰি থৈ আহিছিল— পূৰ্বতে তেওঁ থকা ঘৰটোৰ পকা বেৰৰ লগতে মজবুতকৈ সজা আলমাৰিটোৰ ভিতৰতে। এতিয়া তাত ফাৰফ্ৰে থাকে। চিঠিবোৰ সম্ভৱ সেই সোপাৰ মাজতে আছে।

তেওঁৰ মুখখন কিম্ভুত কিমাকাৰ হ'ল। তেওঁৰ মুখৰ পৰা বিকট হাঁহি এটা ওলাই আহিল। সেই আলমাৰিটোৰ খোলনিটো কোনোবাই খুলিলে নেকি?

এই ঘটনাটোৰ পিছদিনা সন্ধ্যা কেষ্টাৰব্ৰীজৰ চাৰিওপিনে শঙ্খ, ঘন্টা আৰু লগে লগে কাঁহ, পিতল, কাঠ, ভেৰাৰ নাৰীৰঙ্গ আৰু জন্তুৰ চালেৰে তৈয়াৰী বিবিধ বাদ্য যন্ত্ৰ বাজিবলৈ ধৰিলে। সেইবোৰৰ লগতে বেগু বাজিবলৈও ধৰিলে। ইমান প্ৰচণ্ড শব্দ কৰি বেণ্ড বজোৱাটো এটা আশ্চৰ্য্যজনক কথা, —তেনেকৈ বজোৱা আগতে কোনেও শুনা নাছিল। ফাৰফ্ৰে মেয়ৰ হ'ল,— ইজনৰ পিছত সিজনকৈ প্ৰথম চাৰ্লচৰ পৰা আৰম্ভ কৰি দুশৰো ওপৰ মেয়ৰ— লুচেতাৰ চহৰখনত ৰাজকীয় সম্মান কিন্তু হায়। সেই ফুলৰ কলিটোৰ ভিতৰতে সোমাই থকা পোকটো, হেনচাৰ্ড, তেওঁৰ বা আকৌ কি ক'বলগীয়া আছে।

তেওঁক দোকান এখন পাতি দিয়াৰ আচনিখন ফাৰফ্ৰেই বিধি পথালি দি

ধ্বংস কৰিলে বুলি উঠি থকা তেওঁৰ খংটো দুগুণে চৰিল। এডোখৰ গেলি পাঁচি যোৱা ঘাঁৰ দৰে হৈ সি বিকট ৰূপ ল'লেগৈ। ঠিক তেনে এটা সময়তে ফাৰফ্ৰে মেয়ৰ নিৰ্বাচিত হোৱা সুখবৰটো আহিল। (ফাৰফ্ৰে ডেকা মানুহ, অতে স্কটলেণ্ডৰ, সেই কাৰণেই খবৰটো নোহোৱা নোপোজা ধৰণৰ হৈ অভাৱনীয়ভাৱে মানুহৰ উৎকণ্ঠা বঢ়ালে।) কাঁহৰ ঘণ্টা আৰু চৈধ্যশতিকাৰ দুৰ্ধৰ্ষ টাৰ্টাৰ ফৌজৰ সেনাধ্যক্ষ টাইমুৰৰ লগত যোৱা সৈনিক সকলে বজোৱাৰ দৰে উন্মাদক বেগুপাটী আৰু ক্ৰেবিওলেটৰ শব্দ হ'বলৈ ধৰিছিল। সেইবোৰে হেনচাৰ্ডক নি ক'ত যে পেলালেগৈ সেইবোৰ কথা বৰ্ণনাতীত। তেওঁক বহিস্কৃত কৰা কাৰ্য সম্পূৰ্ণ হ'ল বুলি বুজিবলৈ আৰু বাকী নেথাকিল।

আনদিনাৰ দৰে পিছদিনা ৰাতিপুৱা তেওঁ শস্য থোৱা চৌহদটো পালেগৈ। প্ৰায় এঘাৰমান বজাত কাঠৰ সেউজীয়া দুৱাৰখন খুলি ডোন্যাল্ড আহি তাত উপস্থিত হলহি। চহৰ খনৰ আটাইতকৈ সন্মানীয় ব্যক্তি বুলি স্বীকৃতি পোৱাৰ লক্ষণ তেওঁৰ মুখমণ্ডলত ওলাই থকা নাছিল। তথাপিও এই নিৰ্বাচনটোৱে হেনচাৰ্ড আৰু তেওঁৰ মাজৰ সম্বন্ধৰ এক বিৰাট পৰিবৰ্তন ঘটালে। এই নতুন পৰিস্থিতিটোৱে তেওঁক পুনৰ বিমোৰত পেলালেহি। এইবোৰ কথালৈ আওকাণ কৰি থকা জনৰ সন্মুখত হেনচাৰ্ড আহি থিয় দিলেহি। ফাৰফ্ৰেও বিনম্ৰ ভাৱে তেওঁৰ ওচৰলৈ আগবাঢ়িল।

'মই তোমাক কথা এটা সুধিব খুজিছিলো।' হেনচাৰ্ডে ক'লে, 'সৰু টোপোলা এটাৰ কথা, সেইটো মোৰ আগৰ ডাইনিং ৰুমটোত থকা আলমাৰিটোৰ খোলনিতে সম্ভৱ এৰি থৈ আহিলোঁ।' সেই বিষয়ে আৰু একো বিশেষ বিৱৰণ তেওঁ নিদিলে।

'তেতিয়াহ'লে সেইটো তাতেই আছে,' ফাৰফ্ৰেই ক'লে, 'মই এতিয়ালৈকে সেই আলমাৰিটো খোলাই নাই। দৰকাৰী কাগজ পত্ৰ বোৰ বেঙ্কত ৰখাৰ কাৰণে সেইবোৰে ৰাতি মোৰ টোপনিত ব্যাঘাত নজন্মাই।'

'বস্তুটো ইমান মূল্যবানো নহয়,— অন্ততঃ মোৰ কাৰণে,' হেনচাৰ্ডে ক'লে, 'আজি সন্ধ্যা মই বিচাৰি যাম যদি তুমি বেয়া নোপোৱা।'

তেওঁ ভালেমান ৰাতিহে সেই ঠাইত ওলালেগৈ। আজি কালি প্ৰায়ে তেওঁ বৰ বেছিকৈ মদ খায়। সেইদিনাও ফাৰফ্ৰেৰ ঘৰলৈ গৈ কামটো সম্পন্ন কৰিবৰ কাৰণে খাই মেলি সাজু হৈ গৈছিল। বিদ্ৰুপাত্মক কথা কিছুমান মনতে আওৰাই আওৰাই তেওঁ কোঠাটোৰ ভিতৰ সোমালেগৈ। তেওঁ পাণ্ডি থোৱা কথাবোৰে জিভাৰ আগত নাচি নাচি ৰং-ধেমালি উপভোগ কৰিবলৈ সাজুহৈ আছিল। ঘৰটো সোমোৱাৰ পিছতো ইয়াৰ তীব্ৰতা কমা নাছিল। এসময়ত মালিক হৈ থকা ঘৰটোত এয়াই তেওঁৰ প্ৰথম পদাৰ্পন। বেলটো বজাই দিয়াৰ লগে লগেই তেওঁৰ মনলৈ এটা আচৰিত ধৰণৰ ভাব আহিল। তেওঁৰ আগৰ ভৃত্যবোৰক অন্যায়ভাৱে ভেটি দি

তেওঁৰ পৰা গা একবাৰ ব্যৱস্থা কৰি থৈছিল নেকি কোনোবাই? দুৱাৰবোৰৰ সঞ্চালনে তেওঁৰ বিগত দিনবোৰৰ হৃত চেতনা ঘূৰাই আনিলে।

ফাৰফ্ৰেই তেওঁক ডাইনিং ৰুমটোলৈকে আহ্বান কৰিলে। তেওঁ গৈ বেৰত লগাই থোৱা আলমাৰিটোৰ তলাটো খুলিলে। সেইআলমাৰিটো আছিল হেনচাৰ্ডৰ নিজা। এজন সুনিপুণ লোহা মিস্ত্ৰিয়ে তেওঁৰ নিৰ্দেশ মতে তৈয়াৰ কৰিছিল। ফাৰফ্ৰেই তেতিয়া খোলনিটো টান মাৰি খুলি কাগজ পত্ৰবোৰ উলিয়াই তেওঁক চমজাই দিলে। আগতেই সেইবোৰ তেওঁক চমজাই নিদিয়াৰ কাৰণে ক্ষমা প্ৰাৰ্থনাও খুজিলে।

'সেইটো কোনো কথা নহয়,' হেনচাৰ্ডে নীৰসভাৱে ক'লে। 'এইবোৰ কিছুমান চিঠিহে মাত্ৰ— সিমানেই আৰু একো নাই।' তেওঁ ক্ষন্তেক বহি প্ৰণয়পাশত বন্দীহে লিখা লুচেতাৰ আবেগ পূৰ্ণ চিঠিৰ টোপোলাটো খুলি কেইটামান পাত লুটিয়াই ক'লে, 'হব বাৰু, ইয়াতেই সেইবোৰ আছে, তথাপিও মই আকৌ এবাৰ চকুফুৰাই চাম। বাৰু, তেখেত মিচেচ ফাৰযেৰ গাভালে আছেনে? যোৱা কালি কম পৰিশ্ৰম হোৱা নাই নহয়।'

'তেওঁৰ অলপ ভাগৰ লাগিছিল, সেই কাৰণেই সোনকালে শুবলৈ গ'ল।' হেনচাৰ্ডে চিঠিবোৰ লৈ মনোযোগেৰে চাই ভাগ ভাগ কৰিলে। ফাৰফ্ৰে ডাইনিং টেবুল খনৰ সিমূৰে বহি থাকিল। 'তুমি বোধহয় পাহৰি যোৱা নাই মোৰ অতীত জীৱনৰ সেই দুৰ্লভ ঘটনাটো। সেই বিষয়ে মই তোমাক আগতে কৈছিলো নহয়। তেতিয়া সেই বিষয়ে তুমি মোক কিছু সহাযো কৰা নাছিলা জানো? এই চিঠিবোৰ সেই দুখলগা পৰ্বটোৰ সংক্ৰান্তৰে। ভগবানক ধন্যবাদ দিয়া যে সেই সকলোবোৰৰ লেঠা এতিয়া মৰিল।'

'বেছেৰী ছোৱালীজনীৰ পিছে কি হ'লগৈ?' ফাৰফ্ৰেই সুধিলে। 'ভাগ্যক্ৰমে তাইৰো বিয়া হৈ গ'ল, আৰু বেছ ভাল ধৰণেই হৈ গ'ল,' হেনচাৰ্ডে ক'লে, 'তাই কৰা তিৰস্কাৰে মোক আগতে যিদৰে বিন্ধিছিল এতিয়া আৰু তেনেকৈ নিবিন্ধে, তুমি মাত্ৰ জানি থোৱা এজনী খঙাল তিৰোতাই কি নকৰিব পাৰে।'

ফাৰফ্ৰেই অন্য ধৰণৰ ভাল কথা উলিয়াই হেনচাৰ্ডৰ মনটো পাতলাও বুলি ভাবিছিল। হেনচাৰ্ডে পিছে সেইবোৰ কথালৈ কাণ নিদিলে। উপায় অন্তৰ হৈ ফাৰফ্ৰেই হামিয়াই হিকটিয়াই হলেও হেনচাৰ্ডৰ কথাবোৰ শুনি থাকিব লগীয়া হ'ল।

"মোৰ কাৰণে" হেনচাৰ্ডে চিঠি এখনৰ পৰা পঢ়ি গ'ল, "কোনো ভবিষ্যত নাই। এই নিঃকিন প্ৰাণীটিয়ে সমাজৰ স্বীকৃতি প্ৰাপ্ত ৰীতি নীতি বিসৰ্জন দি আপোনাকেই মন প্ৰাণ সপি দিছিল— সেইজনী মানুহ আনৰ পত্নী হোৱাটো অসম্ভৱ। কিন্তু তেনেকুৱা এজনী মানুহো বাটে পথে দেখা পোৱা যি কোনো এজনী সাধাৰণ ছোৱালী হৈ পৰিল, আপোনাৰ কাৰণে— সেয়েই এতিয়া মোৰ দশা। কিবা অন্যায়

কৰিছে বুলি আপোনাক মই দোষাৰোপ কৰিব খোজা নাই, কিন্তু আপুনিয়েই সেই দুৰাৰথন নহয় জানো যাৰ মাজেদি মোলৈ অন্যায় বোৰ সৰকি আহিছে। আপোনাৰ বৰ্তমান পৰিবাৰৰ মৃত্যু হ'ল বুলি খাটাং হব পাৰিলেই মোক সেই ঠাইত প্ৰতিষ্ঠিত কৰিব বুলি আপুনি দি থকা আশ্বাসবোৰ নিচুকনিৰ বাহিৰে আন একো নহয়— তাৰ বাহিৰে ইয়াৰ আন কিবা অৰ্থ হ'ব পাৰে জানো? এনেকৈয়েই মই দিন নিয়াইছো। দুই এক মোৰ জনা শুনা মানুহেও মোক এৰা দিছে, আপোনাৰ দ্বাৰাও মই পৰিত্যক্ত হৈছো।"

'এনেকৈয়ে তাই মোৰ ওচৰলৈ আহিছিল,' হেনচাৰ্ডে ক'লে, 'বিধা বিধাকৈ তেনেকুৱা ভাষাৰে লিখা চিঠি গন্তি কৰি শেষ কৰিব নোৱাৰি। কিন্তু অৱশেষত তাই গৈ য'ত পৰিলগৈ তাৰ পৰা মই তাইক বচাব নোৱাৰিলো।'

'হয়', ফাৰফ্ৰেই অন্যমনস্ক ভাবে ক'লে, 'মাইকী মানুহৰ কথাবোৰ এনেকুৱাই।' নাৰী চৰিত্ৰ সম্পৰ্কে তেওঁৰ জ্ঞান অতি সীমিত। তথাপিও তেওঁ অৰ্চনা কৰা নাৰীগৰাকীৰ বাধাহীন ভাব প্ৰকাশ আৰু উল্লেখিত সেই সত্যকল্পিত অজান নাৰী গৰাকীৰ মাজত কিবা এটা গুণগত সাদৃশ্য দেখা পাইছিল। গ্ৰীক সকলৰ ৰতি দেৱী আফ্ৰোডাইটে যি চিত্ৰ অঙ্কন কৰিছিল তাৰ লগত তেওঁৰ মতৰ পাৰ্থক্য নাই।

হেনচাৰ্ডে আৰু এখন চিঠি মেলি লৈ পঢ়িবলৈ ধৰিলে। শেষত নামটো পাবৰ সময়ত আগৰদৰেই ৰৈ গ'ল।

'তাইৰ নামটো মই নকও,' তেওঁ সাধাৰণভাৱে কৈ গ'ল। 'মই যিহেতু বিয়া নকৰালো আৰু আন এজনে তাইক বিয়া কৰালে, তেনেস্থলত নামটো ক'লে তাইৰ প্ৰতি অন্যায় কৰা হ'ব।'

'আপুনি খুব ভাল কথা কৈছে,' ফাৰফ্ৰেই ক'লে, 'কিন্তু যেতিয়া আপোনাৰ পত্নী চুচান ঢুকাল তেতিয়া আপুনি তাইক বিয়া নকৰালে কিয়?' নিৰ্লিপ্তভাৱে ও ৰহৰহীয়াকৈ ফাৰফ্ৰেই আৰু যি দুই চাৰিটামান তেনে ধৰণৰ প্ৰশ্ন কৰিলে সেইবোৰৰ লগত যে তেওঁৰ কিবা সম্পৰ্ক আছে সেই কথা তেওঁতো নাজানেই।

'আহ— তুমি মোক সুধিব পাৰা।'

কথাষাৰ কওতে হেনচাৰ্ডৰ মুখৰ হাঁহিটোত পূৰ্ণিমাৰ জোনৰ অস্পষ্ট পোহৰৰ জিলিঙনি অকণ যেন দেখা পোৱা গৈছিল। 'তাইৰ ইমানবোৰ ওজৰ আপত্তি দেখুৱাই আছিল, কিন্তু যেতিয়া মোৰ উদাৰ অন্তৰখনে মোক সেই সকলোবোৰ কথা এৰিবলৈ বাধ্য কৰি তাইৰ কাষলৈ আগবঢ়াই নিলে, তেতিয়া দেখা পালো সেইজনী আৰু মোৰ হৈ থকা নাই।'

'তেওঁ আন এজনক বিয়া কৰালে, — হয়নে?' ফাৰফ্ৰেই ক'লে। হেনচাৰ্ডে ভাবিলে যে তেওঁ এই বিষয়ে আৰু ক'বলৈ গ'লে নাওখন আহি বন্তাহজাকৰ

একেবাৰে ওচৰ পাবহি আৰু তেতিয়া সেইখন উদ্ধাৰ কৰা টান হৈ পৰিব। সেই কাৰণেই তেওঁ কৈ থ'লে 'হয়, তেনেকুৱাই' বুলি।

'মানুহগৰাকীৰ কলিজাখন এঠাইৰ পৰা আন ঠাইলৈ বাগৰিযুৰা ধৰণৰ।' ফাৰক্লেই ক'লে।

'তাই ঠিক তেনেকুৱাই', হেনচাৰ্ডে দৃঢ়ভাবে ক'লে। ইয়াৰ পিছত তেওঁ তিনি আৰু চাৰি নম্বৰ চিঠিখন খুলিলে। এইবাৰ চিঠি পঢ়ি গৈ থাকোঁতে আন আখৰবোৰৰ লগতে চহীটোও মুখত ওলাই আহিব খুজিছিল। কিন্তু এইবাৰো তেওঁ বৈ গ'ল। ইয়াৰ গুঢ়াৰ্থনো কি সেই বিষয়ে থুলমূল কৈ ইয়াকে ক'ব পাৰি যে নাটকীয়ভাবে চিঠি পঢ়াৰ অন্তত শেষৰ নামটোও উল্লেখ কৰি পৰিয়ালটোলৈ ভীষণ প্ৰলয় অনাৰ দুৰ্বাৰ ইচ্ছা তেওঁৰ আছিল। মাথোন সেই উদ্দেশ্যটো লৈয়েই তেওঁ সেইদিনা ঘৰটোলৈ আহিছিল। কিন্তু তাত বহি থকাৰ সময়খিনিত তেওঁৰ শৰীৰত বৈ থকা শীতল বা ছাটিয়ে তেওঁক তেনে কৰিবলৈ নিদিলে। এনেদৰে হিয়াভাঙি চূড়মাৰ কৰিবলৈ তেওঁৰ সত নগ'ল। তেওঁৰ চৰিত্ৰৰ এনে এক গুণগত বৈশিষ্ট আছিল যে খঙত উগ্ৰমূৰ্ত্তি ধাৰণ কৰাৰ সময়ত দুয়োকে একেলগে ধ্বংস কৰাটো তেওঁৰ কাৰণে কোনো কথাই নহ'লহেতেন। কিন্তু চল কৰি বিষ সেৱন কৰোৱাৰ দৰে গৰ্হিত কাম একোটা তেওঁৰ দ্বাৰা সমাপন কৰাতো কোনো পধ্যেই সম্ভৱপৰ নহ'ল। তেনে কাম শত্ৰুতাৰ মাপকাঠিৰ পৰিসীমাৰ বাহিৰত বুলি তেওঁ নিজে গণ্য কৰিছিল।

## পঞ্চ-ত্ৰিংশতি অধ্যায়

ভাগৰ লগাৰ কাৰণে লুচেতা সোনকালে গৈ কোঠাত সোমোৱাৰ কথা ফাৰফ্ৰেই আগতেই উল্লেখ কৰিছিলেই। তাই বিচনাত পৰি জিৰণি লোৱা নাছিল। কাষৰ চকী এখনতে বহি কিবা কিবি পঢ়ি থকাৰ মাজতে দিনটোত হৈ যোৱা ঘটনাৱলীৰ বিষয়েও চিন্তা কৰি আছিল। হেনচাৰ্ডে বেলটো বজোৱাৰ সময়ত তাই ভাবিছিল— এই ৰাতিখননো কোন আহি ওলালেহি। ডাইনিং ৰুমটো তেওঁৰ শোৱা কোঠাৰ ঠিক তলতে বুলিব পাৰি। তাই অনুমান কৰিব পাৰিছিল যে কোনোবা এজনক ভিতৰত বহিবলৈ দিয়া হৈছিল। তেওঁ আধা ফুটা আধা নুফুটাকৈ কিবা কিবি পঢ়ি আছিল বুলিও তাই ধৰিব পাৰিছিল।

ডোন্যাল্ডৰ সচৰাচৰ ওপৰলৈ অহা সময় তেতিয়া উকলি গৈছিল। কিন্তু তথাপিও পঢ়া আৰু কথাবাৰ্তা চলিয়েই থাকিল। গুৰুতৰ কিবা অস্বাভাবিক অপৰাধ সংঘটিত হোৱাৰ গোন্ধ এটাহে তাই পাইছিল। তাৰ বাহিৰেতো আন একো কথাই ভাবিব পৰা নাছিল। তাইৰ ভাব হৈছিল যে কোনোবা এজনে কেষ্টাৰব্ৰীজ ক্ৰনিকলচ

নামৰ বাতৰি কাকত খনৰ পৰা কিবা ঘটনা এটা পঢ়ি আছিল। আমনি লগাত তাই কোঠাটোৰ পৰা নামি ওলাই আহি চিৰিটোৰ পিনে খোজ দিলে। ডাইনিং কমৰ দুৱাৰখন খোলা আছিল। জিৰণি লৈ থকা ঘৰ এখনৰ নীৰৱ নিস্তব্ধ পৰিৱেশত তাই চিৰিটোৰে নামি দুখোজমান যাওতেই ধৰিব পাৰিলে সেইয়ানো কোন। পিণ্ডত দিয়া মানুহৰ গতেৰে তাই থিয়ৈ থিয়ৈ ৰ'ল। হেনচাৰ্ডৰ মুখেদি ওলোৱা তাইৰ নিজৰ শব্দবোৰেই তাইক সম্ভাষণ জনালে —মৰিশালিত ভূতৰ মাতৰ দৰে।

খটখটিৰ নিমজ ৰেলিং কেইডালকে তাইৰ দুৰ্দশাৰ বন্ধু বুলি মানি তাতে গাল দুখন লগাই বৈ থাকিল। তাতে সেইদৰে স্থিৰ হৈ বৈ থাকোতে ইটো শব্দৰ পিছত সিটো শব্দ ভাঁহি আহি তাইৰ কাণত পৰিবলৈ ধৰিলেহি। ন্নিৰিয়েকৰ মৃদু কণ্ঠস্বৰ শুনিহে তাই আচৰিত হ'ল। তেওঁৰ বচনভঙ্গী দেখিয়েই তাই অনায়াসে ধৰিব পাৰিলে যে তেওঁ তাত সাক্ষীগোপাল হিচাবেহে উপস্থিত আছিল। এবাৰহে মাথোন ফাৰফ্রেই কৈছিল — হেনচাৰ্ডে আৰু এটা পাত লুটিয়াবলৈ ধৰোতে কাগজখনৰ পৰা অহা খৰখৰণি শব্দটো শুনি, 'যিবোৰ কথা বাগদত্তা মহিলা এগৰাকীয়ে একান্ত ব্যক্তিগত ভাৱে আপোনালৈ লিখিছিল সেইবোৰ কথা অচিনাকি মানুহ এজনক পঢ়ি শুনুৱাই আপুনি সেই যুৱতী গৰাকীক অন্যায় কৰা নাই জানো।'

হয়, তুমি ঠিকেই কৈছা,' হেনচাৰ্ডে ক'লে 'নামটো উল্লেখ নকৰি এটা উদাহৰণ স্বৰূপেহে দেখুৱাইছোঁ। গোটেই নাৰী জাতিটোৱেই যে এনেকুৱা মই তাকেহে ক'ব খুজিছোঁ। এটা বিশেষ কেলেঙ্কাৰীৰ কথা উনুকিয়াব খোজা নাই নহয়।'

আপোনাৰ ঠাইত মই হোৱা হ'লে সেইবোৰ নষ্ট কৰি পেলালোহেঁতেন।' ইমান পৰে চিঠিবোৰৰ প্ৰতি অকণো আগ্ৰহ নেদেখুওৱা ফাৰফ্রেই বিষয়টোৰ ওপৰত কিছু চিন্তা কৰি ক'লে, 'এইবোৰ কথা জনাজনি হ'লে আন এজন মানুহৰ পত্নীক হানি কৰাহে হ'ব।'

'নাই নাই, এইবোৰ মই নষ্ট নকৰোঁ।' হেনচাৰ্ডে চিঠিখন একাষৰীয়াকৈ থৈ অস্পষ্টভাৱে ক'লে। তাৰ পিছতেই তেওঁ গুচি যোৱাত লুচেতাই আৰু একো শুনিবলৈ নেপালে।

আংশিকভাৱে পক্ষাঘাত ৰোগত ভোগা এজনৰ দৰে হৈ তাই কোনোমতে শোৱা কোঠাটো পালেহি। ভয়ত কাতৰ হৈ তাই কাপোৰ কানি খুলিবকে নোৱাৰি বিচনাখনৰ ওচৰতে বহি আগন্তুক বিভীষিকাৰ কাৰণে অপেক্ষা কৰিলে। বিদায় ল'বৰ সময়ত হেনচাৰ্ডে গোপনে তেওঁক কথাটো কৈ যাবনেকি? তাই বিৰাট উৎকণ্ঠাত ভুগিবলৈ ধৰিলে। তাই যদি এই কথাবোৰ ডোন্যাল্ডক প্ৰথম লগ পাওতেই ক'লেহেঁতেন তেতিয়াহ'লে তেওঁ সেইবোৰ কথা সহজভাৱে লৈ তাইক নিশ্চয় বিয়া কৰালেহেঁতেন। কিন্তু এতিয়া তাই বা আনে সেইবোৰ কথা ক'লে তাৰ পৰিণাম যে

ভয়ঙ্কৰ হ'ব তাত সন্দেহ নাই।

দুৱাৰখন বন্ধ কৰি তাত খিলি লগোৱাৰ শব্দ শুনাগ'ল। সদায় চোৱাৰ দৰে ইফালে সিফালে চাই ধীৰে সুস্থিৰে তেওঁ চিৰিটোৰে ওপৰলৈ উঠি শোৱা কোঠাৰ দুৱাৰেদি ভিতৰ সোমোৱাৰ লগে লগেই তাইৰ উজ্জ্বল চকুজুৰি নিস্প্ৰভ হৈ পৰিল। ক্ষন্তেক পৰ তাই সন্দেহতে থাকিল। কিন্তু গিৰিয়েকৰ মুখৰ হাঁহিটো দেখি তাই স্তম্ভিত হ'ল। মুখখন দেখিয়েই তাই বুজিব পাৰিলে যে তেওঁ বিৰক্তিকৰ পৰিস্থিতিটোৰ পৰা মুক্তি পাব পাৰি ৰক্ষাহে যেন পালে। তাই আনন্দত আত্মহাৰা হ'ল। তাই নিজকে আৰু ধৰি ৰাখিব নোৱাৰি হুকহুকাই কান্দিবলৈ ধৰিল।

ফাৰফ্ৰেই বুজাই মেলি শান্ত কৰাৰ পিছতহে হেনচাৰ্ড মানুহজননো কেনেকুৱা সেই বিষয়ে তেওঁৰ মতামত তাইক জানিবলৈ দিলে। 'এই মানুহজন মোৰ ঘৰলৈ অহাটো মই অলপো ভাল নেপাওঁ। মই সমুলি বাঞ্ছাই নকৰোঁ তেনে এজন মানুহ মোৰ ঘৰলৈ আহক', তেওঁ ক'লে, 'কিন্তু মোৰ ধাৰণা হৈছে যে তেওঁৰ অলপ মগজুৰ বিকৃতি ঘটিছে। তেওঁৰ অতীত জীৱনৰ লগত জড়িত কিছুমান দীঘল দীঘল চিঠি-পটি শুনাই মোক বৰ আমনি লগালে। নুশুনিও উপায় নোপোৱাত পৰিলোঁ।' তাইৰ কাৰণে ইমান খিনিয়েই যথেষ্ট হ'ল— তাৰমানে হেনচাৰ্ডে নক'লে। তেওঁ যাবৰ সময়ত দুৱাৰ দলিত থিয় দি চমুকৈ মাথোন কৈছিল, 'বাৰু তেনেহলে মই আহিলোঁ— কথাবোৰ শুনাৰ কাৰণে ভাল পালোঁ। পিছে পৰে আন এদিন তাইৰ বিষয়ে মই আৰু কিছুমান কথা কম।'

তাই সন্দিহান হ'ল। এইবোৰ কথা হেনচাৰ্ডে কিয় অৱতাৰণা কৰিছে, তেওঁ কিহৰ অভিসন্ধি কৰিছে। এনেকুৱা পৰিস্থিতিত শত্ৰুপক্ষই সচৰাচৰ তেওঁলোকৰ মনৰ খং ক্ষোভৰ লগত সঙ্গতি ৰাখি শৰীৰৰ সৰ্বশক্তি প্ৰয়োগ কৰি প্ৰতিশোধ লবলৈ যত্ন কৰা দেখা পোৱা যায়। কিন্তু কেতিয়াবা আমাৰ নিজৰ আত্মীয় স্বজন বা বন্ধু বান্ধৱৰ মাজত তেনেদৰে প্ৰতিশোধ লোৱা নেদেখিলেই আমাৰ সন্দেহ ওপজে। প্ৰতিশোধৰ ব্যৰ্থতাৰ কাৰণ কি? নিজৰ মনৰ দুৰ্বলতা নে, মহানুভৱতা?

পিছদিনা ৰাতিপুৱা সাৰপাই বিচনাখনতে শুই শুয়েই লুচেতাই ভাবিবলৈ ধৰিলে যে তাইৰ বিষয়ে হোৱা বিৰূপ সমালোচনাবোৰক কেনেকৈ প্ৰতিৰোধ কৰিব পৰা যায়। সাহস কৰি ডোন্যাল্ডক কথাবোৰ কৈ দিবনেকি? তেনে এটা ভাব মনলৈ আহিছিল যদিও সেইটো অত্যন্ত দুঃসাহসিক কাম হ'ব বুলি ভাবিলে। সংসাৰৰ আনবোৰৰ দৰে তেওঁয়ো যদি ভাবি লয় যে সেইবোৰ মোৰ নিজৰ দোষৰ কাৰণেহে হৈছে, মোৰ দুৰ্কপালৰ কাৰণে নহয়। তাই ভাবিলে বুজাই মেলিয়েই চাবনেকি— ডোন্যাল্ডক— নহয় শত্ৰুজনকে। নাৰী হিচাবে তাইৰ কাৰণে সেই পাতেই উত্তম অস্ত্ৰ হ'ব বুলি তাই ধাৰণা কৰিলে। ইয়াকে চিন্তা কৰি কৰি তাই বিচনাখনৰ পৰা উঠিল। তাইক হাঁকোটাত

ওলোমাই যন্ত্ৰণা দি থকা মানুহ জনলৈকে চিঠি এখন লিখিলে :—

'যোৱাকালি মোৰ স্বামীৰ লগত হোৱা আপোনাৰ সাক্ষাৎকাৰটোৰ বিষয়ে মই ঘটনাক্ৰমে জানিব পাৰিলোঁ। আপোনাৰ অন্তৰত জাগি উঠা প্ৰতিশোধৰ প্ৰৱণতা কিমান দূৰ পাইছেগৈ তাকো অনুমান কৰিব পাৰিলোঁ। এই কথাটোৱে মোক চেপি খুন্দি গুৰি কৰি পেলাইছে। এজনী দুৰ্দশাগ্ৰস্ত নাৰীক আপুনি পুতৌ কৰক। মোৰ অৱস্থা দেখা পালে আপোনাৰ অন্তৰ কুমলিব বুলি মোৰ বিশ্বাস। আপুনি নেজানে যে এই দুৰ্ভাৱনাবোৰে আজি কিছুদিন ধৰি মোক কি দৰে খুলি খুলি খাই আছে। আজি আপুনি কামৰ পৰা আজৰি হোৱাৰ পিছত মোক ৰিঙত দেখা পাব — ঠিক সূৰ্য ডুব যোৱাৰ আগতে। অনুগ্ৰহ কৰি আপুনি সেইপিনে আহিব। আপোনাৰ লগত মুখা মুখীকৈ দেখা সাক্ষাৎ নোহোৱালৈকে বা আপোনাৰ নিজৰ মুখৰ পৰা প্ৰতিশ্ৰুতি নোপোৱালৈকে আপুনি যেন কোনো ধৰণৰ মাৰাত্মক ধেমালিত লিপ্ত নহয়।'

এইদৰে কাকুতি মিনতি কৰি পত্ৰখন লিখাৰ পিছত নিজকে প্ৰবোধ দি ক'লে যদি কেতিয়াবা চকুপানী বা অনুনয় বিনয়ৰ দ্বাৰা দুৰ্ব্বলীয়ে বলীৰ লগতো ৰণ দিব পাৰে, তেন্তে তাৰ পৰিচয় ইযাতেই ওলাব।'

তাই সেই ঠাই ডোখৰলৈ যোৱাৰ প্ৰস্তুতিৰ কথা ভাবিবলৈ ধৰিলে। যুৱতী অৱস্থাত তাইৰ নিজৰ স্বাভাৱিক আকৰ্ষণবোৰেনো কেনেকৈ সৌন্দৰ্য বঢ়াই তুলিব পাৰে তাকে লৈ তাই সদায় ব্যস্ত আছিল। কিন্তু সেইবোৰ তাই এতিয়া অৱজ্ঞা কৰিব লগীয়া হৈছে। নিজৰ স্বাভাৱিক সৌন্দৰ্যকণো ধীৰে ধীৰে ম্লান পৰি গৈছে। নিদ্ৰাহীন ৰাতি আৰু অনবৰতে দুঃচিন্তাত ভুগি কষ্ট পাই থকাৰ কাৰণে অকালতে বয়সৰ চাপ পৰা হেন হৈছিল। উৎসাহ উদ্দীপনা নোহোৱা তাইৰ মনটোৱে কেতিয়াবাৰ পৰাই পিন্ধিবলৈ এৰা পুৰণি কাপোৰ এসাজকে পিন্ধাৰ সিদ্ধান্ত কৰিলে।

বাটত মানুহে চিনি নাপাবলৈ তাই মূৰে কপালে দীঘল ওৰণি এখন লৈ ঘৰটোৰ পৰা খৰখেদাকৈ আৰু অতি সন্তৰ্পণে ওলাই গ'ল। তাই ৰিঙ বুলি জনাজাত পুৰণি ৰঙ্গমঞ্চটোৰ ওলোটা পিনৰ আলিটোৰেদি উঠি আহোতে সূৰ্যটোও আহি পাহাৰটোতে আঁউজি অকণ জিৰণি লৈছিলহি। সেই সময়তে সূৰ্যটোৰ বৰণ নেত্ৰ পল্লৱৰ ভিতৰত থকা এটোপ টিক-টিকীয়া ৰঙা তেজৰ দৰে দেখা গৈছিল। তাই লৰালৰিকৈ আলিটোৰে আহি ৰঙ্গমঞ্চটোৰ ভিতৰ সোমালেহি। ভিতৰখন নিজম। চাৰিওপিনে ঘোপ মৰা অন্ধকাৰ। কোনো জনপ্ৰাণী যে তাত নাছিল তাৰ সংকেত পৰিবেশটোৱেই দিছিল।

তাই অত্যন্ত ভয় খাইছিল যদিও অকণো হতাশ হোৱা নাছিল। ওপৰ পিনে থকা ওলোটা দিশৰ আলিটোৰে হেনচাৰ্ড তললৈ নামি আহিছিল। তেওঁ ওচৰ চাপি নহালৈকে লুচেতাই ৰুদ্ধশ্বাসে বাট চালে। ৰঙ্গমঞ্চটোৰ ঘাঁই ৰণক্ষেত্ৰ খন পোৱাৰ

পিচত মানুহজনৰ কিছু পৰিবৰ্তন তাই লক্ষ্য কৰিলে। তাইৰ পৰা কিছু আঁতৰত মানুহজন আহি থিয় দিলেহি। ইয়াৰ কাৰণ তাই বুজিব নোৱাৰিলে।

আন কোনোৱেই ইয়াৰ কাৰণ উলিয়াব নোৱাৰিলেহেঁতেন। ঠাইডোখৰ আৰু সময়ৰ বাছনিতে ইয়াৰ গূঢ়াৰ্থটো সোমাই আছিল। ইয়াৰো যে কিবা তাৎপৰ্য্য আছিল সেইবোৰ তাই তেতিয়া ভবাই নাছিল। কিবা বলিষ্ঠ যুক্তিৰ ওপৰত নিৰ্ভৰশীল হৈও তাই স্থান কালৰ বাছনি কৰা নাছিল। নিজৰ মনত উদয় হোৱা কিছুমান কাকুতি মিনতিৰ প্ৰতিহে তাই সঁহাৰি জনাইছিল। মানুহজনৰ ক্ৰোধ, বিষণ্ণ মন আৰু তেওঁৰ অন্ধ বিশ্বাসৰ প্ৰতি লক্ষ্য ৰাখিও তাই সেই ঠাইডোখৰ বাছনি কৰিব পাৰে। তাইৰ সাধাৰণ পোছাকযোৰ আৰু চকুত ভাহি উঠা কৰুণ কিনিনি দেখি হেনচাৰ্ডৰ অন্তৰত আন এগৰাকী নাৰীৰ প্ৰতিচ্ছবিহে ভাহি উঠিলহি। একালত তেওঁৰ দ্বাৰা দুঃব্যৱহৃত এগৰাকী নাৰীৰ। সেই একে ঠাই ডোখৰতেই এদিন সিগৰাকীও আহি থিয় দিছিলহি। পূৰ্বৰ কথাবোৰ তেওঁৰ চকুৰ আগত ভাঁহি উঠিল। তেওঁৰ অন্তৰ আত্মালৈ হৃত চেতনা ঘূৰি আছিল। সেই মানুহজনীয়ে এই পৃথিৱীৰ পৰা বিদায় লৈ চিৰশান্তি লভিলে। এতিয়া এগৰাকী অবলা নাৰীক প্ৰতিহিংসাৰ দাবানলত পুৰি মাৰিবলৈ উদ্যত হোৱাত তেওঁৰ নিজৰ জীৱনটোলৈকে ধিক্কাৰ আহিল। প্ৰবল গতিৰে তেওঁৰ কলিজাখনত কিহবাই ঢকিয়াবলৈ ধৰিলে। তাইৰ ওচৰ পালত তাই এষাৰ কথাও ক'বলৈ পোৱাৰ আগতেই তেওঁ তাইৰ মনৰ ভালেখিনি কথা ইতিমধ্যে বুজিবই পাৰিলে।

তললৈ নামি আহি থকা অৱস্থাত তেওঁক একো কথালৈকে সচেতন নোহোৱা এজন গোঙোৰামূৰীয়া মানুহৰ নিচিনা দেখা গৈছিল। ওচৰ আহি পালত তেওঁৰ ভয়ঙ্কৰ ৰূপটোৰ সলনি হৈ গ'ল। তেওঁৰ মুখৰ পৰা কোমল মাত এষাৰহে ওলাই আহিল— 'শুভৰাত্ৰি, যদি তুমি অন্তৰেৰে সৈতে মই ইয়ালৈ অহাটো বিচাৰিছিলা তেন্তে মইও তোমাক ইয়াত লগ পাই আনন্দ পাইছোঁ।'

'অ ধন্যবাদ,' তাই ভয়ে ভয়ে ক'লে।

'তোমাক ৰুগ্নযেন দেখি মই সঁচাকৈয়েই বৰ দুখ পাইছোঁ,' খোকোজা লাগিছিল যদিও মনত কোনো সঙ্কোচ নৰখাকৈয়েই তেওঁ কথাষাৰ ক'লে।

তাই মূৰটো সামান্য লৰাই ক'লে, 'আপোনাৰনো মোৰ প্ৰতি বেজাৰ কেনেকৈ লাগিব পাৰে, আপোনাৰ কাৰণেইটো আজি মোৰ এনে দশা হৈছে।'

'কি কৈছা,' হেনচাৰ্ডে কিছু অধীৰ হৈ ক'লে 'মোৰ কাৰণে তুমি এনেদৰে ভাগি পৰিছা?'

'এই সকলোবোৰেই আপোনাৰ সৃষ্টি,' তাই ক'লে। 'আপোনাৰ ভাবুকিবোৰ নোহোৱা হলে মই সুখে শান্তিৰেই থাকিব পাৰিলোহেঁতেন। অ মাইকেল, মোক আৰু এইদৰে তিল তিলকৈ ধ্বংস নকৰিব। আপুনি হয়তো ভাবিব পাৰে যে আপুনি

মোৰ কাৰণে বহুত কিবাকিবি কৰিলে। ইযালৈ অহাৰ সময়ত মই এজনী প্ৰাণ প্ৰাচুৰ্য্যৰে ভৰা গাভৰু ছোৱালী আছিলোঁ কিন্তু এতিয়া দ্ৰুত গতিৰে বৃদ্ধ অৱস্থাৰপিনে গতি কৰিছোঁ। এইদৰে থাকিলে মোৰ স্বামী বা আন কাৰবাৰ পৰা জানো মই কিবা মৰম স্নেহ পাম। নিস্প্ৰাণ মানুহ এজনীলৈ কোনেনো মূৰ তুলি চাব!'

কথাষাৰে হেনচাৰ্ডক নিৰস্ত্ৰ কৰিলে। নাৰী-জাতিটোৰ প্ৰতি সদায় তেওঁৰ অন্তৰত প্ৰবাহিত হৈ থকা অৱজ্ঞাৰ ভাবটো দুগুণে চৰিবলৈ ধৰিলে। আগৰজনীতকৈও এতিয়াৰ জনীলৈ তেওঁৰ পুতৌ বেছিহে হ'ল। তাৰোপৰি আগলৈ চাব নেজানি অবিবেচকৰ দৰে কাম কৰি তাই যিবোৰ সমস্যা আৰ্জি ল'লে সেই দোষটো এতিয়াও তাইৰ গাৰ পৰা আঁতৰা নাই। তাই এইদৰে অকলে আহি তেওঁৰ লগত বুজাবুজি কৰিবলৈ চেষ্টা কৰাটো কিমান সাংঘাটিক বিপদৰ কথা সেইটো তাই উপলব্ধিয়েই কৰিব পৰা নাই। এনেকুৱা এজনী ছোৱালী আৰু পোৱালি হৰিণা এটা চিকাৰ কৰা একেই কথা। তেওঁৰ নিজৰে লাজ লাগিল। তাতে আৰু সেই মুহূৰ্ত্ততে লুচেতাক লঘূ লাঞ্চনা কৰাৰ প্ৰবৃত্তি আৰু উচ্ছাস তেওঁৰ মনৰ পৰা আঁতৰি নোহোৱা হ'ল। বিনিময়ত ফাৰফ্ৰেৰ যি লাভ হ'ল, সেই কথাও তেওঁ আওকাণ কৰিলে। তেওঁৰ মনৰ পৰা ঈৰ্ষাৰ ভাবটো নোহোৱা হৈ গ'ল। সি মাত্ৰ ধন সম্পত্তিকহে বিয়া কৰালে, তাতকৈ বেছি জানো কিবা আছে? এই খেলখন সোনকালে সামৰি হাত ধুই পৰিষ্কাৰ হ'বলৈহে হেনচাৰ্ড ব্যগ্ৰ হ'ল।

'বাৰু, এতিযা মই কি কৰাটো তুমি বাঞ্ছা কৰা?' হেনচাৰ্ডে শান্তভাবে সুধিলে, 'মই তোমাক আশ্বাস দিছোঁ যে তোমাক সহায় কৰিবলৈ পালে মই ভাল পাম। মই সেই চিঠিবোৰ এনেয়ে —ধেমালিতহে পঢ়িলোঁ, নাম ধাম একো প্ৰকাশ কৰা নাই।'

'মোৰ চিঠিবোৰ মোক ঘূৰাই দিযক। লগতে বিবাহ সম্পৰ্কে লিখা কাগজ পত্ৰবোৰ আৰু তাতোকৈ বেযা কিবা কিবি লিখাবোৰো।'

'ঠিক আছে, কাগজৰ সৰু টুকুৰা এটা পৰ্যন্ত মই ওভোটাই দিম। কিন্তু শুনা, লুচেতা তোমাক কথা এটা কওঁ— তোমাৰে মোৰে মাজতহে,— আনক কোৱা কথা নহয়— মোৰ ভয় হৈছে, কথাটো আজিয়েই হওক বা কালিলৈকে হওক কেনেবাকৈ গৈ আনৰ কাণত পৰেগৈ বুলি।'

'আহ। তাই ভয় খাই চিএঞৰ মাৰি দিলে। 'নাই নাই, তেওঁৰ সুযোগ্য আৰু বিশ্বাসী পত্নী বুলি পতিয়ন নিওৱাৰ পিছতহে কথাটো ওলালে ওলাবগৈ পাৰে, তাৰ আগতে নহয়। তেতিয়ালৈ তেওঁ মোক ক্ষমাও কৰিব পাৰে।

অৰ্থপূৰ্ণ ভাবে হেনচাৰ্ডে তাইৰ পিনে এবাৰ চালে। তাইৰ প্ৰতি ফাৰফ্ৰেৰ মৰম দেখি ঈৰ্ষাত তেওঁৰ গাটো কিমান জ্বলা পোৰা কৰিছিল সেইটো তাই ধৰিব নোৱাৰিলে। 'হ'ম— তেনেকুৱা হোৱাতোৰেই মই বাঞ্ছা কৰোঁ,' তেওঁ ক'লে। 'তুমি

চিঠিবোৰ ওভোতাই পাবাই, তাৰ কাৰণে অকণো চিন্তা নকৰিবা।', তোমাৰ গোপন কথা কেতিয়াও প্ৰকাশ নেপাব। মই একেবাৰে শপত খাই কৈছোঁ।'

'অ মাইকেল, আপুনি কিমান ভাল মানুহ। — মই বাৰু সেইবোৰ কেনেকৈ ঘুৰাই পাম।'

ক্ষন্তেক চিন্তা কৰি পিছদিনা ৰাতিপুৱাই সেইবোৰ পঠিয়াই দিব বুলি ক'লে। 'এতিয়া আৰু মোক সন্দেহ কৰি নেথাকিবা।' তেওঁ ক'লে 'তুমিতো জানাই মোৰ কথা শিলৰ ৰেখাৰ দৰে।'

# ষষ্ঠ-ত্ৰিংশতি অধ্যায়

লুচেতাই হেনচাৰ্ডক লগ পোৱাৰ পিছত ঘৰলৈ উভতি আহি গেটখনৰ মুখতে থকা লেম্প পষ্টটোৰ ওচৰ পালেহি। সেই ঠাইতে তাই মানুহ এজন থিয় দি থকা দেখা পালে। তাই গেটখন খুলি ভিতৰ সোমাবলৈ লওতেই কোনোবা এজনে মাত দিলে— সেইজন হ'ল য্যপ।

বাটতে ধৰি কথা ক'বলৈ লোৱাৰ কাৰণে ক্ষমা প্ৰাৰ্থনাও খুজিলে। তেওঁৰ কথাৰ সাৰাংশ আছিল এনেধৰণৰ— ওচৰৰে শস্য বেপাৰী এজনে সহযোগী অংশীদাৰ এজন বিচাৰিছে— তেওঁ অংশীদাৰ হ'বলৈ ইচ্ছুক আৰু তাৰ বাবে তেওঁ জামানত দিবলৈও প্ৰস্তুত। ফাৰফ্ৰেই মাথোন তেওঁৰ হৈ এষাৰ কৈ দিব লাগে। সেই কথাখিনি জনাই তেওঁ ইতিমধ্যে ফাৰফ্ৰেলৈ চিঠি এখনো দিছে। সেই কামটো সিদ্ধি হ'বৰ কাৰণে লুচেতাৰ পিনৰ পৰাও তেওঁৰ স্বামীক এষাৰ ক'ব লাগে। কামটো হ'লে তেওঁ আজীৱন কৃতজ্ঞ থাকিব।

'সেইবোৰ কথাৰ বিষয়ে মই একোকে নেজানোঁ,' তাই অকণো আগ্ৰহ নেদেখুৱাই কথাষাৰ ক'লে। 'কিন্তু মোৰ বিশ্বাস যোগ্যতাৰ বিষয়ে মোৰহৈ এষাৰ ক'বলৈ আপোনাতকৈ উপযুক্ত ব্যক্তি আৰু নাই, মেডাম।' য্যপে ক'লে। 'মই য্যাৰজীত বহু বছৰ আছিলোঁ নহয়, গতিকে আপোনাক দেখিয়েই চিনি পালোঁ।'

'হয়নেকি, কিন্তু মোৰ হ'লে আপোনাক দেখা মনত নাই।' 'মোৰ দৃঢ় বিশ্বাস, মেডাম, আপুনি মোৰ হৈ এষাৰ ক'লেই মোৰ কামটো হৈ যাব।' য্যপে একেটা কথাকে পেৰি থাকিবলৈ ধৰিলে।

নিজৰ স্থিতি নেৰি তাইও পুনৰ ক'লে, সেইবোৰ কথাৰ মাজত তাই সোমাব নোখোজে। উত্তৰটো দিয়েই তাই বেগা-বেগিকৈ আহি ঘৰৰ ভিতৰ সোমালেহি। তাইৰ ভয় হৈছিল তাই ঘূৰি আহি পোৱাৰ আগতে কিজানি গিৰিয়েক ওলাই যায়। সেইবোৰ চিন্তাতে তাই য্যপক গেটৰ মুখতে বিদায় দিলে।

নেদেখা হোৱালৈকে তাইৰ পিনে চাই থাকি য্যাপ ঘৰলৈ গুচি গ'ল। ঘৰলৈ আহি জুহালৰ লোহাৰ চিক কিডালৰ ওপৰত বাতিপুৱাই তুলি থৈ যোৱা চাহৰ কেটলিটো আৰু খৰি কেইডাল দেখা পালেহি। ওপৰ মহলাত হোৱা ঘটং মটং কিবা শব্দ এটাই তেওঁক আমনি কৰিবলৈ লৈছিল। ঠিক তেনেতে হেনচাৰ্ড শোৱা কোঠাৰ পৰা তললৈ নামি আহিল। তেওঁৱেই বাকচৰ তলে ওপৰে কিবা বিচাৰি থকাৰ শব্দহে হৈছিল। হেৰা য্যাপ,' হেনচাৰ্ডে ক'লে 'আজি ৰাতিৰ ভিতৰতেই তুমি মোৰ দৰকাৰী কাম এটা কৰি দিব লাগে, পাৰিবানে বাৰু?' কামটো কৰিবলৈ ভাল নেপালে জোৰ নকৰোঁ বুলিও য্যাপক ক'লে। 'এই বস্তুটো মিচেচ ফাৰফ্ৰেক দি আহিব লাগে। মই নিজেই লৈ যাব লাগিছিল, কিন্তু আনে মোক তাত দেখা পালে ভাল নহ'ব বুলিয়েই মই নিজে লৈ নেযাওঁ।'

চিলমোহৰ মাৰি মুগা বৰণৰ কাগজেৰে মেৰিওৱা টোপোলাটো হেনচাৰ্ডে হাতে হাতে য্যাপক চমজাই দিলে। প্ৰতিশ্ৰুতি দিয়াৰ দৰেই হেনচাৰ্ডে কামটো কৰিলে। আকৌ নিজৰ কোঠালৈ আহি তেওঁৰ সামান্য বস্তু কেইপদ পুনৰ লুটিয়াই বগৰাই চালে। লুচেতাৰ হাতৰ আখৰ থকা আৰু এডোখৰ কাগজো বিচাৰি নেপালে। য্যাপক উদাস আৰু মনমৰা অৱস্থাত দেখা পাইছিল যদিও তেওঁ কামটো কৰিবলৈ গাত লোৱাত হেনচাৰ্ডৰ মনটো পাতল লাগিল।

একেটা ঘৰৰে সিজন নিবাসীয়ে য্যাপক সুধিলে। 'তোমাৰ আজি দিনটো কেনেকৈ পাৰ হ'ল। ক'ৰবাত কিবা সুবিধা হোৱাৰ আশা দেখা পাইছা নেকি?'

'কেষ্টাৰব্ৰীজত তোমাৰ কিবা হ'ব বুলি মোৰ মনে ধৰা নাই,' হেনচাৰ্ডে খোলা খুলিকৈ কৈয়েই দিলে। 'তুমি দেশ বিদেশ কিছু ঘূৰিব লাগিব।' য্যাপে গুড নাইট বুলিকৈ নিজৰ শোৱা কোঠালৈ গুচি গ'ল। আমন জিমনকৈ য্যাপ তাতে বহি কিবা কিবি ভাবি থাকিল। কোঠাটোত থকা মমবাতিডালৰ শলিতাগছ পুৰি শেষ হবৰ সময়ত টিকটিকীয়া ৰঙা হৈ অৰ্দ্ধগোলাকাৰ ফুল এপাহৰ ৰূপ ল'লৈগৈ। পিছ মুহূৰ্ত্ততে হেনচাৰ্ডে দি যোৱা পেকেটটোৰ পিনে তেওঁৰ চকু পৰিল। পেকেটটোৰ ভিতৰত হেনচাৰ্ড আৰু মিচেচ ফাৰফ্ৰেৰ মাজত হোৱা প্ৰণয বা তেনে ধৰণৰ গোপন কিবা ৰহস্য সোমাই আছে বুলি তেওঁৰ অনুমান হ'ল। এই অস্পষ্ট ধাৰণাটোৰ পম খেদি তেওঁ পালেগৈ : হেনচাৰ্ডৰ হাতত মিচেচ ফাৰফ্ৰেৰ টোপোলা এটা আছিল, সেইটো তেওঁ নিজে দিবগৈ নোৱাৰাৰ নিশ্চয় কিবা কাৰণ থাকিব লাগিব। তেনেহলে ইয়াত কি থাকিব পাৰে? এনে দৰে ভাবি গৈ থাকোতে লুচেতাৰ দম্ভই তেওঁক কিদৰে অপমানিত কৰিলে সেই কথাবোৰ মনলৈ আহিবলৈ ল'লে। আৰ্থিক আৰু মানসিক চিন্তাত আধামৰা যেন হৈ থকা মানুহ জনে হঠাতে প্ৰাণ পাই উঠিল। কৌতূহল ওপজাত জানিবলৈ ইচ্ছা হ'ল সেই টোপোলাটোৰ মাজত কিবা দুৰ্বলতা

সোমাই আছেনেকি। হেনচাৰ্ডৰ পেকেটটোৰ ওপৰত তেওঁ ভালকৈ চকু ফুৰাবলৈ ধৰিলে। কাগজ আৰু কলমৰ ব্যৱহাৰ বুলিলেই হেনচাৰ্ডৰ হাতখন জঠৰ হৈ অকামিলা হৈ পৰে। হেনচাৰ্ডে লাৰ চিলটো মাৰোতে তাৰ ওপৰত একো চিল-মোহৰ নেমাৰিলে। চাব-মোহৰ নেমাৰিলে যে তেনেকৈ বন্ধাকুৰা পেকেটৰ মূল্যই নেথাকে সেই কথা তেওঁৰ মনলৈকে নাহিল। সেইবোৰ কথাত কিন্তু য্যপ সমূলি অপৰিপক্ক নাছিল। তেওঁ সৰু কটাৰি এখনেৰে চিলাটো একৰাই সেইপিনেদি জুমি চাই নুৰাটোৰ ভিতৰত কিছুমান চিঠি দেখা পালে। মনত সন্তুষ্টি লভি য্যপে লাৰ চিলটো মমবাটি এডালেৰে জুইত গৰম কৰি পুনৰ হেঁচা মাৰি লগাই থলে। তাৰ পিছতে তেওঁক দিয়া দায়িত্বটো পালন কৰিবৰ কাৰণে ঘৰৰ পৰা ৰাওনা হ'ল। নদীখনৰ পাৰে পাৰে যোবা বাটটোকে তেওঁ বাছি ল'লে।

চহৰখনৰ নামনি অংশেদি আহি ঘাই আলিটো যি ঠাইত শেষ হৈছিলহি তাতেই দলংখন। দলংখনৰ ওপৰত থকা লাইটৰ পোহৰত তেওঁ মাডাৰ কাক্সচম আৰু নেঞ্চ মেকৰিয্‌ক দেখা পালে।

'আমি মিক্সান লেনৰ পিনে আহিছিলোঁ। লেলাই-ধেন্দাই গৈ পাটিত পৰাৰ আগতে পিটাৰ ফিঙ্গাৰত পাক এটা মাৰি যাওঁ বুলি ওলাই আহিলোঁ' মিচেচ কক্সচমে ক'লে 'আজি তাত গান বাজানা আছে। বেহেলা বজাব, খঞ্জৰী বজাব, হে ভগবান আৰু যে কি কি নহব। য্যপ, আজি তুমিও আহিবানেকি— মাত্ৰ পাঁচ মিনিটৰ কাৰণে। তোমাক বেছি সময় নাৰাখোঁ।'

য্যপ সাধাৰণতে তেওঁলোকৰ পৰা আঁতৰি থাকে, কিন্তু পৰিস্থিতিটোৱে তেওঁৰ দায়িত্বজ্ঞান হেৰুৱালে। বিশেষ একো আপত্তি নকৰাকৈযেই সেই বাটে যাবলৈ য্যপো মান্তি হ'ল। ডাৰ্ণভাৰৰ ওপৰভাগত বিভিন্ন ধৰণৰ বস্তু সংগ্ৰহ কৰি থ'ব পৰা ভঁৰাল কিছুমান আছিল। কিছু সংখ্যক খাত পামো আছিল। গীৰ্জাঘৰটো, প্ৰকাণ্ড ময়দানখন আৰু তাৰ লগতে থকা উপাসক বৃন্দৰ আবাস স্থলিৰ দৃশ্য সঁচাকৈয়েই অতি মনোৰম। তাৰ দাঁতি কাষৰীয়া ঠাই ডোখৰৰ দৃশ্যাৱলী কিন্তু সুন্দৰ নহয়। সেই ডোখৰ ঠাই মিক্সান লেন বুলি জনাজাত। তাৰ প্ৰায় বিলাক পুৰণি ঘৰ দুৱাৰেই ভাঙি চিঙি গৈছিল।

দুৰ্যোগ হ'লে গাঁৱৰ পৰা মানুহ তালৈকে আশ্ৰয় বিচাৰি আহে। ধাৰত পোত গ'লে বা আন কিবা বিপদত আলাই-আথানি হলেও তাতে আহি জুপুকা মাৰি সোমাই থাকেহি। সৰু সুৰা খাট পামত কাম কৰা বনুৱা, ক্ষুদ্ৰ খেতিয়ক, আনৰ মাটিত চোৰাংকৈ মাছ ধৰি বা চিকাৰ কৰি জগৰ লগোৱা লোক সকলৰ তাতে বসতি। তাৰোপৰি মদ, ভাংখাই উৎপাত কৰি বা মাৰপিট কৰি আহিও অৱশেষত মিক্সান লেনতে মূৰটো গোজেহি।

আলিবাটটোৰ আশে-পাশে সৰু সৰু খেৰী ঘৰবোৰ। সংকীৰ্ণ ঠাইডোখৰ বোকা পানীয়ে কেউপিনে আগুৰি থকা এটা অন্তৰীপৰ দৰে। ঠাইডোখৰ সেমেকা আৰু কুহেলিকাচ্ছন্ন। মিক্সান লেনৰ বুৰঞ্জী বুলিবলৈ হ'লে কিছুমান অতি ঘৃণনীয়, কিছুমান দুখৰ আৰু কিছুমান সমাজৰ কাৰণে অতি সৰ্ব্বনাশী কথাৰ বাহিৰে আন একো নাছিল। ব্যাভিচাৰ, চৰিত্ৰহীনতাই অশৰীৰী ৰূপত ইয়াৰ ঘৰবোৰৰ ভিতৰে বাহিৰে বিচৰণ কৰি ফুৰে। বিবেচনাহীন কৰ্মবোৰ ইয়াৰ ঘৰবোৰৰ চালৰ তলত, চিমনিৰ কেঁকুৰিত বাহ লয়হি। নিৰ্লজ্জতাই ধেনুভিৰীয়া খিৰিকীত আৰু চৌৰ্য প্ৰবৃত্তি (অভাবগ্ৰস্ত হোবাৰ সময়ত) উৰুখা পজাৰ চাল বা মাটিৰে লেপা বেৰৰ ফাঁকেদি আহি ঘৰৰ ভিতৰ সোমাই তাত থাকিবলৈ লয়। জন্তু উৎসৰ্গা কৰি বলি দিয়া ঠাইডোখৰো ইয়াতে আছিল। দূৰৈৰ কেঁকুৰিটোত থকা কেইটামান ঘৰত তাহানিতে প্ৰতিষ্ঠা কৰি থৈ যোৱা বলিশালকেইখন এতিয়াও আছে। বেমাৰ নিৰাময়ৰ অৰ্থে জন্তু উৎসৰ্গা কৰি বলি বিধান কৰা প্ৰথা এতিয়াও তাত চলি আছে। হেনচাৰ্ড আৰু ফাৰফ্ৰে মেয়ৰ হৈ থকাৰ সময়তো মিক্সান লেনখন তেনেকুৱাই আছিল।

এটা কথা অৱশ্যে সকলোৱে স্বীকাৰ কৰিছিল যে সমৃদ্ধিশালী আৰু লহপহকৈ বাঢ়ি অহা প্ৰকাণ্ড বটবৃক্ষ জোপাৰ যিবোৰ ফেৰেঙনি গাওঁৰ ফালে গৈছিল সেইবোৰত ভেকুৰে ধৰিছিল। চিৰিলি চিৰিলি পাতৰ এশবছৰীয়া শাৰী শাৰী দেৱদাৰু গছৰ পাতৰ মাজেৰে লক্ষ্য কৰিলে দৃষ্টিগোচৰ হোৱালৈকে কোনেও ক'তো এটা ডাঙৰ পকী ঘৰো দেখিবলৈ নেপায়। সিপাৰে মাথোন দেখা পাব খন্দুৱাকৈ লোৱা কৃষকৰ খেতিৰ পথাৰবোৰৰ সীমাই পৃথক কৰি থোৱা পিটনিখন। এই পাৰে থকা মানুহৰ ঘৰ আৰু পিটনিখনৰ মাজত এটা সৰু জান আছিল। সেই পিনে পাৰহৈ ঘৰবোৰলৈ যাবলৈ একো বাট পথ নাছিল। ঘূৰি পকি মিক্সানলেনেদি তালৈ যোৱাৰ বাহিৰে আন বাট নাই যেন লাগে। আলিবাট নাথাকিলেও প্ৰত্যেকজন মানুহৰ ঘৰৰ চিৰিৰ সন্মুখত ন ইঞ্চিমান বহল এচটা তক্তা পৰি থকা দেখা যায়। সেই কাঠ চটাই হ'ল তেওঁলোকৰ একোখন গোপন দলং।

পলৰীয়াৰ বেশ ধৰি তেওঁলোকৰ মাজৰে এজন হৈ সন্ধ্যা সময়ত তালৈ অহাজনে দেখিব যে সেইটোৱেই তেওঁলোকৰ ব্যৱসায়ৰ সময়। তেওঁ আৰু দেখিব কোনোবা এজনে অতি সন্তৰ্পণে পিটনিখন প্ৰথমে পাৰ হোৱা—তাৰপিছত তেওঁ গৈ সৰু জানটোৰ ওচৰ পোৱা। তেওঁ যিটো ঘৰলৈ যাব লগীয়া সেইটোলৈ বুলি সুহুৰি এটা মৰা। তাৰ পিছতেই অদ্ভুত ৰূপত এটি প্ৰাণীয়ে আকাশলৈ মূৰ কৰি দলং এখন কঢ়িয়াই অনা। সেইখন জানটোৰ ওপৰত পাৰি দি হাত এখন আগবঢ়াই দিয়া। সেই হাতখনৰ সহায়তে সিজন পাৰ হোৱা। তাৰ পিছত জমিন্দাৰৰ মাটিত চৰি ফুৰা কনৰীয়া দেঁও-ডৰিক ৰা শহাপহুৰে সৈতে একেলগে আহি সিজন নিজৰ ঘৰৰ

চোতালত থিয় দিয়াহি। পিছদিনা ৰাতিপুৱা তেওঁ গুপুতে বস্তুটো বিক্ৰী কৰা আৰু তাৰ দুদিন পিছতে আহি হাকিমৰ আগত থিয় দিয়া। সেই সময়ত তেওঁৰ প্ৰতি সহানুভূতিশীল সকল আহি হাকিমৰ এজলাচৰ বাহিৰত সমবেত হয়হি। তাৰপিছত তেওঁ কিছুদিনলৈ অন্তৰ্দ্ধান হৈ কিছুদিন পিছত আকৌ আহি মিক্সান লেনত আবিৰ্ভাব হয়হি। আন কোনেও এইবোৰ কথাৰ গম পোৱাৰ সুবিধাকে নেথাকে।

অচিনাকি মানুহ এজনে অকলে অকলে মিক্সান লেনেৰে আহি থাকিলে ক্লেইটামান আচৰিত ধৰণৰ ঘটনা দেখিবলৈ পায। তাৰে প্ৰথমটো হ'ল আলিবাটটোৰ মাজ মানতে থকা হোটেলখনৰ পিছপিনৰ পৰা আহি থকা গুৰগুৰীযা শব্দ কিছুমান। কিবা হাঁহি খিকিন্দালি হৈ থকা বুলি ধৰিবই পাৰি। প্ৰতিটো ঘৰৰ দুৱাৰ মুখৰ পৰা হুইচেল বা মুখত আঙুলি ভৰাই মৰা উকি শুনিবলৈ পোৱা যায। ইযাৰ উপৰিও দেখা পোৱা যায় মলিয়ন কাপোৰৰ ওপৰত ধকধকীয়া বগা এপ্ৰন পিন্ধি ঘৰৰ দুৱাৰ মুখত বৈ থকা তিৰোতাবোৰ। দৃশ্যটো দেখিলেই সন্দেহ ওপজে। অতি পৰিপাটি আৰু যত্ন সহকাৰে পিন্ধা বগা এপ্ৰন্‌টোৱে নিকা কিবা এটাৰ আভাস দিয়ে বুলি ভবাটো অমূলক। তিৰোতাবোৰৰ ভাৱভঙ্গী আৰু চলন ফুৰণে বেলেগ অৰ্থহে বুজায। সাধাৰণতে তেওঁলোকে হাতদুখন তপিনাত দি থয়। গাটো হেলাই বাউসিটো দুৱাৰৰ খুটাত আওজাই ৰাখে। এনেদৰে দেখা পোৱা প্ৰতিগৰাকী সৎ নিষ্ঠাবান তিৰোতাই পুৰুষৰ খোজৰ অনুমান পালেই বিজুলী সঞ্চাৰে সেইপিনে লক্ষ্য স্থিৰ কৰে।

ইমানবোৰ বেয়াৰ মাজতো অভাবগ্ৰস্ত এজনে তাতে আশ্ৰয ল'বলৈ ঘৰএখন পাযহি। দুৰ্দশাৰ লৌহ কঠিন হাতৰ মুঠিৰ খুন্দাত দুই এজন সজ লোকো উপাযন্তৰ হৈ ইযাতে বাস কৰিব লগীয়া হযহি। তাত বাদে আন কোনো তালৈ নাহে। হাইজা বসন্তত আত্মীয কুটুম্ব মৰি-হাজি শেষ হোৱা গাওঁৰ দুই এজন লোক আৰু কেও কিছু নথকা নিৰাশ্ৰয় লোক একোজনো তালৈ আশ্ৰয় বিচাৰি আহে। ইযাৰ উপৰিও ৰীতি-নীতিৰে বান্ধ খাই আইনৰ জৰিযতে ৰায়তীস্বত্ব পোৱা মাটিৰ গৰাকী সকল তাতে থিতাপি লবলৈ বাধ্য হৈছিল। তাত বাদে, বোপা ককাৰ দিনৰে পৰা নিজ গাঁৱতে থাকিও অৱশেষত কেতিযাবা মূৰৰ চালিখনো হেৰুৱাজনো তালৈকে আশ্ৰয় বিচাৰি আহে।

বিপদত পৰিলে পিটাৰ্চ ফিঙ্গাৰ নামৰ অতিথি শালাটোৱেই মিক্সান লেন বাসীৰ পৰিত্ৰাণৰ একমাত্ৰ অবলম্বন জানিবা তেওঁলোকৰ গীৰ্জা ঘৰহে।

ঘৰটো মিক্সান লেনৰ মাজ ভাগতে। উদ্দেশ্যটো চাই ঠাইডোখৰ উপযোগী। পিটাৰ্চ ফিঙ্গাৰ হোটেলটোৰ মানত থ্ৰীমেৰিণাৰ্চ যেনে থ্ৰীমেৰিণাৰ্ছৰ তুলনাত কিংছ আৰ্মকো তেনেকুৱাই বুলিব পাৰি। আৰাম্ভণিৰ পৰাই হোটেলটোৱেনো কিয় মৰ্যাদা পোৱা নাছিল সেইটো সদাই ৰহস্যজনক হৈয়েই থাকিল। ইয়াৰ সন্মুখৰ দুৱাৰখন অনবৰতে বন্ধ থাকে। চিৰিকেইটা অত্যন্ত নিমজ আৰু পৰিষ্কাৰ। ঘৰটোৰ এটা কাষে

এটা লুংলুঙীয়া বাট।

দুটা ঘৰৰ মাজত থকা অকণ ফাঁক। সেই ফাঁকটোৰেদি অলপ দূৰ গ'লেই এখন সৰু দুৱাৰ পাইগৈ। অগণন মানুহৰ আহ যাহৰ ফলত দুৱাৰ খনৰ ৰং এৰাই গৈছিল যদিও হাতৰ ঘঁহনিৰ ফলত নিমজ হৈ চিকচিকীয়া হৈছিল। হোটেলটোলৈ সোমোৱাৰ প্ৰকৃত বাট সেইটোহে বুলিব লাগে।

এজন বাটৰুৱা মিক্সান লেনেদি কিবা ভাবি ভাবি গৈ থকা দেখা পোৱাৰ পিছত কোনোবা পাকত হঠাতে অন্তৰ্দ্ধান হয়। আখ্যানত উল্লেখিত এছট্ৰনে চকুৰ টিপ এটা মাৰোতেই ৰেভেনচউড অদৃশ্য হোৱাৰ দৰে ভাবুক পথিক জনে কৌশলেৰে গাটো কাতি কৰি ফাঁকটোৰেদি সোমাই পৰে। সেই একেটা কৌশল খটুৱাই তেওঁ ধীৰে ধীৰে আহি হোটেলটোৰ ভিতৰ পায়হি।

থ্ৰী মেৰিণাৰ্চত গোটখোৱা মানুহৰ এটা গুণগত বৈশিষ্ট আছিল। তালৈ যোৱা একেবাৰে তলশাৰীৰ সকলেই পিটাৰ্চ ফিঙ্গাৰত আটাইতকৈ উচ্চ আসন লোৱা লোক। অনাথ নিঃসঙ্গ শিশু কিছুমান হোটেলটোৰ ইপিনে সিপিনে ঘূৰি ফুৰে। হোটেলটোৰ মালিকগৰাকী সজ প্ৰকৃতিৰ। মাথোন এবাৰহে মিছামিছি দোষত পৰি জেললৈ যাব লগা হৈছিল। কিবা অপৰাধত সহায কৰিছিল হ'বলা। তেওঁ বাৰমাহ জেলত থাকি ওলাই অহাৰ পিছৰে পৰা ছহিদৰ প্ৰশান্ত ৰূপ ধাৰণ কৰিলে। সেই ভাওটো অবশ্যে কন্ষ্টেবল্ৰ কাৰণে লোপ পাই যেতিয়া তেওঁক ধৰা পেলোৱা কনিষ্টবল জনক দেখা পাই আৰু চকুৰে টিপ্ এটা মাৰি তেওঁক কিবা সঙ্কেত এটা দিয়ে।

য্যপ্ আৰু তেওঁৰ চিনাকি লোককেইজন আহি সেই ঠাইখন পালেহি। মানুহ বহা আসনবোৰ বৰ লঘু আৰু প্ৰতিখন আসন জৰি লগাই ভালকৈ বান্ধি থোৱা— হাঁহি ফুৰ্ত্তিৰ কোবত কব নোৱাৰা হৈ বাগৰি নপৰিবৰ কাৰণেই তেনে ব্যৱস্থা কৰা হৈছিল। ঘৰটোৰ ভিতৰত হোৱা চিএৰ বাখৰবোৰো পিছপিনৰ বেৰত খুন্দা খাই প্ৰতিধ্বনিত হৈ থাকে। চিমনিটোৰ কাষত শকত শকত টোকোন কেইডালমান থৈ দিয়া থাকে। পূৰ্বৰ চোৰাং চিকাৰী আৰু কাৰণ নদৰ্শোৱাকৈ বৰমুৰীয়া সকলে কামৰ পৰা খেদোৱা বনৰক্ষক সকলো ইজনে সিজনৰ গাতে গা লগাই এতিয়া ইয়াত একেলগে বহেহি।

চোৰাং চিকাৰীসকলে জেলৰ ম্যাদ শেষ কৰি পুনৰ কৰ্ম ক্ষেত্ৰলৈ উভতি আহে। তাত গোটখোৱা পূৰ্বৰ বন সংৰক্ষক সকল চাকৰিৰ পৰা খেদা খোৱাৰ আগতে বিপৰীত পক্ষৰহে ৰাতিৰ জোনৰ পোহৰত বনজঙ্ঘলত যুজত লিপ্ত হৈছিল। এতিয়া তেওঁলোক নিৰ্জুভাৱে একেলগে বহি পুৰণি দিনৰ কথা ৰোমন্থন কৰে।

'মনত আছেনে বাৰু, অকণো শব্দ নকৰাকৈ কেনেকৈ প্ৰকাণ্ড ট্ৰাউট মাছ এটা তুমি পাৰলৈ এচাৰ মাৰি দিছিলা, চাৰ্লি? সিংহাসনচ্যুত বনৰক্ষী এজনে ক'লে। 'আৰু তেনেকুৱা কাম কৰোঁতেই মই তোমাক এবাৰ হাতে লোটে ধৰা পেলাইছিলোঁ।

তোমাৰ মনত থাকিব পাই চাৰ্লৰ?'

'অ, সেইটো ঘটনা মোৰ মনত আছে। পিছে মোৰ জীৱনৰ আটাইতকৈ ডাঙৰ ঘটনাটো হ'ল য্যালবাৰী বনাঞ্চলৰ ডৰিক চৰাইটো'লহে। সেইবাৰ তোমাৰ ঘৈণীয়ে মিছা মাতিলে। মিছাকৈ শপতো খালে হয়নে নহয়, য্য? হে ভগৱান এতিয়া তুমি নহয় বুলি কলে কিবা লাভ আছে জানো?'

য্যপে সুধিলে 'সেই ঘটনাটোনো কেনেকৈ হ'বলৈ পালে?'

'কিয়, য্যই মোক গবা মাৰি ধৰিলে। আমি দুটাই গবৰা গবৰি কৰি বাগৰি আহি আহি তেওঁৰ বাৰীৰঢাপৰ জোপোহা গছৰ বেৰখনত লাগি ধৰিলোহি। শব্দ শুনি তেওঁৰ ঘৈণীযেকে পাওৰুটি সেকা বৈঠা পাতৰ দৰে কাঠচটাকে হাততে পাই, লৰি আহিল। আন্ধাৰ হৈ থকাৰ কাৰণে কোন ওপৰপিনে কোন তল পিনে সেইটো তলকিব নোৱাৰি চিঞৰিবলৈ ধৰিলে "য্য তুমি তলত নে ওপৰত?" "ভগৱানৰ কৃপাত মই তলত" য্যই ক'লে। তেতিয়া তাই মোক ওপৰতে পাই সেই বৈঠা পাতেৰে মোৰ মূৰৰ পৰা ভৰিলৈকে কোবাবলৈ ধৰিলে। মোৰ মূৰৰ লাও খোলা আৰু কামিহাৰ ভাঙো ভাঙো কৰিলে। কোবৰ প্ৰতাপত মই তল ফাল পালোহি আৰু য্য ওপৰ উঠিল। তাই আকৌ চিঞৰিলে "য্য তুমি তলত নে ওপৰত" তাই বুলিহে ধৰিব পাৰিলে মই তল পালোহি বুলি। আমি ঘৰ পালত তাই ক'লে বোলে সেই মতা ডৰিক চৰাইটো তাইৰ পোহনীয়া। কিন্তু সেইটোতো তোমাৰ পোহনীযা নাছিল। সেইটো প্ৰকৃততে স্কোৱাৰ ব্ৰাউনৰ চৰাইহে। এঘন্টামানৰ আগতে তেখেতৰ মাটি ডৰাত থকা জঙ্ঘলখনত পায ধৰি আনিছিলো মই। মই হাবিত পাই আনা চৰাইটো তোমাৰ ঘৈণীয়ে নিজৰ পোহনীযা বুলি কৈ মোক বঞ্চিত কৰাত মই হলে বৰ বেজাৰ পাইছিলোঁ।' 'আহ, সেইবোৰ আওপুৰণি কথা, এতিযা বাদ দিযা।' বনৰক্ষকজনে কলে।

'পিছে মই তাৰ আগৰ ঘটনা কিছুমানো দেখিছিলোঁ হ'বলা। সেই বেচেৰা ডাউক চৰাইটোৰ কথা কিয মনত পেলাইছা। তুমি চৰকাৰী বনাঞ্চলৰ পৰা এসোপামান চৰাই লৈ যোৱা মই কেবাবাৰো ধৰা পেলাইছো।'

'এই পৃথিৱীখন ধন্য কৰি থৈ যাব পৰা, কিন্তু মানুহে তাৰ গোন্ধকে নোপোৱা আৰু অনেক কীৰ্তি আছে', ফাৰমিটি বিক্ৰী কৰা মানুহজনীযে ক'লে। আজি কিছুদিনৰে পৰা তাই আহি হোটেলটোৰ সমীপৱৰ্ত্তী ঠাই এডোখৰতে বাস কৰিছেহি। তাই আগতে বহুত ঠাই ভ্ৰমণ কৰা তিৰোতা। সেই কাৰণেই একেবাৰে আন্তৰ্জাতিক পৰ্য্যায়ত কথা কৰৰ যোগ্যতা থকা ব্যক্তিৰ দৰেই মাতমাৰ মাতিলে। তাৰ মাজতে, তাই এপাকত য্যপক সুধিলে যে আলফুলকৈ কাবলতিৰ তলত তেওঁনো কি সুমুৱায় আনিছে।

'অ, ইয়াত এটা বৰ ডাঙৰ গোপন কথা সোমাই আছে,' য্যপে ক'লে,

'প্ৰেমৰ কাহিনী, চিন্তা কৰাচোন এজনী মানুহে কোনোবা এজনক হিয়া উবুৰিয়াই ভাল পায় আৰু আন জনক লেশমানো দয়া মমতা নেদেখুৱায়, বৰঞ্চ ঘৃণাহে কৰে।'

'আপুনিনো কাৰ কথা কৈছে, চাৰ?'

'আমাৰ চহৰখনৰে এলা-পেচাই ঢুকি নোপোৱা এগৰাকীৰ কথাই কৈছোঁ বুলি ধৰাচোন। তাই অলপ লাজ পালে মই ভাল পাম। তাইৰ চিঠিবোৰ পঢ়াতকৈ ডাঙৰ ধেমালি কৰাৰ সৌভাগ্য মোৰ জীৱনত আৰু নঘটিব নেকি। কেনে সুন্দৰকৈ চিক্কৰ কাপোৰেৰে বান্ধি লাৰ চিল মোহৰ মাৰি থোৱা। এইবোৰ তাইৰে প্ৰেম পত্ৰ আন বেলেগ একো নহয।'

'প্ৰেম পত্ৰ ⁄ কেনে মহৎ লোকহে তুমি। বৰ ৰসাল বস্তু উলিয়াইছাহি। সেইবোৰ আমি পঢ়িবই লাগে তেনেহলে,' মাডাৰ কাক্সচামে ক'লে। 'আমিনো ডেকা কালত কম মূৰ্খ আছিলোঁনে, নহযনে ৰিচাৰ্ড। স্কুলৰ ল'ৰা এটাক মাত্তি আনি তাক পেনী এটা দি তেনেকুৱা চিঠিবোৰ লিখোৱাইছিলোঁ— কথাবোৰ আনক নকবলৈও কৈছিলোঁ তাক।'

ইতিমধ্যে য্যাপে মোহৰটো বেযা নোহোৱাকৈ তাৰ তলেদি আঙুলিটো সুমুৱাই চিঠিৰ পেকেটটোত ফাঁক এটা কৰিলে। তাৰ পিছত এখন দুখনকৈ চিঠি উলিয়াই পঢ়িবলৈ আৰম্ভ কৰিলে। লুচেতাই অত দিনে সযতনে ঢাকি ৰখা কথাবোৰ ওলাই পৰিল। অৱশ্যে কিছুমান গুৰুত্বপূৰ্ণ কথা তাই এনে আকাৰে ইঙ্গিতে ব্যঙ্গাত্মক ৰূপত ব্যক্ত কৰিছিল যে তাৰ প্ৰকৃত অৰ্থ তেওঁলোকে উলিযাব পৰা নাছিল।

'মিচেচ ফাৰফ্ৰেই তেনেদৰে লিখিছিলনে?' নেঞ্চ মেকৰিযে ক'লে। 'আমাৰ সমগ্ৰ নাৰী জাতিটোক লজ্জিত কৰিলে দেখোন। ইমান সন্মানীয ব্যক্তি এগৰাকীযে তেনেকুৱা কাম কৰিব লাগেনে বাৰু। পিছত তেওঁ আন এজনৰ লগতহে বিবাহ পাশত ধৰ্মমতে বান্ধ খালেগৈ।

'তাইৰ কপাল ভাল বুলিহে সিমানতে ৰ'ল। 'ফাৰমিট বিক্ৰী কৰা মানুহজনীযে ক'লে। 'সেইখন বিযা হলেই হেতেঁন, মইহে তাইক ৰক্ষা কৰিলোঁ। কিন্তু তাৰ বাবে তাই হ'লে মোক ধন্যবাদ এটাও নিদিলে।'

'মই ক'বলৈ হ'লে, তাই এনেকৈ বিয়া ভঙাৰ কাৰণে আমি তাইৰ খেৰৰ প্ৰতিমূৰ্ত্তি সাজি শোভাযাত্ৰা কৰিবলৈ বঢ়িয়া সুযোগ এটা পাইছোঁ,' নেঞ্চে ক'লে।

'ঠিক আছে', কিছুপৰ চিন্তাকৰি মিচেচ কাক্সচমে ক'লে 'মোৰ ধাৰণা মতে খেৰৰ জুমুঠি (এফ্যাজী) লৈ শোভাযাত্ৰা কৰাৰ ইয়াতকৈ উত্তম কাৰণ সহজতে আৰু নোলাব। এই সুবিধাটো নষ্ট হ'বলৈ দিব নোৱাৰি। কেষ্টাৰব্ৰীজত প্ৰায় দহ বছৰমান আগতেহে এনেকুৱা ঘটনা এটা দেখা গৈছিল।'

এনেতে মুৰত ধৰি যোৱা হুইচেলৰ শব্দ এটা বাজি উঠিল। হোটেলৰ মালিক

গৰাকীয়ে চাৰ্লি নামৰ মানুহজনক ক'লে 'জীম আহিছে, তুমিয়েই গৈ দলংখন পাতিবাগৈ নে বাৰু?

চাৰ্ল আৰু তেওঁৰ বন্ধু য্যয়ে একো উত্তৰ নিদি পিছ পিনৰ বাটটোৰেদি আহি খেতি ডৰা পাৰ হ'ল। জানটোৰ সিটো পাৰৰ পৰাই পিটনিখন আৰম্ভ হৈছে। তাৰ পৰা বৈ অহা শান্ত শীতল বতাহজাকে তেওঁলোকৰ গালমুখ চুই গ'লহি। তেওঁলোকে কটিয়াই অনা কাঠচটা জানটোৰ ওপৰত পাৰি দিলে। সিফালে ভৰিৰ খোজৰ শব্দ শুনা গ'ল। আঠুত কাপোৰ মেৰিযাই লোৱা ওখপাখ মানুহ এজন আহি দেখা দিলেহি। হাতত এটা দুনলীয়া বন্দুক। তেওঁৰ হাতত চৰাই কেইটামান। ৰচিৰে আটি আটি বন্ধা। সিহঁতে সুধিলে ভাগ্য সুপ্ৰসন্ন আছিল হ'বলা।

'একেবাৰে নহয় বুলিব নোৱাৰি,' তেওঁ অন্যমনস্ক ভাবে উত্তৰটো দিলে। 'ভিতৰৰ পিনে সকলো ঠিক আছে নহয়?' একো বিপদ আপদ হোৱা নাই বুলি জানি তেওঁ নিৰ্ভয়ে ভিতৰ সোমাল। বাকী দুজনে দলংখনেৰে সৈতে আহি ভিতৰ সোমাব খোজোতেই পিটনিখনৰ পিনৰ পৰা 'অহয' বুলি চিএৰ এটা শুনিলে। চিএৰটো শুনি তেওঁলোক ক্ষন্তেক ৰ'ল।

চিএৰটো তেওঁলোকে আকৌ শুনিবলৈ পালে। বাহিৰৰ ঘৰএটাতে লেম্পটো আঁৰি তেওঁলোক পুনৰ সুতিটোৰ পিনে আগবাঢ়িল।

'অহয— কেষ্টাৰব্ৰীজলৈ যোৱা বাট এইটোৱেই নেকি?' সিফালৰ পৰা কোনোবা এজনে সুধিলে।

'আৰু বেলেগ বাটো আছে,' চাৰ্লে ক'লে।

'আগত নদী এখন আছে, পাৰ হ'ব নোৱাৰিব।

'নদীলৈ মই পৰোৱাই নকঁৰো — আজিলৈ যাত্ৰা ইযাতে সামৰিবৰহে মন।' পিটনিখনৰ পিনে থকা মানুহজনে ক'লে। 'আজি দিনটোত মই বহুত ঘূৰিব লগীয়া হোৱাত ভাগৰি পৰিছোঁ।

'আপুনি ক্ষন্তেক ৰওক', মানুহজন শত্ৰু নহয় বুলি জানি চাৰ্লে ক'লে, 'এই য্য কাঠচটা আৰু লেম্পটো লৈ আহ কোনোবা বাট হেৰুওৱা মানুহ এজন আহিছে। বান্ধ, আপুনি সেই টাৰ্নপাইক নামৰ আলিটোৰেহে যাব লাগিছিল। এই পিটনিখন পাৰ হৈ এই আওবাটেদি অহাৰ দৰকাৰেই নাছিল।'

'হয়, মই এতিয়াহে ভুলটো বুজি পাইছোঁ। মই চাকিৰ পোহৰ দেখি ভাবিলোঁ এইপিনে মানুহৰ ঘৰ-দুৱাৰ আছে হবলা। তাকে ভৰষা কৰিহে আহিছোঁ।'

কাঠচটা পাৰি দিয়াৰ পিছত সেইপিনৰ পৰা মানুহৰ আকৃতি এটা দেখা গ'ল। মানুহজন আদবয়সীয়া, চুলি আৰু গোফকোছা অকালতে পকা, মুখখন বহল আৰু দেখাত অমায়িক যেন লগা।

দ্বিধাহীন ভাবে তেওঁ কাঠচটাৰ ওপৰেদি পাৰ হৈ আহিল। কাঠ চটা অতিক্ৰমনৰ সময়ত কোনো ধৰণৰ আশঙ্কাৰ ভাব তেওঁৰ মনলৈ অহা নাছিল। ধন্যবাদ এবাৰ দি দুযোজনৰ মাজতে সোমাই খেতিভৰা পাৰ হ'ল। ঘৰটো সোমাবৰ সময়ত তেওঁ সুধিলে 'এই ঠাইডোখৰৰ নাম কি?'

'আহাৰ পানী আৰু মদ পাই বুলিহে এই ঠাইখন জনাজাত।' চাৰ্লে কলে, 'বেচ ভাল কথা, মই থাকিবৰ কাৰণে ঠাই এডোখৰ ওলাল। মোক পাৰ কৰাই দিযালা গতিকে হুইচেল মাৰি মাৰি শুকুৱাই ৰখা মুখ কিথনো মোৰ খৰচতে অকণ তিয়াই লোৱাঁ?' বাটিকৰা জনে কলে।

তেওঁৰ পিছে পিছে মানুহ দুজনো অতিথিশালাটোৰ ভিতৰ সোমাল। চাকিৰ পোহৰত তেওঁলোকে মানুহজন ভালকৈ দেখা পালে। মাতটো শুনি মানুহ জনৰ বিষয়ে যি ধাৰণা লৈছিল তাতকৈ চকুৰে দেখা মানুহজন অধিক মান মৰ্যাদাৰ বুলি বুজিবলৈ বাকী নেথাকিল। কাপোৰ যোৰ সিমান পৰিপাটিকৈ পিন্ধা নাছিল। তথাপিও সম্ভ্ৰান্ত চহৰী মানুহেহে পিন্ধা বুলি বুজা গৈছিল। কোটটো জন্তুৰ নোমৰ পৰা তৈযাৰী আৰু মূৰৰ টুপীটো চিলমাছৰ ছালৰ। সেইবোৰে ৰাতিৰ ঠাণ্ডাৰ পৰা ৰক্ষা কৰিব নোৱাৰিলেও দিনটোৰ কাৰণে অৱশ্যে যথেষ্টই বুলিব পাৰি। তাৰোপৰি বসন্ত কালো এইবাৰ কিছু আগতীয়া। তেওঁৰ হাতত এটা মেহগনী কাঠৰ পেৰা আছিল। পিতলৰ ক্লেম্পত চামৰাৰ ফিটা লগাই সুৰক্ষিত কৰি থোৱাৰ ব্যৱস্থাও আছিল— বাকচটোত।

ৰান্ধনি ঘৰৰ দুৱাৰখনৰ ফাঁকেদি তাত গোটখোৱা মানুহখিনি দেখিয়েই তেওঁ সিদ্ধান্ত সলনি কৰিলে। সেইবোৰ মানুহৰ লগত ৰাতিটো কটোৱাৰ কথাটো পৰিত্যাগ কৰিলে। কিন্তু কথাবাৰ সহজভাবে লৈ পৰিস্থিতিৰ লগত খাপ খুৱাই তেওঁ অলপ ভাল মদ সেই মানুহদুজনক দিবলৈ ক'লে। তেওঁ তাৰ পইছা দি সন্মুখৰ দুৱাৰখনেদি ওলাই যাওঁ বুলি সেইপিনে আগবাঢ়িল। সেই দুৱাৰখন বন্ধ থাকে কাৰণে খোলোতে অলপ সময় লাগিল। ইপিনে তাত গোট খোৱা সকলো খেৰৰ জুমুঠি লৈ শোভাযাত্ৰা কৰাৰ বিষয়ে আলোচনা কৰাত ব্যস্ত আছিল।

'অ, চাৰ, লেগুলেডী গৰাকীয়ে সকলো ধৰণৰ মাৰ্জিত আচৰণ নেওচি দীঘল হৈ ওলমি থকা কাণফুল কেইজোৰ জোকাৰি জোকাৰি ক'লে 'এইবোৰ সেই পুৰণি দিনৰ পৰা চলি অহা কিছুমান মূৰ্খামীহে মাত্ৰ। কিছুমান ঠাইত তেনেবোৰ কথা এতিযাও প্ৰচলন হৈ আছে। নিজৰ ঘৈণীয়েকক লৈ এনেকুৱা তামাছা কোনেও নকৰে— আনৰ ঘৈণীয়েকক লৈ কৰা ধেমালিহে এইখিনি। এগৰাকী দায়িত্বশীল গৃহস্থী হিচাপে মই নিজে এইবোৰৰ সমৰ্থন নকৰোঁ।'

'কিন্তু এই তামাছাখন সোনকালেই নহ'ব জানো? চাবলৈ বৰ বঢ়িয়া নহ'বনে?'

'হয় চাৰ,' তাই লাজ কাজ নথকা নিৰ্বোধ এজনৰ দৰে হাঁহিবলৈ আৰম্ভ কৰি একেবাৰে হাঁহি ৰখাবই নোৱাৰা হ'লগৈ। আপ্ৰাণ চেষ্টাৰ ফলত কিছু প্ৰকৃতিস্থ হ'লগৈ। চকুকেইটাৰে কেৰাহিকৈ চাই ক'লে 'আমাৰ এই সৌৰজগতখনৰ ভিতৰত ইয়াতকৈ হাস্যাস্পদ আৰু কিবা আছে বুলি ভাবিবই নোৱাৰি। কিন্তু এনে এটা কাৰ্য্যসূচী পালন কৰিবলৈ যথেষ্ট পইছাৰো দৰকাৰ।'

'এনে ধৰণৰ তামাছা এটাৰ কথা আগতে মই শুনা মনত পৰিছে। কেষ্টাৰব্ৰীজত আৰু দুই তিনি সপ্তাহমান থাকিমেই যেতিয়া এই আমোদ প্ৰমোদৰ অনুষ্ঠানটো উপভোগ কৰিবলৈ পামেই হ'বলা। শুনকচোন বাৰু কথা এটা'। যাবলৈ ওলোৱা মানুহজন ঘুৰি আহি মানুহৰ জুম বান্ধি থকা কোঠাটোত সোমাই ক'লে 'এইযা ধৰক ভদ্ৰমণ্ডলী, আপোনালোকৰ পুৰণি ৰীতি নীতিটো চাই মইযো উপভোগ কৰিমহি। তাৰ কাৰণে মোৰ ফালৰ পৰাও কিবা এটা আগবঢাইছোঁ। এইটো ধৰক,' সোণৰ মুদ্ৰা এটা দলিমাৰি দি দুৱাৰখনৰ ওচৰতে বহি থকা লেগুলেডী গৰাকীক চহৰলৈ যোৱা আলিটো কেনি সেই বিষয়ে সুধি ল'লে।

'এইটো যিজনে দিলে তেওঁৰ আৰু ঢেৰ এনেকুৱা থাকিব পায,' চাৰ্লে মুদ্ৰাটো বুটলি লৈ লেগুলেডী গৰাকীক দিবলৈ নিওঁতে তেনেকৈ ক'লে। 'তেখেত আমাৰ ইয়াত থাকোঁতেই আৰু অলপ উলিযাব পৰা হ'লে ভাল আছিল। স্বযং ৰজা মহাৰজাৰ লেখীয়া মানুহ।'

'নাই, নাই, লেগুলেডী গৰাকীযে ক'লে এইখন মান মৰ্যাদা থকা ঠাই, দেই। হে ভগবান, সন্মান হানি হোৱা কথা মোৰ মুখত হ'লে নোলায়।'

য্যাপে ক'লে 'তেনেহলে আমি পুনৰ আলোচনা আৰম্ভ কৰোঁ— সোনকালেই আমাৰ কাৰ্যক্ৰম ঠিক কৰিব লাগে।'

'অ হয় হয, আমি নিশ্চয কৰিব লাগে, নেঞ্চে ক'লে। 'ইমান আনন্দ, ইমান উত্তেজনা সুৰাপানেও মোক দিব নোৱাৰে। মই একেবাৰে সত্য কথা কৈছোঁ।'

য্যাপে চিঠি পত্ৰবোৰ গোটাই মেলি ভাবিলে— বহুত ৰাতি হ'ল যেতিয়া ফাৰফ্ৰেৰ ঘৰলৈ নোযোৱাই ভাল হ'ব। তাকে চিন্তি তেওঁ নিজৰ ঘৰলৈকে গুচি গ'লগৈ। পুনৰ ভালকৈ চিলমোহৰ মাৰি পিছদিনা ৰাতিপুৱা ঠিকনা অনুসৰি টোপোলাটো দি আহিলেগৈ। এঘণ্টাৰ ভিতৰতে লুচেতাই সেইবোৰ পুৰি ছাই কৰিলে। আনন্দত আত্মহাৰা বেছেৰীৰ আত্মাই মাটিত আঠুকাঢ়ি ধন্যবাদ জনাবলৈ ইচ্ছা কৰাতো স্বাভাবিক কাৰণ হেনচাৰ্ডৰ লগত হোৱা তাইৰ দুৰ্ভগীয়া সম্বন্ধটোৰ সকলো প্ৰমাণেই অবশেষত নোহোৱা হ'লগৈ। মানসিক প্ৰবৃত্তিতকৈও তাইৰ অমনোযোগিতা আৰু সোপাটিলা স্বভাবৰ কাৰণেই তেনে হ'বলৈ পালে। এই ঘটনাটো যদি গিৰিয়েকে গম পালেহেঁতেন তেন্তে তেওঁলোক দুয়োৰে মাজত ভয়ানক পৰিস্থিতিৰ উদ্ভৱ নোহোৱাকৈ নাথাকিলহেঁতেন।

# সপ্ত-ত্ৰিংশতি অধ্যায

এনে ধৰণৰ পৰিস্থিতি এটা কেম্ব্ৰীজ চহৰখনত চলি থকাৰ সময়তে আন এটা গুৰুত্বপূৰ্ণ কথাৰ প্ৰবাল টৌৱে ইয়াৰ ধাৰাবাহিকতা ভঙ্গ কৰিলেহি। কিন্তু তথাপিও এচাম লোকে শোভাযাত্ৰা আৰু তাইৰ প্ৰতিমূৰ্ত্তি দাহ কৰা কামৰ প্ৰস্তুতি চলায়েই থাকিল। ৰজাঘৰীয়া বিশিষ্ট ব্যক্তি এজনৰ পদাৰ্পণ সৰু চহৰখনৰ বুৰঞ্জীত এটা যুগান্তকাৰী ঘটনা। তেনেবোৰ ঘটনাৰ স্মৃতি চিৰস্থায়ী হৈ চহৰখনত থাকি যায়। পৰম্পৰাৰ লগত সঙ্গতি ৰাখি গা-গছ জোপাৰ পৰিমণ্ডলে প্ৰত্তিটো গ্ৰীষ্ম কালৰ চিন স্বৰূপে কালৰ সোতত আৰু এটা আক মাৰি থৈ যোৱাৰ লগত ইয়াক বিজাব পাৰি।

ৰজা ঘৰীয়া বিশিষ্ট ব্যক্তি গৰাকী পৌৰপ্ৰশাসন এলেকাৰ মাজেৰে পাৰ হৈ যাব। তেখেতে অত্যন্ত সম্ভাবনাপূৰ্ণ এটি নতুন কৃষি অভিযান্ত্ৰিক কেন্দ্ৰ মুকলি কৰিবগৈ। মাত্ৰ আধাঘন্টা সময়হে চহৰখনত থাকি পৌৰ সমিতিৰ পিনৰ পৰা আগবঢ়োৱা অভ্যৰ্থনা অনুষ্ঠানত যোগ দিবলৈ তেখেতে সন্মতি প্ৰদান কৰিছে। কৃষি আৰু পশুপালনৰ ক্ষেত্ৰত যথেষ্ট আগবঢ়া ঠাইখনে আৰ্থিক উন্নতিৰ কেন্দ্ৰ স্থল স্বৰূপে গঢ় লৈ উঠিছে। বৈজ্ঞানিক আৰু অৰ্থনৈতিক ভিত্তিত কৃষিয়ে অগ্ৰণী ভূমিকা লোৱা ক্ষেত্ৰত তেখেতৰ বৰঙণি প্ৰশংসনীয। এনেবোৰ বিষয়ত আপ্ৰাণ চেষ্টা কৰা লোক এজনৰ প্ৰতি চহৰখনৰ মানুহে শ্ৰদ্ধা নিবেদন কৰিবলৈ ইচ্ছা কৰাটো স্বাভাৱিক।

ৰজা তৃতীয় জৰ্জৰ পিছৰ পৰা ৰাজকীয কোনো ধৰণৰ অনুষ্ঠানেই চহৰখনৰ ৰাইজে দেখা নাছিল। সেইবাৰো মমবাতিৰ পোহৰতহে— ৰজাই ঘোঁৰা সলনি কৰিবৰ সময়ত কিংছ আৰ্মত ক্ষন্তেক জিৰণি লওঁতে। অত দিনৰ মূৰত আকৌ তেনে ধৰণৰ এটা সুবিধা ওলোৱাত চহৰবাসী সকলেও প্ৰথাগত ৰাজহুৱা সভা পাতি তেখেতক অভিনন্দন জনাবলৈ মনস্থ কৰিলে। আধা ঘন্টা তেনেই কম সময়। কিন্তু সেইকণ সময়কে সুচিন্তিত কাৰ্য্যসূচীৰে পৰিচালনা কৰিব পাৰিলে অৱশ্যে যথেষ্টই হবগৈ, যদি বতৰ ভালে থাকে।

আদৰণি ভাষণটো শিল্পী এজনে সুন্দৰ হাতৰ আখৰেৰে পাৰ্চমেণ্ট কাগজত লিখি তাৰ ওপৰত তেওঁৰ দোকানত থকা আটাইতকৈ ধুনীয়া সোণালী ৰংটো বোলাই দিছিল। নিৰ্দিষ্ট দিনটোৰ আগৰ মঙ্গল বাৰটোত পৰিষদৰ সভা বহিল। পৰিষদৰ সভ্যসকল সভাকক্ষত বহি থকাৰ সময়তে চিৰিটোৱেদি কোনোবা এজন উঠি অহাৰ উমান পোৱা গ'ল। প্ৰতিটো পদক্ষেপতে শকত আবত কোনোৱা এজন মানুহ আহি থকাৰ সঙ্কেত। ক্ষন্তেক পিছতে হেনচাৰ্ড আহি কোঠাটোত সোমালহি। তেওঁৰ পিন্ধা কাপোৰ জোৰ জধলা আৰু উৱলি সূতা ওলাই থকা। এসময়ৰ শ্ৰেষ্ঠ

কাপোৰ যোৰেই তেওঁ এতিয়া পিন্ধি আছিছে। সেইযোৰ কাপোৰেৰে আগতে কতবাৰ তেওঁলোকৰ মাজত বহিছিলহি।

সেউজীয়া টেবুলক্লথখনৰ ওপৰত হাতদুখন থৈ তেওঁ ক'লে 'সম্মানীয় ৰাজপৰিয়ালৰ ব্যক্তিজনক অভিনন্দন জনোৱা অনুষ্ঠানত মইও ভাগ ল'বলৈ ইচ্ছা কৰোঁ। মইও পৰিষদৰ সমদলটোৰ লগে লগে খোজকাঢ়ি গৈ থাকিব পাৰিম নহয়?'

অস্বস্তি বোধ কৰি ইজন সদস্যই সিজনৰ পিনে চাবলৈ ধৰিলে। মিষ্টাৰ গ্রোৱাৰে সেইখিনি সময়ৰ ভিতৰতে নিজৰ হাতত লৈ থকা পাখিকলমটো চোবাই প্রায় শেষ কৰা অৱস্থা। ফাৰফ্রেই মেয়ৰ হিচাবে তেওঁৰ পদবীৰ লগত খাপখোৱা আটাইতকৈ আহল বহল গুৰনি চকীখনত বহি আছিল। সভাকক্ষত বহি থকা আন সদস্য সকলৰ মনবোৰ ফাৰফ্রেই তৎক্ষণাতে ধৰিব পাৰিলে। মুখপাত্র হিচাবে কিবা এটা কোৱাৰ দায়িত্ব তেওঁৰ ওপৰতেই পৰিলহি — আন এজনে কোৱা হ'লে তেওঁ বেছি সুখী হ'লহেঁতেন।

'সেইটো সমীচীন হ'ব বুলি ভাবিবলৈ মই একো থলেই দেখা নাই, মিষ্টাৰ হেনচাৰ্ড,' তেওঁক'লে 'পৰিষদৰ সদস্যসকলৰ বাহিৰে আনক ইযাৰ ভিতৰত সুমুৱাব নোৱাৰি। তেনে কৰিলে নিয়ম ভঙ্গ কৰা হ'ব। আপোনাক অন্তৰ্ভুক্ত কৰিলে আন বিলাককো নেলাগিব জানো?'

'এই সমাৰোহত যোগদান দি সহায় কৰিবলৈ মোৰ বৰ ইচ্ছা হৈছে,' হেনচাৰ্ডে ক'লে।

ফাৰফ্রেই ইফালে সিফালে ঘূৰি চাই ক'লে, 'মই ভাবিছো যে পৰিষদৰ সিদ্ধান্তটো আপোনাৰ আগত প্রকাশ কৰিবলৈ মই সক্ষম হৈছোঁ।'

ডাক্তৰ বাথ, উকিল লং, আল্ডাৰমেন টিউবাৰ আৰু কেবাজনেও তেওঁক 'হয়হয়' বুলি সমৰ্থন জনালে।

'তেতিয়াহলে, চৰকাৰীভাবে মোক ইয়াত যোগদান দিবলৈ দিয়াই নহ'ব।'

'মই একেবাৰে নিৰুপায়। এই বিষয়টোৰ ওপৰত আৰু একো প্রশ্নই তুলিব নোৱাৰি। কিন্তু এটা কথা কৈ থওঁ — আনবোৰ দৰ্শকৰ দৰে আপুনিও অনুষ্ঠানটো চাবলৈ সুবিধা পাব।' জল-জল পট-পটকৈ ওলাই থকা কথা এটাকে পৰামৰ্শ হিচাবে আগবঢ়োৱাত হেনচাৰ্ডে তাৰ কোনো উত্তৰ নিদি মুখখন ঘূৰাই তাৰ পৰা ওলাই আহিল।

এটা সাময়িক উত্তেজনা — বা মনৰ খেয়াল শাম কটাবলৈহে তেওঁ তালৈ আহিছিল। কিন্তু সাধাৰণ ভাবে উদয় হোৱা সৎউদ্দেশ্যটোৰ প্রতি ঘোৰ আপত্তি তোলাত তেওঁৰ মনৰ দৃঢ়তা ঘনীভূত হ'ল। ইএক নিৰ্দিষ্ট ৰূপ ল'লে। প্রাক্তন মেয়ৰ এজনৰ সমাজত কোনো স্থানেই নাইনেকি? তেওঁ মনতে ভাবিলে। 'ৰাজ প্রতিনিধি

জনক মই আদৰণি জনামেই, মই যদি নোৱাৰোঁ আনেও নোৱাৰিব' তেওঁ বাটে বাটে বলকি আহিল, 'সিহঁত কিটাক, এই ফাৰফ্রে আৰু তাৰ লগত গোট খোৱা কিটাক মোৰ মুখ বন্ধ কৰিবলৈ নিদিওঁ! তোমালেকে মাথোন চাই থাকা।'

সেইদিনা ৰাতিপুৱাৰে পৰা বতৰটো ফৰকাল। পূৰণিনৰ খিৰিকীৰে নিৰ্নিমেষে চাই থকা সকলে সূৰ্য্যৰ সম্পূৰ্ণ মুখখন দেখা পাইছিল। সকলোৱেই ভাবিছিল যে সোণালী সুৰুজৰ কিৰণ গোটেই দিনটো ব্যাপী থাকিব— বতৰ গণনাকাৰী সকলৰ মতেও। নগৰ চহৰ, চুকে কোনে থকা গাওঁ, গেজেপলি হাবি আনকি দূৰৈৰ নিৰ্জন পাহাৰৰ পৰাও মানুহ আহি জুম বান্ধিছিলহি। তেওঁলোকৰ ভৰিত চিকমিকাই থকা বুটজোতা আৰু মূৰত মৰা কাপোৰখনৰ এফাল তললৈ ওলমি পৰা। আদৰণি অনুষ্ঠানটো চাবলৈকে তেওঁলোক আহিছিল — যিমান পাৰে সিমান ওচৰৰ পৰা। অপৰিছন্ন সাজপাৰ পিন্ধা লোক চহৰখনত এজনো দেখা নগ'ল। চলমন লংৰেজ, খৃষ্টফাৰ কোণি, বাজফৰ্ড আৰু তেওঁলোকৰ সৌভ্ৰাত্ৰই দিনৰ এঘাৰ বজাত নিয়মিত আধাপিন্ট সুৰাপান কৰা প্ৰথাটো সেইদিনাৰ কাৰণে দহ বাজি ত্ৰিশমিনিটলৈ আগুৱাই দিলে। তাৰপিছত কিন্তু ভালেমান দিনলৈকে তেওঁলোকৰ পূৰ্বৰ এঘাৰ বজাৰ সময়টোলৈ পিছুৱাই নিবকে নোৱাৰা হৈছিল।

হেনচাৰ্ডে সেইদিনা কোনো কামতে হাত নিদিলে। ৰাতিপুৱাই এক গিলাচ ৰাম খাই গাটো গৰম কৰি ল'লে। আলি বাটেদি আহি থাকোঁতে তেওঁ বাটতে এলিজাবেথ-জেনক লগ পালে। এসপ্তাহমান তেওঁ তাইক দেখাই নাছিল। 'মোৰ ভাগ্য ভাল,' তেওঁ তাইক ক'লে, 'একৈশ বছৰীয়া মোৰ শপতটো ইয়াৰ আগতেই অন্ত পৰিল, নহ'লেতো আজি মই যিটো কাম কৰিবলৈ ওলাইছো তাৰ কাৰণে সাহসেই গোটাব নোৱৰিলোঁহেতেন।'

'আপুনি কি কাম কৰিবলৈ ওলাইছে?' তাই ভয়ত ত্ৰস্তমান হৈ সুধিলে।

'এই আদৰণি ভাষণ পত্ৰখন মই নিজে ৰাজপ্ৰতিনিধিজনক দিমগৈ।' কথাটো শুনি তাই বিবুদ্ধি হ'ল যদিও সুধিলে 'আমি দুয়ো একেলগেই যাম নেকি তালৈকে?'

'নেলাগে, মোৰ বেলেগ কামো আছে। তুমি মোক তাত দেখা পাবাই নহয়। বৰ চাবলগীয়া দৃশ্য এটা হ'ব কিন্তু।'

ইয়াতকৈ বেছি জনাৰ সুবিধা তাই নেপালে। বেজাৰ মনেৰে তাই তাৰ পৰা আঁতৰি আহিল। নিৰ্দিষ্ট সময়টো উপস্থিত হোৱাত তাই দেউতাকক আকৌ এবাৰ দেখা পাইছিল। তাই ভাবিছিল যে তেখেত থ্ৰীমেৰিনাৰ্চলৈকেহে গৈ আছে, পিছে নহয়। সমাৰোহ চাবলৈ স্ফূৰ্তি আনন্দত উৎফুল্ল হৈ থকা মানুহবোৰৰ মাজেৰে হেঁচাঠেলা কৰি তেওঁ গৈ দৰ্জ্জি উলফ্ৰেৰ দোকান খনতহে সোমালেগৈ। তাই বাহিৰৰ পৰা চাই থাকিল।

কেইমিনিটমানৰ পিছতে তেঁও ওলাই আহিল— গোলাপ ফুলৰ চিহ্ন থকা জকমকীয়া কাপোৰ এখন মেৰিয়াই লৈ। তেনেকৈ অহা দেখি তাই আচৰিত হ'ল। তেওঁৰ হাতত ঘৰত তৈযাৰী এখন ফ্লেগ। সেই সময়ত চহৰখনত কপাহী সূতাৰে তৈয়াৰী সৰু সৰু ইউনিয়ন জেক কোনোবাই বিনা পইছাই বিলাই আছিল। তাৰে জোৰা ফোন্দা মাৰি এখন ডাঙৰ ফ্লেগ তেৰোঁ তৈয়াৰ কৰি লৈছিল। সেইখনকে নুৰিয়াই কাষলতিৰ তলত ভৰাই আলিবাটেদি আগবাঢ়িল।

হঠাতে ওখ মানুহবোৰে মূৰবোৰ ঘূৰালে — চাপৰবোৰে ভৰিৰ আঙুলিৰ মূৰত থিয় দিলে। কোবাকুই হ'ল, ৰাজপ্রতিনিধিৰে সৈতে গাড়ীখন আহিছে। ৰেলৰ লাইনৰ সম্প্রসাৰণ হৈছিল যদিও চহৰখনৰ পৰা বহুত আঁতৰতেই তাৰ অন্ত পৰিছিল। বাকীচোৱা বাট ঘোঁৰাবাগীৰে আহিব। এই আহিব, এই আহিব বুলি মানুহবোৰে অপেক্ষা কৰি আছিল। গাওঁৰ পৰা অহা সকলে তেওঁলোকৰ ঘোঁৰাৰ ওপৰত আৰু চহৰৰবোৰে নিজ ভৰিৰ ওপৰতে থিয় দি ৰ'ল। সুদূৰ লণ্ডন আৰু সেই চহৰখন সংলগ্ন কৰা ৰাজ আলিটোৰ পিনে তেওলোকে উৎকণ্ঠাৰে চাই থাকিল— কেতিয়া ঘন্টাৰ সঁঙ্কেতধ্বনি বাজি উঠিব, কেতিয়া মানুহৰ হুৰমূৰ এটা লাগিব।

এলিজাবেথ-জেনে পিছপিনৰ পৰা দৃশ্যবোৰ চাই আছিল। মহিলাৰ কাৰণে আছুতীয়া কৰি থোৱা ঠাইৰ পৰা তেওঁলোকে ভালকৈ দেখাৰ সুবিধা পাইছিল। একেবাৰে সন্মুখৰ আসনখনত মেযৰৰ ঘৈণীযেক লুচেতা। তাইৰ চকুৰ আগতে— আলিটোতে থিয় দিছিলহি হেনচাৰ্ড। হেনচাৰ্ডে তাইৰ মৰম লগা উজ্জ্বল মুখখন দেখা পালে। তাইৰ চকুৱে চকুৱে এবাৰ পৰক বুলি তেওঁৰ মনলৈএটা ক্ষন্তেকীয়া দূৰ্ব্বলতা আহিছিল। কিন্তু এগৰাকী নাৰীক আকৰ্ষিত কৰিব পৰা ধৰণৰ তেওঁৰ গাত একোৱেই নাছিল। এতিয়া তেওঁৰ পৰিচয হ'ল ভালকৈ সাজপাৰ পিন্ধি সমাজত ওলাব নজনা এজন বনুৱা বুলিহে। কৰিব পৰাখিনিৰ ওপৰতো ঘৃণা জন্মি তেওঁ সকলো বাদ দিলে। মেয়ৰজনৰ পৰা আৰম্ভ কৰি ধোৱা এজনলৈকে প্রত্যেকেই নিজৰ অবস্থা চাই চকুত লগা সাজপাৰ কৰিছিল। অকল হেনচাৰ্ডেহে মাথোন আকোঁৰগোঁজ মনোভাব লৈ ৰ'দ বৰষুণত নষ্ট হৈ ফাটিছিটি উৰলি যোৱা পুৰণি কাপোৰ এযোৰকে পিন্ধি আহিছিল— আগতে তেওঁৰ ভাল দিনত পিন্ধা।

কিন্তু হায়, তেওঁৰ গাত লেশমানো আকৰ্ষণীয় বৈশিষ্ট্য নেদেখা লুচেতাৰ দৃষ্টি তেওঁৰ কাষেদিয়েই তীব্রবেগে পাৰ হৈ গুচি গ'ল। ভাল কাপোৰ কানি পিন্ধা চৌখিন নাৰী এগৰাকীয়ে সাধাৰণতে তেনেকুৱাই কৰে। তাইৰ আচৰণৰ পৰা ইয়াকে বুজা গ'ল যে তাই এই মানুহজনক ৰাজহুৱা ঠাইত চিনাকি দিবলৈ সমূলি ইচ্ছুক নহয়।

ডোনাল্ডলৈ চাই চাইয়ো কিন্তু তাইৰ হেপাঁহ নপলায়। তেওঁ দুগজমান

আঁতৰাতে বন্ধু দুজনমানৰ লগত কথা পাতি আছিল। 'তেতিয়া তেওঁৰ ডিঙিত ৰজাঘৰৰ পৰা দিয়া এডাল সোণৰ কণ্ঠাভৰণ ওলমি আছিল। হাৰ ডাল যোৰা লগোৱা গ্ৰন্থিবোৰ চাৰিকোণীয়া। চিক্‌মিকাই থকা কণ্ঠাভৰণ ডালে তেওঁৰ ব্যক্তিত্বক মহীয়ান কৰি তুলিছিল— পৰীৰ দেশত কল্পিত আৰ্হিৰে জন্তুৰ মূৰ্ত্তি গঢ়ি ৰাজদৰবাৰৰ সৌষ্ঠব বঢ়োৱাৰ দৰে। কথা পাতি থাকোঁতে তেওঁৰ মুখত ফুটি উঠা সামান্যতম উৎকণ্ঠা তাইৰ মুখতো প্ৰতিবিম্বিত হৈছিলহি। সেই সময়ত তাই যেন তেওঁৰ প্ৰতিৰূপহে। নিজতকৈ তেওঁৰ বাবে জীয়াই থকাৰ সাৰ্থকতাহে তাই বিচাৰি পাইছিল। ফাৰফ্ৰেৰ বাহিৰে পৃথিবীৰ আনকোনো মানুহৰ সামাজিক প্ৰতিষ্ঠাৰ প্ৰতি তাইৰ ভ্ৰূক্ষেপেই নাছিল।

অৱশেষত ঘাই আলিটোৰ যথেষ্ট দূৰৈত থকা কেঁকুৰিটোৰ পৰা— নিৰ্দিষ্টকৈ ক'বলৈ গ'লে আগতে উল্লেখ কৰা দ্বিতীয়খন দলঙৰ ওপৰত থিয় দি থকা চিপাহীজনে কিবা সঙ্কেত এটা দিলে। লগে লগে সন্মানসূচক বিশেষ বস্ত্ৰ পৰিধান কৰা পৰিষদৰ সদস্য সকলে টাউন হলটোৰ সন্মুখৰ দুৱাৰখনেদি ওলাই নগৰখনৰ প্ৰবেশ দ্বাৰত সজা ধেনুভিৰীয়া তোৰণটোৰ পিনে আগবাঢ়িল।

সন্মানীয় ৰজাঘৰীয়া ব্যক্তিজনৰ লগতে অনুচৰবৰ্গৰ লানি নিচিগা ঘোঁৰাবাগী বোৰে আলিবাটটো ধূৰঁলী-কুৱলী কৰি পেলালে। তেখেত সকল আহি তোৰণখনৰ মুখতে ৰ'লহি। আনপিনে নগৰ পৰিষদৰ সদস্য সকলে তোৰণৰ মুখৰ পৰা তেখেতক আগবঢ়াই নিবলৈ আহিল। সন্মানীয় ৰাজপৰিয়ালৰ ব্যক্তিজনৰ গাড়ীখনৰ লগে লগে তেওঁলোকেও খোজ দিলে।

সেইখিনি ঠাইতে মন কৰিব লগীয়া ঘটনা এটা ঘটিল। ৰজাঘৰীয়া গাড়ীখনৰ আগত কেইগজমান ঠাই মুকলি হৈ আছিল। সেইঠাইৰ পকা ডোখৰো ঘঁহি পিহি নিমজ কৰি থোৱা। ঠিক সেই ঠাইতে— আনে বাধা দিবলৈ পোৱাৰ আগতেই ঘপহকৰে মানুহ এজন আহি ওলালেহি। সেইজন হ'ল হেনচাৰ্ড। তেওঁ অনা বেচৰকাৰী ফ্লেগখন খুলিলে— লগতে মূৰৰ টুপীটোও। তাৰ পিছত গাড়ীবোৰৰ পিনে ঢলং পলংকৈ আগবাঢ়িল। তেওঁ বাওঁ হাতখনেৰে ইউনিয়ন জেকখন ওলোমাই সোঁহাতখন জোকাৰি জোকাৰি বিশিষ্ট ব্যক্তি গৰাকীক সৌজন্য পূৰ্ণ আদৰণি জনালে।

ঘটনাটো দেখি মহিলা সকলৰ উশাহ নিৰোধ হৈয়েই গ'ল। সেইপিনে চোৱাচোন কি হৈছে। মহিলা সকলে চিৎকাৰ কৰি উঠিল। লুচেতাতো অজ্ঞানেই হ'ব খুজিছিল। এলিজাবেথ- জেনে তাইৰ সন্মুখত থকা সকলৰ কাঁউসিৰ ফাঁকেদি জুমি চাইহে দেখিলে কিনো হৈছে। তাই অত্যন্ত ভয় খালে। কিন্তু এই অদ্ভুত কাণ্ডটো চাবলৈ জগা কৌতূহলে তাইৰ মনৰ ভয় আঁতৰ কৰালে।

মেয়ৰৰ দায়িত্বত থকা ফাৰফ্ৰেই নিজ ক্ষমতা প্ৰয়োগ কৰি পৰিস্থিতি নিয়ন্ত্ৰণ

কৰিবলৈ সক্ষম হ'ল। তেওঁ হেনচাৰ্ডৰ বাহুটোতে ধৰি চোঁচোৰাই লৈ আহিল। তেওঁক দুৱাৰমান টান কথাও শুনাই তাৰ পৰা আঁতৰি যাবলৈ কঢা হুকুম দিলে। এফালে ৰাজপ্ৰতিনিধিক অভ্যৰ্থনা জনোৱাৰ গধুৰ দায়িত্বৰ পৰা উদ্ভৱ হোৱা উত্তেজনা আৰু আন ফাল এনে এটা কাণ্ডই সৃষ্টি কৰা তিক্ততা পূৰ্ণ পৰিস্থিতিৰ মাজতো ফাৰফ্ৰেই হেনচাৰ্ডৰ চকুৰ পৰা জুই বৰষা দেখিবলৈ পালে। অলপ সময়ৰ কাৰণে হেনচাৰ্ডে নিজৰ ঠাই এৰা নাছিল। কিন্তু পিছ মুহূৰ্ত্ততে কিবা এক অজ্ঞাত আবেগৰ বশবৰ্তী হৈ নিজৰ জেদ এৰি সেই ঠাইৰ পৰা প্ৰস্থান কৰিলে৷ ফাৰফ্ৰেই মহিলাৰ গেলেৰীৰ পিনে চাই ঘৈণীয়েকৰ মুখখন শেতাপৰি যোৱা দেখিলে। তৃতীয় পত্নী কেম্বুৰণীয়াই অমঙ্গলীযা আইডচ্ অব্ মাৰ্চৰ দিনা জুলিযাচ চিজাৰক বাহিৰলৈ নেযাবলৈ কোৱা স্বত্তেও তেওঁ ওলাইগ'লত তেওঁৰ যি অৱস্থা হৈছিল লুচেতাৰ মুখৰ বৰণো তেনেকুৱাই হৈছিল।

লুচেতাৰ ওচৰতে বহা ব্ল'বডী নামৰ মহিলা গৰাকীয়ে ক'লে, 'কিয সেইজন দেখোন তোমাৰ স্বামীৰ একালৰ সাহায্যদাতা'।

'সাহায্য দাতা।' ডোন্যাল্ডৰ ঘৈণীয়েকে খঙেৰে ক'লে। ওচৰতে বহা ডাক্তৰৰ ঘৈণীয়েকে ক'লে 'কি ক'লে আপুনি সেই মানুহজন ফাৰফ্ৰেৰ জনাশুনা?' ডাক্তৰৰ লগত বিয়া হৈ তেওঁ অলপতেহে চহৰখনলৈ আহিছিল।

'নহয, তেওঁ মোৰ স্বামীৰ শস্যৰ ভঁৰালত হাজিৰা কাম কৰা বনুৱাহে,' লুচেতাই ক'লে।

'অ— হয়নেকি?' মানুহবোৰে আকৌ মোক কৈ আছে বোলে সেইজন মানুহৰ অনুগ্ৰহতহে আপোনাৰ স্বামীযে কেষ্টাৰব্ৰীজত থিয় দিব পাৰিলে। আৰু বহুত কিবা কিবি কথাও কৈছে।'

'মানুহবোৰেতো যিহকে তিহকে কয়েই— কিন্তু সেইবোৰ একেবাৰে ভিত্তিহীন কথা। ডোন্যাল্ডৰ দৰে এজন অসাধাৰণ প্ৰতিভাবান লোকে কাৰো সহায় নোহোৱাকৈয়েও নিজকে প্ৰতিষ্ঠা কৰিব পাৰিলেহেঁতেন— পৃথিৱীৰ যি কোনো ঠাইতেই, হেনচাৰ্ড নামৰ মানুহ এজন এই পৃথিৱীত নথকাহেঁতেনো তাৰ একো পাৰ্থক্য নহ'লহেঁতেন।'

লুচেতাই এনেদৰে ভবাটো অনুচিত বুলি কব নোৱাৰি কাৰণ কি পৰিস্থিতিত পৰিনো ডোন্যাল্ড তাতে থাকি গ'ল সেই কথা নাজানিহে তাই তেনেকৈ কৈছিল। ইয়াৰ উপৰিও তাইৰ এই চৰম উল্লাসপূৰ্ণ মুহূৰ্ত্তটোক তাচ্ছিল্যজনক মন্তব্যৰে হেয় কৰিবলৈ বিচৰাটো মানুহৰ ইন্দ্ৰিয় সৃষ্ট অনুভূতিৰ এক স্বাভাৱিক অভিব্যক্তি। অপ্ৰীতিকৰ ঘটনাটো মাত্ৰ কেই মুহূৰ্ত্ত মানহে দৃশ্যমান হৈছিল। সন্মানীয় ৰাজ পৰিয়ালৰ ব্যক্তিজনে সম্ভৱ ঘটনাটো দেখিছিলও। কৰ্ত্তব্যবোধৰ সূক্ষ্ম অনুভূতিৰে

স্বাভাৱিকতে পৰিচালিত এজনৰ কাৰণে এনে বোৰ ব্যতিক্ৰম দেখা নেদেখা একেই। তেখেত গাড়ীৰ পৰা নমাৰ লগে লগেই মেয়ৰজন আগবাঢ়ি গৈ ভাষণটো নিয়াৰিকৈ পঢ়িলেগৈ। গণ্যমান্য ব্যক্তি জনেও তাৰ উত্তৰ দিয়াৰ লগতে ফাৰফ্ৰেৰ বিষয়েও দুআষাৰ মান ক'লে। মেয়ৰ ফাৰফ্ৰে আৰু তেওঁৰ পৰিবাৰ লুচেতাৰ লগতো তেখেতে কৰমৰ্দন কৰিলে। মাত্ৰ কেইমিনিট মান সময়ৰ ভিতৰতে সমাবোহ অনুষ্ঠানটোৰ অন্ত পৰিল।

ইখনৰ পিছত সিখনকৈ ঘোঁৰাগাড়ীবোৰে প্ৰচণ্ড শব্দ কৰি পুনৰ যাত্ৰা আৰম্ভ কৰিলে, ইজিপ্তৰ সম্ৰাট ফেৰ-ওৰ ৰথবোৰৰ দৰে। কৰ্ণষ্ট্ৰীট হৈ গাড়ীবোৰ বাড মাউথ্ ৰোডত উঠিল। তাৰ পৰা উপকুলীয় অঞ্চলৰ পিনে গতি কৰিলে। সমবেত ৰাইজৰ গোটটোৰ মাজত আছিল খৃষ্টফাৰ কোণি, বাজফোৰ্ড আৰু লংৱেইজ। 'থ্ৰীমেৰিণাৰ্চত এদিন গান গোৱা মানুহজন আৰু এতিয়াৰ এই মেয়ৰজনৰ মাজত যথেষ্ট পাৰ্থক্য, নহয়নে?' প্ৰথম জনে মন্তব্য কৰিলে। 'তাজ্জব মানিব লগীয়া কথা, এনে গুণী-মানী ভদ্ৰ মহিলা এগৰাকী, মাত্ৰ কেইটামান দিনৰ ভিতৰতে কেনেকৈনো তেওঁ নিজৰ লগৰীয়া কৰি ল'ব পাৰিলে?'

'সঁচাকৈয়ে কিন্তু! ভাল কাপোৰ কানি পিন্ধা ছোৱালী দেখিলেই মানুহে পূজা কৰিবলৈ লয়। ইয়াত পিছে তাইতকৈও ধুনীয়া ছোৱালী এজনী আছে— মানুহে মনহে নকৰে। হেনচাৰ্ডৰ সম্পৰ্কীয় বুলি তাইলৈ পিঠি দিছে।'

'হেৰা বাজ ফোৰ্ড, এইষাৰ কথা তোমাৰ মুখৰ পৰা উলিয়াই তুমি নিজকে কিন্তু ধন্য কৰিছা।' নেঞ্চ মেক্‌ৰিযে ক'লে। ইফালে কোৱাভাতুৰি জনীক নেদেখিলানে? তাই বৰ বাঢিছে। ব'ৰদিনৰ মমবাতি জ্বলাদি জ্বলিবলৈ লৈছে। তাইক আৰু বাঢ়িবলৈ দিব নোৱাৰি। তাইক কিবা এটা কৰিবৰ হ'ল। মোৰ দ্বাৰা অৱশ্যে তেনে অপকৰ্মত লিপ্ত হোৱাটো সম্ভৱ নহয়। তথাপিও মোৰ হাতত থকা আটাইকেইটা ৰূপৰ মোহৰ সেই উদ্দেশ্যে উৎসৰ্গা কৰি থৈছোঁ। কামটোও অতি শীঘ্ৰেই হৈ উঠিবগৈ।' অৰ্থপূৰ্ণ ভাবে তেওঁ কথাষাৰ ক'লে।

'তিৰোতা মানুহে এনে ধৰণৰ ভাব পোষণ কৰিব নেপায়, লংৱেইজে ক'লে। নেঞ্চে একো উত্তৰ নিদিলে। তেওঁ নো কি উদ্দেশ্য কৰি কথাষাৰ কৈছিল সেইটো বুজিবলৈ কাৰো বাকী নেথাকিল। পিটাৰ্চ ফিল্ডাৰত লুচেতাৰ চিঠিবোৰ পঢ়াৰ পিছৰে পৰা মানুহৰ অমূৰ্ত্ত কল্পনাবোৰে ভিন্নমুখে গতি কৰি কেলেঙ্কাৰীৰ আকাৰ এটাত দেখা দিলেগৈ। ই এটা কল্মষ বা এক অশুভ শক্তিৰ ৰূপ ধাৰণ কৰি মিক্সান লেনৰ মাজেৰে সোমাই আন আন আলিবোৰলৈকো বিয়পিলে। অৱশেষত গোটেই কেষ্টাৰব্ৰীজ চহৰখনেই সেই কুগ্ৰহৰ প্ৰভাৱৰ পৰা হাত সাৰিব নোৱাৰিলে।

ইজনে সিজনক হাড়ে হাডে চিনি পোৱা মিক্সানে লেন্‌ৰ নিষ্কৰ্মা মানুহবোৰে

তেওঁলোকৰ গুণগত প্ৰবৃত্তি অনুযায়ী দুভাগে বিভক্ত হ'ল। সৰহভাগেই মিষ্টাৰ লেন হৈ পিটাৰ্চ ফিঙ্গাৰ মুখী হ'ল। কোণি, বাজফোৰ্ড, লংৱেইজ আৰু তেনে ধৰণৰ কিছুমান মানুহ আলিবাটতে ৰৈ গ'ল।

'মই ধৰিযেই লৈছো, তুমি সম্ভৱ গমেই পাইছা, ভিতৰি ভিতৰি কেনেবোৰ কাণ্ড চলি আছে,' বাজফোৰ্ডে ৰহস্যৰ ভেদ নেভাঙি ক'লে।

কোণিয়ে তেওঁৰ পিনে চাই ক'লে 'এফ্যাযী জুলোবাৰ কথাটোৰ বিষয়ে কৈছেনেকি বাৰু?'

বাজফোৰ্ডে মূৰ ডুপিয়ালে।

'তেনে এটা কাম যে কৰিব পাৰিব সেই বিষয়ে মোৰ কিন্তু সন্দেহ আছে,' লংৱেইজে ক'লে, 'কিন্তু কামটো যদি তেওঁলোকে হাতত লৈছেই তেন্তে অচিৰেই সেইটো নঘটিব বুলিও ক'ব নোৱাৰি।'

'মই শুনিছিলোঁ, তেওঁলোকে বোলে দুসপ্তাহ মান আগতেই কামটো কৰাৰ সিদ্ধান্ত লৈছিল।

'মই সঠিক ভাবে কথাবোৰ জনা হ'লে তাৰ সবিশেষ তোমালোককো জনালোঁহেতেন,' লংৱেইজে দৃঢ়ভাবে ক'লে, 'এইবোৰ এলাপেচা ধেমালিৰ বিষয় নহয়' চহৰখনত মৰামৰি কটাকটিও হৈ যাব পাৰে। স্কট্‌চ্ ডেকাজনক উলামুলা বিধৰ মানুহ যেনো নেলাগে। মহিলা গৰাকীকো ইয়ালৈ অহাৰ পৰাই দেখিছোঁ নহয়। সিবিলাকৰ মাজত যদি আগৰ কিবা আছিল সেইটো তেওঁলোকৰ কথা— তাত আমাৰ মাতিবলৈ একো হক্ নাই।'

কোণিযে ভাবি চাই দেখিলে যে ফাৰফ্ৰেক এসময়ত সমাজৰ সকলো শ্ৰেণীৰ মানুহেই ভাল পাইছিল। কিন্তু এতিয়া তেওঁ বেলেগ হ'ল— মেয়ৰ হ'ল, অজস্ৰ ধন সম্পত্তিৰ মালিক হ'ল। নিজৰ উচ্চ আকাংখাৰ বাদে আন দুখীয়া নিছলা মানুহৰ প্ৰতি চিন্তা কৰিবই নোৱাৰা হ'লগে। তেওঁৰ হাতত ফুটা কড়ি এটাও নথকা অৱস্থাত মুকলি মনেৰে বনৰ চৰাইৰ দৰে দুখীযা নিছলা মানুহৰ মাজত গীত গাই ফুৰ্ত্তি কৰি ফুৰিছিল। এতিয়া আগৰ সেই ফাৰফ্ৰেজনক বিচাৰি নোপোৱা হ'ল। সেই গতিকেই অশোভনীয় ঘটনাটোৰ পৰা তেওঁক আঁতৰাই ৰাখিবলৈ আগতে তেওঁ বিমানখিনি প্ৰেৰণা আৰু মনোবল পালেহেঁতেন এতিয়া তেওঁৰ অন্তৰত সিমানখিনি নোহোৱা হৈ গ'ল। সেইটো তেওঁৰ কাৰণে যথেষ্ট চিন্তাৰ কাৰণ হৈ পৰিল।

'ধৰিলোৱা আমি খা-খবৰ লৈ গম পালোঁ যে কিবা এটা জবৰ হ'বগে,' খৃষ্টফাৰ লংৱেইজে ক'লে, 'তেনে এটা পৰিস্থিতিত তেওঁলোক এজনক আঁতৰাই ৰখাৰ ব্যৱস্থা কৰাহে উচিত হ্বনেকি?'

এইদৰে কিবা এটা সিদ্ধান্ত কৰি তেওঁলোক যাবলৈ ওলাল। এনেতে বাজফোৰ্ডে

কোণিক ক'লে, 'আহা ভাই, মোৰ পূৰ্ব জনমৰে বন্ধু, ইয়াত আৰু চাবলগীয়া একো নাই।'

ধেমালি বুলি কৰা আয়োজনটো পকি কিমানদূৰ পাইছেগৈ সেইটো জনা হ'লে, এই মহৎ উদ্দেশ্যৰ লোক কেইজন আচৰিতেই হ'লহেতেন। 'হয়, আজি ৰাতিয়েই,' য্যপে মিষ্টান লেনত গোটখোৱা দলটোক ক'লে, 'ৰাজপ্ৰতিনিধিজন অহা সমাৰোহটোৰ সামৰণি অনুষ্ঠান হিচাবে আমাৰ আয়োজনটোৱে সাফল্য অৰ্জন কৰিলে আজিৰ দৰে এই মহান দিনটো আৰু বেছি মহীয়ান হৈ উঠিব।'

য্যপৰ কাৰণে এইটো কিবা ঠাট্টা-মস্কৰা বা ধেমালি নাছিল— প্ৰতিশোধৰ চৰম কাৰ্য ব্যৱস্থাহে। সেই কাৰণেই তেওঁ তাত আগভাগ লৈছিল।

## অষ্ট-ত্ৰিংশতি অধ্যায়

কাৰ্য্যসূচীখন চমুহ'ল, — নিচেই চমু হ'ল বুলিব লাগে, বিশেষকৈ লুচেত্তাৰ কাৰণে। মান মৰ্যাদা, সুখ স্বাচ্ছন্দ্যৰ মন্ত্ৰমুগ্ধ ৰাগিনীয়ে তাইক মতলীয়া কৰি পেলাইছিল। সাফল্যৰ শীৰ্ষবিন্দু পোৱাৰ আনন্দ কণক যুগমীয়া কৰি ধৰি ৰখাৰ প্ৰয়াস তাই নকৰাকৈও থকা নাছিল। ৰজাঘৰীয়া সন্মানীয় ব্যক্তি গৰাকীৰ কৰমৰ্দনৰ পৰশে তাইৰ আঙুলিত সৃষ্টি কৰা শিহৰণ তেতিয়াও মাৰ যোৱাই নাই। কোনোৱাই কোৱা-কুই কৰা তাই শুনিবলৈ পাইছিল— গিৰিয়েকে নাইট উপাধিও পাব পাৰে বুলি। সেইবোৰ অলাগতিয়াল কথা চিন্তা কৰা মানুহৰ ধাৰণা যেন বোধ হ'লেও একেবাৰে অভাৱনীয় বুলি উৰাই দিব পৰা বিধৰো নহয়। কিছুমান চিত্তাকৰ্ষক আৰু আশ্চৰ্যজনক ঘটনা এই স্কচ্ মানুহজনৰ জীৱনত ঘটি নথকাও নহয়।

মেয়ৰজনৰ লগত হতাহতি হোৱাৰ পিচত হেনচাৰ্ড আহি মহিলা সকলৰ কাৰণে আছুতীয়া কৰি থোৱা আসনৰ পিছফালে থিয় দিছিলহি। তাতে থিয় দি থাকোঁতে ফাৰফ্ৰেই তেওঁৰ কোটটো খামোচ মাৰি ধৰা অংশটোৰ পিনে তথা লাগি চাই ভাবিছিল, — এইটো বাস্তৱ নে সপোন। অবিশ্বাস হোৱাত নিজৰ হাতখনো এবাৰ কোটটোৰ সেই ঠাই ডোখৰত বুলাই চালে। তেওঁ বিশ্বাসেই কৰিব নোৱাৰা হ'ল যে যিজন মানুহক তেওঁ এসময়ত ইমান আপোন কৰি লৈছিল— যাৰ লগত অন্তৰংগভাৱে একেলগে বহি খোৱাবোৱা কৰিছিল, সেইজন মানুহেনো তেওঁক এনে দুৰ্ব্যৱহাৰ কৰিব লাগিছিলনে? ফাৰফ্ৰেই মোক ইমান অপমান কৰিলে। মুহ্যমান হৈ সেইদৰে তাত থিয় দি থকাৰ সময়ত লুচেত্তা আৰু মহিলা সকলৰ মাজত হোৱা কথোপকথন তেওঁৰ কাণত পৰিছিলহি। তাই অস্বীকাৰ কৰিলে তেওঁ ডোন্যাল্ডক এসময়ত সহায় কৰাৰ কথাটো। এজন দৈনিক হাজিৰা কৰা বনুৱাৰ বাহিৰে তেওঁৰ

আৰু একো নিজা বুলি পৰিচয় নাই বুলি কোনোও তেওঁ শুনিবলৈ পাইছিল। তেওঁ ঘৰলৈকে বাওনা হ'ল। কিন্তু বেজাৰ মনেৰে কিছুদুৰ গৈ ষাডগৰু বন্ধা ঘৰটোৰ কাষত থকা ধেনুভিৰীয়া তোৰণটোৰ ওচৰতে য্যপক দেখা পালে।

'অ, আপুনি হ'বলা আজি এশিকনি পালে, য্যপে ক'লে।

'অ পালোঁ, কি হ'ল পিছে?' হেনচাৰ্ডে খঙেৰে উত্তৰ দিলে।

'কিয় মানে, তেনেকুৱা এসেকা ময়ো আজি পাইহে ছাঁ পৰি শীতল হৈ থকা চালিখনৰ তলত আপোনাৰ ওচৰাওচৰিকৈ থিয় দিছিলোঁহি।' চমুকৈ তেঁও ইয়াকো ক'লে যে লুচেতাৰ মধ্যস্থতা বিচাৰি কৰা খাটনিৰ একো ফল নধৰিলে।

য্যপে কৰা চেষ্টাৰ কথাটো হেনচাৰ্ডে শুনিলে যদিও সেই বিষয়ে দকৈ একো নেভাবিলে। লুচেতা আৰু ফাৰফ্ৰেৰ লগত তেওঁৰ নিজৰ যিবোৰ ঘটনা ঘটি গ'ল তাৰ পিছত তেওঁলোকৰ নাম আৰু তেওঁ শুনিবলৈ ইচ্ছা নকৰাই হ'ল। শোকে খুন্দা মাৰি ধৰাত তেওঁৰ মাত থোকাথুকি হৈ গ'ল। তেওঁ নিজকে নিজেই ব'লে 'এসময়ত মোক কিমান কাকুতি মিনতি কৰিছিল কিন্তু আজি তাই মোক এবাৰ মাতো নিদি চকু আনপিনেহে ঘুৰালে। আৰু সি, মোক কেনেকুৱা ৰঙা চকু দেখুৱালে। সি মোক লোকৰ বেৰা ভঙা ষাডগৰু এটাৰদৰে খেদি পঠিয়ালে। সেইবোৰ তাত মীমাংসা হোৱাৰ কোনো থল নথকাত ময়ো নিৰীহ ভেড়াপোৱালি এটাৰ দৰে মানি ললোঁ। সি কটা ঘাত নিমখ দিয়া মানুহ ।

এই ঋণ এদিন সি পৰিশোধ কৰিব লাগিব আৰু তাৰ ফলত তাই ভীষণ কষ্ট পাব। তাৰ লগত মোৰ যুদ্ধ হ'ব— মুখা মুখি কৈ। মই চাই ল'ম নহয় সেই ধিত পিলিঙ্গাটোৱে মোৰ আগত কেনেকৈ থিয় দিয়ে।

ধনহীন, ক্ষমতাহীন শস্য ব্যৱসায়ীজনে আন আৰু একো কথাকেই নেভাবি আসুৰিক কিবা এটা কৰাৰ সিদ্ধান্তকে ল'লে। লৱাল'ৰিকৈ দিনৰ আহাৰ কৰি ফাৰফ্ৰেক বিচাৰি ওলাই আহিল। তাৰ প্ৰতিদ্বন্দ্বী হোৱাৰ কাৰণে সি মোধ গাত হাত উঠালে, তাই মোক দিন হাজিৰা কৰা মানুহ বুলি হাঁহিলে। আজিৰ এই দিনটোতে তেওঁৰ মানভঞ্জনৰ চূড়ান্ত বিন্দুটো পালেগৈ। গোটেই চহৰ খনৰ মানুহৰ মাজতে সি মোক চোলাত ধৰি জোকাৰি এজন দায়িত্বহীন অপদাৰ্থৰ শাৰীত পেলালে।

ইতিমধ্যে মানুহবোৰ দিহাদিহি গ'লগৈ। সন্মানীয় ব্যক্তিজনক আদৰিবৰ কাৰণে ধেনুভিৰীয়াকৈ সজা সেউজীয়া বৰণৰ তোৰণ কেইখনৰ বাহিৰে কেষ্টাৰব্ৰীজ পুনৰ সচৰাচৰ জীৱন ধাৰালৈ উভতি আহিল। হেনচাৰ্ডে কৰ্ণষ্ট্ৰীটেদি নামি ফাৰফ্ৰেৰ ঘৰটো পালেহি। তেওঁৰ ঘৰৰ দুৱাৰত আঙুলিৰে টোকৰ কেইটামান মাৰিলেহি, কিন্তু তেওঁক লগ নেপাই বাৰ্তা এটা দি থৈ আহিল— অতি সোনকালেই তেওঁ মালিকক দৰকাৰী কথা এটাৰ কাৰণে ভঁৰালত লগ ধৰিব খোজে। তাৰ পিছত পিছফালৰ দুৱাৰখনেদি

ঘূৰি আহি শস্য থোৱা চোতাল খন পালেহি।

তাতো কাকো লগ নেপালে। তেওঁ অবশ্যে এটা কথা গম পাইছিল যে ৰাতিপুৱা হৈ যোৱা সমাৰোহ অনুষ্ঠানটোৰ উপলক্ষে বনুৱা আৰু গাড়ীচালক বোৰক এবেলা ছুটী দিয়া হৈছিল। কিছুপৰৰ পিছতেই ঘোঁৰাক আহাৰ আৰু খেৰ পানি দিয়া ঘোঁৰা চালককেইজন আহে। তেওঁ আহি ভঁৰালৰ চিৰিটো উঠিব খোজোঁতেই হঠাতে কিবা কথা এটা মনলৈ আহিল। তেওঁৰ মুখৰ পৰা ওলাই আহিল 'তাতকৈ মই বহুত বেছি শক্তিশালী পুৰুষ।'

হেনচাৰ্ডে চালি এখনৰ তললৈ আহি তাৰ তলত পৰি থকা ৰচি এডালৰ এটা মূৰ বুটলি গজাল এটাত ভালকৈ বান্ধিলে। সিটো মূৰ সোঁহাতত লৈ বাওঁহাতৰ আঙুলি মূৰৰ পৰা বাহুলৈকে ঘূৰাই ঘূৰাই মেৰিয়াই লৰচৰ কৰিব নোৱাৰাকৈ গাটোৰ সৈতে বান্ধি পেলালে। এই কামটো কৰি তেওঁ শস্য জমা কৰি থোৱা গুদামটোৰ একেবাৰে ওপৰ খলপৰ চাংখনত উঠিলেগৈ।

তাত খালি বস্তা কিছুমানৰ বাহিৰে আৰু আন একো নাছিল। মহলাটোৰ এমূৰে এখন দুৱাৰ। দুৱাৰখনৰ প্ৰায় গাতে লাগি আছিল বস্তা উঠুৱা নমোৱা কৰা কপিকলটো আৰু চেইনডাল। তেওঁ দুৱাৰখন জপাই চৌকাঠৰ ফাকেদি বাহিৰলৈ চালে। তাৰ পৰা তললৈকে ত্ৰিশ চল্লিশ ফুটমান হব। এইখিনি ঠাইতেই ফাৰফ্ৰে থিয় দি থাকোঁতে হেনচাৰ্ডে এদিন সন্দেহজনক ভাৱে পিছপিনে হাতখন দণ্ডা এলিজাবেথ জেনে দেখিছিল। তাৰ পৰিণাম যে কি ভয়াবহ হ'বগৈ পাৰিলেহেঁতেন।

কেইখোজমান পিচুৱাই গৈ চাংখনতে বহি তেওঁ অপেক্ষাকৰি থাকিল। তাৰ পৰা আশে পাশে থকা ঘৰবোৰৰ চালি আৰু লহপহকৈ বাঢ়ি অহা কাঠ বাদাম গছৰ আগবোৰ সুন্দৰকৈ দেখিবলৈ পোৱা গৈছিল। জামিৰটেঙা গছৰ পৰা নকৈ ওলোৱা কোমল কুঁহিপাত আৰু তাৰ পৰা দো খাই অহা ঠালবোৰো তেওঁ দেখা পালে। পিছপিনে থকা ফাৰফ্ৰেৰ বাগিছাখনলৈ ওলোৱা সোমোৱা কৰা সেউজীয়া দুৱাৰখনো সেইপিনেই। তেওঁ সঠিককৈ ক'ব পৰা নাছিল কিমান সময়ৰ মূৰত এবাৰ সেই সেউজীয়া দুৱাৰখন খোল খালে। লগে লগে তেওঁ ফাৰফ্ৰেক ওলাই অহা দেখা পালে। সাজ পোছাক পিন্ধি তেওঁ সম্ভৱ ক'ৰবালৈ ওলাই যাবলৈ আহিছিল। তেতিয়া সন্ধ্যা প্ৰায় লাগো লাগো যদিও কিঞ্চিৎ পোহৰ তেতিয়াও আছিল। সেই কণ সামান্য পোহৰেই তেওঁৰ মূৰ আৰু মুখমণ্ডলত পৰিলতে মানুহজন এটুকুৰা জুইৰ আঙঠাৰ দৰে তিৰবিৰাই উঠিছিল।

স্থিৰ সংকল্প লৈ অপেক্ষা কৰি থকা হেনচাৰ্ডে সেই পিনে লক্ষ্য কৰিলে। তেওঁৰ ক্ষেত্ৰাকাৰ মুখ আৰু থুঁতৰিৰ হাড়ৰ গঠন পৰিষ্কাৰকৈ ওলাই পৰিছিল। মানুহজন যে একেবাৰে গোন সেই কথা থিয়ে থিয়ে দেখাজনে সহজতে ধৰিব

পাৰিছিল।

ফাৰফ্ৰেই হাত দুখন পেণ্টৰ জেপত ভৰাই কিবা সুৰ এটা গুণগুণাই আছিল— কেষ্টাৰব্ৰীজত ভৰি দিয়াৰ দিনাই ৰাতি থ্ৰীমেৰিণাৰ্চতে গোৱা গীতবোৰৰ মাজৰে কোনোবা এটা। সেয়া আছিল এজন দুখীয়া যুৱকে জীৱিকাৰ সন্ধানত দুঃসাহসিক অভিযান কৰিম বুলি ওলাই অহাৰ সময়। তেতিয়া তেওঁৰ দিশ নিৰ্ণয় হোৱা নাছিল :—

'বন্ধু, তোমাৰ শুৱনি হাতেৰে
সাৰটি ধৰিবানে মোকো,
জীৱন সাৰথি কৰি।'

পুৰণি গীতৰ সুৰে হেনচাৰ্ডৰ অন্তৰ খন কোমল নকৰাকৈ নেথাকে আন একোৱে নোৱাৰিলেও। তেওঁ মনটো কোঁচ খাই গ'ল। 'নাই নাই মই নোৱাৰিম। কি কাম কৰিবলৈ ওলাইছোঁ মই!' চেষ্টা কৰি কোনো মতে তেওঁ উশাহ এটা সলালে। 'নৰক কুণ্ডৰ পৰা অহা এই মহা মূৰ্খটোৱে কি পৈশাচিক কাম কৰিবলৈ ওলাইছে। উঃ কি যন্ত্ৰণাদায়ক কাম এইবোৰ।'

ফাৰফ্ৰেৰ গানৰ সুৰৰ প্ৰতিধ্বনিও মাৰ গ'ল। চাংখনৰ ওপৰত থকা খিৰিকীখনেদি চাই তেওঁ ক'লে, 'এই ফাৰফ্ৰে, তুমি ইয়ালৈ আহিবানে'?

'হাই মেন, মই আপোনাক দেখাই নাছিলো', ফাৰফ্ৰেই ক'লে, কিবা দিগদাৰ হৈছে নেকি আপোনাৰ?'

একমিনিটমানৰ পিছত চিৰিটোৰ একেবাৰে তলৰ খাপত ভৰিৰ শব্দ হ'ল। তাৰ পিছত কিছুসময়ৰ মূৰে মূৰে প্ৰথম, দ্বিতীয় আৰু তৃতীয় মহলাত উঠা ভৰিৰ খোজৰ শব্দ। অৱশেষত কোনো বিপদৰ শংকা নকৰা মানুহজনৰ মূৰটো ফান্দখনৰ পিনে আগবাঢ়ি আহিল।

'এই অসময়ত আপুনি অকলে অকলে ইয়াত কি কৰি আছে?' তেওঁ আহি থাকোঁতেই সুধিলে, 'আন মানুহ বিলাকৰ দৰে আপুনিও আজি ছুটী নললেনো কিয়?' তেওঁৰ মাতৰ সুৰ সিমান কোমল নাছিল— আগবেলাৰ অপ্ৰীতিকৰ ঘটনাটোৰ কাৰণেই। ঘটনাটো তেওঁৰ মনত সজীৱ হৈয়েই আছিল। তেওঁ ধৰি লৈছিল যে হেনচাৰ্ড নিশ্চয় মদৰ নিচাতে আছে।

হেনচাৰ্ডে একো নেমাতি তললৈ নামি যোৱা বাটটোত থকা দুৱাৰখন বন্ধ কৰি দুৱাৰ দাংডাল কপকপীয়াকৈ লগাই দিলে। তাৰ পিছতে তেওঁ ইফালে সিফালে ঘূৰি চাই ডেকা মানুহজনৰ পিনে আগবাঢ়িল। সিজনে দেখা পালে যে হেনচাৰ্ডৰ এখন হাত ৰচিৰে বন্ধা। 'বৰ্ত্তমান,' হেনচাৰ্ডে কলে, 'আমি দুজন মুখামুখি দুফালে দুজন পুৰুষ। তোমাৰ ধন সম্পত্তি মানযশ আৰু তোমাৰ ধুনীয়া ঘৈণীজনীয়ে

তোমাক আৰু বেছি ওপৰলৈ তুলিব নোৱাৰে— আগৰ কথা বেলেগ। এতিয়া তুমি জানি লোৱা দৰিদ্ৰতাৰ হেঁচাই মোক আৰু সেও মনাব নোৱাৰে।'

'আপুনি এইবোৰ কি কৈছে?' ফাৰফ্ৰেই সাধাৰণভাবে সুধিলে। 'বাছা, তুমি ক্ষন্তেক ৰোৱা, যিজন মানুহৰ এই পৃথিৱীত আৰু একোৱেই হেৰুৱাব লগীয়া নাই, সেইজন মানুহক প্ৰকাশ্য ভাবে চূড়ান্ত অপমান কৰাৰ পৰিণাম কি হ'ব পাৰে সেই কথা তুমি কেবাবাৰো বিবেচনা কৰি চাব লাগিছিল। তোমাৰ প্ৰতিদ্বন্দ্বী হৈ মই থিয় দিছিলোঁ আৰু সেয়েই মোক ধ্বংস কৰিলে। তোমাৰ ধমকিয়ে মোক নম্ৰ হ'বলৈ শিকাইছিল, কিন্তু তোমাৰ আজিৰ সেই খুন্দাটোৱে মোক বৰ বেয়াকৈ লাঞ্ছিত কৰিলে। সেইটো সহি থাকিব পৰা অৱস্থাত আৰু মই নাই।'

কথাষাৰ শুনি ফাৰফ্ৰেই কিছু উত্তেজিত চিত্তে ক'লে 'আপোনাক তাত সেইবোৰ কৰিবলৈ কিহে পাইছিল?'

'তোমালোক প্ৰত্যেকজনৰ দৰে মোৰো দায়িত্ব আছিল। এসময়ত ময়ো মেয়ৰ আছিলোঁ। তুমি চেংেলীয়া ল'ৰা এটা হৈ মোৰ বয়সৰ মানুহ এজনৰ কোনো কাম নাই বুলি কবলৈ কেনেকৈ সাহস পালা।' খঙৰ ভমকত তেওঁৰ কপাল আৰু ডিঙিৰ সিৰবোৰ প্ৰকট হৈ ওলাই পৰিছিল।

'আপুনি ৰাজশক্তিক অপমান কৰিবলৈ ওলাইছিল, আৰু তেনে কাম বন্ধ কৰাৰ দায়িত্ব মোৰ ওপৰত পৰিছিল— প্ৰধান মেজিষ্ট্ৰেট হিচাবে।'

ৰাজশক্তি জহন্নামে যাওঁক, তাত মোৰ কি হ'ল, হেনচাৰ্ডে ক'লে, 'তোমাতকৈ মই কোনো গুণে কম ৰাজভক্ত নহয়। সেইটো তুমি ভালকৈ বুজি থোৱা।'

'মই ইয়াত আপোনাৰ লগত তৰ্ক কৰিবলৈ অহা নাই। আপুনি বৰঞ্চ শান্ত হওঁক— শান্ত হওঁকচোন বাৰু আপুনি তেতিয়া দেখিব যে মই ঘটনাটো যেনেদৰে উপলব্ধি কৰিছিলোঁ আপুনিও তেনেদৰেই কৰিব।'

'মোক ঠাণ্ডা হ'বলৈ ক'ব নেলাগে, তুমি ঠাণ্ডা হোৱা প্ৰথমে,' হেনচাৰ্ডে প্ৰচণ্ড মূৰ্ত্তি ধৰি ক'লে। 'এতিয়া আৰু আন কথা নাই, তুমি আজি ৰাতিপুৱা যিখন মল্ল যুদ্ধ আৰম্ভ কৰিলা সেইখনৰ শেষ পৰিণতি আজি এই চিৰকলীয়া ভঁৰালৰ চাংখনৰ ওপৰতে হ'বগৈ। এই দুৱাৰখন দেখিছা নহয়, চল্লিশ ফুটওখত আছে। আমাৰ যি কোনো এজনক সেইপিনেদি তলত পেলাই দিব লাগিব। জয়ী হোৱা জন ইয়াতে থাকি যাব। তেওঁ যদি ইচ্ছা কৰে পিছত তললৈ নামি গৈ বিপদ সংকেত বজাই জনাব পাৰিব— সিজন দুৰ্ঘটনা ক্ৰমে তললৈ পৰি গ'ল বুলি নহলে তেওঁ সঁচা কথাটোও কৈ দিব পাৰিব— বুজি পালা নহয়। তোমাতকৈ মই অধিক বলী কাৰণে মোৰ এখন হাত বচিৰে বান্ধি লৈছোঁ, যাতে মই বেছি সুবিধা নেপাওঁ। আৰু কিবা বুজিবলৈ বাকী আছে নেকি? সেই উদ্দেশ্যই আমি এতিয়া ইয়াত লগ হৈছোঁ।'

মল্লযুদ্ধত অৱতাৰণা হোৱাৰ বাহিৰে আন একো উপায় উলিওৱাৰ কথা চিন্তা কৰিবলৈ তেওঁ ফাৰফ্ৰেক সময়কে নিদিলে। হেনচাৰ্ডে আহি ফাৰফ্ৰেৰ গাতে লাগি জোট-পোট লগালেহি। লগে লগে মল্ল যুদ্ধ এখন আৰম্ভ হ'ল। ইজনে সিজনক বুকু ফালটো ওপৰ আৰু পিঠিটো তল কৰি পেলাবলৈ চেষ্টা কৰিছিল যদিও হেনচাৰ্ডৰ প্ৰধান চেষ্টা ফাৰফ্ৰেক দুৱাৰখনেদি তললৈ পেলাই দিয়াৰ।

হেনচাৰ্ডৰ মুকলি হাতখনেৰে ফাৰফ্ৰেৰ চোলাৰ কলাৰতে খাপ মাৰি ধৰি কেনিও যাব নোৱাৰা কৰিলে। ফাৰফ্ৰেযো তেওঁৰ বাওঁ হাতখনেৰে হেনচাৰ্ডৰ চোলাৰ কলাৰত খামুচি ধৰিলে আৰু সোঁ হাতখনেৰে বিপক্ষৰ বাঁও হাতখনত ধৰিবলৈ চেষ্টা কৰিলে। কিন্তু বিফল হ'ল। হেনচাৰ্ডে অতি কৌশলেৰে তেওঁৰ বাওঁ হাতখন আঁতৰাই ৰাখিছিল। তেওঁৰ তলমূৰা চকুকেইটাৰে পাতল শৰীৰৰ প্ৰতিপক্ষজনলৈ অহৰহ চায়েই আছিল।

হেনচাৰ্ডে সোঁ ভৰিটো আগবঢাই ফাৰফ্ৰেৰ ভৰি দুটাৰ মাজত সুমুৱাই পাক মাৰি ধৰিলে। তেতিয়ালৈকে যুদ্ধখন সচৰাচৰ য'তে ত'তে দেখা পোৱা মল্লযুদ্ধ এখনৰ দৰেই হৈ আছিল। হাবিৰ মাজৰ একোজোপা গছ প্ৰচণ্ড বতাহ ৰৰষুণতো কেঁট্-কুট নকৰাকৈ থিয় দি থকাৰ দৰে তেওঁলোকৰ মুখতো একো মাতবোল নাছিল। কিন্তু উশাহ নিশাহ বোৰ লাহে লাহে ডাঙৰ হৈ অহাৰ উমান পোৱা গৈছিল।

সোঁহাত খনেৰে ফাৰফ্ৰেই বাৰে বাৰে হেনচাৰ্ডৰ বাওঁহাত খনত ধৰিবলৈ চেষ্টা কৰি আছিল। হেনচাৰ্ডৰ দৰে প্ৰকাণ্ড শকত-আৱত মানুহজনে ফাৰফ্ৰেক সেইটো সুবিধা নিদি আজোঁৰ মাৰি তেওঁৰ হাতখন বাৰে বাৰে এৰুৱাই আনিছিল। এখন হাতেৰেই হেনচাৰ্ডে একোবত ফাৰফ্ৰেক হেচাঁ মাৰি আঠুদুটাৰ ওপৰত বহুৱাই দিলে। কিন্তু ভাল সুচল নোপোৱাত ফাৰফ্ৰেক তেনেকৈ বেছি সময় ৰাখিব নোৱাৰিলে। ফাৰফ্ৰেই আকৌ থিয় দি আগৰ স্থান ললেহি।

হেনচাৰ্ডে এপাকত ডোন্যাল্ডক বগৰাই আনি দুৱাৰদলিটোৰ কায পোৱালেহি। খোলা দুৱাখনেদি ঠেলা মাৰি তাৰপৰা পেলাই দিয়াতো সম্ভৱ হৈ পৰিল। অৱস্থা সঙ্কট যেন দেখি ফাৰফ্ৰেইও হেনচাৰ্ডক এনেভাবে গৰামাৰি ধৰি থাকিল যে তেওঁক হেনচাৰ্ডে গাৰপৰা এৰুৱাবকে নোৱাৰা হ'ল- হেনচাৰ্ডক ভুত এটাইহে যেন ধৰিলেহি। অশেষ চেষ্টা কৰিও তেওঁ ফাৰফ্ৰেক এৰুৱাব নোৱাৰিলে। বহুত সময় চেষ্টা কৰাৰ পিছত এবাৰ হেনচাৰ্ডে সংহাৰ মূৰ্ত্তি ধাৰণ কৰিলে— তেতিয়া তেওঁক স্বয়ং কাল মূৰ্তিৰ আবিৰ্ভাব বুলি কলেও ভুল কৰা নহ'লহেঁতেন। সেই চেষ্টাত ফাৰফ্ৰেক গাৰপৰা এৰুৱাবলৈ সক্ষম হ'ল যদিও আকৌ দুয়ো গৰৰা-গৰৰি কৰি আহি দুৱাৰখনৰ পৰা ভালেমান দুৰৈত পৰিলেহি। ফাৰফ্ৰেই মৰণপণে ধৰা গাঁঠিটোৰ পৰা এৰাবলৈ বুলি হেনচাৰ্ডে কিবা এক কৌশলৰে ফাৰফ্ৰেক ওফৰাই পঠিয়ালে। হেনচাৰ্ডৰ আনখন

হাত মুকলি হৈ থকা হ'লে ফাৰফ্ৰে আগতেই শেষ হ'লহেঁতেন। ফাৰফ্ৰে পুনৰ ভৰিৰ ওপৰত থিয় হৈ হেনচাৰ্ডৰ হাতখন পকাবলৈ ধৰিলে। যন্ত্ৰণাত হেনচাৰ্ডৰ মুখ খন বেঁকা হৈ গৈছিল। পিছে তেওঁ আকৌ এবাৰ বিনাশকাৰী মুৰ্ত্তি ধাৰণ কৰি বাওঁ টিকাটোৰ ওপৰ অংশেৰে খুন্দা মাৰি ফাৰফ্ৰেক ওফৰাই পঠিয়ালে। সেই সুবিধাটো আৰু হেনচাৰ্ডে এৰি নিদিলে। ফাৰফ্ৰেক ঠেলি হেঁচি নি তেওঁৰ শৰীৰৰ ওপৰ অংশটো দুৱাৰখনৰ বাহিৰ উলিয়াই দিলে। ফাৰফ্ৰেৰ ধুনীয়া চুলিৰে সৈতে মূৰটো আৰু হাতদুখন বাহিৰত ওলমিবলৈ ধৰিলে।

এতিয়া হেনচাৰ্ডে ফোঁপাই ফোঁপাই ক'লে, 'আজি ৰাতিপুৱাতেই যিটো অধ্যায়ৰ পাতনি মেলা হৈছিল তাৰ অন্ত এতিয়া পৰিব।' তোৰ জীৱন এতিয়া মোৰ হাতত।'

'মোৰ জীৱনটো ল'লেহে আপুনি শান্তি পাব, — আপোনাৰ কামনা পূৰ্ণ কৰক।' ফাৰফ্ৰেই ক'লে, 'আজিবহুত দিনৰে পৰাই আপোনাৰ একমাত্ৰ আকাঙ্খা সেইটোৱেই আছিল।'

হেনচাৰ্ডে নিস্তব্ধ হৈ সেইপিনে চাই থাকোঁতে হঠাতে দুয়োৰো চকুৰে চকুৰে পৰিল। 'ফাৰফ্ৰে তুমি যিটো কথা কৈছা সেইটো প্ৰকৃত সত্য নহয়। তেওঁ দুখেৰে ক'লে, ভগৱান মোৰ সাক্ষী আছে— মই তোমাক যিমান ভাল পাইছিলোঁ সিমান ভাল পোৱা মানুহ আৰু এই পৃথিৱীত নাই আগলৈয়ো নোলাব। আৰু এতিয়া — মই তোমাক হত্যা কৰিবলৈ ওলাইছোঁ কিন্তু মই সেই কামটো কৰিব নোৱাৰিম— সিমানলৈ যাবলৈ মোৰ মনোবল নাই। এতিয়া যোৱা মোক আচামী কৰি তুমি কেচ দিয়াগৈ — মোৰ যি হয় হৈ থাকক- সেইবোৰক লৈ মোৰ অকণো চিন্তাও নাই।'

চাংখনৰ সিফালে থকা বস্তা কিছুমানৰ ওপৰতে তেওঁ লাংখাই পৰি গা-মূৰি দিলে— হাত ভৰিবোৰ শিথিল কৰিবলৈ। অনুশোচনাৰ তাড়নাত পীড়িবলৈ নিজকে এৰি তেনেকৈয়েই পৰি থাকিল। ফাৰফ্ৰেই কিছুপৰ নিতাল মাৰি থাকি সৰু দুৱাৰখনৰ দাংডাল খুলি তললৈ নামি গ'ল। তেওঁক পুনৰ এবাৰ মাতিবলৈ হেনচাৰ্ডৰ প্ৰবল ইচ্ছা হৈছিল যদিও জিভাখন জঠৰ হৈ পৰাত মাতষাৰ ফুটি নুঠিল। ডেকা মানুহজনৰ ভৰিৰ শব্দ ধীৰে ধীৰে মাৰ গ'ল।

হেনচাৰ্ডে চুড়ান্ত লাজ চৰম মূৰপাতি লৈ নিজকে নিজেই তিৰস্কাৰ কৰিবলৈ ধৰিলে। ফাৰফ্ৰেৰ লগত হোৱা তেওঁৰ প্ৰথম সাক্ষাতৰ কথা মনত ভাহি উঠিল। সেই সময়ৰ প্ৰাণ চঞ্চল ও সদ আচৰণৰ ফাৰফ্ৰেই তেওঁক কেনেকৈ মুগ্ধ কৰিছিল। ফাৰফ্ৰেই ইচ্ছা কৰাৰ দৰে সুৰৰ ঝঙ্কাৰ তুলিবলৈ এৰি দিয়া তেওঁ তেতিয়া যেন এটা বাদ্য যন্ত্ৰহে আছিল। আজি তেওঁ এনেদৰে পৰাস্ত হ'ল যে তেওঁৰ গাটো কপিঁবলৈ আৰম্ভ কৰিলে। কুঁচি-মুচি তেওঁ তাতেই পৰি থাকিল— সাধাৰণতে নকৰা কাম। তেওঁৰ দৰে মানুহে তেনে কাম কৰা একপ্ৰকাৰ আচৰিতেই বুলিব লগীয়া

কথা। তেনেকুৱা বৈশিষ্ট্য নাৰীৰ গাতহে শোভা পায়। পুৰুষত্ব থকা মানুহে তেনে নকৰে। কি এটা শোকলগা দৃশ্যৰ অৱতাৰণা হ'লগৈ। তলত কোনোবাই কথা পতা, ঘোঁৰা বাগী থোৱা ঘৰটো খোলা আৰু তাৰ পিছত ঘোঁৰা উলিওৱাৰ শব্দ শুনা গ'ল।

পাতল ছাঁবোৰ ঘনীভূত হৈ অন্ধকাৰত প্ৰায় মনিব নোৱাৰা হোৱালৈকে তেওঁ তাতে পৰি থাকিল। ঔজ্জ্বল্যহীন দীঘলসজীয়া ভঁৰালৰ চাংখনৰ বাহিৰে তেওঁ আৰু একোৱেই দেখা নোপোৱা হ'লহি। অৱশেষত তেওঁ থিয় দি গাৰ ধূলি মাকতিবোৰ জাৰি জোকাৰি একেবাৰে সৰু দুৱাৰখনৰ পিনে আগবাঢ়িল। আন্ধাৰত খেপিয়াই খেপিয়াই চিৰিটোৰেদি নামি আহি তলৰ চোতালখন পালেহি।

'এসময়ত মোৰ প্ৰতি তেওঁৰ কিমান শ্ৰদ্ধাভক্তি আছিল', আনে বুজিব পৰাকৈ নহলেও কথাষাৰ তেওঁৰ মুখৰ পৰা ওলালে। 'এতিয়াৰে পৰা তেওঁ মোক এজন শত্ৰু বুলিহে গণ্য কৰিব — মোক হেয় জ্ঞান কৰিবলৈ ল'ব, মোক মানুহ বুলিয়েই নধৰিব।'

প্ৰবল আবেগৰ তাড়নাত পৰি সেই ৰাতিয়েই তেওঁ পুনৰ ফাৰফ্ৰেক দেখা কৰাৰ ইচ্ছা জাগিল। বলিয়া মানুহৰ দৰে আক্ৰমণ কৰা স্বত্তেও তেওঁ ভাবিলে কিজানি ফাৰফ্ৰেই তেওঁক ক্ষমা কৰেই। অসম্ভৱ বুলি ভাবিলেও মনটোক তেনেদৰেই প্ৰবোধ দিয়ালে। ফাৰফ্ৰেৰ ঘৰৰ দুৱাৰমুখৰ পিনে তেওঁ আগবাঢ়িল। ঠিক তেনেতেই ভঁৰালৰ চাংখনৰ ওপৰত মৰা-মূৰ্চ্ছাভাবে পৰি থকা অৱস্থাত তলৰ চোতালত হোৱা কথোপকথনলৈ মনত পৰিল— সেইবোৰ কথালৈ তেতিয়া তেওঁ কাণ দিয়া নাছিল। ফাৰফ্ৰেই ঘোঁৰাশাললৈ গৈ বাগীখনত ঘোঁৰা লগোৱা আৰু হুইটেল তেনেতে আহি পত্ৰ এখন তেওঁৰ হাতত দিয়া ইত্যাদি। চিঠিখন পাই ফাৰফ্ৰেই বাডমাউথৰ পৰিবৰ্তে ৱেডাৰবাৰীলৈ যোৱাৰ সিদ্ধান্ত কৰিছিল। চিঠিখনত কিবা জৰুৰী খবৰ এটা আছিল। যাওঁতে বাটতে মেলষ্টকত সোমাই যোৱাৰ কথাও কৈছিল। সেইখন ঠাই মাত্ৰ দুই এক মাইলমানৰ ভিতৰতে পৰে।

প্ৰথম চোতালখন পোৱাৰ সময়ত ফাৰফ্ৰেই সপোনতো ভবা নাছিল যে কোনোবা শত্ৰুৱে তেওঁ তালৈ অহালৈ খাপ দি আছিল বুলি। এতিয়ানো তেওঁ ক'লৈ যাবলৈ ওলাইছে আৰু মাজ ডোখৰতনো কি ঘটনাটো ঘটি গ'ল সেই বিষয়ে কাকো একোকেই নজনালে। ফাৰফ্ৰে কেতিয়াকৈ ঘূৰি আহি ঘৰ সোমাবহি সেই কথা কাকো নজনোৱাত তেওঁক সেইদিনা ৰাতিয়েই দেখা কৰাটো সম্ভৱ নহব বুলি হেনচাৰ্ডে বুজি পালে। মাজৰাতি দেখা কৰিবলৈ গ'লে তাৰ একো সুফলো পোৱা নাযাব।

ফাৰফ্ৰে উলটি অহালৈ বাট চোৱাৰ বাহিৰে তেওঁ আৰু আন একো উপায় দেখা নেপালে। নিজৰ বিবেকক দংশন কৰিবলৈ এৰি দি এনেদৰে অপেক্ষা কৰি

থকাটোও কম যন্ত্ৰণাদায়ক নহয়। ধীৰে ধীৰে আহি চহৰখনৰ ভিতৰত থকা আলি পদুলিবোৰো পাৰ হ'ল। তাৰ পিছত অ'ত এঠাইত ত'ত এঠাইত বৈ চহৰখনৰ দাঁতিকাষৰীয়া ঠাইবোৰো পাৰ হৈ আহি পকী দলংখন পালেহি,— আগতে উল্লেখ কৰি থোৱা। ইয়াতে তেওঁ বহুত সময় থিয় দি থাকিল— ইয়াত কিছু সময় থিয় দিয়াটো আজিকালি তেওঁৰ অভ্যাসেই হৈ পৰিছিল। তাত থকা লোহাৰ জালিখনৰ মাজেদি পানী সৰকি আহোঁতে কলকলকৈ কৰা শব্দটো তেওঁৰ কাণত পৰিলহি। ৰাতিৰ আন্ধাৰলৈ আওকাণ কৰি টিমিক-টামাক কৰি কেষ্টাৰব্ৰীজত জ্বলি থকা বন্তিবোৰ যৰ বেছি দূৰৈৰো বুলি ক'ব পৰা নগৈছিল।

দলংখনৰ কাষৰ চাপৰ বেৰখনত ভেজা দি হাউলি থকা অৱস্থাত চহৰৰ পিনৰ পৰা অহা কিবা এক অনভ্যস্ত শব্দই তেওঁৰ নিৰুৎসুক মনটোকো আকৰ্ষিত কৰিলে। সেইবোৰক সঙ্গীত বুলিব নোৱাৰি, লয় মান নথকা শব্দৰ ধ্বনি কিছুমানহে আহি প্ৰকৃততে তেওঁৰ কাণত পৰিছিলহি। তাতে আকৌ, আলিয়ে পদুলিয়ে ঠেকা-ঠুকুলি খাই প্ৰতিধ্বনিত হোৱা শব্দবোৰ বুজিবলৈ আৰু বেছি টান হৈ পৰিছিল। সকলো কথালৈকে অনিচ্ছুক তেওঁৰ মনটোৱে প্ৰথমে ভাবিছিল যে চহৰত বজোৱা বেণ্ড পাৰ্টীৰ পৰাই এই ঝণঝণনিবোৰ আহিছে। আজিৰ এই স্মৰণীয় দিনটো সঙ্গীতেৰে সামৰণি মৰাই অতি স্বাভাৱিক কথা, কিন্তু কিয় অনুৰণিত কিছুমান বিসঙ্গতিপূৰ্ণ আচহুৱা ধ্বনিহে শুনিবলৈ পোৱা গৈছিল সেইটো তেওঁ বুজি নেপালে। বোধগম্য নোহোৱা স্বত্তেও তেওঁ সেইবোৰৰ বিষয়ে দকৈ একো নেভাবিলে, তেওঁৰ মনটো বোলেগ এখন জগততহে আছিল। তেওঁৰ মনৰ ভ্ৰষ্টতাৰ প্ৰাবল্যই কোনো ধৰণৰ অচিনাকি ভাব ধাৰণাৰ প্ৰবেশ বন্ধ কৰি দিছিল। সেই গতিকেই কাষৰ দলংখনৰ বেৰখনতে ভেজাদি আগৰ দৰেই বৈ থাকিল।

## নৱ-ত্ৰিংশতি অধ্যায়

হেনচাৰ্ডৰ লগত হোৱা যুজখন অন্ত পৰাত ফাৰফ্ৰে চাংখনৰ পৰা তললৈ নামি আহিছিল। তেতিয়া ভাগৰত তেওঁৰ উশাহ নিশাহ লব নোৱাৰা এটা অৱস্থা। তললৈ আহি কিছুসময় জিৰণি লোৱাৰ পিছত তেওঁ পুনৰ স্বাভাৱিক অৱস্থা ঘূৰাই পালে। বাডমাউথ ৰোডত থকা এখন গাওঁলৈ যোৱাৰ উদ্দেশ্যেই তেওঁ সেইদিনা শস্য থোৱা চোতালখনলৈ আহিছিল। কাম কৰা মানুহবোৰক পিছ বেলা ছুটী দিয়াৰ কাৰণে তেওঁ নিজেই ঘাৰীখনত ঘোঁৰা লগাবলৈ সাজু হৈছিল। সেই ভয়ংকৰ মল্লযুদ্ধখন হোৱাৰ পিছতো সেইখন ঠাইলৈকে যোৱাৰ সিদ্ধান্তটো সলনি নকৰিলে। অন্ততঃ কিছু সময় লুচেত্তাৰ পৰা আতৰি থকাই বাঞ্ছনীয়। প্ৰকৃতিস্থ হোৱাৰ আগতেই ঘৰলৈ

গ'লে লুচেতাৰ চকুত ধৰা পৰাৰ ভয়তেই তেওঁ তেনে সিদ্ধান্ত ললে— নহলে ইমান ডাঙৰ ঘটনা এটাৰ পিছত ঘৰলৈ নহাৰ কোনো অৰ্থই নাছিল।

তেওঁ যাত্ৰা আৰম্ভ কৰে আৰু, ঠিক তেনেতে হুইটেল আহি ফাৰফ্ৰেইক এখন চিঠি দিলেহি,— আখৰবোৰ জধে মধে লিখা। চিঠিখনত কাৰো চহী নথকাটো আচৰিত হ'বলগীয়া। চিঠিখনেৰে অনুৰোধ কৰা হৈছিল যে সেইদিনা সন্ধ্যা সময়ত তেওঁ যেন বেডাৰবাৰীৰ পিনে যায়। ব্যৱসায় সংক্ৰান্তৰ তেওঁৰ কিছু কাম তাতে চলি আছিল। হঠাতে কিবা দৰকাৰী কাম ওলোৱাৰ কথা ফাৰফ্ৰেই জনা নাছিল। তেওঁ যিহেতু সেই মুহূৰ্ত্তত কোনোবা ফালে ওলাই যাবই তেনেস্থলত স্বাক্ষৰ বিহীন চিঠিখনত কৰা অনুৰোধটো তেওঁ দলিয়াই পেলাবলৈ ভাল নেপালে। তাৰোপৰি সেই পিনে গলে মেলষ্টকত সোমাই আন এটা কামৰো লেঠা মাৰি যাব পাৰিব। তেওঁ যে বেলেগ ঠাই এখনলৈহে যাব সেই কথা কোৱা হেনচাৰ্ডেও শুনিবলৈ পাইছিল। ফাৰফ্ৰেই তালৈকে গাড়ী চলাই গুচি গ'লগৈ। কিন্তু সেই কথাটো হুইটেলে আহি ঘৰত নজনালেহি। তেনেকুৱা একো খাটাং নিৰ্দ্দেশ হুইটেলক দিয়া হোৱাও নাছিল।

এই স্বাক্ষৰবিহীন চিঠিখনৰ উদ্দেশ্য অৱশ্যে মহৎ আছিল। এই অপৈণত আৰু সোপা মৰা ধৰণৰ কামটোত হাত থকা সকল আছিল ফাৰফ্ৰেক ভাল পোৱা আৰু তেওঁৰ হৈ মাত মতা মিষ্টাৰ লংৱেইজ আৰু তেওঁৰ লগৰীয়া সকল। সেইদিনা সন্ধ্যা সময়ত ফাৰফ্ৰে বাহিৰলৈ ওলাই যোৱাটোকে তেওঁলোকে বিচাৰিছিল। ব্যঙ্গাত্মক অভিনয়খন অনুষ্ঠিত কৰাৰ কিবা এটা প্ৰচেষ্টা চলিলেও যাতে সেইটো ব্যৰ্থ হয় তাকে উদ্দেশ্য কৰি চিঠিখন লিখিছিল। তেওঁলোকৰ মাজৰে যি সকলে এতিয়াও সেই পুৰণিকলীয়া ধেমালি বা হৈ-হাল্লাবোৰ ভাল পাই তেওঁলোকৰ ওপৰত পোতক তুলিবৰ কাৰণেই এনেদৰে আওপকীয়াকৈ তেওঁলোকে এনেহেন সদ কামটো কৰিছিল।

লুচেতাক ৰক্ষা কৰিবৰ কাৰণে কিন্তু তেওঁলোকে কোনো ধৰণৰ ব্যৱস্থা নল'লে। সৰহ সংখ্যকে বিশ্বাস কৰাৰ দৰে তেওঁলোকেও বিশ্বাস কৰিছিল যে দুৰ্নামটো এনেয়ে ওলোৱা নাই, — কিবা সত্যতা আছে। গতিকেই তাই ইয়াৰ বোজা বহন কৰিব লাগিব। সেয়া তাইৰ প্ৰাপ্য।

লুচেতা ড্ৰইং ৰুমত বহি আছিল। তেতিয়া ৰাতি আঠমান বাজিছিল। আধাঘণ্টামান আগতেই আন্ধাৰ হৈছিল। ফাৰফ্ৰে বাহিৰলৈ যোৱাৰ সময় খিনিত চিমনিট্ৰেৰ পৰা অহা সামান্য জুইৰ পোহৰতে বহি থাকে লুচেতা, মমবাতি জ্বলাবলৈ নিদিয়ে। তেনেকৈয়ে বহি তেওঁ অহালৈ অপেক্ষা কৰি ভাল পায়। বেছি ঠাণ্ডা নপৰিলে তাই খিৰিকী এখন খুলি থয়, যাতে ফাৰফ্ৰেৰ গাড়ীৰ চকাৰ শব্দ তেওঁ অহাৰ লগে লগেই শুনিবলৈ পায়। বিয়াৰ পিছৰ দিনবোৰতকৈ তাই আজি বেছি আশাবাদী। চকীখনতে আৰামকৈ বহি

আগন্তুক দিনৰ ৰঙীন সপোন ৰচি আছিল। সেইদিনা গোটেই দিনটো কিমান সুন্দৰকৈ পাৰ হ'ল, হেনচাৰ্ডৰ উদ্ধতালি স্বত্তেও। সেই কন্তেকীয়া অস্বস্তিটোও লগে লগেই মাৰ গ'ল। গিৰিয়েকৰ ককৰ্থনা শুনি তেওঁ নিজে নিজেই তাৰ পৰা অন্তৰ্ধান হ'ল। মাজে সময়ে চিন্তা জগাই তোলা অবাস্তব ভাবাবেগ আৰু তাৰ পৰা উদ্ভৱ হোৱা পৰিশতিবোৰ ধ্বংসস্তুপলৈ ৰূপান্তৰিত হৈ এতিয়া চিনচাব নোহোৱা হ'লগৈ। সেইবোৰৰ কাৰণে আৰু ভয় কৰিবলগীয়া একো নাই।

এইদৰে সোণৰ সপোন ৰচি ৰহি থাকোতেই দুৰৈৰ কিছুমান হাইউৰুমিয়ে তাইক কিঞ্চিৎ আমনি কৰিলেহি। অবশ্যে আচৰিত হ'বলগীয়া কথা একোৱেই নাছিল। ৰাজপ্ৰতিনিধিৰ আগমনৰ কাৰণে চহৰখনৰ প্ৰায়বোৰ অনুষ্ঠানেই বনুৱা সকলক পিছবেলা ছুটী দিছিল। কিন্তু ঘৰৰ লিগিৰীজনীৰ মাতটোৱে তেওঁৰ কাণ থিয় কৰালে। লিগিৰীজনীয়ে ওপৰ মহলাত থকা আন এজনী লিগিৰীৰ লগত কথা পাতিছিল।

ইজনীয়ে সিজনীক সুধিলে 'তেওঁলোক কোনফালেদি যাব?' 'মই সঠিককৈ ধৰিব পৰা নাই, সিজনীয়ে ক'লে, 'এই কলঘৰটোৰ চিমনিৰ ধোৱাত মই একো দেখা নাই। অ' ৰ'বা, ৰ'বা, মই এতিয়া দেখা পাইছোঁ, মই ক'ব পাৰিম।

'কি, কি? হয়নে, কি হৈছেনো?' প্ৰথম গৰাকীয়ে উৎসাহেৰে সুধিলে।

'তেওঁলোকে কৰ্ণষ্ট্ৰীট পাইছিয়েই লাগে, পিঠিত পিঠি লগাই বহিছে দুজন, বুজিছা।'

'কি? — কি কৈছা, দুজনৰ— হয়নেকি? দুজনৰ প্ৰতিমূৰ্ত্তি আছেনেকি?'

'হয়, গাধৰ ওপৰত দুজনৰ প্ৰতিমূৰ্ত্তি — পিঠিত পিঠি লগাই। ইজনৰ হাত সিজনৰ লগত বন্ধা। তিৰোতা জনীয়ে গাধৰ মূৰৰ পিনে আৰু মতা মানুহজনে নেগুৰৰ পিনে মুখ কৰি আছে।'

'এইবোৰ কাৰবাক উদ্দেশ্য কৰিহে কৰিছে নেকি?' 'হয় হ'বলা— তেনে যেনেই লাগিছে। মানুহজনৰ গাত নীলা কোট আৰু ভৰি কেইটা দগধা উনীসূতাৰে গোঁঠা পটিৰে মেৰিউৱা। গোফকোছা ক'লা আৰু মুখখন ৰঙচুৱা। ভিতৰত কিবা খেৰচেৰ সুমুৱাই তৈয়াৰ কৰিছে হ'বলা, মুখা একোখন পিন্ধাই থৈছে।'

কোৰ্হাল বাঢ়িবলৈ ধৰিলে যদিও অলপ পিছতে কমিল। 'সৌ সিপিনে গ'লগৈ, মই আৰু দেখা নেপাম।' প্ৰথম গৰাকীয়ে হতাশ মনেৰে ক'লে।

'তেওঁলোক পিছপিনৰ আলিটোৰে গ'লগৈ আৰু নেদেখি।' ভালকৈ দেখা পোৱাৰ আশাত এজনীয়ে ঘৰটোৰ মুধচৰ তলতে ঠাই ল'লে। তাই ক'লে 'সিপিনেদি গ'লগৈ,— মই পিছ ফালটো হ'লে বৰ সুন্দৰকৈ দেখিলোঁ।'

'মানুহজনী দেখিবলৈ কেনেকুৱানো?' আনজনীয়ে সুধিলে। 'ৰবা, মই অলপ চিন্তা কৰিলেই ক'ব পাৰিম— মই ভবা গৰাকীয়েই হ'বগৈ লাগে।'

'কিয়,— আমাৰ তেখেতৰ দৰে নহয়জানো? টাউন হ'লত প্ৰথম দিনা থিয়েটাৰ চাবলৈ যিযোৰ পোছাক পিন্ধি প্ৰথম শাৰীত বহিছিলহি।'

লুচেতা ভৰি দুটাৰ ওপৰত থিয় হ'ল। উত্তেজিত হৈছিল যদিও অতি সন্তৰ্পণে কোনোবা এজনে দুৱাৰখন খুলিলে। চিমনিৰ জুই কুৰাৰ পোহৰত তেতিয়া এলিজাবেথ-জেনৰ মুখখন দেখা গ'ল।

'মই তোমাক দেখা কৰিবলৈ আহিলোঁ,' কথাষাৰ কওঁতে তাই উশাহকে সলাব পৰা নাছিল, 'দুৱাৰত টোকৰ মৰালৈ মই ৰবকে নোৱাৰিলোঁ, মোক ক্ষমা কৰিবা। খিৰিকীৰ জাপবোৰো দেখোন বন্ধ কৰা নাই-সৌখন খিৰিকীতো খোলাই আছে।'

লুচেতাৰ উত্তৰলৈ বাট নেচাই তাই নিজে উঠি গৈ খিৰিকী খন বন্ধ কৰি দিলে। - বাকীবোৰ খিৰিকীৰ জাপবোৰ বন্ধ কৰিবলৈ তাই আগবাঢ়িল। ঠিক তেনেতে লুচেতা তাইৰ ওচৰলৈ আহি হাতখনত ধৰি ক'লে, সেইবোৰ খোলাই থাকক,- মাত্ৰ ডাঙৰকৈ একো নকবা,' অষ্ঠ কণ্ঠ শুকাই গৈছিল যদিও তায়েই প্ৰথমে ক'লে। তেওঁলোক দুয়ো কথাবোৰ অতি সৰু আৰু খৰকৈ পতাত বাহিৰৰ কথাবোৰ শুনাত একো অসুবিধা হোৱা নাছিল।

কথাবোৰ আছিল এনে ধৰণৰ, 'খোলা ডিঙি, পিছলৈ আঁচোৰা বেণীগোঁঠা চুলি, পিন্ধা কাপোৰযোৰ চিক্কৰ কিন্তু ডাঠ ৰঙৰ আৰু ভৰিত বগা মোজা আৰু ৰঙীন জোতা।'

এলিজাবেথ-জেনে খিৰিকীবোৰ বন্ধ কৰিবলৈ তথাপিও চেষ্টা কৰিছিল, কিন্তু লুচেতাই বাধা দিয়াত বাদ দিলে।

'সেইজনী হ'লো মই।' কথাষাৰ শেষ হোৱাৰ লগে লগেই তাইৰ মুখখন শেতা পৰি মৰা মানুহৰ দৰে হ'লগৈ। 'শোভাযাত্ৰা, কেলেঙ্কাৰী, তেওঁৰ আৰু মোৰ প্ৰতিমূৰ্ত্তি।'

এলিজাবেথ-জেনৰ মুখৰ চেহেৰাতে ওলাই পৰিছিল যে তাই কথাটো আগতেই গম পাইছিল।

'এইবোৰ বন্ধ কৰি দিওঁ, তাই মিনতি কৰি ক'লে। তাই বুজি পালে যে গণ্ডগোল হাঁহি খিকিন্দালি বঢ়াৰ লগে লগে লুচেতাকো নিয়ন্ত্ৰণ কৰি ৰখাটো টান হব। এলিজাবেথে তাইক আৰু বাধা দি ৰাখিব নোৱাৰা অৱস্থা এটা হ'ল। তথাপিও এলিজাবেথে আকৌ এবাৰ ক'লে।

'এইবোৰ বন্ধ কৰি দিলেই ভাল।'

নাই, নাই একো লাভ নাই' কথাষাৰ কওঁতে তাইৰ গাটো জিকাৰ খাই উঠিছিল। তেওঁতো দেখা পাবই, নেদেখিব জানো? ডোন্যাল্ডেতো সকলোবোৰ দেখিবই, অলপতেই তেওঁ আহি ঘৰ সোমাবহি। এইবোৰ দেখি তেওঁৰ হিয়া ভাঙি

পৰিব— তেওঁ আৰু মোক কেতিয়াও মৰম কৰিব নোৱাৰিব— উস - মই বাচি থকাৰ আৰু উপায় নাই— মোৰ মৃত্যু অনিবাৰ্য।

এলিজাবেথ-জেন অধৈৰ্য্য হৈ পৰিল। 'এইবোৰ বন্ধ কৰাৰ একো উপায় নাই নেকি?' তাই চিএঞৰি উঠিল। 'ইয়াত কোনো জনপ্ৰাণী এটাও নাই নেকি?

লুচেতাৰ হাতখন এৰি তাই খিৰিকীদুৱাৰখনৰ পিনে লৰ দিলে। তেনেতে আগপিছ নুগুণি লুচেতাই ও কলে 'মইও এইবোৰ চাম।' লগে লগে তাই আইনা লগোৱা দুৱাৰ খন খুলি বেলকনিটোলৈ উঠি গ'ল। এলিজাবেথ-জেনো পিছে পিছে গৈ তাইৰ ডিঙিত সাবটি ধৰি ভিতৰলৈ টানি আনোগৈ বুলি ভাবিলে। বং তামাছাত মতলীয়া হৈ পৰা চয়তান বোৰ খৰ খোজেৰে যাবলৈ ধৰা দৃশ্যটো তাই দেখিবলৈ পালে। এফ্যাজী দুটাৰ ওপৰত অসংখ্য বন্তিৰ পোহৰ পৰাত ই আৰু অধিক প্ৰকট হৈ ওলাই পৰিছিল। এই গৰ্হিত কাৰ্যত পীড়িত ব্যক্তি জননো কোন সেই বিষয়ে ভুল কৰাৰ সম্ভাবনাৰ আৰু অৱকাশ নাথাকিল।

'ভিতৰলৈ আহা, ভিতৰলৈ আহা,' এলিজাবেথে টানি মাতিবলৈ ধৰিলে, 'চাও মই দুৱাৰখন বন্ধ কৰি দিও।'

'মোক চাই লোৱা— মোক ভালকৈ চাই লোৱা- ৰ'দৰ পৰা ৰক্ষা পৰিবলৈ মই লোৱা ছাতিটো পৰ্যন্ত মোৰ, সেই সেউজীয়া ছাতিটো,' লুচেতা বিহ্বল হৈ অট্টহাস্য কৰি কৰি ভিতৰ সোমাই আহিল।

তাই আৰু এক মুহূৰ্ত্তও থিৰে থাকিব নোৱাৰি মজিয়া খনত চাচ কৰে পৰি গ'ল। এইফালে তাই পৰি গ'ল আৰু আনফালে এফ্যাজী লৈ শোভাযাত্ৰা কৰা সকলৰ সঙ্গীতো বন্ধ হ'ল। ব্যঙ্গাত্মক হাঁহি, গিৰ্জনি মাৰি কৰা খিকিন্দালি বোৰ মাৰ গ'ল। ভৰিবোৰ মাটিত চোচৰাই নিয়া সৰসৰণি শব্দবোৰ, হঠাতে আহি পাৰ হৈ যোৱা বতাহ এচাতিৰ দৰে, নাইকিয়া হ'ল। পোনপটিয়াকৈ নহ'লেও পৰোক্ষভাৱে তাই এই সকলোবোৰৰ উমান পাইছিল। তাই বেলটো বজাই দিলে। আবেগাধিক্যত আক্ৰান্ত হৈ মৃগী বেমাৰী এজনৰ দৰে কাৰ্পেটখনৰ ওপৰতে পৰি থকা লুচেতাক তাই সাবটি ধৰিলেহি। তাই বেলটো কেবাবাৰো বজাইছিল যদিও কোনো ফালৰ পৰাই একো সঁহাৰি নেপালে। সম্ভৱ চাকৰ নাকৰ বোৰেও ঘৰৰ ভিতৰত উপভোগ কৰিবলগীয়া একো দেখা নেপাই সেই পৈশাচিক কাণ্ড কাৰখানাবোৰ চায়েই অৱসৰ বিনোদন কৰিবৰ কাৰণে বাহিৰ ওলাই গৈছিল।

দুৱাৰমুখতে বহি বাহিৰত হোৱা দৃশ্যাৱলী তথা লাগি চাই থকা ফাৰফ্ৰেৰ কৰ্মচাৰী এজন আহি অৱশেষত দেখা দিলেহি। তাৰ পিছতে আহি ওলালেহি ৰান্ধনিজন। এলিজাবেথে লৰাল'ৰিকৈ জপাই থোৱা দুৱাৰ খিৰিকীবোৰ সিহঁতে ভালদৰে বন্ধ কৰি দিলেহি। বন্তি এগছো অনাত ঠাইখন পোহৰ হ'ল। লুচেতাক দাণ্ডি মেলি নিজৰ

কোঠালৈ লৈ যোৱাৰ পিছত এজন মানুহক ডাক্তৰ মাতিবলৈও পঠিওৱা হ'ল। এলিজাবেথে তাইৰ কাপোৰবোৰ খুলি সলনি কৰিবলৈ চেষ্টা কৰাৰ সময়তে তাই কিছু জ্ঞান পালে। কিন্তু কি কাণ্ড হৈছে সেইটো বুজিয়েই আকৌ অজ্ঞান হৈ পৰিল।

মৃত্যু-আসন্ন ৰুগী চাবলৈ অহা ক্ষিপ্ৰতাৰে ডাক্তৰ আহি ওলালেহি। তেওঁ আহি দুৱাৰ মুখত থিয় দিলেহি। আৰু আন মানুহবোৰো তাতে বৈ আছিল। এলিজাবেথে তেওঁৰ পিনে কাতৰ হৈ চালে আৰু লগে লগে ডাক্তৰৰ কাষ চাপি আহিল। বেমাৰী দেখি তেওঁ ক'লে 'অৱস্থাটো সঙ্কটপূৰ্ণ।'

'জ্ঞান আছেনে নাই?' এলিজাবেথে সুধিলে। ডাক্তৰে ক'লে 'এই অৱস্থাত অচেতন হৈ পৰাটো বিপদজনক। ফাৰফ্ৰেক শীঘ্ৰেই বিচাৰি অনাৰ দিহা কৰক। তেখেতনো গ'ল ক'লৈ?'

জিগিৰীজনীয়ে ক'লে তেখেত গাওঁৰ পিনে গৈছে, বাড্ মাউথ্ ৰোডেদি, পাবৰ সময় হৈছেহি।'

বাৰু ঠিক আছে। যদি তেখেত আহি পোৱাত পলম হোৱাৰ কিবা সম্ভাৱনা আছে তেন্তে তেখেতক বিচাৰি আনিবলৈ কোনোবা এজনক পঠিয়াব লাগে। ডাক্তৰ জন আকৌ বিচনাখনৰ ওচৰলৈ আহিল। ফাৰফ্ৰেক শীঘ্ৰে বিচাৰি আনিবৰ কাৰণে এজন মানুহক পঠিওৱা হ'ল। ঘৰটোৰ পিছফালৰ পৰা অহা ঘোঁৰাৰ ভৰিৰ খট্ খট্ শব্দৰ পৰা বুজা গ'ল যে মানুহজন তেখেতকে বিচাৰি আনিবৰ কাৰণে ওলাই গ'লেই।

আনফালে চৰকাৰী প্ৰতিনিধি আৰু ক্ষমতাশালী ব্যক্তি মিষ্টাৰ বেঞ্জামিন গ্ৰোৱাৰে ঢোল, তাল, খঞ্জৰী, বীণা আৰু আন বাদ্য যন্ত্ৰৰ শব্দ শুনিবলৈ পাই কিহৰ কাৰণেনো হুলস্থুল হৈছে তাকে জানিবৰ কাৰণে ওলাই আহিল। তেওঁ নিজৰ ঘৰৰ পৰা হাইষ্ট্ৰীটেৰে ওলাই আহি কেঁকুৰিটোৰ ওচৰ পায়েই ধাৰণা কৰিব পাৰিলে, ঘটনাটোনো কি। চহৰখনৰ পুৰণি বাসিন্দা হিচাবে তেওঁ আগতে এনেকুৱা অশোভনীয় ৰং তামাছা দেখি অহা লোক। প্ৰথম কৰ্ত্তব্য হিচাবে কনিষ্টবল এজন বিচাৰি তেওঁ ইফালে সিফালে চালে।

চহৰখনত মাত্ৰ দুজন কনিষ্টবল। লুংলুঙীয়া বাট এটাৰ চুকত কোঁচ-মোচ খাই লুকাই থকা অৱস্থাতে সিহঁতৰে এটাক বিচাৰি উলিয়ালেগৈ। মানুহটো ভয়ত চেপেটা লাগি আছিল। তেনেকুৱা এটা অৱস্থা হোৱাৰ কাৰণো নথকা নহয়। 'সেই সোপাই কেনেবাকৈ দেখা পোৱাহেঁতেন দগৰি পিটিলেহেঁতেন তাক। আমি হ'লো মাত্ৰ দুটা, তাতে হাড ছাল ওলোৱা ঈগল চৰাইৰ দৰে। সেইজাক মানুহক আমি দুটাই কিবা কৰিব পাৰিম জানো?' গ্ৰোৱাৰৰ তিৰস্কাৰৰ উত্তৰত পুলিচ কৰ্মচাৰীজনে কথাবোৰ কঁহিয়াই ক'লে।

'আমি দুজন আত্মঘাটি হ'বলৈ আগবাঢ়ি আহিছোঁ বুলি ভবাহেঁতেন তেওঁলোকৰ প্ৰলোভনো বাঢ়িলহেঁতেন। তেনে প্ৰলোভনত পৰি সিহঁতে ডাঙৰ অপৰাধ কৰিলেই সিহঁতৰ মৃত্যুদণ্ড অনিবাৰ্য্য। হেন জানি তেওঁলোকৰ মৃত্যুৰ কাৰণ হ'বলৈ আমি আগ নেবাঢ়িলো। এই পৃথিৱীখনত একেলগে বসবাস কৰা আমাৰ লগৰে প্ৰাণী কেইটামানৰ হত্যাৰ কাৰণ হ'বলৈ আমি জানো ইচ্ছা কৰা উচিত, চাৰ?'

'তেন্তে, তোমালোকে আৰু কাৰোবাৰ সহায় বিচাৰা। মইও তোমালোকৰ লগতে যাও বলা। চৰকাৰী হুকুমে কি দৰে কাম কৰে তাকেহে তোমালোকে চাই থাকিবা। এতিয়া বেগতে বলা, তোমালোকৰ টোকোন আছেনে নাই?'

'আমি আইন ৰক্ষাকাৰী বুলি সিহঁতক জাননী দিবলৈ ভাল নেপালো। আমাৰ সংখ্যা অতি কম, চাৰ। গতিকেই আমাৰ টোকোন কেইডাল সেই পানী কলৰ পাইপৰ তলতে লুকুৱাই থৈ আহিছোঁ।'

'সিহঁতক ধৰিবই লাগিব, তোমালোকে প্ৰতিজ্ঞা কৰা — ধৰিমেই বুলি। বাৰু এতিয়া তোমালোকে মোৰ লগে লগে আহি থাকাচোন। অ' এয়া আমাৰ ব্লডবী দেখোন— আমাৰ ভাগ্যই ভাল।' ব্লডবী চহৰখনৰ তিনি নম্বৰ মেজিষ্ট্ৰেট।

'এই গোলমালটোনো কিহৰ হেৰি?' ব্লডবীয়ে সুধিলে? 'সিহঁতৰ নাম ধাম বোৰ পোৱা গৈছেনেকি, বাৰু?'

'এতিয়ালৈকে একো পোৱা নাই।' উত্তৰটো দি উঠি কনিষ্টবল এজনক গ্ৰোৱাৰে কলে, 'তোমালোকে ব্লডবীৰ লগত অন্ডৰাকেদি ঘূৰি আহি থাকিবা আৰু মই সিজন কনিষ্টবলৰে সৈতে পোনে পোনে আগবাঢ়ি গৈ আছো। সেইখিনি ঠাইৰ মাজতে সিহঁতক নিশ্চয় বিচাৰি পামগৈ। সিহঁতৰ নামবোৰ পালেই হ'ল। সিহঁতৰ ওপৰত কোনো ধৰণৰ আক্ৰমণ চলাব নালাগে। বাধা দিবলৈও সিহঁতক চেষ্টা নকৰিবা।'

এনেদৰে বন্দবস্ত কৰি তেওঁলোক আগবাঢ়িল। পুলিচ কনিষ্টবল জন আৰু মিষ্টাৰ গ্ৰোৱাৰে কৰ্ণষ্ট্ৰীটৰ পিনৰ পৰা অহা শব্দৰ পিছ ল'লে। কিন্তু সেইপিনে কোনো ধৰণৰ শোভাযাত্ৰা গৈ থকা নেদেখি আচৰিত হ'ল। তেওঁলোকে ফাৰফ্ৰেৰ ঘৰ পাৰ হৈ আলিটোৰ মূৰলৈকে চালে। জ্বলি থকা লেম্পবোৰ আৰু উদ্যানখনৰ গছবোৰে হা-হুমুনিয়াহ কাঢ়ি থকাহে দেখা গ'ল। দুই চাৰিজন কাম বন নোহোৱা মানুহ জেপত হাত ভৰাই ইফাল সিফাল কৰি আছিল। সকলো কথা আন দিনৰ দৰেই স্বাভাৱিক দেখা গ'ল।

'মানুহ এজাকে হাইউকমি কৰি এইপিনে যোৱা আপুনি দেখিছিল নেকি?' গ্ৰোৱাৰে এজন মেজিষ্ট্ৰেটৰ গাম্ভীৰ্যৰে সৰু পাইপ এডাল হুপী থকা এজনক সুধিলে। মানুহজনৰ ভৰিত পটি মেৰিউৱা আৰু তেওঁৰ গাত এটা জেকেটো আছিল।

'কি কৈছে চাৰ?' মানুহজনে সুধিলে। সেইজন হ'ল পিটাৰ্চ ফিঙ্গাৰৰে চাৰ্ল

নামৰ মানুহজন। গ্রোবাৰে পুনৰ সুধিলে।

চাৰ্লে একো নজনা অবোধ শিশু এটাৰ দৰে মূৰ জোকাৰিলে, 'নাই, আমি একো দেখা নাই, য্য, তুমি কিবা দেখিছিলা নেকি? মোতকৈ আগৰে পৰা তুমি এই ঠাইতে আছিলা।

জোচেফেও লগৰ জনৰ দৰে একো দেখা নাই বুলি ক'লে। 'হুহ- এইবোৰ কি কথা,' গ্রোবাৰে ক'লে,।

'অ- ৰবচোন বাৰু, সেইয়া কোনোবা এজন আহি আছে। তেখেতক পোছাকে পাতিয়ে ভদ্রলোক যেন লাগিছে।' সেইবুলি কৈ গঢে পিতে য্যপ যেন লগা মানুহজনক সুধিলেগৈ 'মানুহ নেলাগে, ভূত প্রেতকো কোৰ্হালত থাকিব নোৱাৰা কৰি ফুৰা বদমাছ মানুহৰ দল এটা আপুনি দেখা পাইছিল নেকি— মানে এফ্যাজী লৈ শোভাযাত্রা কৰা বা তেনে ধৰণৰ কাৰ্যত লিপ্ত হোৱা।'

'নাই, চাৰ। সেইবোৰ মই একো দেখা নাই।' নতুন খবৰ এটা শুনি আচৰিত হোৱা যেন দেখুৱালে, তেওঁ। 'মইতো আজি, দূৰলৈ ওলাই যোৱাই নাছিলোঁ, গতিকে সম্ভৱ কিবা বেলেগ ।'

'নহয়, নহয় ঠিক এই খিনিতেই' মেজিষ্ট্রেট জনে ক'লে। 'অহ এতিযাহে মই বুজি পাইছো। আজিৰাতি উদ্যানবোৰত থকা গছৰ পাতে সুৰ লগাই আচৰিত ধৰণে কবিতা আবৃত্তি কৰিছিল। এইবোৰ চাৰ, একেবাৰে সাধাৰণ কথা। গতিকে মই ভাবিছোঁ, কথা সেইটোহে হ'বলা? য্যপে নিজৰ দীঘল কোটটোৰ জেপৰ ভিতৰতে হাতদুখন লৰংফৰং কৰিলে।, ইয়াৰ ভিতৰতে বাদ্য যন্ত্র হিচাপে ব্যৱহাৰ কৰা জুহালৰ চেপেনাডাল আৰু মহৰ শিঙৰ পেঁপাটো অতি কৌশলেৰে লুকুৱাই থোৱা আছিল। 'তহতে মোক এটা জধা মুৰ্খ বুলি ভাবিছনেকি? কনিষ্টবল, বলা সিহঁত নিশ্চয় পিছ ফালৰ আলিটোৰে গৈছে।'

পিছপিনে বিচাৰি চলাথ কৰাৰ উপৰিও আগপিনে থকা আলিবোৰতো বিচাৰিলে। কিন্তু শান্তি ভঙ্গকাৰীবোৰৰ সন্ধান কতো পোৱা নগল। ব্লড্বী আৰু ইজন কনিষ্টবলেও সেই একে খবৰেই আনিলে। অধাৰ্মিক লোকৰ ঈশ্বৰ কমুচৰ দুৰন্ত অনুচৰবোৰে নিজৰ ভিতৰতে কটাকটি মৰামৰি কৰি একো চিন চাব নৰখাকৈ নিঃশেষ হোৱাৰ দৰে প্রতিমূৰ্ত্তি কেইটা, গাধ, লেম্প, আদি বাদ্যযন্ত্রবোৰো অন্তৰ্দ্ধান হ'ল। এতিয়া গ্রোবাৰে কলে, 'আমি কৰিব পৰাৰ ভিতৰত এটা কামহে বাকী থাকিল। আৰু ছজনমান সহায়ক লৈ আমি মিক্সান লেনৰ পিটাৰ্চ ফিল্ডাৰ্চত সোমাওঁগৈ। মোৰহে ভুল বুলি ধৰিবা, তাতো যদি অপৰাধী সকলৰ একো শুং সূত্র নেপাওঁগৈ।'

আইন শৃঙ্খলা ৰক্ষাকাৰী সকলে লাগ বুলিলেই অতিৰিক্ত বাহিনী পায়। গোটেই দলটো তেতিয়া সেই কুখ্যাত আলিটোৰ পিনে ৰাওনা হ'ল। ৰাতিখন খৰখৰকৈ

সেইখিনি ঠাই পোৱাগে বৰ সহজ কামো নহয়। গোটেই ঋাটটোত কোনো ধৰণৰ পোহৰ অকণ দেখা পোৱা ন'গল— লেম্প এটাও ক'তো জ্বলি থকা দেখা নগল। মাজে সময়ে ক'ৰবাত খিৰিকীৰ পৰ্দাৰ ফাঁকেৰে পোহৰ অকণ অহা দেখা গৈছিল। অকস্মাতে চিম্‌নিৰ ধোঁৱাৰ প্ৰকোপত ভিতৰত থাকিব নোৱাৰি কোনোবাই ধোঁৱা ওলাই যাবলৈ বুলি খোলা দুৱাৰেদি সোঁতা পোহৰ অকণ দেখা গৈছিল। সেই খিনি ঠাই পাই তেওঁলোকে গাত সাহস গোটাইহে অতিথি শালাটোৰ ভিতৰ সোমাল। চৰকাৰী মান মৰ্যাদাৰ লগত খাপ খোৱাকৈ বন্ধ দুৱাৰখনত বৰ জোৰেৰে কেবাবাৰো ঢকিওৱাৰ পিছতহে সেইখন খোল খালে।

লৰচৰ কৰিব নোৱাৰাকৈ মানুহ বহা চকী, চোফা আদিবোৰ পথাৰে কটকটীয়াকৈ বান্ধি থোৱা। তেনেবোৰ ঠাইত সেইটো কৰেই। সাধাৰণ শ্ৰেণীৰ লোক কেইজনমানে মূৰ্ত্তি একোটাৰ দৰে স্থিৰ হৈ বহি শান্তভাৱে চিগাৰেট আৰু মদ খাই আছিল।

নিৰ্জ্জু অতিথিশালাৰ মালিক গৰাকীয়ে বলপূৰ্বক ভাবে প্ৰবেশ কৰা লোক কেইজনৰ পিনে শান্ত ভাবে চাই অতি সৎ আৰু নিষ্ঠাবান এজনৰ দৰে কলে, 'নমস্কাৰ, থাকিবৰ কাৰণে কেইবাটাও কোঠা আছে আৰু বেয়া নেপাব, সুধিব লগা হৈছে বুলিহে— আপোনালোকে একো কু অভিপ্ৰায়লৈ ইয়ালৈ অহা নাইতো।' তেওঁলোকে কোঠাটোৰ চাৰিওপিনে ভালকৈ চকু ফুৰালে। 'মই ঠিক ধৰিছো,' মানুহ এটাৰ পিনে চাই পুলিচটোৱে ক'লে, 'তোমাক অলপ আগতে মই কৰ্ণষ্ট্ৰীটত দেখিছিলোঁ, হাকিম মিষ্টাৰ গ্ৰোৱাৰে তোমাৰ লগত কথা পাতিছিল, হয়নে?'

সেইজন হ'ল চাৰ্ল। তেওঁ কিন্তু একো নজনাৰ ভাও ধৰি মূৰটো আনফালেহে জোকাৰিলে।

'এঘন্টা সময় ধৰি মই ইয়াতেই আছোঁ, নেঞ্চ, মই বাৰু ইয়াতেই থকা নাইনে?' ওচৰতে বহি এচিপ দুচিপ কৈ ঘৰত তৈয়াৰী মদ খাই থকা গৰাকীক সুধিলে।

'তুমি অথনিৰ পৰা ইয়াতে বহি আছা, সেইটোনো অবিশ্বাস কৰিব লগীয়া কিবা কথানে। ৰাতি আহাৰ কৰাৰ আগতে আধা পিন্ট মদ খাবলৈ মই ইয়ালৈকে আহোঁ আৰু তেতিয়াৰে পৰা মই তোমাক ইয়াতে দেখিছোঁ।'

ইজন কনিষ্টবলে ঘড়ীটো থোৱা আইনাৰ বাকচটোৰ পিনে মুখ কৰি চাই থকা দেখি হোটেলৰ মালিকনী জনীয়ে চকুৰ পচাৰতে কিবা এটা কৰিবলৈ উদ্যত হ'ল। তেওঁ ৰুটি সেকা মেলা কৰা চুলা থকা কোঠাটোৰ দুৱাৰখন বন্ধ কৰিবলৈ লওঁতেই কনিষ্টবলজনে মহিলাগৰাকীক ধৰিলেহি।

'মেডাম, চুলাটোৰ ভিতৰত কিবা আছে যেন পাইছোঁ। কথাবাৰ কৈয়েই তেওঁ বৈ নেথাকি চুলাটোৰ ভিতৰৰ পৰা খঞ্জৰী এখন টানি উলিয়ালেহি।

'আহ' মহিলা গৰাকীয়ে ক'লে, 'কেতিয়াবা শান্ত পৰিবেশত ইয়াত নৃত্যগীত হ'লে এইখন বজোৱা হয়। আপুনিতো জানেই সেমেকা বতৰে এনেবোৰ বাদ্য যন্ত্ৰ বেয়া কৰে বুলি। শুকানে থাকিবলৈ এইখন ইয়াতে সুমুৱাই থৈছোঁ।'

কনিষ্টবল জনে টেঙৰালিবোৰ বুজি পাইছিল যদিও মূৰটো জোকাৰি সমৰ্থন কৰিব লগীয়া হ'ল। সেই সামান্য কথাটো জনাৰ পৰা তেওঁৰ বিশেষ কিবা লাভ হ'ব বুলি ভাবিবৰ থল নেথাকিল। খঞ্জৰী এখনৰ দৰে মূক, ক্ষতিসাধন কৰিব নোৱাৰা বস্তু এপদৰ পৰানো গোপন ৰহস্যৰ কি সন্ধেদ পোৱা যাব! কেই মিনিটমান সময় ইফালে সিফালে চাই দুবাৰ মুখত বৈ থকা অতিৰিক্ত পুলিচ কেইজনৰ সৈতে তেওঁলোক আন দৰকাৰী কৰ্মক্ষেত্ৰলৈ ৰাওনা হ'ল।

# চত্বাৰিংশত অধ্যায়

দলংখনত থিয় দি থকাৰ সময়ত চিন্তা কৰি থকা কথাবোৰকে পাগুলি পাগুলি তেওঁ আকৌ চহৰখনৰ নিম্নভাগেদি যোৱা আলিটোৰে খোজ দিলে। ঠিক তেনেতে ওপৰৰ এটা লুংলুঙীয়া বাটেদি চিএৰ বাখৰ হৈ-হাল্লা কৰি শোভাযাত্ৰা এটা ওলাই অহা তেওঁ দেখা পাইছিল। হাতত লেম্প, মহৰ শিঙৰ পেঁপা আদিৰে সৈতে মানুহৰ জাকটো দেখি প্ৰথমতে আচৰিত হৈছিল। গাধৰ পিঠিত তুলি নিয়া প্ৰতিমূৰ্ত্তি কেইটা দেখা পালত কিনো হৈছে বুজিবলৈ বাকী নেথাকিল।

তেওঁলোকে সেই আলিটো এৰি আন এটা আলিত উঠি অদৃশ্য হৈ গ'ল। কেইখোজমান পিছুৱাই আহি তেওঁ কথাটো গভীৰ ভাবে চিন্তা কৰিবলৈ ধৰিলে। শেষত নদীৰ পাৰৰ সৰু বাটটোৰেদি ঘৰমূৱা হোৱাৰ সিদ্ধান্তকে কৰিলে। ঘৰ পাযো শান্তিৰে জিৰাব নোৱাৰি সতিযৈ জীয়েকজনীক বিচাৰি তাইৰ ঘৰলৈকে বুলি খোজ দিলে। কিন্তু তাত গৈ গম পালেগৈ যে জীয়েক মিচেচ ফাৰফ্ৰেৰ ঘৰলৈ গৈছে। তাইক লগ পাবৰ কাৰণেই তেওঁ সেইপিনে গৈ থাকিল। মনটোত অজস্ৰ সংশয়। কোৰ্হাল কৰি অহা মানুহ জাকনো কোন পিনেদি গৈ অদৃশ্য হ'লগৈ তাকো ধৰিব নোৱাৰিলে। এইদৰে হতাশ মনেৰে আহি ফাৰফ্ৰেৰ ঘৰ পাই ঘন্টী বজোৱা ৰচিডাল সামান্য ভাবে টানি দিলে। তাৰ পিছতেই ঘটনাটোৰ বিষয়ে জানিব পাৰিলে। ইয়াকো গম পালে যে ফাৰফ্ৰেক বিচাৰি ইতিমধ্যে মানুহ বাডমাউথৰ ৰোডৰ পিনেহে গৈছে।

কিন্তু দুৰ্ভাগ্যৰ কথা যে হেনচাৰ্ডৰ আৰু এতিয়া আগৰ সুনাম নাই। তেওঁ বিশ্বাস যোগ্যতা হেৰুৱাইছে। কোনেও এতিয়া তেওঁৰ কথাত গুৰুত্ব নিদি দায়িত্বহীন মানুহ এজনৰ মুখৰ পৰা ওলোৱা সেইবোৰ কিছুমান অৰ্থহীন, মূল্যহীন প্ৰলাপ বুলিহে গণ্য কৰিলে। ফাৰফ্ৰে সোনকালে আহি পোৱাৰ ওপৰতে লুচেতাৰ জীৱনটো নিৰ্ভৰ

হৈছে। তাই এক দুৰ্ঘোৰ মানসিক সংঘাটত ভুগিছিল জানোচা হেনচাৰ্ডৰ লগত হোৱা তাইৰ সম্পৰ্কটো প্ৰকৃতাৰ্থতনো কি আছিল সেই বিষয়ে ফাৰফ্ৰেই নজনাকৈয়েই থাকি যায়। বেডাৰবাৰীৰ পিনে ফাৰফ্ৰেক বিচাৰি মানুহ পঠিওৱা নহ'ল। হেনচাৰ্ডে এক বিৰাট অনুশোচনাৰ তাড়নাত পৰি নিজেই ফাৰফ্ৰেক বিচাৰি যাবলৈ সংকল্প ল'লে।

এইদৰে ঠিৰাং কৰি তেওঁ শীঘ্ৰেই চহৰখন পাৰ হৈ পূবপিনৰ আলিটোৰে ঢাপলি মেলিলে। তেওঁ লৰি ল'ৰি ডাৰ্ণভাৰৰ দলনি পথাৰখন পাৰ হৈ আহি তাৰ সিপাৰে থকা পাহাৰটোও পাৰ হ'ল। তাৰ পিছত বসন্ত ঋতুৰ আধা পোহৰ আধা আন্ধাৰৰ মাজে মাজে আহি প্ৰায় তিনিমাইল দূৰৈত থকা তৃতীয় পাহাৰটোও পাৰ হ'ল। পাহাৰটোৰ নামনিত থকা য়্যালবাৰী অঞ্চলটো পাওঁতে তেওঁ কিবা এটা শব্দ শুনা যেন পালে। তেওঁৰ হৃদয়ত ক্ষিপ্ৰগতিৰে চলি থকা স্পন্দন কিছুমানৰ বাহিৰে পোনতে আন একোকে শুনিবলৈ পোৱা নাছিল। কিন্তু ক্ষন্তেক পিছতে তেওঁ সুশৃঙ্খল ভাবে সজ্জিত য়্যালবাৰীৰ দুশাৰী বনাঞ্চলত থকা উজ্বল সৰু সৰু জোঙা পাতৰ আকাশ লঙঘী লাৰ্চ গছৰ মাজেদি বৈ অহা ৰিব ৰিব মলয়া বতাহৰ করুণ বিননি শুনিবলৈ পালে। কিছুপৰৰ পিছত নতুনকৈ বন্ধা শিলৰ আলিৰ ওপৰেদি গাড়ীৰ চকা চলি অহাৰ সংঘৰ্ষত সৃষ্টি হোৱা শব্দ একোটাও শুনিবলৈ পালে। দূৰণিত তেওঁ টিমিক টামাক বস্তিৰ পোহৰো দেখিলে।

পাহাৰৰ ওপৰৰ পৰা গাড়ী নামি অহাৰ এক বৰ্ণনাতীত নিজা বৈশিষ্ট্য সদায়েই থাকে। হুৰ হুৰ শব্দ কৰি নামি অহা ঘোঁৰা বাগীখন ফাৰফ্ৰেৰ বুলি তেওঁ ধৰিব পাৰিলে। স্কটছ মানুহজনে নিলামত কিনি লোৱাৰ আগলৈকে সেইখন তেওঁৰেই গাড়ী আছিল। তাৰ শব্দবোৰ তেওঁৰ চিনাকি। সেই ভাবি তেওঁ য়্যালবাৰী সমতলেদি কিছুদূৰ পিছুৱাই আহিল। গাড়ী চালক জনে দুয়োফালৰ বনানঞ্চলৰ মাজৰ ঠাই ডোখৰত গাড়ীৰ গতি কমাই দিয়াত তেওঁৰো গাড়ীখনৰ প্ৰায় সমানে সমানে আহি থাকিল।

সেই ঠাই ডোখৰৰ পৰাই ঘৰৰ পিনে যোৱা ঘাঁই আলিটো ফাটি এটা বাট মেলষ্টোকৰ পিনে গৈছে। যদি ফাৰফ্ৰেই চিধাই ঘৰলৈ নগৈ সেই গাঁওখনহে যায় তেন্তে তেওঁ ঘৰ পাওঁতে কেবা ঘন্টাও পলম হোৱাটো খাটাং। ক্ষন্তেক পিছতেই বুজা গ'ল তেওঁ সেইপিনেদিহে ঘৰলৈ যাবলৈ ঠিৰাং কৰিলে বুলি। গাড়ীৰ লেম্পৰ পোহৰ সেইপিনৰ পৰা দেখা গ'ল। সেই বাটটোকে কাকুলেন বোলে। সেইপিনে ঘূৰাৰ লগেলগেই গাড়ীখনৰ পোহৰ আহি হেনচাৰ্ডৰ মুখত পৰিলেহি আৰু ফাৰফ্ৰেই তেওঁৰ পুৰণি শত্ৰু জনক দেখা পালে।

'ফাৰফ্ৰে-মিষ্টাৰ ফাৰফ্ৰে।' হেনচাৰ্ডে উশাহ নসলোৱাকৈয়েই হাতখন ওপৰলৈ দাঙি চিঞৰিবলৈ ধৰিলে।

মেলষ্টকৰ পিনে ফাটি যোৱা সৰু বাটটোৰে ঘূৰি অলপদূৰ গৈছে ফাৰফ্ৰেই গাড়ী ৰাখিলে। লেকামডাল টনাৰ পিছত জনাশুনা শত্ৰু এজনক সোধাৰ দৰে ওপৰ মুৰাকৈ চাই ক'লে, 'ও কি হ'ল?'

'এক মুহূৰ্ত্তও পলম নকৰি কেষ্টাৰব্ৰীজলৈ যাব লাগে,' হেনচাৰ্ডে ক'লে, 'তোমাৰ ঘৰত এটা ডাঙৰ বিপদ হৈছে— তোমাৰ উপস্থিতি বৰ জৰুৰী হৈ পৰিছে। সেই কাৰণেই মই দৌৰি দৌৰি আহি তোমাক এই খবৰটো দিবলৈ আহিছোঁ।'

ফাৰফ্ৰে নিমাতে থাকিল। তেওঁৰ মৌনতা দেখি হেনচাৰ্ডৰ কলিজাখন কোঁচ খাই জয় পৰি গ'ল। এই হেন ফটফটীয়াকৈ ওলাই থকা কথাটোও হেনচাৰ্ডে বাৰু আগতেই কিয় বুজি নেপালে— মাত্ৰ চাৰি ঘণ্টামান আগতে যিজন মানুহক ফুচুলাই নি এখন মৃত্যুবৎ মল্লযুদ্ধত অবতীৰ্ণ কৰাই বধ কৰিবলৈ চেষ্টা চলাইছিল সেইজন মানুহকে এতিয়া এটা আন্ধাৰ অকলশৰীয়া নিৰ্দ্দিষ্ট বাটেদি আহিবলৈ নিমন্ত্ৰণ দিছে। সিজনৰ লগৰীয়া দুৰ্ব্বৃত্ত কেইটামানে সেইটো বাটতে খাপ দি বৈ থাকিবও পাৰে। ফাৰফ্ৰে যাব খোজা বাটেৰে গ'লে হয়তো তেওঁ নিজকে ৰক্ষা কৰাৰ কিবা উপায় উলিয়াব পাৰিব পাৰে। হেনচাৰ্ডে নিশ্চয় কিবা বুদ্ধি কৰিছে। ফাৰফ্ৰেৰ মনত এইবোৰ ভাব খেলালে বুলি হেনচাৰ্ডে অনুভৱ কৰিলে।

'মই মেলষ্টকলৈ যাব লাগিব,' ফাৰফ্ৰেই অকণো সদভাব নেদেখুৱাই এনেদৰে উত্তৰটো দি লাকাম ডাল ঢিলাই দি গাড়ী যাবলৈ দিলে।

'কিন্তু' হেনচাৰ্ডে কাকুতি মিনতি কৰি ক'লে, 'মেলষ্টকতকৈও ঘৰত জৰুৰী সঙ্কট, তোমাৰ নিজৰ পত্নীৰ কথা ভাবা। তেওঁ অসুস্থ। বাটত গৈ থাকোঁতে মই তোমাক সবিশেষ জনাম।'

হেনচাৰ্ডৰ হঠাৎ আবিৰ্ভাৱ আৰু তেওঁৰ মনৰ উত্তেজনা দেখি ফাৰফ্ৰেৰ সন্দেহ বেছিহে হ'ল। তেওঁক চল কৰি অবাটে নি ওচৰতে থকা হাবি ডৰাত সুমুৱাবলৈ এটা ফন্দীহে বুলি ভাবিলে। দিনটোৰ আগ ভাগত কৰা ষড়যন্ত্ৰটো সাহসৰ অভাৱতেই হওক বা আচনিখনত খুত থকা কাৰণেই কাৰ্য্যকৰী কৰিব নোৱাৰিলে। এইবোৰ কথাকে ভাবি ফাৰফ্ৰেই গাড়ী চলাই দিলে।

'মই জানো তুমি কি বুলি ভাবিছা,' পিছে পিছে দৌৰি আহি থকা হেনচাৰ্ডে খেদ প্ৰকাশ কৰি ক'লে। তেওঁৰ পুৰণি বন্ধুজনৰ মানস পটত তেওঁ এজন ষড়যন্ত্ৰকাৰী ৰূপে দেখা দিয়াত তেওঁৰ মন হতাশাত ভাগি পৰিল। নতশিৰ কৰি তেওঁ কোনোবা ইষ্ট দেৱতাক প্ৰণাম জনাই ক'লে, 'কিন্তু তুমি ভৱাৰ দৰে মানুহ নহয়, মই,' তেওঁ ভঙা ভঙা মাতেৰে ক'লে, 'মোক বিশ্বাস কৰা ফাৰফ্ৰে, মই মাত্ৰ তোমাৰ আৰু তোমাৰ পত্নীৰ হিতৰ কাৰণেহে আহিছিলোঁ। তেওঁৰ অৱস্থা সঙ্কটজনক। মই তাতকৈ বেছি আৰু একো নেজানোঁ। তুমি সোনকালে ঘৰলৈ যোৱাটোকে সকলোৰে বিচাৰে।

তোমাৰ মানুহে তোমাক বিচাৰি ভুল পথে গৈছে। মোক অবিশ্বাস নকৰিবা— মই হৃতভগীয়া, মোৰ অন্তৰখন কিন্তু এতিয়াও তোমাৰ প্ৰতি আগৰ দৰেই হৈ আছে।'

ফাৰফ্ৰেই অৱশ্যে তেওঁক সম্পূৰ্ণ ৰূপেই অবিশ্বাস কৰিলে। তেওঁ জানিছিল যৈণীয়েক সন্তান সম্ভৱা। সম্পূৰ্ণ সুস্থ শৰীৰে তেওঁক এৰি থৈ অহাও বৰ বেছি সময় হোৱা নাছিল। হেনচাৰ্ডে বৰ্ণনা কৰা ঘটনা সমূহ বিশ্বাস কৰাতকৈ তেওঁক এজন বিশ্বাসঘাটক বুলি গণ্য কৰাই শ্ৰেয় বুলি ভাবিলে। তেওঁ কোৱা কথাবোৰ একেবাৰে অবিশ্বাস্য। আগতেও হেনচাৰ্ডৰ মুখৰ পৰা তেওঁ বহুতো তিতা কেঁহা লগা ব্যঙ্গাত্মক কথা শুনিছে। আজিনো তাৰ ব্যতিক্ৰম কেনেকৈ হ'ব পাৰে। মেলষ্টক আৰু সেই ঠাই ডোখৰৰ মাজৰ ওখ অংশটো উঠিবৰ কাৰণে ঘোঁৰাৰ গতিবেগ বঢ়াই দিলে। হেনচাৰ্ড গাড়ীখনৰ পিছে পিছে দৌৰি গৈ থাকিল যদিও ই হেনচাৰ্ডৰ কিবা অভিসন্ধিৰ কথাহে প্ৰতিপন্ন কৰিলে।

ঘোঁৰাবাগী আৰু চালকজন হেনচাৰ্ডৰ দৃষ্টিত ক্ৰমে সৰু হৈ গৈ থকা যেন অনুমান হ'ল। ফাৰফ্ৰেৰ ভালৰ কাৰণে তেওঁ কৰা চেষ্টা বিফলে গ'ল। অনুশোচনাত ভুগি থকা এই লোক জনক স্বৰ্গবাসেও শান্তি দিব নোৱাৰিব। যাপতকৈও বিশ্বাসযোগ্যতা হেৰুৱাব লগীয়া হোৱাত নিজেই নিজকে শাওপাত দিলে। আত্ম সন্মানকণ থকালৈকে মানুহ দুখীয়া নিছলা হৈও জীয়াই থকাৰ কিবা এটা অৱলম্বন থাকে, কিন্তু এতিয়া হেনচাৰ্ডৰ সেইকণো হেৰাই গ'ল। ওচৰৰ হাবি ডৰাই সৃষ্টি কৰা ঘোপমৰা আন্ধাৰেও আনকি হেনচাৰ্ডৰ মনৰ ভিতৰত হোৱা দুৰ্যোৰ শঙ্কাৰ সঠিক ছবিখন প্ৰকৃত ৰূপত আঁকি প্ৰদৰ্শন কৰিবলৈ সমৰ্থ হোৱা নাছিল। এতিয়া তেওঁ অহা বাটেৰেই উভতি যাবলৈ খোজ দিলে। হেনচাৰ্ড সেই পাহাৰীয়া হাবি জঙ্ঘলৰ মাজেদি অহা বাটেই উভতিব লগীয়া হোৱাত তেওঁ সোনকালেই ঘৰ পালেগৈ। ফাৰফ্ৰেৰ ঘৰ পাওঁতে পলম হ'লগৈ যদিও হেনচাৰ্ডে কৌশল কৰি বাটত কিবা বিপদ বিঘিনি ঘটোৱা আশঙ্কা তেওঁৰ মনলৈ আৰু অহা নাছিল।

কেষ্টাৰব্ৰীজ পায়েই হেনচাৰ্ডে আকৌ এবাৰ ফাৰফ্ৰেৰ ঘৰত খবৰ ল'বলৈ আহিল। দুৱাৰখন খোলাৰ লগে লগেই চিৰিটোৰ তলৰ ঠাইডোখৰ আৰু ডাঙৰ আহল বহল কোঠালীটোৰ ভিতৰত থকা মানুহবোৰক বৰ চিন্তিত যেন দেখা পালে। তেওঁক দেখি ফাৰফ্ৰে বুলি আশা কৰি ৰৈ থকা মানুহবোৰ বৰ হতাশ হ'ল আৰু তেওঁলোকৰ মুখৰ পৰা ওলাই আহিল 'এহ,— বেলেগ এজনহে!' ফাৰফ্ৰেক বিচাৰি যোৱা লওৱা জনো কিছুদুৰ আগবাটি গৈ ভুল বাটে বিচাৰি গ'লো বুলি ভাবি কেতিয়াবাই ঘূৰি আহি পালেহি। গতিকে এতিয়া হেনচাৰ্ডেনো কি বতৰা আনিছে তাৰ ওপৰতে নিৰ্ভৰ কৰিব লগীয়া হ'ল।

ডাক্তৰজনে সুধিলে, 'আপুনি তেওঁক লগ পালেগৈ নেকি?'

'হয় পালোঁগৈ — পিছে এই বিষয়ে মই আপোনাক আৰু একো ক'ব নোৱাৰিম।' দুৱাৰ মুখতে থকা চকী এখনতে বহি হেনচাৰ্ডে ক'লে। 'তেওঁ অন্ততঃ আৰু দুঘন্টাৰ আগতে আহি ঘৰ নেপাইহি।'

'ওহ', বুলি কৈ ডাক্তৰজন আকৌ ওপৰৰ কোঠালৈ উঠিগ'ল। 'তেওঁ কেনে আছে?' তাত থকা মানুহবিলাকৰ মাজত এলিজাবেথকো দেখা পাই হেনচাৰ্ডে সুধিলে।

'অতি বেয়া অৱস্থা দেউতা। তেওঁৰ স্বামীক লগ পাবৰ কাৰণে অত্যন্ত বিহ্বল হৈ পৰিছে। বেঁছেৰী মানুহজনী— সিহঁতেই তাইক বধিলে বুলি বুজিবলৈ আৰু মোৰ একো বাকী নাই, হেনচাৰ্ড বেজাৰত অভিভূত হ'ল। কথা কৈ থকা গৰাকীৰ প্ৰতি যথেষ্ট গুৰুত্ব প্ৰদান কৰি তেওঁ এক নতুন দৃষ্টি ভঙ্গীৰে তাইৰ পিনে চাবলৈ ধৰিলে। তাৰপিছত তেওঁ আৰু একো কথা বাৰ্তা নকৈ দুৱাৰখনেদি ওলাই আহি নিজৰ অকলশৰীয়া ঘৰটো পালেহি। প্ৰতিদ্বন্দ্বিতাৰ ফল কি ভয়ানক হয়গৈ। ইয়াৰ ফলত মানুহে কেনেকৈ ভুগিব লগীয়া হয়গৈ। অৱশেষত এতিয়া গৈ কি খন হলগৈ। অয়ষ্টাৰৰ সোৱাদ অংশটো কাল মৃত্যুৱে ভক্ষণ কৰিব আৰু চোকোৰাটো ফাৰফ্ৰে ও তেওঁ চোবাব লাগিব। এই শোকাচ্ছন্ন পৰিবেশৰ মাজতো এলিজাবেথৰ মুখত বিন্দু মাত্ৰ হ'লেও অকণ জেউতি তেওঁ দেখা পালে। তাকে দেখি তেওঁৰ মনটোৱে অকণমান সকাহ পালে। তেওঁৰ প্ৰশ্নৰ উত্তৰবোৰ দি থকা অৱস্থাতে দেখা তাইৰ মুখখনে তেওঁক আকৰ্ষিত কৰিছিল— স্নেহ, আকুলতাৰ এক প্ৰতীক হিচাবে। সকলো নেওচিও অকণ নিৰ্ভেজাল পবিত্ৰ মৰম পাবৰ কাৰণে তেওঁৰ অন্তৰখনে হাঁহাকাৰ কৰি উঠিছিল— সেয়েই তেওঁৰ চৰম আকাংক্ষা। তাই তেওঁৰ নিজৰ নহয সঁচা, কিন্তু তথাপিও তেওঁৰ জীৱনত প্ৰথমবাৰৰ কাৰণে এটা উপলব্ধি হৈছিল যে তাইক তেওঁৰ নিজৰ বুলি আকোৱালি ল'ব পাৰিব— যদি তায়ো তেওঁক মৰমৰ চকুৰে চায়।

হেনচাৰ্ড আহি ঘৰ সোমোৱাৰ সময়ত য্যপ শুবলৈ যাব ওলাইছিল যদিও কথা এষাৰ নোকোৱাকৈ নেথাকিল, 'মিচেচ ফাৰফ্ৰেৰ বেমাৰৰ খবৰটো পাই বৰ বেয়া পালোঁ।'

'হয়, হেনচাৰ্ডে চমুকৈ কৈ থলে। আগদিনা ৰাতি কিম্ভুত কিমাকাৰ বস্ত্ৰ আৰু মুখা পিন্ধি নৃত্যগীত কৰি শোভাযাত্ৰা উলিওৱাৰ লগত য্যপ কিবা প্ৰকাৰে জড়িত আছিল বুলি তেওঁ সপোনতো ভাবিব পৰা নাছিল। তেওঁ অৱশ্যে মন কৰিলে যে য্যপ বৰ চিন্তিত।

'কোনোবা আহি আপোনাক বিচাৰিছিলহি। আপুনি তেতিয়া দুৱাৰঘৰ বন্ধ কৰি ভিতৰ সোমাই আছিল। এজন ভ্ৰমণকাৰী বা সাগৰৰ জাহাজৰ কেপ্টেইন যেন লগা।'

'অহ? — কোননো হ'ব পাৰে সেইজন?

যাপে আকৌ ক'লে 'দেখিলে ভাব হয় মানুহজনে কিবা ভাল কাম কৰে — চুলিবোৰ পকিছে আৰু মুখখন কিছু, বহল ধৰণৰ,— মোক নাম চাম বা আন একো বিশেষ বক্তব্য দি নগ'ল।'

সেইবোৰ মানুহৰ কথা ভাবি চিন্তা কৰি মৰিবলৈ মোৰ কোনো দৰকাৰ নাই।' কথাষাৰ কৈ হেনচাৰ্ডে দুৱাৰখন বন্ধ কৰি দিলে।

হেনচাৰ্ডে অনুমান কৰাৰ দৰে ফাৰফ্ৰেই মেলষ্টক হৈ ঘুৰি পকি আহোঁতে প্ৰায় দুঘন্টা মান সময় লাগিল। তেখেতৰ অনুমতি নহ'লে বাডমাউথত থকা আনজন ডাক্তৰ অনাব পৰা নেযায়। অৱশেষত ফাৰফ্ৰে আহি ঘৰ ওলোৱাত তেওঁ হেনচাৰ্ডক অবিশ্বাস কৰাঁতো এক বিভ্ৰান্তি বুলি মানিবলৈ বাধ্য হ'ল।

পলম হ'ল যদিও বাড্‌মাউথলৈ সংবাদবাহক এজন পঠিয়ালে। শেষৰাতি মানেহে ডাক্তৰ আহি পালেহি। ফাৰফ্ৰেক দেখা পাই লুচেতাৰ মনটো ভালেখিনি শান্ত হ'ল। এক মুহূৰ্ত্তৰ কাৰণেও তেওঁ ফাৰফ্ৰেক এৰা নিদিলে। তাইক অনবৰতে পীডি থকা গোপন কথাখিনি, এটি শিশুৰ দৰে, বৈ বৈ অস্পষ্টকৈ হ'লেও ফাৰফ্ৰেক কৈ আছিল। বেছি কথা কোৱাত তেওঁ বাধা দিছিল,— বেমাৰীৰ কাৰণে বেয়া বুলি ভাবি। তাইক আশ্বাস দিছিল যে ভাল হৈ লোৱাৰ পিছত ধীৰে সুস্থিৰে সকলোবোৰ কথা ক'বলৈ বহুতো সময় পাব।

এফ্যাঞ্জী লৈ শোভাযাত্ৰা কৰাৰ বিষয়ে তেওঁ তেতিয়ালৈকে একো জনা নাছিল। মিচেচ ফাৰফ্ৰেই অসময়ত সন্তান প্ৰসবা হৈ সঙ্কটাপূৰ্ণ অৱস্থা পোৱাৰ খবৰটো চহৰখনত বিয়পি পৰিল। আগভাগলৈ কাণ্ডটো কৰি কীৰ্ত্তি আৰ্জন কৰা সকলেও যন্ত্ৰণাত ভুগি ভুগি আনে গম নোপোৱাকৈ তলে তলে খবৰ লবলৈ চেষ্টা চলাই থাকিল— কি কাৰণেনো এনে এক পৰিস্থিতি হ'লগৈ। সেইবোৰ ঘটনাৰ উল্লেখ কৰিলে পৰিণতি আৰু ভয়াবহ হবগৈ পাৰে বুলি লুচেতাৰ খা-খবৰ লবলৈ অহা মানুহবোৰৰ মাজৰ কোনেও সেই বিষয়ে ফাৰফ্ৰেক একোকে নজনালে, — জনালে তেওঁৰ দূৰ্গতি বাঢিব বুলি ভাবি।

নিজান নিস্তব্ধ ৰাতিটোৰ সময়খিনিৰ ভিতৰত হেনচাৰ্ডৰ লগত তাইৰ অতীজতে হোৱা সম্পৰ্কৰ কিমান খিনি লৈকে ফাৰফ্ৰেক ব্যক্ত কৰিলে সেই বিষয়ে একো জনা নগ'ল। হেনচাৰ্ডৰ লগত গঢি উঠা সম্পৰ্কৰ মূল কথা কেইটাৰ বিষয়ে যে তাই ফাৰফ্ৰেক কৈছিল সেইটো তেওঁ নিজে দিয়া উক্তিৰ পৰাই জানিব পৰা গৈছিল।

তাইৰ পিছৰ আচৰণবোৰ— কেষ্টাৰব্ৰীজলৈ অহাৰ অভিপ্ৰায়, —হেনচাৰ্ডৰ লগত সম্বন্ধ পতাৰ আচনি— কিছুমান অনুমানৰ আশ্ৰয় লৈ তেওঁলৈ ভয় সোমোৱা বুলি দাঙি ধৰা যুক্তি ইত্যাদিৰ কিমানখিনি ফাৰফ্ৰেক ক'লে সেই কথাখিনি ফাৰফ্ৰেই

নিজৰ অন্তৰতে গোপন কৰি ৰাখিলে। কিন্তু প্ৰকৃত পক্ষে ক'বলৈ গ'লে তাইৰ পক্ষে কোনো সবল যুক্তি নাছিল। আন জন মানুহৰ প্ৰতি হঠাতে আকৃষ্ট হোৱাৰ কাৰণেহে সিজনক পৰিত্যাগ কৰিলে বুলিব পাৰি। তাই নিজৰ বিবেকৰ লগত আপোচ কৰি দ্বিতীয় জনক বিয়া কৰালে যদিও সিজনক বিয়া কৰাবলৈ তাই প্ৰতিশ্ৰুতিবদ্ধ আছিল।

কেষ্টাৰব্ৰীজৰ বতৰ আৰু ৰাতিৰ সময় সঙ্কেত-ঘন্টা দি থকা পহৰাদাৰ জনৰ উপৰি কৰ্ণষ্ট্ৰীটত আৰু এজন মানুহ উজাগৰে আছিল। সেইজন হ'ল হেনচাৰ্ড। তেওঁ শুবলৈ বুলি যাওঁ বোলাটোৱেই নিৰৰ্থক হৈ পৰিছিল। গতিকেই শোৱাৰ চেষ্টা নকৰি আলিবাটটোতে ধৰফৰাই ইফাল সিপাল কৰি আছিল। তেওঁ যে অকল ফাৰফ্ৰেৰ কাৰণেহে ভাবিছিল এনে নহয়, — সমানেই ভাবিছিল লুচেতাৰ কাৰণেও। ক্ষণে ক্ষণে তেওঁ বেমাৰীৰ খবৰ ল'বলৈ আহিছিল। তেওঁৰ জীৱনত গঢ়ি উঠা প্ৰতিটো কথাই নিৰৰ্থক হৈ পৰাত সতিয়ৈ ছোৱালীজনীকে অবলম্বন কৰি লৈ জীয়াই থকাৰ আশাৰ জিলিঙনি অকণ দেখা পালে। কিন্তু সেইজনী ছোৱালীকো সৌ সিদিনালৈকে তেওঁ সহিব পৰা অৱস্থাতেই নাছিল। লুচেতাৰ খবৰ কৰিবলৈ বুলি সোমাই তাইকেই দেখা পাই মনত কিছু হলেও শান্তনা লাভিছিল —তেওঁৰ নিজৰ বুলি কবলৈ এতিয়াও কোনোবা এজনী আছে।

শেষবাৰ তেওঁ খবৰ লব'লৈ অহাৰ সময়ত ৰাতিপুৱা চাৰি বাজিছিল। পাৰ হৈ যোৱা নিশাটোৰ পিছত পুৱাৰ পোহৰে ভুমুকি মাৰিবলৈ দৃঢ় সঙ্কল্প। ডাৰ্ণভাৰৰ জলাশয়ৰ সিপাৰে শেতা হৈ পৰা পুৱতি নিশাৰ তৰাটোৱে নতুন দিনৰ আগমনত মেলানি মাগিছে। ঘন-চিৰিকা চৰাই বোৰে উৰি উৰি গৈ আকৌ আলিবাটটোতে পৰেহি দেখোন। কুকুৰা চৰাই বোৰে বাহঁৰ ভিতৰতে ডাক দিবলৈ ধৰিছে। ফাৰফ্ৰেৰ পৰা মাত্ৰ কেইগজমান আতৰঁতে থকা দুৱাৰখনত টোকৰ পৰাত সেইখন নিঃশব্দে খোলখালে। আৱৰি ৰাখিবৰ কাৰণে লিগিৰীজনীয়ে হাতখন দাঙি পৰ্দাখন টানি ফাঁকটো মাৰি দিলে।

আকৌ এবাৰ খবৰ ল'বলৈ বুলি আলিটো পাৰ হ'ল হেনচাৰ্ড। আলিবাটত পৰি থকা ইটো সিটো বস্তু খাই থকা চৰাইবোৰে ভয় খাই উৰা নেমাৰিলে,— সিহঁতেও জানে ইমান পুৱাতেই মানুহে সিহঁতক আক্ৰমণ নকৰে বুলি।

হেনচাৰ্ডে লিগিৰীজনীক সুধিলেহি দুৱাৰখননো কিয় খুলি দিলে। তাত তেওঁৰ উপস্থিতি দেখি মানুহজনী বিবুদ্ধি নোহোৱাকৈ থকা নাছিল। সিফালে ঘূৰি মানুহজনীকীয়ে ক্ষন্তেক পৰ উত্তৰ নিদিয়াকৈ থাকিল। তেওঁনো প্ৰকৃতপক্ষে লুচেতাৰ কি হয় সেই কথাটো ভালকৈ উপলব্ধি কৰি বুজি পালত ক'লে, 'এতিয়া বিমানেই ডাক্তৰ ডাক্তৰকে দুৱাৰত টোকৰ নেমাৰক কিয় তেওঁ আৰু সেই শব্দ শুনিবলৈ নেপায়।'

# এক-চত্বাৰিংশতি অধ্যায়

হেনচাৰ্ড তাৰ পৰা উভতি আহি ঘৰ সোমালেহি। তেতিয়ালৈ ভালকৈ ৰাতি পুৱাল। তেওঁ জুইকুৰা জ্বলাই তাৰ ওচৰতে বহিল। বৰ বেছিপৰ বহা নাছিল। ঠিক তেনেতে কাৰোবাৰ ভৰিৰ খোজৰ মৃদু স্পন্দন শুনিলে। তাৰপিছত দুৱাৰখনত সৰু সৰুকৈ কেইটামান টোকৰ পৰিল। হেনচাৰ্ডৰ মুখখন উজ্বল হৈ উঠিল, কাৰণ শব্দ কেইটাৰ পৰাই তেওঁ ধৰিব পাৰিলে যে এলিজাবেথৰ বাহিৰে সেয়া আন কোনো নহয়। তাই আহি কোঠাটোত সোমালেহি। বেদনাৰে ভৰা এখন শেতা মুখ তেওঁ দেখা পালে।

'আপুনি খবৰটো পালেনে?' তাই সুধিলে, 'মিচেচ ফাৰফ্রে ঢুকাল, আজি ৰাতিপুৱা — এঘন্টামান আগতে।'

'মই গম পাইছোঁ, তেওঁ ক'লে, 'মই অলপ আগতেহে তাৰ পৰা আহি পাইছোঁহি। এলিজাবেথ, তুমি এই কথাটো মোক ক'বলৈ আহি কিমান যে ভাল কাম কৰিলা। গোটেই ৰাতিটো উজাগৰে থকাত তোমাৰ কিমান ভাগৰ লাগিব পায়! আজি ৰাতিপুৱা বেলাটো তুমি মোৰ লগতে কটাবানে বাৰু। তুমি সিটো কোঠাতে শুই থাকাগৈ যোৱা, ব্ৰেকফাষ্ট হ'লেই মই তোমাক জগাই দিম।'

তেখেতে দেখুওৱা মৰমত ছোৱালীজনীৰ মনটো পমি গ'ল। তাইয়ো ভাবিলে তাতে থাকিলে দুয়োৰো মন ভাল লাগিব। ওচৰৰে কোঠাটোত হেনচাৰ্ডে পাৰি দিয়া বিচনাখনতে তাই আহি কাতি হ'লহি। ৰাতিপুৱা ব্ৰেকফাষ্ট কৰিবৰ কাৰণে হেনচাৰ্ডে ইফাল সিফাল কৰা তাই গম পাই আছিল। লুচেতাৰ কথাকেহে তাই ঘাঁইকৈ ভাবি আছিল। অতি আশাৰে নবাগত শিশু এটিৰ আগমনৰ মনোৰম সপোন ৰচি আছিল লুচেতাই। কিন্তু ফুলপাহি অকালতে মৰহি গ'ল। এই অভাৱনীয় শোকাবহ ঘটনাটোৰ কথা ভাবি থাকোঁতেই কোনোবা সময়ত তাইৰ টোপনি আহিলগৈ। ইফালে তাইৰ সতিয়ে দেউতাকে কাষৰ কোঠাটোতে ব্ৰেকফাষ্ট তৈয়াৰ কৰি থৈ আছিল। শুই থকা ছোৱালীজনীক জগাই দিবলৈ তেওঁ ভাল নেপালে। এগৰাকী গৃহিনীয়ে সচৰাচৰ কৰাৰ দৰে তেৰোঁ কেটলিটোৰ পানীখিনি বক্ বক্‌কৈ উতলিবলৈ দি তাই সাৰ পোৱালৈ অপেক্ষা কৰি থাকিল। তেওঁ ভাবিছিল তাই তেওঁৰ ওচৰলৈ আহি তেওঁৰহে মান মৰ্যাদা বঢ়ালেহি। দৰাচলতে ক'বলৈ গ'লে তাইক লৈ তেওঁৰ এটা বিৰাট মানসিক পৰিবৰ্ত্তন ঘটিছে। তাইৰ পৰা পাব পৰা সন্তান সদৃশ স্নেহৰ মাজেদি তেওঁ ভবিষ্যতত অৰুণ আশা দেখিবলৈ পাইছিল— এধানিমান প্ৰেৰণা, জীয়াই থকাৰ।

এনেতে দুৱাৰখনত টোকৰ পৰিল। সেই সময়ত আমনি কৰাত তেওঁৰ দুৱাৰখন খুলিবলৈ মনেই যোৱা নাছিল। এজন শকত আৰত হৃষ্টপুষ্ট মানুহ তেওঁৰ

ঘৰৰ দুৱাৰ খনত হাজিৰ। মানুহজন আন ঠাইৰ। তেওঁৰ আচাৰ ব্যৱহাৰ দেখি অনুমান হৈছিল তেওঁ কোনোবা উপনিবেশৰ পৰা অহা। ভাবগতি আন্তৰ্জাতিক। বাট ভুল কৰি আহি পিটাৰ্চ ফিঙ্গাৰ্চত সোমোৱা মানুহজন। হেনচাৰ্ডে মুৰটো দুপিয়াই সম্ভাষণ জনালে আৰু কিয় আহিছে বুলি সোধাৰ ভাব দেখুৱালে— মুখত।

‘গুড্ মৰ্নিং, গুড্ মৰ্নিং এখন বহল আৰু উৎফুল্ল অন্তঃকৰণেৰে বিদেশী মানুহজনে ক'লে, ‘মই বাৰু মিষ্টাৰ হেনচাৰ্ডৰ লগত কথা পাতিছোঁনে?’

‘হয়, মোৰ নাম হেনচাৰ্ড।’

‘তেনেহলে মই আহি একেবাৰে আপোনাৰ ঘৰতে ওলালোঁহি,— বৰ ভাল হ'ল। ৰাতিপুৱা বেলাটো দৰকাৰী কথা বতৰা পাতিবলৈ ভাল। আপোনাৰ লগত দুআষাৰ মান কথা পাতিব পাৰোনে?’

‘নিশ্চয় পাৰিব,’ তেওঁ ঘৰৰ ভিতৰলৈ বাটটো দেখুৱাই দি ক'লে।

‘মোক, আপোনাৰ মনত থাকিব পায?’ চকু দুটা নিজৰ গাৰ পিনে দি আলহীজনে ক'লে।

হেনচাৰ্ডে অন্যমনস্ক ভাবে তেওঁৰ পিনে চাই মুৰটো জোকাৰি চিনি নোপোৱাৰ ইঙ্গিত দিলে। ‘হয় — আপুনি নেপাবও পাৰে। মোৰ নাম নিউচন।

সৰগ ভাগি পৰাত হেনচাৰ্ড মৃতপ্ৰায হ'ল। সিজনে অৱশ্যে মন কৰা নাছিল। ‘অ মই এই নামটো ভালকৈ জানো,’ হেনচাৰ্ডে তলমূৰ কৰি পকা খনৰ পিনে চকু স্থিৰ কৰি ক'লে।

‘সেই বিষযে মোৰ কোনো সন্দেহ অৱশ্যে নাছিল। এতিয়া কথাটো হ'ল যে যোৱা দুসপ্তাহ ধৰি মই আপোনাৰ খোজ খবৰ কৰি কৰি এইখিনি পাইছোঁহি। মই ফলমাউথলৈ যাম বুলি কেষ্টাৰব্ৰীজৰ মাজেদি গৈ হেভেনপুল পালোগৈ। তাত গৈহে গম পালোঁ যে কেষ্টাৰব্ৰীজলৈ অহাৰ আগতেহে আপুনি সেই ঠাইখনত কেইবছৰমান আছিল। বহুত ঘূৰি পকি আজি গাড়ীৰে আহি এইখিনি ওলাইছোহি। কোনোবাই ক'লে বোলে আপুনি কলঘৰটোৰ ওচৰৰ ঘৰটোতে থাকে। গতিকেই মই ইযাত উপস্থিত।— পিছে এতিয়া আমাৰ মাজত বিশবছৰ মানৰ আগৰ লেনদেনটোৰ সংক্ৰান্ততে মই ইয়ালৈ আহিছোঁ। তেনে ঘটনা বৰ দুৰ্লভ। তেতিয়া ধৰকচোন মোৰ বয়সো বহুত কম আছিল। সেইবোৰ কথা মই ক'বলৈ গ'লে এতিয়া বৰকৈ নপতায়ে শ্ৰেয়।’

‘কি আচৰিত ঘটনাটোৰ কথা মনত পেলাইছেহি আপুনি। সেইটো মাথোন অদ্ভুতেই নহয়, তাতোকৈও শত গুণে জঘণ্য কথা। এইবোৰ কথা মই শুনিবই নোখোজোঁ। আপুনি তেতিয়া লগ পোৱা মানুহজন ময়েই যদিও সেই সময়ত মোৰ গাত চেতনা নাছিল, চেতনাইহে মানুহটো।’

'আমি ডেকা আছিলোঁ আৰু বিবেচনা শক্তিও কম আছিল। যাহওঁক মই কোনো ধৰণৰ বাক্ বিতণ্ডা কৰিবলৈ ইয়ালৈ অহা নাই— কিবা এটাৰ মীমাংসা বিচাৰিহে আহিছোঁ। বেছেৰী চুচান, কম আশ্চৰ্যজনক পৰিস্থিতিৰ সন্মুখীন হ'ব লগীয়া নহৈছিলনে বাৰু।'

'হয়, মই মানো, হৈছিল।'

'তেওঁ মৰমীয়াল আৰু গৃহস্থী এখন চলোৱাৰ লায়ক মহিলা আছিল। আনে কয় বোলে তেওঁ চালাক চতুৰ নাছিল— কিন্তু সেইটো তেওঁৰ গুণহে বুলিব লাগে।'

'হয়, তেওঁ তেনেকুৱা চালাক চতুৰ নাছিল।'

আপুনি সম্ভৱ জানিছিল, তেওঁ অতি সৰল মনৰ আছিল আৰু সেই লেন দেনটোও বাধ্যতামূলক বুলি ভাবিছিল। কলীয়া ডাৱৰৰ মাজতে দেৱদূত বিৰাজ কৰাৰ দৰে সেইহেন দুৰ্ঘোৰ অন্যায় কাৰ্যটোৰ কেন্দ্ৰস্থলত থাকিও তেওঁৰ নিজৰ গাত অকণো চেকা পৰিবলৈ নিদিলে।

'মই জানো, সেইবোৰ চব মই জানো। মই তেওঁৰ নিজৰ মুখৰ পৰাই সেইবোৰ কথা শুনিছো।' হেনচাৰ্ডে তেতিয়াও মুখখন আনফালে ঘূৰাইহে কথা কৈ আছিল। 'সেই তীক্ষ্ণ শেলডালৰ খোচাটোৰ বিষ মোৰ গাত এতিয়াও লাগি আছে। সেইদিনা প্ৰকৃত ঘটনাটোনো কি হৈছিল সেই কথা বুজি পোৱা হলে তেওঁ মোক এৰি গুচি নগ'লেই হেঁতেন বুলি মই ডাঠি ক'ব পাৰোঁ। কেতিয়াও নগ'লহেঁতেন। তেওঁৰ নিচিনা এজনী অজলা তিৰোতাই সেইবোৰ একোকে বুজি নেপালে। সেইবোৰ বুজিবলৈ চেষ্টা কৰি মূৰটো ঘোলা কৰাৰ পৰা একো লাভ নাই বুলিয়েই ধৰি ললে। নিজৰ নামটো লিখাৰ বাহিৰেতো তেওঁ আৰু একোৱেই নেজানিছিল।'

'কিন্তু শুনক, আমাৰ চুক্তিখন হৈ যোৱাৰ পিছত কিন্তু মই হ'লে কেতিয়াও ভবা নাছিলোঁ যে তেওঁক মই কিবা ঠগ প্ৰবঞ্চনা কৰিবলৈহে তেনে কাম কৰিছোঁ বুলি।' এসময়ৰ নাবিকজনে ক'লে। 'মই ভাবিছিলোঁ আৰু মোৰ সেই ভাবটো নিৰৰ্থকো নাছিল যে মানুহজনী মোৰ লগত সুখী হ'ব। আৰু সঁচা কথা ক'বলৈ গ'লে তেওঁ মোৰ লগত বৰ সুখেৰেই আছিল। মোৰ মৃত্যু পৰ্য্যন্ত তেওঁক মই কেতিয়াও প্ৰবঞ্চনা নকৰিলোহেঁতেন। আপোনাৰ ছোৱালীজনীৰ মৃত্যু হ'ল, তাৰ পিছত তেওঁ আৰু এজনী ছোৱালী জন্ম দিয়াৰ পিছত আমাৰ দিনবোৰ ভালেৰেই যাবলৈ ধৰিলে। কিন্তু এটা সময় আহিল আপুনি নিশ্চয় বুজি পায়েই যে মানুহৰ জীৱনত হঠাতে কেতিয়াবা একোটা দুৰ্যোগ আহি পৰে। সেই সময়খিনি হ'ল— তেওঁৰ অতীত জীৱনৰ গোপন কাহিনীটো কোনোবা এগৰাকীক কোৱাৰ পিছত। সেই মানুহ গৰাকীয়ে তেওঁক বুজাই দিলে যে তেওঁৰ ওপৰত মোৰ কোনো ন্যায়

সন্মত অধিকাৰ নাই— আছে বুলি ভবাটো ভুৱাহে। মোৰ ওপৰত থকা তেওঁৰ আস্থা সেই মহিলাগৰাকীয়ে উপলুঙা কৰি উৰুৱাই দিলে। তাৰ পিছৰ পৰা তেওঁ মোৰ লগত আৰু সুখী হ'ব পৰা নাছিল। সদায় আমন-জিমন কৰি হামিয়াই হিকটিয়াই থাকিবলৈ লোৱা হ'ল। ঠিক তেনেতে এজন মানুহে দিয়া উপদেশ মতে মই কাম এটা কৰিলোঁ। মই ভাবিছিলোঁ সেইটোতকৈ ভাল আন উপায় আৰু নাছিল। মই তেওঁক ফলমাউথতে এৰি সাগৰৰ সিপাৰে গ'লোঁ। আমি আটলাণ্টিক মহাসাগৰৰ সিপাৰ পোৱাৰ পিছত উপকূল অঞ্চলত এটা প্ৰচণ্ড ধুমুহা পাৰ হৈ গ'ল। লগে লগে এটা উৰা বাতৰি প্ৰচাৰ হ'ল যে বহুত মানুহৰ লগতে সাগৰৰ ঢৌৱে মোকো উটুৱাই লৈ গ'ল। কিন্তু প্ৰকৃততে মই আহি নিউফাউণ্ডলেণ্ডৰ সাগৰৰ উপকূলত উঠিলোঁহি। তেতিয়া মই নিজকে নিজেই প্ৰশ্ন কৰিলোঁ যে মই এতিয়া কি কৰা উচিৎ। মই যিহেতু এইখিনি পালোহিয়েই মই ভাবিলোঁ মই থাকি যাওঁ। কাৰণ তেওঁ মোক একেবাৰে সহিব নোৱাৰা হৈ আহিছিল। মই তেওঁক এনেকৈয়েইহে মৰম দেখুৱাব লাগিব। গতিকেই মই তেওক বিশ্বাস কৰিবলৈ দিলোঁ যে ময়ো সাগৰত হেৰাই গ'লো। মই তেতিযা আৰু ভাবিলোঁ যদি আমি দুয়োজন জীয়াই আছোঁ বুলি তেওঁ জানি থাকে তেন্তে তেওঁৰ জীৱনটো অসহনীয় কষ্টত নিয়াব লাগিব, আৰু যদি মই মৰিলোঁ বুলি জানে তেন্তে তেওঁ সিজনৰ ওচৰলৈ যাব আৰু ছোৱালীজনীযেও এখন ঘৰ পাবগৈ। তাৰ পিছত আৰু বহুবছৰ ধৰি মই এইখন দেশলৈ অহা নাছিলোঁ। কিন্তু এমাহমান আগতে আহি গম পালোঁ যে মই ভবা দৰেই কথাবোৰ হ'লগৈ। তেওঁ ছোৱালীজনীৰেসৈতে আপোনাৰ ওচৰলৈ আহিল। ফলমাউথত তেওঁলোকে মোক জনালে যে চুচান ঢুকাল কিন্তু মোৰ এলিজাবেথ জেন জনীনো ক'ত আছে তাৰ সন্ধানতে আপোনাৰ ওচৰ পাইছোঁহি। তাই ক'ত?'

'মাকৰ দৰে তাইও মৰিল,' হেনচাৰ্ডে দৃঢ়তাৰে সৈতে ক'লে, 'আপুনি নিশ্চয় সেই কথাটোও গম পাইছে।'

জীৱনী শক্তি নিঃশেষ হৈ যোৱা দুৰ্ব্বল মানুহ এজনৰ দৰে কোঠাটোৰ ভিতৰতে নাবিকজনে কেইখোজমান দিলে। 'মৰিল' সৰুকৈ মাত এষাৰ ওলাল। 'তেন্তে মোৰ এই ধন সম্পত্তিবোৰ লৈ মই কি কৰিম?

হেনচাৰ্ডে একো উত্তৰ নিদি মূৰটো এনে ভাব দেখুৱাই জোকাৰিলে যে সেইটো তেওঁৰ চিন্তা নহয় বৰঞ্চ নিউচনৰ হে।

'তাইক ক'ত কবৰ দিলে? 'ভ্ৰমণকাৰীজনে সুধিলে। 'মাকৰ কাষতে' ভাবলেষহীন ভাবে হেনচাৰ্ডে আকৌ উত্তৰটো দিলে।

'তাই কেতিয়া মৰিল?'

'এবছৰতকৈ অলপ বেছিদিন হৈছে,' কোনোধৰণৰ দ্বিধাবোধ নকৰাকৈয়েই

হেলচাৰ্ডে ক'লে। নাবিকজন থিয় হৈয়েই থাকিল। পকাখনৰ পিনে চাই থকা হেলচাৰ্ডৰ মূৰটো এবাৰলৈকো ওপৰ মূৰা নহ'ল। অৱশেষত নিউচনে ক'লে 'মোৰ ইয়ালৈ অহাটো একেবাৰে অৰ্থহীন হ'ল। মই যেনেকৈ আহিছিলোঁ তেনেকৈয়েই উভতি যাওঁ। মই কৰা কামৰ প্ৰতিফল মই হাতে হাতে পালোঁ। মই আৰু আপোনাক আমনি কৰিবলৈ নাহোঁ।'

একেবাৰে হতাশাগ্ৰস্ত হৈ পৰা মানুহ এজনৰ ভাৱমূৰ্ত্তি লৈ নিউচন ওলাই গ'লগৈ। তেওঁৰ মনৰ হতাশা পশ্চাদাপসৰণত পকাখনৰ পৰা অহা শব্দ, যন্ত্ৰবৎভাৱে দুৱাৰখনৰ শলখাডাল এৰবাই দুৱাৰখন খোলা আৰু বন্ধ কৰা কাৰ্য্যত প্ৰতিফলিত হৈছিল। মানুহজনে কিন্তু এবাৰো ঘূৰি নেচালে। খিৰিকীখনৰ ফাঁকেৰে তেওঁ নিউচনৰ ছাঁটো গৈ থকা অৱশ্যে দেখা পালে।

ইয়াৰ পিছত তেওঁৰ শৰীৰত কিবা বোধ শক্তি আছিল নে নাই সেই বিষয়ে তেওঁৰ নিজৰেই সন্দেহ উপজিল। বহি থকা মানুহজন থিয় হ'বলৈ যত্ন কৰি তেওঁ কৰা কাণ্ডটোৰ কথা ভাবি বিস্ময়াভিভূত হ'ল। ক্ষন্তেকৰ উত্তেজনাত তেওঁ এইটো কি কাম কৰি পেলালে। শেহতীয়াকৈ এলিজাবেথ-জেনৰ ওপৰত তেওঁ নিৰ্ভৰশীল হ'ব পাৰিম বুলি ভাবিছিল। তায়েই একমাত্ৰ জীৱন সঙ্গী হ'বগৈ বুলি তেওঁৰ মনত আশাৰ সঞ্চাৰ হৈছিল। তেওঁ ভাবিছিল এই ছোৱালী জনীকে নিজৰ জনী বুলি লৈ গৰ্ব অনুভৱ কৰিব পাৰিব। তাইতো তেওঁক নিজৰ বুলিয়েই ভাবি আছে। এইবোৰ ভাবত বিগলিত হৈ তাইক সম্পূৰ্ণ আপোন কৰি লোৱাৰ সময়তে হঠাতে নিউচন আহি ওলোৱাত তাইক এৰি দিব লগীয়া হ'ব পাৰে বুলি ভাবি বলিয়ালিখন কৰি পেলালে। সৰু ল'ৰা ছোৱালীৰ দৰে মিছা কথা কৈ পেলালে। ইয়াৰ ফলত যে তেওঁ হাঁহিয়াতৰ পাত্ৰহে হ'বগৈ সেইটো ধ্ৰুৱপ। আৰু কিছুমান প্ৰশ্ন কৰি নিউচনে তেওঁক হাৰাশাস্তি কৰিব পাৰিলেহেতেঁন বুলি ভাবি তেওঁ ভয় খালে। তেনেকুৱা কৰা হ'লে দেখোন আৰু মাত্ৰ পাঁচ মিনিটৰ পিছতেই তেওঁ তৈয়াৰ কৰা মিথ্যাৰ মুখাখন খোল খালেহেঁতেন। কিন্তু তেনে ধৰণৰ প্ৰশ্ন নিউচনে নকৰিলে যদিও তেনেবোৰ প্ৰশ্ন নহাকৈ নাথাকে। নিউচনে বিদায় লৈছে ক্ষন্তেকৰ কাৰণেহে। চহৰখনত খবৰলৈ তেওঁ সকলো কথা জানিব পাৰিব। তেওঁ আহি তেওঁক মিথ্যাবাদী বুলি তিৰস্কাৰ কৰি শাও পাত দিবহি আৰু তেওঁৰ বহুমূলীয়া অন্তিম সম্পদটোও কাঢ়ি লৈ যাবহি।

তেওঁ খৰধৰকৈ টুপীটো পিন্ধি নিউচন যোৱা বাটে আগবাঢ়িল। নিউচনৰ পিঠিখন তেওঁ দূৰৈৰ পৰা দেখা পালে। তেতিয়া তেওঁ ষাঁড়গৰু বন্ধা ঠাই ডোখৰ পাৰ হৈছিল। হেলচাৰ্ডে তেওঁৰ পিছ ল'লে। তেওঁৰ ঘৰলৈ অহা মানুহজন আহি কিংছ আৰ্মত সোমালহি। আন এখন গাড়ী আহি পোৱাৰ কথা কাৰণে তেওঁক অনা

ৰাতি পুৱাৰ গাড়ীখন আধাঘণ্টা মান সময় তাতে অপেক্ষা কৰি আছিল। তেওঁ অহা গাড়ীখনকে তেতিয়াও ৰৈ থকা দেখা পাই তেওঁ তাতে উঠি মাল পত্ৰ খিনি ভৰাই ল'লে। কেইমিনিট মানৰ পিছতে মানুহজনেৰে সৈতে গাড়ীখন অদৃশ্য হৈ গ'ল।

মানুহজনে মূৰটো ঘূৰাই এবাৰো পিছলৈ নেচালে। হেনচাৰ্ডৰ কথাৰ ওপৰত সৰল বিশ্বাসেই ইয়াৰ কাৰণ— ইমানেই সহজ সৰল বিশ্বাস যে ইয়াক মহান নুবুলি নোৱাৰি। এদিন এনে ধৰণৰ সাধাৰণ বিশ্বাসৰ ওপৰতে নিৰ্ভৰ কৰি ডেকা নাবিকজনে মানুহজনীৰপিনে এবাৰ মাত্ৰ চাযেই সাময়িক উদ্দীপনাত উত্ৰাৱল হৈ চুচান হেনচাৰ্ডক নিজৰ বুলি লৈছিল। সেযা বিশ বছৰতকৈয়ো আগৰ কথা। সেই একেটা ধাৰণাৰ ওপৰতে ভিত্তি কৰি এতিয়া আধা পকা চুলিৰ ভ্ৰমণকাৰী জনে হেনচাৰ্ডৰ কথাতে অটল বিশ্বাস ৰাখি গুচি গ'লগৈ। সেইপিনে থিয় দি চাই থকা হেনচাৰ্ডক তেনে ধৰণৰ বিশ্বাসেই এদিন লাজতহে পেলাবগৈ নেকি?

ক্ষন্তেকতে উদ্ভাৱন কৰি উলিওৱা এই যন্ত্ৰণাদায়ক কৌশলটোৰ দ্বাৰা জানো তেওঁ তাইক নিজৰ কৰি ল'ব পাৰিব? 'সম্ভৱ বৰ বেছি দিনৰ কাৰণে নোৱাৰিব,' তেওঁ নিজকে নিজেই ক'লে। নিউচনে নিশ্চয় সহযাত্ৰীবোৰৰ লগত কথা পাতিব। তাৰ মাজৰে কিছুমান নিশ্চয় কেষ্টাৰব্ৰীজৰে হ'ব। তেতিয়াই দ্বায়িত্বহীন ভাবে ল'ৰাৰ ধেমালি কৰা মানুহজন প্ৰতাৰক বুলি ওলাই পৰিব।

এই সম্ভাৱনাটো দেখা দিয়াৰ পিছত হেনচাৰ্ডে ইয়াৰ পৰা নিস্তাৰ পোৱাৰ উপায় চিন্তা কৰিবলৈ ধৰিলে। এই ভুলটোৰ সংশোধন কৰি ততালিকে এলিজাবেথৰ দেউতাকৰ আগত কেনেকৈ সেই সত্য কথাটো প্ৰকাশ কৰিবগৈ পাৰে সেই কথাটো তেওঁ কিন্তু চিন্তা নকৰিলে। তাৰ পৰিবৰ্তে আকস্মিক ভাবে পোৱা স্থিতিটোকে ধৰি ৰখাৰ চিন্তাহে তেওঁ কৰিবলৈ ধৰিলে। তাইৰ ওপৰত তেওঁৰ হক, বিপদজনক ভাবে টুটি আহি মুখা খোল খোৱাৰ উপক্ৰম হৈছিল। ছোৱালীজনী কেনেবাকৈ হেৰুৱাব লগীয়া হয় বুলি তেওঁৰ অন্তৰত সোমোৱা ভয়ৰ কাৰণেই তেওঁ কিছুমান অতি বিপদসংকুল পদক্ষেপ লৈছিল। ভয় যিমানেই বাঢ়িবলৈ ল'লে সিমানেই বাঢ়িবলৈ ল'লে তাইৰ প্ৰতি তেওঁৰ মৰমৰ প্ৰবলতাও।

তেওঁ দূৰৈত থকা ঘাই আলিটোৰ পিনে চাবলৈ ধৰিলে কিজানি সকলোবোৰ ইতিবৃত্ত জানি ছোৱালীজনী দাবি কৰিবলৈ তেওঁ উলটি আহিছেই। তাইক পাবলৈ তেওঁৰ জানো কম হাবিয়াস হ'ব। কিন্তু তেনে গঢ়পিটৰ ছাঁ এটিও তেওঁ নেদেখিলে। সম্ভৱ তেওঁ গাড়ীখনত যাওঁতে কাৰো লগত সেই বিষয়ে একো কথাকে নাপাতি অন্তৰৰ বেজাৰ অন্তৰতে থলে।

সিজনৰ মৰ্ম বেদনা ছোৱালীজনী মৰিল বুলি কিন্তু তাৰ তুলনাত ছোৱালীজনী হেনচাৰ্ডে হেৰুৱাব লগীয়া হোৱাটো বহু গুণে বেছি মৰ্মান্তিক। সিজনৰ লগততো

কতদিন একো সম্বন্ধই নাই। নিউচনৰ তাইৰ প্ৰতি থকা মৰমৰ উত্তাপ সময়ে নিশ্চয় ভালেখিনি কমালে। অন্ততঃ তেওঁৰ সমান হ'ব নোৱাৰে। তাইক তেওঁ সদায় পাযেই আছে। ঈৰ্ষাত দেই পুৰি মৰা তেওঁৰ কলিজাখনে ছোৱালীজনী আৰু দেউতাকৰ বিচ্ছিন্নতাৰ সপক্ষে অহৰহ যুক্তি দৰ্শাই থাকিল।

আহি থাঁকোতে বাৰে বাৰে তেওঁৰ মনলৈ আহিছিল, ঘৰলৈ গৈ তেওঁ কোনেবাকৈ ছোৱালীজনী নেপাবগৈ নেকি? নাই নাই তাই তাতে আছে, ভিতৰৰ কোঠাটোৰ পৰা ওলাই অহা ছোৱালীজনী তেওঁ দেখা পালে। টোপনিৰ চাব তাইৰ চকুৰ পতাত লাগিয়েই আছিল। জিৰণি লোৱাৰ পিছত হে তাইৰ মনলৈ সজীৱতা ঘূৰি অহা দেখা গৈছিল।

'দেউতা,' তাই হাঁহি হাঁহি ক'লে, বিচনাত পৰাৰ লগে লগেই মোৰ টোপনি গ'ল। শুবলৈ কিন্তু মোৰ অকণো মন যোৱা নাছিল। মই আচৰিত হৈছোঁ, বেছেৰী মিচেচ ফাৰফ্ৰেৰ কথাকে ভাবি ভাবি শুই পৰিলোঁ যদিও তেওঁকতো মই সপোনত দেখা নেপালোঁ। কি আচৰিত কথা, আমাৰ মনত লাগি থকা কথাবোৰো আমি সপোনত নেদেখোঁ।'

'মই ভাল পাইছোঁ যে তুমি অকণমান বেলি শুব পাৰিলা।' গিৰীহতৰ হাতৰ পৰা মূল্যবান বস্তু এটা কেনেবাকৈ হেৰাই যাব বুলি খামুচি ধৰি থকাৰ ভাবত তেওঁ কথাষাৰ ক'লে। মৰমতে তাইৰ হাতখনতো ধৰাৰ অপ্ৰত্যাশিত কাৰ্যই তাইৰ মনটো পুলকিত কৰি তুলিলে।

তেওঁলোকে পুৱাৰ ব্ৰেকফাষ্ট কৰিবলৈ বহিল। এলিজাবেথ-জেনে পুনৰ লুচেতাৰ কথাই ভাবিবলৈ ধৰিলে। এনে বিষণ্ণতাৰ মাজতো তেওঁলোকৰ ধ্যানমগ্ন সৌম্য মূৰ্ত্তিযে দুযোৰো মুখমণ্ডলৰ জেউতি চৰাইছিলহে।

'দেউতা,' উদঙাই থোৱা পুৱাৰ আহাৰ খিনি দেখি তাই ক'লে, 'আপুনি নিজ হাতে ইমান কষ্ট কৰি এনে সুন্দৰ ব্ৰেকফাষ্ট এটা তৈয়াৰ কৰিলে আৰু ইফালে মই এলেহুৱাৰ দৰে শুই থকিলোঁ।'

'মই সদায় কঁৰো,' তেওঁ উত্তৰ দিলে, 'তুমি মোক এৰি গুচি গ'লা, সকলোৱেই মোক এৰি গুচি গ'ল, গতিকেই নিজ হাতদুখনৰ ওপৰতেই নিৰ্ভৰ নকৰিলেনো কেনেকৈ জীয়াই থাকিম।'

'আপুনি বৰ অকলশৰীয়া, নহয়নে বাৰু?'

'হয় মোৰ সোণজনী— মই কিমান যে অকলশৰীয়া সেই কথা তুমি বুজিবই নোৱাৰিবা। এইবোৰ মোৰ নিজৰে দোষৰ কাৰণেই হৈছে। তুমিয়েই মোৰ এক মাত্ৰ আপোন মানুহ যি যোৱা কেইসপ্তাহ মান ধৰি মোৰ ওচৰত আছা। আৰু এতিয়া তুমিও নহা হ'বাগৈ।'

'আপুনিনো তেনেকৈ কিয় কৈছে? মই ইয়ালৈ আহিয়েই থাকিম যদি মই আপোনাক দেখা কৰি থকাটো আপুনি বিচাৰে।'

হেনচাৰ্ড দোমোজাত পৰাৰ দৰে হ'ল। শেহতীয়াকৈ তেওঁ ভাবিবলৈ লৈছিল যে এলিজাবেথ জেন তেওঁৰ নিজৰ ছোৱালীৰ দৰে আৰু তাই পুনৰ আহি তেওঁৰ লগতেই থাকিবহি কিন্তু এতিয়া আৰু তেওঁ তাইক তেনে কৰিবলৈ ক'ব নোৱাৰা হ'ল। নিউচন যি কোনো মুহূৰ্ত্ততে আহি ওলাবহি পাৰে। তেতিয়া ফাঁকি কথা কোৱাৰ কাৰণে তেওঁৰ কি অৱস্থা হ'ব। তেনে এটা পৰিস্থিতি হ'লেও অন্ততঃ তাইৰ সন্মুখত নহ'লেই ভাল।

তেওঁলোকৰ ব্ৰেকফাষ্ট শেষ হোৱাৰ পিচতো তাই তাতেই আছিল। কিন্তু হেনচাৰ্ডৰ সদায় কামলৈ যোৱাৰ সময়টো আহি পৰিল। তেতিয়া তাই যাবলৈ বুলি সাজু হ'ল। তাই দেউতাকক আশ্বাস দিলে যে তাই অতি সোনকালেই পুনৰ তেখেতক দেখা কৰিবলৈ আহিব। তাৰ পিছত পুৱাৰ সূৰুযৰ কিৰণৰ মাজে মাজে পাহাৰ বগাই তাই গুচি গ'লগৈ।

সেই মুহূৰ্ত্তত মোৰ প্ৰতি তাইৰ যিমান মৰম উপজিছিল তাইৰ প্ৰতিও মোৰ সিমানেই মৰম উপজিছিল। মই ক'লেই তাই এই পজা ঘৰটোতে মোৰ লগত থাকিবহি। কিন্তু সন্ধ্যা লগাৰ আগতেই সিজন আকৌ আহি যদি ওলাইহি তেন্তে মই তাইৰ ঘৃণাৰ পাত্ৰহে হম।

বাৰে বাৰে তেওঁৰ মনলৈ আহি থকা এই ভাবটোৱে তেওঁক বৰকৈ আমনি কৰিবলৈ ল'লে। গোটেই দিনটো সেই একেটা ভাবেই গাত কঁঠাল আঠা লগাদি লাগি আছিল। তেওঁৰ প্ৰকৃতিটো এতিয়া আৰু আগৰ দৰে বিদ্ৰোহী, অবিবেচক বা দুঃ সাহসিক হৈ থকা নাই। অলপতে আনক বিদ্ৰুপ কৰা স্বভাৱটোৱেও তেওঁক এৰা দিলে। তেওঁৰ জীযাই থাকিবলৈ লগা সকলোবোৰ আকৰ্ষণেই হেৰাই গ'ল। কোনোমতে জীয়াই থাকিবলৈ লগা শেষ সম্বলকণো হেৰাই যোৱাৰ উপক্ৰম। এতিয়া তেওঁ এজন বিষণ্ণতাৰে ভৰা নিস্প্ৰাণ লোক। তেওঁক লৈ গৰ্ব কৰিবলৈ কোনো নাই। এলিজাবেথ-জেনৰ লগতো যে তেওঁৰ সম্পৰ্ক ছেদ হ'ব সেইটোও খাটাং। তাতোকৈ বেছি আৰু যে কিবা নহ'বগৈ তাকো কব নোৱাৰি। চুচান, ফাৰফ্ৰে, লুচেতা এলিজাবেথ, এই সকলোবোৰেই তেওঁৰ নিজৰ দোষৰ কাৰণেই হওঁক বা দুৰ্ভাগ্যৰ কাৰণেই হওঁক এজন এজনকৈ আঁতৰি গ'লগৈ।

সেইবোৰৰ পৰিবৰ্তে আন কিহবাৰ প্ৰতি যদি তেওঁৰ কিঞ্চিৎ আসক্তি, চখ বা আশাৰ থল থাকিলহেঁতেন। তেওঁ যদি সঙ্গীত আয়ত্ব কৰিব পাৰিলেহেঁতেন, তাকে লৈয়েই জীয়াই থকাৰ অৱলম্বন অকণ পালেহেঁতেন। সঙ্গীত তেওঁৰ চিত্তাকৰ্ষক ৰাজভোগ। ক'ৰবাত কোনোবাই বজোৱা পেপা বা অৰ্গেনৰ সুৰ এটাই

তেওঁৰ প্ৰাণ চঞ্চল নকৰাকৈ নাথাকে। উচ্চ মানৰ সঙ্গীতৰ সুৰ সমলয়ে এসময়ত তেওঁক এটি পবিত্ৰ প্ৰাণলৈ ৰূপান্তৰিত কৰিছিল। কিন্তু হতভগীয়া কপালখনে তেওঁৰ নিতান্ত প্ৰযোজনীয় সময়তে সেইকণ ঐশ্বৰিক মহিমাৰ পৰাও তেওঁক বঞ্চিত কৰিলে।

তেওঁৰ সন্মুখৰ গোটেই পৃথিৱীখনকে অন্ধকাৰৰ প্ৰতীক ৰূপে দেখা পালে। তেওঁৰ কাৰণে আৰু ক'তো একো পাব লগা নাই। একোৰে কাৰণে তেওঁ আৰু অপেক্ষা কৰিব লগীযাও নাই। তথাপিও প্ৰকৃতিৰ নিয়ম অনুসৰি তেওঁ আৰু ত্ৰিশচল্লিশ বছৰ লেলাই ধেন্ধাই হলেও জীযাই থাকিব লাগিব— তেওঁৰ নিজৰ ওপৰতে পুতৌ জন্মিল। নিজকে বিদ্ৰূপ কৰিবলৈ ধৰিলে। পৃথিৱীখন তেওঁৰ অসহ্য হৈ পৰিল।

কেষ্টাৰব্ৰীজৰ পূব প্ৰান্তত কিছুমান জলাশয় আৰু তৃণাঞ্চল আছিল। তাৰ ওপৰেদি জলপ্ৰবাহ হৈ থাকে। কোনো অনাই বনাই ঘূৰি ফুৰা অঘৰীলোকে নিজান ৰাতি সেইপিনে আহি ক্ষন্তেক স্থিৰ হৈ থিয় দিলে বৈ অহা পানীৰ সোঁতৰ পৰা সৃষ্টি হোৱা এক বিশেষ সুৰ সমলয় শুনিবলৈ পায। বিস্তীৰ্ণ জলাশয়টোৰ নিকটবৰ্ত্তী বা দূৰদূৰণিৰ যি কোনো ঠাইৰ পৰাই বিভিন্ন ধৰণৰ সুৰ তালৈ ভাহি আহে। সেই সুৰৰ উৎপত্তি স্থল আন্ধাৰত দেখা নাপায। মামৰে ধৰা লোহাৰ জালবোৰৰ মাজেদি জুৰিটোৰ পানী শিলৰ ওপৰেদি খুন্দাখুন্দুলি খাই বাগৰি আহোঁতে উচ্চস্বৰে নাচি বাগী আবৃত্তি কৰে। প্ৰবাদ আছে যে ধেনুভিৰীযা গম্বুজটোৰ ওচৰত কোনোবাই ভোৰতাল বজোৱা শুনিবলৈ পোৱা যায়। ডাৰ্ণভাৰৰ ওচৰৰ ধোন্দটোৰ পানী বাগৰি আহোঁতে ক্ৰোধান্বিত মূৰ্ত্তি ধৰি গৰ্জন কৰি থাকে। তেওঁলোকৰ বাদ্য যন্ত্ৰবোৰৰ শব্দ আটাইতকৈ ডাঙৰকৈ শুনা গৈছিল টেন হ্যাচ্চ নামৰ ঠাই ডোখৰত। আনন্দত উত্ৰাৱল হলে ইয়াৰ মাত্ৰা দুগুণে চৰে।

বছৰটোৰ যি কোনো সময়তে নদীখনৰ এই ঠাইডোখৰত সোঁতৰ প্ৰবলতা অধিক দেখা পোৱা যায়। কোবাল সোঁত নিয়ন্ত্ৰণ কৰিবলৈ দুখন পানী দুৱাৰ দিয়া আছিল। কপিকলৰ সহায়ত সেই দুৱাৰ দুখন উঠুৱা নমোৱা কৰাৰ ব্যৱস্থা আছিল। দ্বিতীয় দলংখনৰ পৰা (আগতে কেইবাবাৰো উল্লেখ কৰা) কিছুদূৰ যাই আলিটোৰে আহি এটা সৰু বাট পায়হি। সেই বাটটোৰেদি আহি এখন কাঠৰ দলং পাৰ হলেই এই পানী নিয়ন্ত্ৰণ কৰা ঠাই ডোখৰ ওলায়হি। কিন্তু ৰাতিৰ আন্ধাৰ নামি অহাৰ পিছত সেই পিনে মানুহৰ আহ-যাহ নাথাকেই বুলিব পাৰি।

সেই বাটেৰে গ'লেই জুৰিটোৰ আটাইতকৈ গভীৰ অংশটো পাযগৈ। সেইখিনি ঠাইকে ব্লেকবাটাৰ বুলি কয়। বাটটো বৰ ঠেক আৰু বিপদ-সঙ্কুল।

হেনচাৰ্ডে পূবপিনৰ আলিটোৰে চহৰখন পাৰ হৈ আহি দ্বিতীয়খন শিলৰ দলঙৰ পিনে আগবাঢ়িল। তাৰপৰা নিৰ্জন বাটটো ল'লে। নদীখনৰ কাষে কাষে থকা

সৰু বাটটোৰেদি আহি টেন হ্যাচ্ছ পালেহি। পশ্চিমত তেতিয়াও বিৰাজমান সূৰ্যৰ ক্ষীণ আভা আহি নদীখনত পৰিছিলহি যদিও ঠাই ডোখৰ অন্ধকাৰ হৈয়েই আছিল। কেই চেকেণ্ডমানৰ পিছতে তেওঁ আহি ফুটা থকা লোহাৰ জালিখনৰ ওচৰত থিয় দিলেহি। নদীখন ইয়াতেই আটাইতকৈ গভীৰ। তেওঁ আগে পিছে দুয়োপিনে চাই জন প্ৰাণী এটিও দেখা নেপালে। কোট আৰু টুপীটো খুলি জুৰিটোৰ একেবাৰে দাঁতিত থিয় দি তেওঁ হাত দুখন আগলৈ মেলি দিলে। ইটো আঙুলিৰ মাজত সিটো আঙুলি সুমুৱাই প্ৰচণ্ড জোৰেৰে হাতদুখন খামুচি ধৰিলে।

তেওঁ পানী ডোঙাৰ ফালে ক্ষন্তেক চাওতেই পুলটোত কিবা এটা ওপঙি থকা দেখা পালে। শতাব্দী জোৰা পানীৰ সোঁতে খুন্দিয়াই সৃষ্টি কৰা ঘূৰণীযা কুণ্ডটোত তেওঁৰ মৃত্যু শয্যাখন পাতিম বুলি আহিছিল। কাষত ছাঁ পৰি থকাৰ কাৰণে ওপঙি থকা বস্তুটো তেওঁ প্ৰথমে ভালকৈ দেখা পোৱা নাছিল। কিন্তু অলপ সময় চোৱাৰ পিছতেই সেইটোনো কি তেওঁ ধৰিব পাৰিলে। এক নিদাৰুণ দৃশ্য কৰি নদীখনৰ ওপৰত ঠৰঙা মৃতদেহ এটা ওপঙি আছিল।

নদীখনৰ মাজ ভাগৰ পৰা অহা পানীৰ সোঁত অধিক খৰ স্ৰোতা হোৱাৰ ফলত কুণ্ডটোৰ পানীবোৰ চক্ৰাকাৰে ঘূৰিবলৈ লৈছিল। তাৰফলত সেই বস্তুটোও ঘূৰি ঘূৰি আহি তেওঁৰ চকুৰ তলেদিযেই এবাৰ পাৰ হৈ গ'ল। বস্তুটো ভালকৈ দেখা পোৱাত তেওঁ ভয়ত উচপ খাই উঠিল। তেওঁ দেখি আচৰিত হ'ল যে সেইটো তেওঁৰ নিজৰেই মৃত দেহ— পানীডোঙাত ওপঙি আছে। তেওঁৰ লগত সাদৃশ্য থকা কোনোবা বেলেগ মানুহ নহয়, বৰঞ্চ তেওঁ নিজেই হুবহু— টেন হ্যাচ্ছৰ জুৰিটোত ওপঙি আছে। অসুখী মানুহৰ অন্ধ বিশ্বাস বুলি ভাবিবলৈ তেওঁ একো থল নাপালে। সঁচা সঁচিকৈ হোৱা এনে এটা অলৌকিক ঘটনা দেখি তেওঁ ভয় খাই গ'ল। চকু কেইটা মুদি, মূৰটো দোঁৱাই তেওঁ এটা প্ৰণাম জনালে। আকৌ এবাৰ নদীখনলৈ নাচাই কোটটো আৰু টুপীটো লৈ তাৰ পৰা লাহে লাহে আঁতৰি আহিল।

তেওঁ আহি নিজ ঘৰৰ দুৱাৰ মুখ পালেহি। আকৌ এলিজাবেথক তাতে দেখা পাই আচৰিত হ'ল। তাই আগবাঢ়ি আহি দেউতা বুলি সম্বোধন কৰি কথা পাতিলেহি। তেনেহলে নিউচন ঘূৰি আহি পোৱাহি নাই।

'দেউতা,' আজি ৰাতিপূৱা আপোনাৰ মনটো বৰ বেয়া যেন দেখিলোঁ কাৰণে মই আকৌ এবাৰ চাই যাবলৈ আহিলোঁ। মোৰ নিজৰ মনটোও আজি শোক বেদনাৰে জৰ্জৰিত হৈ আছে, কিন্তু আপোনাৰো ইটোৰ পিছত সিটো বিপৰ্যয় হৈয়েই আছে নহয়। মই ভালকৈ বুজিছো আপুনি কি অপৰিসীম কষ্ট ভুগি আছে।'

এই ছোৱালী জনী আহি সাক্ষাৎ দেৱদূতৰ দৰে কথাবোৰ কৈছেহি, কিন্তু তাইৰ মনৰ এই অপূৰ্ব ধাৰণাৰ শেষ পৰিণতি কি হ'বগৈ সেইটো তাই বেছেৰীয়ে

নাজানে।

তেওঁ তাইক সুধিলে, 'তুমি ভাবানে বাৰু আজি কালিও অলৌকিক কাণ্ড কিছুমান ঘটিব পাৰে বুলি, এলিজাবেথ? মোৰ শিক্ষা দীক্ষা বৰকৈ নাই। যিমানবোৰ কথা জানিবলৈ ইচ্ছা কৰিছিলোঁ সিমানখিনি জানিবগৈ নোৱাৰিলোঁ। মই গোটেই জীৱনটোত পঢ়া শুনা কৰিবলৈ চেষ্টা নকৰাকৈ থকা নাছিলোঁ, কিন্তু যিমানেই পঢ়িছিলোঁ সিমানেই অজ্ঞহে হৈ গৈছিলোঁ।'

'আজিকালিও কিবা অলৌকিক ঘটনা হ'ব পাৰে বুলি মইয়ো নেভাবোঁ,' তাই ক'লে।

'হতাশাগ্ৰস্ত লোকক কিছুমান দুৰ্দান্ত কাম কৰাৰ পৰা বিৰত ৰাখিবলৈকে তেনে কিছুমান অলৌকিক কাণ্ড হ'ব পাৰে নেকি বাৰু? সম্ভৱ পোনপটীয়াকৈ তেখেত সকলে বাধা দিবলৈ নাহে — নাহে বুলিয়েই ধৰি ল'ব লাগিব, নহয়জানো। কিন্তু তুমি বাৰু মোৰ লগত অলপ দূৰ খোজ কাটি যাবানে, মই দেখুৱাই দিম মইনো তোমাক কি ক'বলৈ ওলাইছোঁ?'

তাই মান্তি হ'ল আৰু ৰংমনেই যাবলৈ ওলাল। তেওঁলোকে ঘাঁই আলিটোৰে কিছুদূৰ আহি নিৰ্জ্জন সৰু বাটটোৰে টেন্‌হ্যাচ্চ পালেহি। তেওঁ বৰ অস্থিৰ হৈ খোজ কাটিছিল। তাই দেখা পোৱা নাছিল যদিও কালিকালগা তেওঁৰ নিজৰ ছাঁ টোৱে ঘূৰি ঘূৰি তেওঁক আগবঢ়াত বাধাৰ সৃষ্টি কৰিছিল। তাই সেই সময়ত লুচেতাৰ কথা কৈ তেওঁক আমনি দিবলৈ ভয় কৰিলে। তেওঁ লোহাৰ জাল্নিখনৰ ওচৰ পাই তাতে স্থিৰ হৈ ৰ'ল। তাইক আগবাঢ়ি গৈ জুৰিটোৰ পিনে চাই কি দেখে তেওঁক ক'বলৈ ক'লে।

তাই আগবাঢ়ি গৈ সেইপিনে চাই উভতি আহি ক'লে 'নাই একো দেখা নাপালোঁ।'

'আকৌ গৈ মাজৰ ঠেক অংশটোত চোৱাগৈ।' হেনচাৰ্ডে ক'লে।

তাই আকৌ নদীখনৰ পিনে গ'ল। কিন্তু কিছু সময় বৈ উভতি আহি ক'লেহি যে তাই তাত কিবা বস্তু এটা ওপঙি সোঁতত ঘূৰি থকা দেখা পাইছে। কিন্তু বস্তুটো কি সেইটো ধৰিব নোৱাৰিলে। এসোপামান কাপোৰ যেন দেখিলে।

'সেইবোৰ মোৰ নিচিনা নেকি?'

'অ হয়— আপোনাৰ নিচিনাই। অ, দেউতা, কি যে আচৰিত ঘটনা — মোৰ হলে বৰ ভয় লাগিছে— ইয়াৰ পৰা বেগতে যাওঁ ব'লক।'

'তুমি গৈ আকৌ এবাৰ চাই আহাগৈ, তাৰ পিছত হে আমি ঘৰলৈ যাম।'

তাই আকৌ গ'ল। তাইৰ মূৰটো দোঁ খাই পকাত লাগো লাগো হোৱা তেওঁ দেখা পালে। তাৰ পিছতে তাই ঘপ কৰে পোন হৈ বেগা-বেগী কৰি আহি তেওঁৰ

কাষ পালেহি।

'তেনেহলে,' হেনচার্ডে কলে 'এতিয়ানো তুমি কি বুলি ভাবা?' 'আমি ঘৰলৈ যাও বলক,' তাই উত্তৰ দিলে।

'কিন্তু মোক কোৱা - ভালকৈ কোৱা -তাত কি ওপঙি আছে।' 'সেই প্ৰতিমূৰ্ত্তি কেইটা' তাই লৰালৰিকৈ উত্তৰটো দিলে, সেই মানুহবোৰে ইয়াৰ পৰা উজাই গৈ ৱিল্-ও গছেৰে আবৰি ৰখা ব্ৰেক ৱাটাৰতে সেই কেইটা দলিযাই পেলাই দিছিল নিশ্চয়। তেওঁলোকে ভয় খাইছিল, কিজানি মেজিষ্ট্ৰেটে সেই কেইটা বিচাৰি উলিযাযেই— সেই কেইটাই ওপঙি আহি এইখিনি পাইছেহি।'

'আহ — তুমি ভালকৈ দেখিলানে বাৰু মোৰ প্ৰতিমূৰ্ত্তিটো। তেন্তে সিটো মূৰ্ত্তি কলৈ গ'ল? মাত্ৰ এটা কিয়? সিহঁতৰ উত্তগুলিয়েই তাইক মাৰিলে, কিন্তু মোক হলে জীযাই ৰাখিলে।'

তেওঁলোক ঘূৰি আহি চহৰখন পালেহি যদিও দেউতাকে কোৱা কথা বোৰৰ একো অৰ্থ বুজি নেপালে। তেখেতে এনেদৰে কিয কলে 'মোক হলে তাই জীযাই ৰাখিলে।'

অৱশেষত ইয়াৰ কিবা অৰ্থ এটা তাই অনুমান কৰি পালেগৈ। 'দেউতা, মই আৰু আপোনাক এইদৰে এৰি থৈ নেযাওঁ,' তাই কান্দি কান্দি ক'লে, 'মই আপোনাৰ লগতে থাকিব পাৰিমনে বাৰু? মই আগৰ দৰে আপোনাক ইটো সিটো কামত সহায কৰিওঁ দিব পাৰিম। আপোনাৰ আৰ্থিক অৱস্থাও একেবাৰে বেযা হৈ গ'ল যদিও সেই বিষয়ে মই বৰ চিন্তা কৰা নাই। আজি ৰাতিপুৱা বেলাতেই মই আহোঁ বুলি ভাবিছিলোঁ কিন্তু আপুনি মোক আহিবলৈ নক'লে।'

'তুমি মোৰ ঘৰলৈ আহিবা?' তেওঁ হুক হুকাই কান্দিবলৈ ধৰিলে 'এলিজাবেথ তুমি মোক উপলুঙা নকৰিবা।'

'মই আহিম,' তাই ক'লে।

'তোমাক মই আগতে কিমান দুৰ্ব্যৱহাৰ কৰিলোঁ। সেইবোৰৰ পিছতো তুমি মোক কেনেকৈ ক্ষমা কৰিবা? পাৰিবা জানো? নাই অসম্ভৱ তুমি নোৱাৰিবা।'

'মই সেইবোৰ কথা পাহৰি গ'লোঁ, সেইবোৰ কথা আৰু নেপাতিব।'

তাই তেওঁক এইদৰে আশ্বাস দিলে। তেওঁলোক পুনৰ একেলগ হোৱাৰ কথা গভীৰ ভাৱে চিন্তা কৰি দুয়ো নিজ নিজ ঘৰলৈ বুলি বিদায় ল'লে। বহুত দিনৰ মূৰত হেনচাৰ্ডে ডাটি খুৰালে, ভাল পৰিষ্কাৰ কাপোৰ পিন্ধিলে, মূৰটো ফনিৰে ভালকৈ আঁচুৰি এজন পুনৰ জীৱন পোৱা মানুহৰ দৰে হ'ল। পিছদিনা ৰাতিপুৱা এলিজাবেথ - জেনে কোৱা কথাবাৰ প্ৰমানিত হ'ল। হেনচাৰ্ডৰ প্ৰতিমূৰ্ত্তিটো গৰখীয়া ল'ৰাই দেখা পালে। লুচেতাৰটোও উদ্ধাৰ কৰিলে কিছু উজনিৰ পিনে। পিছে এই

কথাবোৰ বৰকৈ সদৰি হ'বলৈ নেপালে। মূৰ্ত্তি কেইটা গুপুতে ধ্বংস কৰি তাৰ চিন চাব নোহোৱা কৰিলে— সেই সিহঁতেই।

স্বাভাৱিক ভাবেই ৰহস্যটোৰ ভেদ ভাগিল। প্ৰতিমূৰ্ত্তি কেইটাত আনৰ হাত লগাতকৈ তাতেই তেনেদৰে ওপণ্ডি থকাতোৱেই সমীচীন হ'লহেঁতেন বুলি হুতাশগ্ৰস্ত হেনচাৰ্ডে গণ্য কৰিছিল। এই বিষয়ে হেনচাৰ্ডে কোৱা আৰু এযাৰ কথা এলিজাবেথ জেনে শুনিবলৈ পাইছিল, 'আও মোৰ দৰে দুৰাচাৰ, দুৰাত্মা এজনকো কোনোবা অশৰীৰী আত্মাই কৰুণা প্ৰদান কৰি আছেনেকি?'

# দ্বি-চত্বাংৰিংশতি অধ্যায়

কোনোবা নেদেখা এজনৰ কৃপা দৃষ্টি পাইছে বুলি হেনচাৰ্ডৰ মনলৈ অহা সাময়িক বিশ্বাসটো সময় পাৰ হৈ যোৱাৰ লগে লগেই নোহোৱা হৈ গ'ল। য'তে ত'তে তেওঁ নিউচনৰ ছায়া মূৰ্ত্তিটোহে দেখা পাবলৈ ধৰিলে। তেওঁ নিশ্চয় এদিন আহি ওলাবহি বুলি তেওঁৰ মনৰ ভাব দিনে দিনে দৃঢ় হৈ আহিল।

নিউচনৰ কিন্তু দেখা দেখি নাই। গীৰ্জাঘৰৰ লগতে থকা কবৰ স্থানখনলৈ যোৱা বাটটোৰেই লুচেতাৰ পাৰ্থিব শৰীৰটো কঢ়িয়াই নিছিল। কেষ্টাৰ ব্ৰীজৰ মানুহে তেওঁৰ প্ৰতি শেষ শ্ৰদ্ধাঞ্জলি যাচিলে যদিও লুচেতাক কিন্তু তেওঁলোকৰ মাজৰে এগৰাকী বুলি স্বীকৃতি দিয়া নাছিল।

লুচেতাৰ বেমাৰৰ হেতু আৰু মৃত্যুৰ কাৰণৰ সকলোকথা ফাৰফ্ৰেই সময়ত গম পালেগৈ। স্বাভাৱিকতেই প্ৰথমে তেওঁৰ অন্তৰত প্ৰতি হিংসাৰ দাবানল জ্বলি উঠিছিল। আইনৰ সহায়েৰেই তেওঁ এই দুষ্কৃতিকাৰীবোৰক শাস্তি দিয়াৰ কথা মনতে ভাবি থলে। শেষ কৃত্য সম্পন্ন নোহোৱালৈকে সেই বিষয়ে একো পদক্ষেপ নোলোৱাটোকে ভাল হ'ব বুলিও সিদ্ধান্ত ল'লে। সময় আহি পৰাত সেই বিষয়টো লৈ তেওঁ পুনৰ গভীৰ ভাবে চিন্তা কৰিলে। দুষ্কৃতিকাৰীবোৰে কৰা কৰ্মটোৰ ফল ভয়াবহ হ'লগৈ যদিও সেই অবিবেচকৰ দলটোৱে তেনে পৰিণতি হ'বগৈ পাৰে বুলি ভাবিব পৰা নাছিল। উচ্চস্তৰত বা উচ্চ পদবীত থকা লোক সকলক সমাজৰ কিছুমান নিস্পেষিত লোকে লাঞ্ছিত কৰি আনন্দ আহৰণ কৰাৰ প্ৰৱণতাই ইয়াৰ মূল কাৰণ বুলি তেওঁ উপলব্ধি কৰিলে। য্যপেই ইয়াত আগভাগলৈ ইন্ধন যোগাইছিল বুলিও তেওঁৰ জানিবলৈ বাকী নাথাকিল। ইয়াৰ লগতে আন কিছুমান কথাও জড়িত আছিল বুলি তেওঁ গম পাইছিল। মৃত্যুৰ আগতে লুচেতাই এই সকলোবোৰ কথাই তেখেতৰ আগত স্বীকাৰ কৰি গৈছিল। গতিকেই তাইৰ জীৱন ইতিহাসৰ পুনৰাবৃত্তি কৰি হুলস্থুল নকৰাই শ্ৰেয় বুলি তেওঁ বিবেচনা কৰিলে। তাইৰ উপৰিও চহৰখনত

হেনচাৰ্ডৰ সুনাম আৰু তেওঁৰ নিজৰ সন্মানৰ কথাও জড়িত হৈ আছিল। গতিকেই সাত পাঁচ ভাবি সেইবোৰ কথা পুনৰ ঘুকটিবলৈ তেওঁ ভাল নেপালে। যথোচিত বিবেচনাৰ পিছত, সেই শোকাবহ ঘটনাটো এটা অঘটন বুলি মানি লোৱাই মৃতকৰ সোঁৱৰণত যাচিব পৰা সৰ্বশ্ৰেষ্ঠ শ্ৰদ্ধাঞ্জলি বুলি ফাৰফ্ৰেই অন্ততঃ গ্ৰহণ কৰিলেগৈ। মানুহৰ জীৱন দৰ্শনো তেনে হোৱাই উচিৎ বুলিও তেওঁ ভাবি ল'লে।

হেনচাৰ্ড আৰু তেওঁ আগৰ কথাবোৰ এৰি দিলে। পুনৰ ইজনে সিজনক মাতবোল কৰিবলৈ ল'লে। এলিজাবেথৰ কাৰণেই হেনচাৰ্ডে নিজৰ আত্মসন্মান বিসৰ্জন দি শস্যৰ গুটি আৰু আলুজাতীয় বীজৰ দোকান এখনৰ ব্যৱসায়ত হাত দিবলৈ মান্তি হ'ল। ফাৰফ্ৰেৰ প্ৰচেষ্টাতে পৰিষদৰ পৰা যাবতীয় সা-সুবিধা খিনি পোৱা গ'ল। অকল তেওঁৰ নিজৰ কথাই যদি হ'লহেঁতেন তেনেহলে যিজন মানুহক তেওঁ হত্যা কৰিবলৈ উদ্যত হৈছিল সেইজনৰ পৰা কিবা সাহায্য লোৱাৰ কথাই নুঠিলহেঁতেন। কিন্তু ছোৱালীজনীৰ সহানুভূতি বিনে তেওঁ জীৱাই থকাই অসম্ভৱ। একমাত্ৰ তাইৰ কাৰণেই নিজৰ আত্মগৌৰৱ বোধ এৰি তেওঁ বিনম্ৰতাৰ পোছাক পৰিধান কৰিলে।

নতুন ঠাই ডোখৰলৈ আহি তেওঁলোকে থিতাপি ল'লেহি। তাইক লাগিব পৰা প্ৰতিটো বস্তুৰ প্ৰতিযেই তেওঁ তীক্ষ্ণ দৃষ্টি দিছিল। সেইবোৰ আগতীয়াকৈ যোগাৰ কৰি থৈ তাইৰ মনোবাঞ্ছা তেওঁ পূৰণ কৰিছিল। এই ভাৱটো তীব্ৰতৰ আৰু জাজ্বল্যমান হোৱাৰ একমাত্ৰ কাৰণ হ'ল পিতৃসুলভ মৰম আদায় কৰি বিজয়ী হ'বলৈ কৰা তেওঁৰ আপ্ৰাণ চেষ্টা। সময়বোৰ পাৰ হোৱাৰ লগে লগে নিউচন আহি এদিন হঠাতে কেষ্টাৰব্ৰীজ ওলাই তাইক নিজৰ ছোৱালী বুলি দাবি কৰিবহি বুলি ভাবিবলৈ তেওঁ একো থল নোপোৱা হ'ল। তেওঁ আছিল এজন যাযাবৰ, তাতে একো ঘৰবাৰী নথকা মানুহ। তাৰোপৰি কেষ্টাৰব্ৰীজত তেওঁক কোনেও চিনি নেপায়। সেইবোৰ কাৰণতে হেনচাৰ্ডে ভাবিছিল যে তাইৰ প্ৰতি নিউচনৰ মৰম স্নেহৰ প্ৰবলতা তেওঁৰ সমান নিশ্চয় নাছিল। নাবিকজনৰ আন কৰবাত, কিছুমান ব্যক্তিগত আকৰ্ষণ থকা ও অসম্ভৱ নহয়। সেইবোৰ আকৰ্ষণে তাইৰ প্ৰতি থকা তেওঁৰ পূৰ্বৰ স্মৃতি হ্ৰাস কৰাবও পাৰে। অতীতৰ পম খেদি খেদি বৰ্ত্তমান জীৱন্ত প্ৰাণী এটিক উদ্ধাৰ কৰিব পাৰিব বুলি ধাৰণা কৰিব নোৱাৰা কথা। নিজৰ বিবেকক বুজনি দিবৰ কাৰণে হেনচাৰ্ডে বাৰে বাৰে কৈ আছিল— মিথ্যাৰ আশ্ৰয় লৈ অতি আপুৰুগীয়া সম্পত্তি এটি নিজৰ বুলি পালে যদিও তেওঁ কোনো ধৰণৰ অভিসন্ধিমূলক নীচ কৰ্মৰ সহায় লোৱা নাছিল। এজন হতাশাগ্ৰস্ত মানুহৰ বিদ্ৰোহী অন্তৰৰ শেষ বাক্য হিচাপেহে তেওঁৰ মুখৰ পৰা স্বতঃস্ফূৰ্ত্তভাবে মিছা কথাষাৰ ওলাই আহিছিল। ইয়াৰ পৰিণতি কি হ'বগৈ সেই বিষয়ে তেতিয়া আৰু তেওঁ কোনো ধৰণৰ চিন্তা কৰা নাছিল। তাৰোপৰি তেওঁ ভাবিছিল যে তেওঁ তাইক যিমান ভাল পায় কোনোবা নিউচন এজন আহি

তাইক সিমান ভাল পাবহি নোৱাৰিব। সিজন মানুহে জীৱনৰ শেষ নিশ্বাসটোৰ অন্ত পৰালৈকে তাইৰ দায়িত্ব লৈ ৰংমনে তাইক চোৱাচিতা কৰিবলৈ ৰাজী হোৱাৰ সম্ভাবনা তেওঁ দেখা নাপালে।

গীৰ্জাঘৰটো দেখি থকা ঠাইডোখৰতে তেওঁলোক আহি বাস কৰিছিলহি। একো উল্লেখযোগ্য ঘটনা নঘটাকৈয়েই বছৰটোৰ বাকী কেইটা মাহ পাৰ হ'লহি। তেওঁ কাচিৎহে বাহিৰলৈ ওলাই যায়। বজাৰ বহাৰ দিনা তেওঁ কেতিয়াও ওলাই নাযায়। ডোন্যাল্ড ফাৰফ্ৰেক তেওঁৰ দেখা নহয়েই বুলিব লাগে। কেতিয়াবা ক্ষন্তেকৰ কাৰণে আলিবাটিত দূৰৈৰ পৰা দেখে। আপোনজনৰ বিয়োগত শোকগ্ৰস্ত এজনে কিছুদিনৰ পিছত জীৱন নিৰ্ব্বাহৰ তাডনাত পৰিয়েই দৈনিক নিজৰ কাম কাজলৈ ওলাই আহিব লগীয়া হোৱাৰ দৰে ফাৰফ্ৰে ও নিজৰ ব্যৱসায়িক দায়িত্ব পালনৰ অৰ্থে কামলৈ ওলাই আহিবলৈ ধৰিলে। লগৰীয়া ব্যৱসায়ী এজনক লগ পালে কাঠ হাঁহি এটাও মাৰে। বস্তু কিনা বেচা সংক্ৰান্তত বেপাৰীৰ লগত যুক্তি সহকাৰে দৰদাম কৰিবলৈ অৱশ্যে আৰম্ভ কৰিছিল।

সময়ে নিজা বৰ্ণহীন, বৈচিত্ৰহীন অনুক্ৰমে ফাৰফ্ৰেক সম্যক অভিজ্ঞতা লভিবলৈ সুবিধা দিলে। লুচেতাৰ পৰা তেওঁ জীৱনত পালেই বা কি আৰু হেৰুৱালেই বা কি। কোনো কোনো মানুহে কেতবোৰ নিমিত্তৰ ওপৰত অটল বিশ্বাস ৰাখি কিছুমান মূল্যহীন, বৈশিষ্টহীন ধ্যান ধাৰণাকে আকোৰগোজ মনোভাবেৰে পালন কৰি থাকে। তেওঁলোকৰ মতে সেইবোৰ নমনা সকলক সৎ ও যোগ্য ব্যক্তিৰ শাৰীতেই পেলাব নোৱাৰি। কিন্তু ফাৰফ্ৰে তেওঁলোকৰ মাজৰে এজন নাছিল। কোনো এটা কথা গভীৰ ভাবে চিন্তা কৰি এটা সু- মীমাংসাত উপনীত হৈ ক্ষিপ্ৰ গতিৰে আগবাঢিব পৰা গুণ কিছুমান স্বাভাৱিকতে তেওঁৰ গাত আছিল। সেইবোৰ কাৰণেই আত্মীয়জনৰ মৃত্যুৰ প্ৰচণ্ড আঘাততো তেওঁ ভাঙি নপৰিল। তেওঁ ভাবিবলৈ বাধ্য হৈছিল যে লুচেতাৰ মৃত্যুৱে তেওঁক মৰ্মান্তিক বেজাৰ দিলে যদিও কিছুমান অযথা বিলৈ বিপত্তিৰ পৰা তেওঁ মুক্তিও পালে। ফাৰফ্ৰেৰ আগত তাই ব্যক্ত কৰি থৈ যোৱা গোপন কাহিনী এদিন প্ৰকাশ নিশ্চয় পালেহেঁতেন। ঘটনা সমূহৰ পটভূমিয়েই ইয়াৰ ইঙ্গিত দিছিল। এইটো বিশ্বাস কৰিবলৈ টান হৈছিল যে তেওঁ লুচেতাৰ লগত ফলপ্ৰসু বৈবাহিক সম্বন্ধৰে জীৱনৰ সুখ শান্তি আহৰণ কৰিব পাৰিলেহেঁতেন নে নাই।

এনেধৰণৰ ভাব কিছুমান তেওঁৰ মনলৈ অহা স্বত্তেও লুচেতাৰ স্মৃতি তেওঁৰ মনৰ পৰা মাৰ যোৱা নাছিল। কথাবোৰনো তেওঁৰ পৰা কেনেকৈ লুকুৱাই ৰাখিব পাৰি সেইটোৱেই আছিল তাইৰ দুৰ্বলতা। কিন্তু তাইৰ সেই দুৰ্বলতাটোক তেওঁ অতি মৃদু ভাষাৰেহে সমালোচনা কৰিছিল। সেইবোৰে ক্ষন্তেকৰ কাৰণে হ'লেও তেওঁৰ অন্তৰত আলোডনৰ সৃষ্টি কৰি খং নোতোলাকৈও থকা নাছিল। কিন্তু তাই কথাবোৰ

গোপনে ৰাখিবলৈ চেষ্টা কৰি নিজে নিজেই যি যমৰ যন্ত্ৰণা ভুগিলে তাৰ্লে মনত পৰিলেই তেওঁৰ খংটোও পাতলি নোহোৱা হৈছিল।

বছৰটো শেষ হয় মানলৈ সৰু টেবুল এখন আৰু আলমাৰি এটা থব পৰা কোঠাটোতে আৰম্ভ কৰা গুটিৰ ব্যবসায়টো যথেষ্ট ভালৰ পিনে আহিল। ৰ'দ ঘাই নিৰিবিলি ঠাইডোখৰতে বাপেক জীয়েক বহে। অকণো জঞ্জাল নোহোৱাকৈ দোকানখন চলায়। এই সময়খিনিতে তাইৰ সুপ্ত হৈ থকা কাৰ্য কুশলতাৰ লক্ষণবোৰ প্ৰকাশ পোৱা দেখা গৈছিল। সপ্তাহত দুই তিনি দিন মান তাই গাওঁৰ ভিতৰুৱা অঞ্চললৈ খোজকাটি যায় — বেছিভাগ বাডমাউথৰ পিনে। তেওঁ মন কৰিলে যে ইমানদূৰ খোজ কাটি ভাগৰি জুগৰি অহাৰ পিছতো তাই সদায় সন্ধ্যা সময়ত আহি তেওঁৰ ওচৰত বহেহি। তাইৰ ব্যৱহাৰ পাতি অতি অমায়িক আছিল যদিও তেওঁ অনুভৱ কৰিলে যে তেওঁৰ প্ৰতি তাইৰ মৰম স্নেহবোৰ আগতকৈ কমিল। তাইৰ মৰম স্নেহ কমি যোৱাত তেওঁ চিন্তিত হৈ পৰিল। লাহে লাহে তাইৰ মুখৰ মাতবোল হ্ৰাস নাইকিয়া হোৱাত তাইৰ প্ৰতি তেওঁৰ অন্তৰত থকা বহুমূলীয়া মৰমকণো শুকাই মৰহি যোৱাৰ উপক্ৰম হ'ল।

আজি কালি তাই নিজৰ মতেই সকলো কাম কৰে। তাই ক'লৈ যাব, কেতিয়া উভতিব, কি কিনিব, কি বেচিব সেইবোৰ তাইৰ নিজৰ মতেৰেই হে হয়। সেইবোৰ শিলৰ ৰেখাৰ দৰে লৰচৰ নোহোৱা আইন এখনৰ দৰে হৈ পৰে। এদিন তেওঁ শান্তভাবে সুধিলে, 'এলিজাবেথ এইখন দেখোন তোমাৰ নতুন মাফলাৰ।'

'হয় মই কিনিলোঁ,' তাই উত্তৰ দিলে।

তেওঁ হাতত তুলি বস্তুটো আকৌ এবাৰ চাই ওচৰৰ টেবুলখনতে থৈ দিলে। মাফলাৰ খন কোমল, ধুনীয়া, ৰংটো মুগা। এনেবোৰ বস্তুৰ প্ৰতি তেওঁৰ বৰ বিশেষ জ্ঞান নাছিল যদিও তেওঁ ভাবিলে সেইখন তাইৰ কাৰণে বেছি চৌখিন হৈছেনেকি?

'বৰ দামী হ'ব যেন লাগিছে, হয়নে বাৰু মাজনী?' মনত কিছু ভয় ও শঙ্কালৈ তেওঁ কথাষাৰ কৈছিল।

'হয় মোতকৈও বেছি দামী, তাই ঠাণ্ডা মগজেৰে ক'লে।'

'অ' নাই নাই,' জালত পৰা সিংহ এটাৰ দৰে তেওঁ কলে। তাইক আৰু কষ্ট দিব নুখুজিলে।

সময়বোৰ পাৰ হৈ পিছৰ বছৰৰ বসন্ত ঋতু পাবৰ হ'লহি। এদিন তাইৰ কোঠাটোৰ কাষেদি পাৰ হৈ যাওঁতে তেওঁ ক্ষন্তেক ৰ'ল। এসময়ত তাইক দেখিব নোৱাৰা হোৱাৰ কথাটো তেওঁৰ মনত পৰি গ'ল। তেওঁৰ কঠোৰ ব্যৱহাৰত বেজাৰ পায় কৰ্ণাস্তিতত থকা তেওঁৰ প্ৰকাণ্ড ধুনীয়া ঘৰটো এৰি তাই গুচি যোৱা মুহূৰ্ত্তত তেওঁ যি ভাবেৰে কোঠাটোৰ পিনে চাইছিল এতিয়াও কোঠাটো দেখা পাই তেওঁৰ

সেই একেটা ভাবেই মনলৈ আহিল। এতিয়াৰ কোঠাটো তেতিয়াৰটোতকৈ নিম্নখাপৰ। পাৰ্থক্য মাথোন সিমানেই। তেওঁ এটা কথা দেখি আচৰিত হ'ল যে কোঠাটোৰ য'তে ত'তে কিতাপ কিছুমান পৰি আছে। কিতাপৰ অনুপাতে এতিয়া আলমাৰি যথেষ্ট কম। তাৰ কিছুমান কিতাপ নতুনো। সু-বিবেচনা কৰি কিতাপ কিনাত তেওঁ তাইক কেতিয়াও কোনো ধৰণৰ বাধা আৰোপ কৰা নাছিল। কিন্তু তেওঁৰ ধাৰণা হ'ল যে তেওঁলোকৰ সামান্য আযৰ অনুপাতে তাইৰ কিতাপ কিনাৰ হাবিয়াস দিনে দিনে বাঢ়িছে গৈছে। তাই যধে মধে খৰচ কৰাত তেওঁৰ মনত আঘাত লাগিবলৈ ধৰিলে। সেইবোৰকে চিন্তা কৰি তাইক তেওঁ কিবা এষাৰ কম বুলি ভাবি আছিল। ভাবি থাকিলেও ক'বলৈ সাহস গোটাব নোৱাৰিলে। এনেতে আন এটা ঘটনাই তেওঁৰ মনটো ওলট পালট কৰি দিলে।

সৰহ গুটি বিক্ৰী হোৱাৰ বতৰ পাৰ হ'বৰ হ'লহি। ঘাঁহ, খেৰ ইত্যাদি বেচা কিনাৰ বজাৰখন আৰম্ভ হ'বলৈ তেতিযাও আৰু কেইসপ্তাহমান বাকী। একোৰে বাবে হুলস্থুল নাছিল, ব্যস্ততাও নাছিল। এটা শান্ত পৰিবেশ। এইখিনি সময়তে দোকানিবোৰে নিজৰ দোকানৰ সন্মুখত হালধীযা, ৰঙা আৰু সেউজীযা আদি বিভিন্ন ৰঙৰ নতুন নতুন মাল গাড়ীৰ ডবাবোৰ বিক্ৰীৰ কাৰণে সজাই থয়। তাৰোপৰি, দম কৰি থোৱা খৰি, ভাল মজবুত কাচি, কাটাকোৰ, দীঘল দীঘল আগ জোঙা লোহাৰ বিন্ধনা ইত্যাদি ঘৰখনত ওৰে বছৰটো লগা যাবতীয় বস্তুবোৰ কেষ্টাৰব্ৰীজৰ বজাৰত উভৈনদী হৈ ওলাইছিল। আনকালে নেযায যদিও কিবা কৌতূহল ওপজাত হেনচাৰ্ড বজাৰৰ পিনে সেই দিনা ওলাই আহিছিল, এসময়ত তেওঁ অসাধাৰণ খ্যাতি ও গৌৰব অৰ্জন কৰা বজাৰখনতে ক্ষন্তেক থিয় দিলে মনটো ভাল লাগিব বুলি ভাবি। এজন অচিনাকি মানুহৰ দৰে থিয় হৈ থকা ফাৰফ্ৰেক শস্যবেপাৰীৰ অফিচটোৰ দুৱাৰখনৰ সন্মুখতে তেওঁ দেখা পালে। সেই সময়ত তেওঁ সাধাৰণতে সেই ঠাইতে আহি থিয দিয়েহি। দূৰৈত কিবা এটা নিৰীক্ষণ কৰি তেওঁ ভাবত মগ্ন হৈ আছিল। ফাৰফ্ৰেই চাই থকাৰ পিনে হেনচাৰ্ডেও চাই দেখিলে যে সিজনে শস্যৰ নমুনা লৈ যুৱা মানুহলৈ লক্ষ্য কৰা নাই, বৰঞ্চ তেওঁৰ সতিযৈ জীয়েক জনীৰ পিনেহে একান্তমনে চাই আছিল। তাইলৈ কেনোবাই লক্ষ্য স্থিৰ কৰি চাই আছে বুলি ছোৱালীজনীয়ে অৱশ্যে মন কৰা নাছিল। সেই বিষযত আন ছোৱালীতকৈ তাই কম ভাগ্যবতী — কাৰণ তাই আনৰ দৰে বহু পুৰুষৰ আকাঙ্খাৰ প্ৰতীক কাহানিও হোৱা নাছিল। আখ্যান প্ৰসিদ্ধ জুনৰ সহস্ৰ চকু আছিল যদিও মৰিবৰ সময়ত মাত্ৰ দুটা চকুৰেহে তেওঁৰ মৰমৰ পবিত্ৰ ম'ৰা চৰাই জনীলৈ তন্ময় হৈ চাই আছিল।

হেনচাৰ্ডৰ জীৱনত এনে এটা সঙ্কটপূৰ্ণ পৰ্যায় চলি থকাৰ সময়ত ফাৰফ্ৰেই সেইদৰে চাই থকা কথাটোত তেওঁ বৰ বেছি গুৰুত্ব নিদিলে। তাৰ পৰা তেওঁ

আঁতৰি আছিল। তেওঁ অৱশ্যে এটা কথা পাহৰি যোৱা নাছিল যে এই স্কটছ্ দেশীয় লোকজনে এসময়ত তাইক তেওঁৰ ভালপোৱা যাচিছিল, এৰাধৰাকৈ হলেও। সুপ্ত হৈ থকা তেওঁৰ বদ মেজাজটো হঠাতে জাগি উঠিল। তেওঁৰ গাত তাহানিতে লম্ভা বদমেজাজটো আজি পৰ্যন্ত তেওঁৰ দুৰ্গতিৰ কাৰণ হৈয়েই আছিল।

উদ্যোগী, কৰ্মক্ষম ফাৰফ্ৰে আৰু তেওঁৰ প্ৰাণৰ পুতলী একমাত্ৰ জীয়ৰী গৰাকীৰ মাজত গঢ়ি উঠিব খোজা সম্বন্ধটো দেখি তেওঁ আনন্দ কৰিব নোৱাৰিলে, বৰঞ্চ এনে এটা সম্ভাৱনাত তেওঁৰ বিতৃষ্ণাহে উপজিল।

একোটা সময় আছিল যেতিয়া এনেদৰে আপোনা আপুনি জাগি উঠা প্ৰবৃত্তিবোৰ ক্ষান্ত হৈ নেথাকি পোনে পোনে কাৰ্যলৈ ৰূপান্তৰিত হৈছিল। এতিয়া কিন্তু তেওঁ আগৰ হেনচাৰ্ড নহয়। তাইৰ ইচ্ছা অনুযায়ী চলিবলৈ তেওঁ শিকিব লগীয়াও হৈছিল, এই কথাটোতে মাথোন নহয়, আন সকলোবোৰ বিষয়তেই।

তেওঁৰ ভয় হৈছিল কিজানি বিপৰীত কিবা এষাৰ মাতিলেই অশেষ যত্ন কৰি তাইৰ পৰা আদায় কৰা আস্থাকণো সমূলঞ্চে হেৰুৱাব লগীয়া হয়। তেওঁ ভাবি চাই দেখিলে যে তাইৰ লগত থাকি তাই বেযা পোৱা কিবা কাম কৰাতকৈ আঁতৰি থকাই ভাল।

কিন্তু তাইৰ পৰা আঁতৰি থকাৰ কথাটো ভাবিলেই তেওঁৰ গাটো জ্বৰ ঘমাদি ঘামিবলৈ লয়। তথাপিও তাইক সেইদিনা সন্ধ্যা সময়ত কথা এষাৰ নোসোধাকৈ থাকিব নোৱাৰিলে, 'আজি তুমি ফাৰফ্ৰেক দেখা পাইছিলানেকি?'

প্ৰশ্নটো শুনি এলিজাবেথ জেনৰ গাটো জিকাৰ খাই উঠিল। তাই কিছু দোধোৰ মোধোৰ অৱস্থাত পৰিল যদিও দেউতাকৰ প্ৰশ্নটোৰ উত্তৰ এটা দিলে, 'নাই দেখা।'

'অহ-তুমি ঠিক কৈছা, তুমি একেবাৰে ঠিক কথা কৈছা, মইহে আজি ওলাই যাওতে তেওঁক লগ পাইছিলোঁ।' তাইক ঠেকত পৰা যেন দেখি তেওঁ ভাবিবলৈ ধৰিলে যে তেওঁৰ অন্তৰত যিটো সন্দেহে আহি বাঁহ লৈছিলহি তাৰ কিবা আধাৰ আছেনেকি? ইয়াৰ কাৰণ হ'ল যে তাই আজিকালি বৰ দীঘলীয়াকৈ খোজ কাঢ়িবলৈ ওলাই যায়। তাৰোপৰি তাইৰ কোঠাত দেখা পোৱা সেই কিতাপ সোপা। সেইবোৰ দেখিও তেওঁ এদিন আচৰিত হৈছিল। সেইবোৰৰ লগতো এই ডেকা মানুহজনৰ কিবা সম্পৰ্ক থাকিব পাৰে। সেইবোৰৰ আভাস তাই তেওঁক কোনো দিনেই দিয়া নাছিল। একেবাৰে মনে মনে থাকিলেও তেওঁলোক দুজনৰ মাজৰ বৰ্ত্তমানৰ ভাল সম্পৰ্কটো বেয়া হৈ যায় বুলি বিবেচনা কৰি তেওঁ আন এটা কথা উলিয়াই কথাৰ দিশ সলালে।

জন্মগত সূত্ৰে পোৱা প্ৰবৃত্তি অনুসৰি হেনচাৰ্ডে কোনো কাম চোৰৰ দৰে

গোপনে কৰিব নোৱাৰিছিল— ভাল বা বেয়া যিকোনো কামকে। কিন্তু তাইক তেওঁ ভাল পায় আপোন কৰি লোৱাৰ পিছৰ পৰা আৰম্ভ হোৱা ঘটনা চক্ৰই তেওঁক অনবৰতে ভীতিগ্ৰস্ত কৰি ৰাখিবলৈ ধৰিলে। এলিজাবেথৰ ওপৰত নিৰ্ভৰশীল হৈ তেওঁৰ অধঃপতনহে হ'ল, (অৰ্থাৎ তেওঁৰ আচাৰ ব্যৱহাৰ আগতকৈ যথেষ্ট উন্নত হ'ল) তেতিয়াৰে পৰা তেওঁৰ স্বাভাৱিক প্ৰবৃত্তিবোৰ অস্বাভাৱিক হ'বলৈ ধৰিলে। তাই কোৱা কথাবোৰৰ প্ৰকৃত অৰ্থ কেৱা ঘন্টাও ভাবি চিন্তিহে উলিয়াবৰ চেষ্টা কৰিছিল। কিন্তু আগতে হলে খাৰাংখাছকৈ কিবা কিবি এটা কৈ দিছিল। ফাৰফ্ৰেৰ লগত তাইৰ প্ৰেমাবেগ গঢ়ি উঠিছে বুলি তেওঁৰ মনত যি সন্দেহ জাগিছিল সেইটো তেওঁ সহজে মানি ল'ব নোৱাৰে, কাৰণ মানি ললেই তাইৰ প্ৰতি থকা তেওঁৰ মৰম সাদৰবোৰ লোপ পাব। তেনেকুৱা নোহোৱাটোকে আশা কৰি তেওঁ তাইৰ গতি-গোত্ৰবোৰ সূক্ষ্মভাবে লক্ষ্য কৰি থাকিবলৈ ধৰিলে।

চলাফুৰাৰ ক্ষেত্ৰত এলিজাবেথ জেনৰ অকণো লুক-ঢাক নাছিল। অভ্যাসগত ভাবে যিমানখিনি ফুৰাচকা কৰিব লাগে সিমানখিনিযেই কৰে। তাইৰ অপৰাধ বুলিবলৈ মাত্ৰ এটাই, কেতিয়াবা ডোন্যাল্ডক লগ পালে দুই এষাৰ কথা পাতে।

তাই কিয় বাড় মাউথলৈ সঘনাই গৈ থাকে সেই বিষয়ে বৰকৈ নেজানিলেও তাই তাৰ পৰা ঘূৰি অহাৰ সময়তে ফাৰফ্ৰেইও নিজৰ কৰ্ণষ্ট্ৰীটৰ ঘৰৰ পৰা ওলাই বিশ মিনিট মানৰ কাৰণে ঘাই আলিটোৰে ফুৰিবলৈ আহে— চাহ খোৱাৰ আগতে। তেওঁ সেই সময়ত ফুৰিবলৈ যোৱাৰ অজুহাতো অৱশ্যে এটা আছিল। পুৱাবেলা শস্যৰ বেপাৰত লাগি থকাৰ কাৰণে ধান মাহৰ পৰা উৰি অহা চোকোৰাবোৰ তেওঁৰ গাযে পায়ে পৰিছিলহি। ফুৰিবলৈ ওলাই আহিলে আলিটোত বৈ থকা প্ৰবল বতাহে সেইবোৰ উৰুৱাই নি তেওঁক পৰিষ্কাৰ কৰি মনটো প্ৰফুল্লিত কৰিছিল। হেনচাৰ্ডে চহৰখনৰ প্ৰসিদ্ধ ৰিঙ নামৰ ঠাইডোখৰলৈ গৈ সেই ঠাইখন ঘেৰি ৰখা বেৰৰ ফাঁকেদি আলিটোলৈ চাই থাকে। দুয়োজনক লগ হোৱা তেওঁ দেখা পায়। সেই সময়ত হেনচাৰ্ডৰ মুখ খন দেখাজনে তেওঁৰ বুকুৰ হুমহুমনিৰ অনুমান কৰিব পাৰিলেহেঁতেন।

'অ' সি তেনেহলে তাইকো মোৰ পৰা কাঢ়ি নিবলৈ ওলাইছে।' তেওঁৰ মুখৰ পৰা কথাষাৰ ওলাই আহিল। সেইকণ অধিকাৰ তাৰ আছে, মই, তাৰ মাজত সোমাই বাধা দিবলৈ নেযাওঁ।'

তেওঁলোক এইদৰে লগ হোৱাটো প্ৰকৃততে ক'বলৈ গ'লে বিশেষ একো গুৰুত্বপূৰ্ণ কথাও নাছিল। এটা অতি সাধাৰণ কথা। দোষণীয় বুলিবলৈ একোৱেই নাছিল। হেনচাৰ্ডে ঈৰ্ষা পৰায়ণ হৈ জ্বলি পুৰি থকাৰ কাৰণেহে তেওঁ নিজে তেনে এটা সিদ্ধান্ত কৰি ল'লে। তেওঁলোকেনো কেনে ধৰণৰ কথা পাতিছিল সেইবোৰ

শুনা হলে এনেদৰে বুজিলে হেঁতেন ঃ—

তেওঁ — 'তুমি এইপিনে খোজকাঢ়িবলৈ আহি ভাল পোৱা, নহয়নে- মিচ্ হেনচাৰ্ড?' (আবেগহীন ভাবে তাইৰ পিনে এবাৰ চাই তাইৰ কথা চিন্তা কৰে)

তাই— অ, হয়, আজি কিছুদিন ধৰি এই বাটটোৰেদি অহাযোৱা কৰি মই ভাল পোৱা হৈছো। বিশেষ একো কাৰণো অৱশ্যে নাই।

তেওঁ— কিন্তু, আনে ইয়াৰ কিবা অৰ্থ উলিযাবও পাৰে।'

তাই— (ৰঙা চিঙা পৰি) "মই সেই বিষয়ে একো নেজানোঁ তথাপিও ক'বলৈ গ'লে সাগৰখন এবাৰ চাই মই ভাল পাওঁ।'

তেওঁ— 'ইযাত গোপন কৰিব লগীয়া কিবা আছেনেকি?'

তাই— (কওঁ নকওঁকৈ) 'হয়, আছে।'

তেওঁ— (তেওঁ নিজ দেশৰ কৰুণ সুৰৰ মালিতা এটি গাবলৈ ধৰিলে)

'অহ' গোপনীয়তা ৰক্ষা কৰিবলৈ গ'লে কিবা লাভ হ'ব বুলি মই হ'লে নেভাবোঁ। গোপনীয়তাৰ ছাঁয়াই মোৰ জীৱনটোক আবৰি আছে বুলি সকলোৱে জানে- তুমিও জানা সেইটোনো কি।'

এলিজাবেথ- জেনে গোপন কথাটো জানো বুলি ক'লে হয়, কিন্তু সাগৰখননো তাই কিয় ভাল পায় সেই কথা খুলি কব নোৱাৰিলে। নিজেই নেজানে তাইনো সাগৰখন ভাল পোৱাৰ কাৰণ কি? ইয়াৰ এটা কাৰণ হ'ব পাৰে যে তাই সাগৰখন সৰুৰে পৰাই দেখিছে। সৰুৰে পৰাই সাগৰখন তাইৰ সঙ্গী স্বৰূপ আছিল। তাৰোপৰি এজন নাবিকৰ তেজো তাইৰ গাত বৈ আছিল।

'মোক সেই নতুন কিতাপখন দিযাৰ বাবে ধন্যবাদ মিষ্টাৰ ফাৰফ্ৰে,' তাই লাজকুৰীয়া ভাবে ক'লে। মোৰ নিজৰেই লাজ লাগিছে, আপোনাৰ পৰা অতবোৰ কিতাপ মই ল'ব নেলাগিছিল নেকি?'

'এহ্ ল'লেনো কি হয়? তুমি লৈ যিমান ভাল পোৱা তাতোকৈ বেছি আনন্দ পাওঁ মই তোমাক দিহে।'

'সেইটো হ'বই নোৱাৰে।'

এনেকৈ কথাপাতি পাতিয়েই তেওঁলোক দুজনে সেইদিনা চহৰখন নোপোৱালৈকে খোজ কাটি আহি আছিল। তাৰ পিছত দুয়ো দুফালে গুচি গৈছিল।

হেনচাৰ্ডে প্ৰতিজ্ঞা কৰিলে সিহতে লুকাই চুৰকৈ কৰা কামবোৰত এই বাৰ তেওঁ কোনো ধৰণৰ বাধাৰ সৃষ্টি কৰিবলৈ নাযাব। তাৰ অৰ্থ সিহতে যি বুজে বুজক। ইয়াৰ ফলত যদি ছোৱালীজনী তেওঁৰ পৰা যায়গৈ তেন্তে যাওকেই আৰু। আন উপায়তো আৰু একো নাই। এইখন বিয়া হ'বলৈ হ'লে তেওঁৰতো কৰিবলগীয়া একোয়েই নাথাকে। তেওৰ স্থানেই বা ক'ত। ফাৰফ্ৰেইতো তেওঁক অৱজ্ঞাহে কৰিব

কাৰণ তেওঁৰ দৰিদ্ৰতা আৰু অতীতৰ কৰ্মই ফাৰফ্ৰেক সেই সুবিধা দিব। তেতিয়া এলিজাবেথো তেওঁৰ আৰু আপোন হৈ নাথাকিব। তেওঁৰ আত্মীয় বুলি আৰু কোনোৱেই নাথাকিব। নিঃসঙ্গতাত তেওঁৰ জীৱনটো শেষ হৈ যাবগৈ।

এনে এটা সম্ভৱনাই দেখা দিয়াত তেওঁ তীক্ষ্ণ দৃষ্টি দি চাই থকাৰ বাহিৰে আৰু একো কৰিব লগীয়াই নেদেখিলে। তেওঁৰ তত্বাবধানত থকা কাৰণে তাইৰ ওপৰত তেওঁৰ অন্ততঃ কিবা এটা অধিকাৰ আছে বুলি ভাবিছিল। সপ্তাহটোৰ ভিতৰতে কেবাদিনো ফাৰফ্রে আৰু এলিজাবেথৰ মাজত দেখা দেখি হোৱাটো এটা সাধাৰণ কথা হৈ পৰিল।

অৱশেষত তেওঁ এটা খাটাং প্ৰমাণ পালেগৈ। এদিন তেওঁ দেৱাল এখনৰ পিছ পিনে খাপ দি বৈ থাকোতে সিহঁত দুজন লগ হোৱা দেখা পালে। ফাৰফ্ৰেই তাইক 'এলিজাবেথ জেন, মোৰ প্ৰিয়তমা,' বুলি সম্বোধন কৰাও তেওঁ শুনিবলৈ পালে। তাৰ পিছত সি তাইক চুমা খোৱাও দেখা পালে। কোনোবাই দেখে বুলি তাই ইফালে সিফালে চাইছিলো।

সিহত যোৱাৰ পিছত হেনচাৰ্ড দেৱালখনৰ পিছৰ পৰা মুকলিলৈ ওলাই আহিল। বেজাৰ মনেৰে সিহতৰ পিছে পিছে আহি কেষ্টাৰব্ৰীজ চহৰখন পালেহি। এই সম্বন্ধটো হোৱাত এটা ডাঙৰ অন্তৰায় তেতিয়াও আঁতৰি যোৱা নাছিল। ফাৰফ্রে আৰু এলিজাবেথ জেনৰ বাহিৰে আনে সেইজনী হেনচাৰ্ডৰ ছোৱালী নহয় বুলিযেই জানিছিল। আনহাতে হেনচাৰ্ডে সেইজনী তেওঁৰ নিজৰ ছোৱালী নহয় বুলি বহুতদিনলৈকে জনা নাছিল। ফাৰফ্ৰেক তেওঁ প্ৰথম লগ পোৱাৰ দিনা সেইজনী তেওঁৰ নিজৰ ছোৱালী বুলি জানি ফাৰফ্ৰেকো তেনেদৰেই কৈছিল। গতিকেই ফাৰফ্ৰেই এলিজাবেথক হেনচাৰ্ডৰ নিজৰ ছোৱালী বুলিয়েই জানিছিল। সাতেপাঁচে ফাৰফ্ৰেই আগৰ শত্ৰুতা পাহৰি তেওঁক শহুৰ বুলি সম্মান দেখুৱাবলৈ ইতিমধ্যে সম্ভৱ ৰাজী হৈছেই। তথাপিও তেওঁলোক দুজনৰ মাজত সম্ভাৱ গঢ়ি উঠাটো অসম্ভৱ। তেনেস্থলত গিৰিয়েকৰ প্ৰভাৱত তেওঁৰ একমাত্ৰ সঙ্গী মৰমৰ ছোৱালীজনীও তেওঁৰ পৰা আতৰি যোৱাটো খাটাং।

সকলো কথাতে সেইজন মানুহেই তেওঁৰ একমাত্ৰ প্ৰতিদ্বন্দ্বী। অনবৰতে তেওঁকেই গালি শপনিও পাৰি থাকে। সেইজনৰ লগতে মৃত্যুপণ মালযুঁজতো নামিছিল তেওঁ। সেই মানুহটোৰ বাহিৰে পৃথিৱীৰ আন যি কোনো এজনক যদি তাইৰ অন্তৰখন দিলেহেঁতেন, তেতিয়া হেনচাৰ্ডে কলে হেঁতেন 'মোক আৰু একো নেলাগে, মই সন্তুষ্ট।' কিন্তু তেওঁ যিটো কথাত সন্তুষ্ট হ'লহেঁতেন সেইটোতো কোনো পধ্যে আশাই কৰিব নোৱাৰি।

মানুহৰ মগজটোত এটা বহিঃ কোঠা থাকে। তাত নিজা বুলি স্বীকৃতি নোপোৱা

আৰু কেতিয়াও নিবিচৰা অত্যন্ত বিষাক্ত কিছুমান কথাও আহি ঠাই লয়হি। সেইবোৰ উৰণীয়া মৌৰ দৰে ক্ষন্তেক জিৰণি লৈ আকৌ যেনেদৰে আহিছিল ঠিক তেনেদৰেই উৰামাৰি নোহোৱা হয়। তেনে এটা ভাবে হেনচাৰ্ডৰ মনতো ভুমুকি মাৰিলেহি।

এলিজাবেথ জেন মাইকেল হেনচাৰ্ডৰ নিজৰ ছোৱালী নহয় আৰু আইনগত ভাবে কাৰোবাৰ জাৰজ সন্তানহে বুলি যদি ফাৰফ্ৰেক তেওঁৰ প্ৰেমিকাৰ বিষয়ে কোনোবাই কাণচোৱাই তেনেহলে চহৰৰ সম্ভ্ৰান্ত লোক সকলে কথাটোত গুৰুত্ব আৰোপ কৰিবনে? আৰু যদি কৰে সেই সংবাদটোৰ ফলাফল কি হ'বগৈ। তেতিয়া ফাৰফ্ৰেই এলিজাবেথ জেনক এৰি দিবও পাৰে আৰু তাই তেতিযা তেওঁৰ সতিয়ৈ জীয়েকেই হৈ থাকিব।

এই দুৰ্ভাবনাটো মনলৈ অহাত তেওঁৰ গাটো জিকাৰ খাই উঠিল। ঈশ্বৰে নকৰক তেনে এটা পৰিস্থিতি। এই চয়তানবোৰ মোৰ ওচৰলৈ বাৰে বাৰে কিয় আহি থাকে। মই খেদি থাকিলেও সিহঁত হঠাতেনো আকৌ ক'ৰ পৰা আহি ওলাইহি।

# ত্ৰি-চত্বাৰিংশতি অধ্যায়

হেনচাৰ্ডৰ দৃষ্টিগোচৰ হোৱা ঘটনাবোৰ চহৰখনৰ মানুহে পলমকৈ হ'লেও দেখা পালে। অতবোৰ ছোৱালী থাকোঁতে দেৱলীয়া হেনচাৰ্ডৰ সতিয়ৈ জীয়েকজনীৰ লগতহে ফাৰফ্ৰেই সম্বন্ধ কৰিবলৈ পালেগৈনে? চহৰৰ মানুহৰ মাজত কোৱা-মেলা হ'বলৈ ধৰিলে। সাধাৰণ ভাবে একেলগে ফুৰা-চকা কৰাটোকে ফুচুলালে বুলি মানুহে নানান কথা উলিয়াবলৈ ধৰিলে। উনৈশ গৰাকী সমাজৰ উচ্চ খাপৰ যুৱতীয়ে ভাবি আছিল যে ব্যৱসায়ী আৰু পৰিষদৰ মুখ্য সদস্য গৰাকীক সুখী কৰিবৰ কাৰণে তেওঁলোকহে উপযুক্ত। গতিকেই তেওঁলোক অসন্তুষ্ট হৈ ফাৰফ্ৰে যোৱা গীৰ্জাটোলৈকো নোযোৱা হ'ল। আত্মসচেতন হৈ যথোচিত ব্যৱহাৰ পাতিও তেওঁক নেদেখুউৱা হ'ল। ৰাতি প্ৰাৰ্থনা কৰিবলৈ যাওঁতে ফাৰফ্ৰেক দেখা পোৱাৰ লগে লগেই আত্মীয় স্বজনকো এৰি সেই ঠাই ত্যাগ কৰিবলৈ ল'লে। চমুকৈ ক'বলৈ গ'লে তেওঁলোকৰ জীৱনৰ নিজা নিজা নিয়মিত ধাৰাৰ পিনে উলটি গ'ল।

চহৰৰ যি সকলে স্কটচ্ দেশীয় লোকজনৰ আসন্ন সম্ভৱনাটোৰ প্ৰতি অকুণ্ঠ সমৰ্থন আগবঢ়াইছিল সেই সকলৰ ভিতৰত আছিল সেই দাৰ্শনিকৰ দলটোৰ লোক সকলো। তেওঁলোক হ'ল লংৱেইজ, খৃষ্টফাৰ কোণি, বিলি উইলচ আদি। কেবা বছৰবো আগতে শ্ৰী মেৰিনাৰ্চৰ ৰঙ্গমঞ্চত নিঃকিন ভাবে অৱতীৰ্ণ হোৱা সেই ডেকা মানুহজন আৰু গাভৰু ছোৱালীজনীৰ জীৱনত ক্ৰমোন্নতি হোৱাটো তেওঁলোকে অন্তঃকৰণৰেই বিচাৰিছিল। অৱশ্যে ইয়াৰ কাৰণো নোহোৱাকৈ থকা নাছিল। ভৱিষ্যতলৈ

আমোদ-প্ৰমোদ, ৰং-ৰহস্যৰ উৎসৱত তেওঁলোকেও ভাগ লোৱাৰ ৰঙীন সপোন এটাও দেখা পাইছিল। এদিন সন্ধ্যা বেলিকা মিছেছ্ ষ্টেননীজে ঢলং পলং কৈ আহি অভ্যাগতক আদৰনি জনোৱা প্ৰকাণ্ড কোঠাটো পাই মন্তব্য এটা দিলেহি। কিনো আচৰিত কথা চহৰখনৰ চেনেহৰ নয়নমণি ফাৰফ্ৰেই মান মৰ্যাদা থকা চহকী পৰিয়ালৰ ছোৱালী এজনী হাত মেলিলেই পোৱা অৱস্থাত তেওঁনো ইমান তললৈ নামিল কেনেকৈ। কিন্তু খৃষ্টফাৰ কোণি তেওঁৰ লগত সেই কথাত একমত নহ'ল।

নাই মেডাম, ইয়াত আচৰিত হ'ব লগা একোৱেই নাই। মই ক'বলৈ গ'লে তাইহে এখোপ তললৈ নামিছে। ঘৈণীয়েক মৰা তেওঁ এজন বৰলা— তাৰোপৰি প্ৰথমজনী ঘৈণীয়েকে তেওঁৰ নাম একো উজ্জ্বলাই থৈ যোৱা নাই। কথাটো ক'বলৈ গ'লে এনেকুৱাহে — ডেকাজন তেওঁৰ এসময়ৰ মালিকৰ জীয়েকৰ পাছ হে হ'লগৈ। আৰু মিছাটো ক'ব নেপায় নহয় তাইক বেয়া পোৱা জানো এই অঞ্চলত কোনোবা ওলাব? মই ভবাত কিবা এটা মকামিলাৰ পিনেহে কথাবোৰ আগবাঢ়িছে। যি হৈছে ভালেইহে হৈছে। মৃতকৰ সোৱৰণত মাৰ্বলৰ সৰ্বোৎকৃষ্ট স্তম্ভ এটা নিৰ্মাণ কৰি তাৰ তলতে বহি চকুৰ পানী মচি মচি তেওঁৰ কৰ্ত্তব্যৰ অন্ত পেলোৱাৰ পিছত তেওঁ এতিয়া নিজকে এনেদৰে ডাঠি ক'ব পাৰে— 'সিগৰাকীয়ে মোক প্ৰতাৰণা কৰি গুচি গ'লগৈ, মই এই গৰাকীকহে প্ৰথম পাইছিলো। তাৰোপৰি উচ্চখাপৰ সমাজখনত এতিয়া বিশ্বাসী ছোৱালী এজনীনো ক'ত সতকাই বিচাৰি পোৱা যাব।' দৰদী অন্তৰ এখন লৈ তাই অতদিন তেওঁৰ কাৰণেই আগ্ৰহেৰে অপেক্ষা কৰি চাই থকাৰ পিছতো যদি তাইক গ্ৰহণ নকৰে তেন্তে সেইটো জানো এটা জঘন্য বেযা কাম নহ'ব।'

এইদৰেই তেওঁলোকে থ্ৰিমেৰীনাৰ্চত আলোচনা কৰিছিল। কিন্তু আমি সকলোবোৰ বৰ সাৱধান হৈ থকা উচিৎ যাতে কথাবোৰ বৰকৈ সদৰি নহয়। তেনেকুৱা হ'বলৈ হ'লে এটা সম্ভাব্য ৰোমাঞ্চক ঘটনাৰ পূৰ্বাভাষ স্বৰূপে নানা তৰহৰ বুবু-বাবা, পৰচৰ্চা-পৰনিন্দাৰ কিছুমান মুখৰোচক কথা ওলাবলৈ ধৰিব। তেতিয়া কোনে কাৰ মুখত সোপা দিবগৈ। সেইবোৰ কথাই বেচেৰী নিষ্পাপ নায়িকা গৰাকীৰ নৈতিক দিশটোৰ শোভা বৰ্দ্ধন কৰি উজ্জ্বলাই দেখুৱাব যদিও, তেনেধৰণৰ প্ৰচাৰে অন্তত বৰ মঙ্গল নকৰিবগৈ। উৰা বাতৰি, অপপ্ৰচাৰৰ বিষয়ে ভালেখিনি আলোচনা কৰা হ'ল যদিও ইয়াৰ বিশেষত্ব হ'ল যে ই অতি তৰল, ক্ষন্তেকীয়া আৰু ই ঘটনাৱলীৰ লগত জড়িত নোহোৱা লোককো আকৰ্ষিত কৰে। প্ৰকৃত পক্ষে ক'বলৈ গ'লে (কেষ্টাৰ ব্ৰীজৰ সেই উনৈশ গৰাকী গাভৰু ছোৱালীৰ বাহিৰে) বাকী সকলোৱেই সেইবোৰ কথা পাহৰি নিজা নিজা কামত ব্যস্ত হৈছিলগৈ। সেই কামবোৰ আছিল, খাদ্য বস্তু সংগ্ৰহ কৰা, ল'ৰা ছোৱালী স্কুলৰ পৰা অনা নিয়া কৰা, কবৰস্থানলৈ

যোৱা ইত্যাদি। ফাৰফ্ৰেৰ এই নতুন আচনিখনৰ কথা বৰকৈ ভাবিবলৈ তেওঁলোকৰ গাত তেতিয়া হুঁচেই নোহোৱা হৈছিল।

এইবোৰ কথা ফাৰফ্ৰে বা জীয়েকজনীয়ে সতিয়ৈ দেউতাকৰ আগত ঘুণাক্ষৰেও উচ্চাৰণ কৰা নাছিল। সিহঁতে কথাটো গোপনে ৰখাৰ অৰ্থটোনো কি সেইটো হেনচাৰ্ডে বিচাৰি পালেগৈ। তেওঁৰ অতীতটোক মাপকাঠি কৰি যদি জুখি চোৱা যায় তেন্তে তেওঁৰ আগত কথাটো উনুকিয়াবলৈ তেওঁলোকে সঙ্কোচ কৰাটো সমীচীন, কাৰণ তেনেবোৰ কথাই হিতে বিপৰীত কৰাৰ সম্ভাৱনাহে বেছি। এনে এক স্থিতাৱস্থাৰ পৰা মুক্তি পোৱাৰ কোনো সম্ভাৱনাই নেদেখিলে হেনচাৰ্ডে। সমাজে তেওঁক তিতা কেহা লগোৱাৰ পিছত এনে কিছুমান ভাৱ আহি তেওঁৰ মনটো বিষময় কৰি তুলিলেহি। এতিয়া তেওঁ দৈনন্দিন জীৱনত লগ পাই থকা মানুহখিনিৰ আগত ওলাবলৈও মন নকৰা হ'ল। তেনে এক মানসিক অৱস্থাত এলিজাবেথ জেনক বিশেষকৈ সহ্য কৰিব নোৱাৰা অৱস্থা এটা পালেগৈ। তেওঁৰ স্বাস্থ্য দিনে দিনে পৰি আহিবলৈ ধৰিলে। দিনে দিনে মানুহজন অত্যন্ত স্পৰ্শকাতৰ হোৱাৰ ফলত মনটো বিকাৰগ্ৰস্ততাৰ পিনে গতি কৰিলে। তেওঁ ভাল নোপোৱা মানুহবোৰৰ পৰা ৰক্ষা পোৱাৰ ইচ্ছা, প্ৰবল হ'বলৈ ধৰিলে। সেইবোৰৰ পৰা নিস্তাৰ পাবলৈ ক'ৰবাত মূৰটো গুজি লুকুৱাই থবলৈহে মন কৰা হ'ল।

কিন্তু তেওঁৰ মগজত সোমোৱা ধাৰণাবোৰ অন্তত ভুল বুলি পৰিগণিত হ'বগৈও পাৰে বুলি তেওঁ এবাৰো নেভাবিলে। বিয়া হৈ যোৱাৰ পিছত কিজানি তাইৰ লগত সম্পূৰ্ণৰূপে সম্পৰ্ক ছেদ কৰাৰ আৱশ্যক নহ'বগৈও পাৰে।

তেওঁ এখন বিকল্প চিত্ৰ অঙ্কন কৰাত ব্যস্ত হৈ পৰিল। — নিজে নখ, দাঁত নোহোৱা সিংহ এটাৰ দৰে ঘৰ এটাৰ পিছ ফালৰ কোঠা এটাত থাকিব। সেই ঘৰটো হ'ব সতিয়ৈ জীয়েক জনীৰ। ৰাগ জাল নোহোৱা বুঢ়াজনৰ পিনে চাই তাই মৃদু হাঁহি এটা মাৰিব আৰু ভদ্ৰতাৰ খাতিৰতে গিৰিয়েকেও সেইটো সহ্য কৰি যাব লাগিব। মান অভিমান থকা তেওঁৰ দৰে মদ্‌গৰ্বী মানুহ এজনৰ কাৰণে তেনেবোৰ কথা ভাবিব নোৱাৰা। তেওঁ নিজকে ইমান তললৈ নিবনে। কিন্তু ছোৱালীজনীৰ খাতিৰত তেওঁ যিকোনো কাম কৰিবলৈকো ৰাজী থাকিব লাগিব। মাজে সময়ে মালিক ফাৰফ্ৰেৰ পৰাও ডাবি, ধমকি, তীব্ৰ ভৎৰ্সনা খাবলৈও প্ৰস্তুত থাকিব লাগিব। তাত থাকিব লগীয়া হ'লে তেওঁ পোৱা সা-সুবিধাবোৰৰ তুলনাত ব্যক্তিগত লঘু লাঞ্চনাৰ মাত্ৰা যথেষ্ট অধিক হ'বগৈ।

সেইবোৰ নহৈ তাৰ ওলোটা কিবাহে হ'ব পাৰে নেকি? বৰ্তমান চলি থকা তেওঁলোকৰ প্ৰেম-প্ৰীতিয়ে বা কি ৰূপ লয়গৈ। সেইবোৰ চিন্তাতে তেওঁ নিমগ্ন হৈ থাকিবলৈ ল'লে।

আগতে উল্লেখ কৰাৰ দৰে এলিজাবেথ-জেনে বাডমাউথ ৰোডেদি খোজ কাটিবলৈ যায় আৰু আনহাতে ফাৰফ্ৰে হঠাতে কেনেবাকৈ ওলোবাৰ ভাও ধৰি তাইক লগ পাযহি। ঘাই আলিটোৰে দুমাইলমান গৈ তাৰ পৰা আন এটা আলিৰে ফাটি গ'লেই বুৰঞ্জী প্ৰসিদ্ধ মেইডুন দুৰ্গটো পাইগৈ। দুৰ্গটো প্ৰকাণ্ড আৰু চাৰিওপিনে গডমাৰি থোৱা। তাৰ ভিতৰত কোনোবা সোমাই থাকিলে বাহিৰৰ আলিবাটৰ মানুহে ক্ষুদ্ৰ কণা এটা যেন কিবা এটাহে দেখিবলৈ পায়। হেনচাৰ্ডে দূৰৈত ডাঙৰ দেখা টেলিস্কোপ এটা লৈ তালৈ যাবলৈ ল'লে। অতীজতে ৰজাই ব্যৱহাৰ কৰা ৰাজ আলিটো সমযৰ সোঁতত গৈ এটা লুংলুঙীয়া হাবিতলীয়া বাটহে হ'লগৈ। তেওঁ সেই বাটটোৰেদি আহি ফাৰফ্ৰেক মন্ত্ৰমুগ্ধ কৰা তেওঁৰ জীয়েক জনীৰ প্ৰণয়ৰ লীলা খেলা খননো কিমানদূৰ আগবাটিছে তাৰ বুজ লৈছিলহি।

এদিন তেওঁ সেই ঠাইতেই ৰৈ থাকোঁতে, বাডমাউথৰ পিনৰ পৰা প্ৰাণী এটি আহি থকা দেখা পালে। দূৰৈত আছিল যদিও গঢ়পিট পুৰুষৰ বুলি ধৰিব পাৰিলে। ভাল দৰে চাওঁ বুলি টেলিস্কোপটো হাতলৈ ডাঙি ল'লে। সেইজনক সদায দেখা পোৱা ফাৰফ্ৰে বুলেযেই প্ৰথমে ভাবিছিল। কিন্তু আজি দেখা জন বেলেগ, এলিজাবেথ-জেনৰ প্ৰেমিক জন নহয়।

মানুহজনক সদাগৰী-জাহাজৰ নাবিক যেন দেখা গ'ল। বাটৰুৱা জনে বাটটো কেনেবাকৈ ভুল হৈছে নেকি বুলি ভাবি ইফালে সিফালে চাই ক্ষন্তেক ৰওতেই হেনচাৰ্ডে তেওঁৰ মুখখনো ভালকৈ দেখা পালে। চুলিৰ আগে হেনচাৰ্ডৰ জীৱটো উৰি যোৱা যেন হ'ল। সেইখন নিউচনৰ মুখ।

হেনচাৰ্ডৰ হাতৰ পৰা টেলিস্কোপটো সৰি পৰিল। গাত বজ্ৰপাত পৰা মানুহৰ দৰে তেওঁ কেইচেকেণ্ড মানৰ কাৰণে থৰ লাগিল। এইফালে ৰ'ল নিউচন আৰু সিফালে থৰ লাগিলহেনচাৰ্ড। হেনচাৰ্ড থৰ লাগিল বুলি ক'লে ভুলহে হ'বনেকি? শেল এডালেৰে হান মাৰি ধৰিছিল বুলিলেহে শুদ্ধকৈ কোৱা হ'ব নেকি। সেইদিনা পিছে এলিজাবেথ জেন ফুৰিবলৈ অহা নাছিল। কিবা আন কামৰ কাৰণে সম্ভব সেইদিনা খোজ কাটিবলৈ অহা নাছিল। হযতো ফাৰফ্ৰে আৰু তাই বেলেগ বাটে ফুৰিবলৈ গৈছিল। হেনচাৰ্ডে জানিলে তাই কালিলৈ সেইপিনে ফুৰিবলৈ অহাৰ সময়ত নিউচনো ওলাবহি পাৰে। দুয়ো কথা পাতিলেই সত্য কথাটো প্ৰকাশ হৈ যাব। নিউচনে সেই সুযোগটো নোলোৱাকৈ নেথাকিব, অতি শীঘ্ৰেই নিশ্চয় ল'ব।

তাইক প্ৰকৃত পিতৃৰ পৰিচয় নিদিযাৰ উপৰিও তেওঁক যে এবাৰ মিছা কথা কৈ পঠিয়াই দিছিল সেইবোৰ কথাও নিশ্চয় ক'বই। সত্যনিষ্ঠ প্ৰকৃতিৰ এলিজাবেথ-জেনে মিথ্যাবাদী হেনচাৰ্ডক ঘৃণা কৰিবলৈ বাধ্য হ'বগৈ। তেওঁৰ ভাব মূৰ্ত্তি একেবাৰে বিনষ্ট হৈ যাব। এজন দুৰ্ঘোৰ মিথ্যাবাদী বুলি প্ৰমাণ হোৱাৰ পিছত নিউচনে তাইৰ

অন্তৰ জয় কৰি তেওঁৰ ঠাই ল'বগৈ।

সেইদিনা ৰাতিপুৱা বেলাটোত তাইক নিউচনে দেখা নেপালে। হেনচার্ডে তাতে কিছুসময় অপেক্ষা কৰি থাকি ঘৰলৈ উভতি আহিল। ফাঁচীকাঠত ওলমিবলৈ আৰু মাত্ৰ কেইঘণ্টামান বাকী থকা কয়দী এজনৰ দৰে থাকিব লগীয়া হ'ল— হেনচার্ডৰ। তেওঁ ঘূৰি আহি জীয়েকক ঘৰতে পালেহি।

'অ, দেউতা, এটা কথা হ'ল নহয়।' এজনী অবোধ ছোৱালীৰ দৰে তাই ক'লে 'মই এখন চিঠি পাইছোঁ— এখন অতি আচৰিত ধৰণৰ চিঠি— চহীও কৰা নাই। এজন মানুহে আজি দুপৰীয়া মোক বাডমাউথ ৰোডত, নহ'লে সন্ধ্যা সময়ত ফাৰফ্ৰেৰ ঘৰত দেখা কৰিবলৈ কৈছে। তেওঁ আৰু লিখিছে যে তেওঁ কেইমাহ মান আগতেও আহিছিল, কিন্তু কৌশল কৰি তেওঁক ওভোটাই পঠিওৱা হ'ল। গতিকেই আগৰ বাৰ মোক দেখা কৰিব নোৱাৰিলে। মই হ'লে এইবোৰৰ অৰ্থ একো বুজি পোৱা নাই। আপোনাৰ আৰু মোৰ মাজতহে কৈছোঁ, মোৰ সন্দেহ হৈছে এই ৰহস্যটোত ডোন্যাল্ডৰ কিবা হাত আছে বুলি। সেইজন বোলে ডোন্যাল্ডৰ কোনোবা আপোন মানুহ। তেওঁ বিয়া কৰাবলৈ ইচ্ছা কৰা ছোৱালীজনীক তেখেতে হেনো এবাৰ চাবলৈও মন কৰিছে। বিয়াৰ আগতেই চাই তেওঁ এটা মতামত দিবলৈ বিচাৰে কিন্তু আপোনাক নোসোধাকৈ যোৱাটো মই উচিৎ হ'ব বুলি নাভাবিলোঁ। মই যামনে বাৰু দেউতা?'

হেনচার্ড ভাগি পৰিল যদিও অত্যন্ত দুখেৰে ক'লে 'অ যোৱা।'

নিউচন আহি চাৰিওপিনৰ পৰা চেপি ধৰাৰ লগে লগেই হেনচার্ডে ভালকৈ বুজি পালে যে কেষ্টাৰব্ৰীজত থকাটো আৰু তেওঁৰ সম্ভৱ নহব। তেওঁৰ কাৰণে অত্যন্ত স্পৰ্শকাতৰ বিষয় এটাৰ ওপৰত ভিত্তি কৰি তেওঁক যিদৰে জগৰীয়া কৰাৰ উপক্ৰম হৈছে তাৰ সম্মুখীন হ'বৰ ইচ্ছা তেওঁৰ সমূলি নাই। জীৱনত ওপৰা-উপৰিকৈ পোৱা দুখ-বেজাৰবোৰ নিৰলে অকলেই সহিবলৈ তেওঁ প্ৰস্তুত হ'লহি। তেওঁ মেজাজী হোৱা স্বত্তেও বৰ্তমান আহি পৰা পৰিস্থিতিটো চম্ভালিবৰ কাৰণে উপায় বিচাৰিবলৈ ধৰিলে। তাকে ভাবি প্ৰথম পদক্ষেপটো তেওঁ এনেদৰে ল'লে।

তেওঁ জীয়াই থকাৰ একমাত্ৰ সম্বল বুলি ভবা ছোৱালী জনীক আচৰিত কৰি তেওঁ কৈ পেলালে, 'এলিজাবেথ, মই কেষ্টাৰব্ৰীজ এৰি গুচি যাবলৈ ওলাইছোঁ।'

'কেষ্টাৰব্ৰীজ এৰি গুচি যাবগৈ,' চকুপানী বৈ অহা এলিজাবেথে ক'লে, 'মোক এৰি গুচি যাবগৈ?'

'হয়, এই দোকানখন আমি দুযো চলাইছিলো যদিও, তুমি অকলেও সেইখন চলাব পাৰিবা। মোক আৰু দোকান-পোহাৰ, মানুহ-দুনুহ একোকে নেলাগে। অকলে মই গাঁওলৈকে গুচি যামগৈ আৰু নিজৰ মতে চলিম। তুমি নিজে যি ধৰণে চলি

ভাল পোৱা সেই ধৰণেই চলিবা।'

তাই তললৈ মূৰ কৰাত মাটিত চকুৰ পানী টপটপকৈ পৰিবলৈ ধৰিলে। তাই বুজি পালে যে ফাৰফ্ৰেৰ লগত তাইৰ সম্পৰ্ক গঢ়ি উঠাই ইয়াৰ কাৰণ। ফাৰফ্ৰেৰ প্ৰতি তাইৰ গভীৰ নিষ্ঠা আৰু ভালপোৱা আছিল যদিও নিজৰ আবেগ নিয়ন্ত্ৰণ কৰি কলে, 'আপুনি এইদৰে সিদ্ধান্ত লোৱাত মই অত্যন্ত বেজাৰ পাইছোঁ,' যথেষ্ট কষ্ট কৰি সংযত ভাবেই কথাষাৰ ক'লে। তাইৰ মাতত দৃঢ়তাও প্ৰকাশ পাইছিল। 'আৰু কিছুদিনৰ পিছতেই মই ফাৰফ্ৰেক বিয়া কৰোঁৱাৰ কথা। সেই বিয়াখন নহ'বলৈ মই একো যুক্তিও দেখা নাই। আপোনাৰ যে সেই বিয়াখনত সমৰ্থন নাই সেইটো মই জনা নাছিলোঁ।'

'তুমি যি কৰিবলৈ ওলাইছা সেই সকলোবোৰতেই মোৰ সমৰ্থন আছে, তুমি শান্তভাবে মোৰ কথা খিনি শুনা,' হেনচাৰ্ডে ভাবলেশহীন ভাবে ক'লে, 'মই সমৰ্থন কৰা নকৰাৰ কোনো মূল্যই নাই। মই ইয়াৰ পৰা গুচি যাব খোজাৰ কাৰণ হ'ল যে মোৰ উপস্থিতিয়ে ইয়াত অস্থিৰতাৰ হে সৃষ্টি কৰিবগৈ। চমুকৈ কবলৈ গ'লে মই ইয়াৰ পৰা গুচি যোৱাটোৱেই সকলোৰে কাৰণে মঙ্গল হ'ব।'

তেওঁৰ প্ৰতি থকা অন্তৰৰ সকলো খিনি শ্ৰদ্ধা মৰম যাচিও তেওঁৰ দৃঢ় মতামত তাই সলনি কৰাব নোৱাৰিলে। আনহাতে তাই নজনাকৈ থকা কথাখিনিৰ ওপৰত ভিত্তি কৰি কাকুতি মিনতি কৰিবলৈও তাইৰ থল নাছিল।

তাই যিদিনা জানিবগৈ যে তাই তেওঁৰ সতিয়ে জীয়েক এজনীৰ বাদে আন একোৱেই নহয়, সেই মুহূৰ্ত্তৰ পৰাই তাই তেওঁক হেয় জ্ঞান কৰিবলৈ ল'ব।

সত্য কথাটো ঢাকি ৰাখিবলৈ তেওঁ শঠতাৰ আশ্ৰয় লোৱা বুলি জানিলে তেওঁৰ ওপৰত তাইৰ ঘৃণা জন্মিব। তেওঁৰ দৃঢ় বিশ্বাস যে তাই এনে ধৰণৰ ভাব পোষণ নকৰাকৈ নেথাকে। সেইবোৰ ৰোধ কৰিব পৰা কোনো বাক্য তেওঁ বিচাৰি নেপালে। যুক্তি দৰ্শাবলৈও একো নাই। আন কথাত ক'বলৈ গ'লে কোনো উপায়েই নথকা পৰিস্থিতি এটা তেওঁৰ সন্মুখত দেখা দিছিলহি।

অৱশেষত তাই ক'লেগৈ, 'আপুনি মোৰ বিয়ালৈ আহিব নোৱাৰিব, তেনেহলে, কিন্তু আপুনি নহাটো হলে উচিৎ নহ'ব।'

'মই সেইখন বিয়া চাব নোৱাৰিম, কোনোপধ্যেই নোৱাৰিম' তেওঁ চিৎকাৰ কৰি উঠিল। কিন্তু ক্ষন্তেক পিছতেই কোমল মাত এৰাৰে কলে 'তোমাৰ ভৱিষ্যত জীৱনত মোৰ কথা কেতিয়াবা স্মৰণ কৰিবানে? তুমি নিশ্চয় কৰিবা। অলপ শান্ত হৈ মই কোৱা কথা কেইটামান তুমি মনত ৰাখিবলৈ চেষ্টা কৰা। তুমি চহৰখনৰ আটাইতকৈ চহকী মানুহজনৰ পত্নী হৈ থকাৰ সময়ত ক্ষন্তেকলৈ হ'লেও মোৰ কথা ভাবিবা। মই কৰা পাপ কামবোৰ জনাৰ পিছত মোক তুমি পাহৰি যাবা- নহয়

জানো? কিন্তু এটা কথা তুমি সদায় মনত ৰাখিবা, পলমকৈ হ'লেও মই তোমাক ভাল পাবলৈ লৈছিলোঁ আৰু সেই ভাল পোৱা দিনে দিনে অতি গভীৰ হৈ আহিছিল।'

'ডোন্যাল্ডৰ কাৰণেই এইবোৰ হোৱা নাই জানো?' তাই উচুপি উচুপি কান্দিবলৈ ধৰিলে।

'তেওঁক বিয়া কৰোৱাত মই কেতিয়াও বাধা নিদিও' হেনচাৰ্ডে ক'লে, 'তুমি শপত খোৱা মোক পাহৰি নেযাও বুলি ' কথাষাৰ শেষ কৰিব নোৱাৰি তেওঁ ৰৈ গ'ল। ইয়াকে বুজাব খুজিছিল যে নিউচন আহি পোৱাৰ পিছতো। কথাষাৰ তাই সমৰ্থন কৰিলে যদিও মনটো অস্থিৰ হৈ থকাত তেওঁনো কি ক'লে সেইটো ভালকৈ তলকিবই নোৱাৰিলে। সেইদিনা গধূলি পৰতে হেনচাৰ্ডে চহৰখন এৰি গুচি গ'লগৈ। কেইবা বছৰো ধৰি কৰি অহা তেওঁৰ অবিবেচক কৰ্মৰ ইয়াকে শেষ পৰিণতি বুলিব পাৰি। সঁজুলিবোৰ ভৰাই ল'বৰ কাৰণে তেওঁ দিনৰ বেলাতে এটা নতুন বাস্কেট কিনি থৈছিল। ঘাহঁ কটা কাচি আৰু বিন্ধনা মাৰিডাল ঠিক ঠাক কৰি ল'লে। বনুৱাই কাম কৰোঁতে পিন্ধা ডাঠ কাপোৰৰ দীঘল পেণ্টটো পিন্ধি ল'লে। আঠু দুটা ভোবোৰা উণৰ পটিৰে মেৰিযাই ল'লে। ডেকা কালত পিন্ধা সীৰলুৱা কোটটোৰে সৈতে তাহানিৰ বনুৱাজনৰ দৰে হৈ পৰিল। চহৰীয়া অভিজাত সমাজত পিন্ধা তেওঁৰ ফাটি চিটি যোৱা পুৰণা কোট পেণ্টবোৰ পৰিত্যাগ কৰিলে। পৰি অহা অৱস্থাতো এসময়ত তেওঁ ভাল দিনৰ মুখ দেখিছিল বুলি কেষ্টাৰব্ৰীজত তেওঁৰ পৰিচয় দি থকা মলিয়ন টুপীটোও তাতেই এৰিলে।

কাকো গম নিদিযাকৈ তেওঁ অকলে অকলেই গুচি গ'লগৈ। কোনো এটি জনপ্ৰাণীযেও তেওঁ গুচি যোৱাটো গম নেপালে। ঘাই আলিত থকা দ্বিতীযখন দলঙলৈকে এলিজাবেথ-জেন তেওঁৰ পিছে পিছে আহি আছিল। বহুত ভাবি চিন্তিও তাই অনুমান কৰিব নোৱাৰিলে — ফাৰফ্ৰেৰ ঘৰত দেখা কৰিব লগীয়া মানুহজননো কোন। দেখা কৰাৰ সময়লৈ তেতিয়াও কিছু সময বাকী আছিল কিন্তু লাহে লাহে তাইৰ ও যাবৰ সময় হৈ আহিলত তাইক শোকে খুন্দা মাৰি ধৰিলেহি। সেইয়া এনেয়ে দেখুৱা বা ভাওজোৰা বেজাৰ নহয। এবাৰ বিদায় দি পুনৰ তেওঁক পিছুৱাই আনি কিছুপৰ ধৰি ৰাখিলে। অৱশেষত তাই তেওঁৰ পৰা বিদায় লৈ উভতিবলৈ বাধ্য হ'ল। জলাশয়টোৰ পিনে আগবাঢি তেওঁ গৈ থকা তাই দেখা পালে। হালধীয়া বৰণৰ বাস্কেটটো পিঠিত ওলোমাই গুচি যোৱা মানুহজনৰ আকাৰটো ক্ষুদ্ৰৰ পৰা ক্ষুদ্ৰতৰ হৈ গৈ থাকিল। খোজে প্ৰতি তেওঁৰ পিঠিত ওলোমাই নিয়া বাস্কেটটো উঠা নমা কৰি আছিল। তেওঁৰ আঠুৰ পিছপিনে দেখা পোৱা পেণ্টৰ ইস্ত্ৰীৰ সাঁচ দুডাল আগপিছ কৰি গৈ থকা দৃশ্যটো চকুৰে মনিব নোৱাৰা হোৱা পযন্ত তাই চায়েই থাকিল। পঁচিশ বছৰ আগতে হেনচাৰ্ড প্ৰথম আহি কেষ্টাৰব্ৰীজ সোমোৱাৰ

সময়তো দেখা গৈছিল সেই একে ধৰণৰ দৃশ্যকেই, কিন্তু সেইবাৰৰ কথা তাই নাজানে। জটিল আৰু উলাই কৰিব নোৱাৰা গুৰুত্বপূৰ্ণ বছৰবোৰ পাৰ হৈ যোৱাৰ পিছত তেওঁৰ দুৰ্বাৰ গতিৰ ভৰিৰ খোজৰ ক্ষিপ্ৰতা হ্ৰাস হৈ এতিয়া মন্থৰ হৈ পৰিছিল। চূড়ান্ত হতাশা তেওঁৰ শৰীৰৰ ওপৰতো প্ৰতিফলিত হৈছিল। বাস্কেটটোৰ ওজনত তেওঁৰ কান্ধ দুখন কিছু দোঁ খাই গৈছিল।

তেওঁ আহি নদীখনৰ পাৰতে থকা প্ৰথম মাইলৰ চিন থকা শিলটো পালেহি। তাৰ পৰাই ওখ পাহাৰটো আৰম্ভ হৈছে। সেই শিলচটাৰ ওপৰতে বাস্কেটটো থৈ তাৰ ওপৰতে হাতদুখন দি ক্ষন্তেক জিৰণি ল'লে। বোৱাৰ লগে লগেই শোকে বেজাৰে তেওঁক খুন্দা মাৰি ধৰিলেহি। তেওঁৰ গাটোও কঁপিবলৈ ধৰিলে। কিছুমান অজান, অচিনাকি ভাব আহি তেওঁক চাৰিও পিনৰ পৰা আগুৰি ধৰিলেহি— দয়া-মায়াহীন এক নিৰ্মম অনুভূতি। উচুপি-উচুপি কান্দি থকাতকৈও ই বেছি ভয়াবহ, বেছি মৰ্মস্পৰ্শী।

'তাই যদি মোৰ লগতে থাকিলেহেঁতেন— মই কেৱল তাইকহে বিচাৰিছিলোঁ। তাই থকা হ'লে অতি টান কামো মোৰ কাৰণে সহজ হলহেঁতেন। কিন্তু কি হ'ব সেইটোও হ'বলগীয়া নাই।

এনেকৈয়েইতো মই থাকিব লাগিব, সেয়েই মোৰ প্ৰাপ্য, তাকো অকলে অকলে এজন সমাজ বহিৰ্ভূত ভ্যাগ্যাবনড হিচাবে। তেওঁ সহিব পৰাতকৈও শাস্তিটো এতিয়াও কম হৈয়েই আছে বুলি তেওঁৰ মনত ভাব হ'ল।

মনটো বজ্ৰকঠিন কৰি বাস্কেটটো পুনৰ কান্ধত তুলি তেওঁ আকৌ যাত্ৰা আৰম্ভ কৰিলে।

ইপিনে এলিজাবেথ-জেনে দীঘলকৈ হুমুনিয়াহ দুটামান কাঢ়ি কিছু সুস্থিৰ হৈ কেষ্টাৰব্ৰীজলৈ উভতিল। তাই গৈ গৈ চহৰখনৰ প্ৰথম ঘৰটো নৌ পাওতেই ফাৰফ্ৰেক লগ পালে। সেই দিনা এইটোৱেই তেওঁলোকৰ প্ৰথম সাক্ষাৎ নাছিল। দুয়ো হাতত ধৰা ধৰি কৰি আগবাঢ়িল। গৈ থাকোতে ফাৰফ্ৰেই সুধিলে 'তেখেত গ'লগৈ নেকি?— আৰু তুমি তেখেতক কেনেবাকৈ সিটো কথাও ক'লানেকি— মানে আমাৰ বিয়াৰ কথাটো নহয়— সেই সিটো কথা।'

'তেওঁ গ'লগৈ আৰু মই সিটো কথাও ক'লো। তোমাৰ বন্ধুজনৰ বিষয়ে' মই যি খিনি জানো কলো, বাৰু কোৱাচোন ডোন্যাল্ড মানুহজননো কোন?'

'তুমি চব গম পাবা, অতি সোনকালেই গম পাবা আৰু হেনচাৰ্ডেও গম পাব যদিহে তেওঁ বৰ বেছি দূৰলৈ গুচি যোৱাগৈ নাই।'

'তেখেত দূৰলৈ গুচি যাবগৈ, মানুহে দেখা নোপোৱা মানুহৰ মাত নুশুনা ঠাইলৈ। সেই বিষয়ে তেওঁ দৃঢ় প্ৰতিজ্ঞ যেন লাগিল,' এলিজাবেথে ক'লে।

প্ৰেমিক জনৰ কাষে কাষে তাইও গৈ থাকিল। চাৰি আলিটো পাই তাই নিজৰ ঘৰৰ পিনে বাট নুবুলি কৰ্ণষ্ট্ৰীটৰ পিনেহে আগবাঢ়িল। ফাৰফ্ৰেৰ ঘৰটো পালত ক্ষন্তেক ৰৈ দুয়ো ভিতৰ সোমাল।

ফাৰফ্ৰেই তলৰ মহলাৰ বহা কোঠাটো পাই দুৱাৰখন ঠেলা মাৰি খুলি দিলে। তেখেত ইয়াতে তোমাক লগ পাবলৈ অপেক্ষা কৰি আছে।' এলিজাবেথ ভিতৰ সোমাই গ'ল। তাতেই বহল মুখৰ মৰমিয়াল মানুহজন বহি আছিল। প্ৰায় ডেৰ বছৰমান আগতে এটি স্মৰণ যোগ্য মুহূৰ্ত্তৰ ৰাতিপুৱা তেওঁৱেই আহি হেনচাৰ্ডক দেখা কৰিছিলহি। আধাঘন্টা মান পিছত তেওঁ আকৌ গাড়ীত উঠি উভতি যোৱাও হেনচাৰ্ডে দেখিছিল। সেইজনেই ৰিচাৰ্ড নিউচন। এই ফুৰ্ত্তিবাজ সদানন্দ মানুহজনক মৃত বুলি জনাৰ ছবছৰৰ পিছত পুনৰ দেখা পাই তাইৰ যি আনন্দ লাগিল সেয়া বৰ্ণনা কৰাৰ আৱশ্যক নাই। নিজ পিতৃক ঘূৰাই পোৱাৰ উপৰিও এই মিলন বৰ কৰুণ আৰু মৰ্মস্পৰ্শী। হেনচাৰ্ড কিয় গুচি গ'লগৈ সেইকথা বুজিবলৈ তাইৰ আৰু একো বাকী নেথাকিল। হেনচাৰ্ডৰ আচৰণেই প্ৰমাণ কৰিলে যে প্ৰকৃত সত্যটোনো কি। আৰু সেই কাৰণেই নিউচনৰ ওপৰত তাইৰ পুৰণি বিশ্বাসটো ঘূৰি অহাত অকণো অসুবিধা নহ'ল। সেইজন পিতৃৰ মৰম চেনেহৰ মাজতেই লালিতা পালিতা হৈ তাই ডাঙৰ দীঘল হৈছিল যদিও কিছুমান অভাবনীয় অৱস্থাই মাজতে হেনচাৰ্ডকেই দেউতাক বুলি গণ্য কৰাবলৈ বাধ্য কৰাইছিল। এইজন দেউতাকৰ লগতে শিশুকালৰ গৃহবাসৰ স্মৃতি তাইৰ মানস পটত ভাঁহি উঠিল। হেনচাৰ্ডক বিদায় দিয়াৰ সময়ত তাইক যি শোক, বেজাৰে খুন্দা মাৰি ধৰিছিলহি সেইবোৰ ধীৰে ধীৰে ম্লান পৰি প্ৰায় নোহোৱা হৈ গ'লগৈ।

তাই ডাঙৰহে যেনে এজনী হ'লগৈ সেইটো দেখি নিউচন অত্যন্ত অধীৰ হৈ পৰিল। তাইক মৰমত আকোৱালি ধৰি বাৰে বাৰে চুমা খাবলৈ ধৰিলে।

'একো দিগদাৰ নিদিয়াকৈযেই যে তোমাক বিচাৰি উলিয়ালোহি— হাহ, হাহ, হাহ।' নিউচনে ক'লে। 'কথাটো এনেকুৱা হ'ল, ফাৰফ্ৰেই মোক ক'লে আপুনি মোৰ ঘৰতে দুদিনমান থাকক, কেপ্তেইন নিউচন, মই তাইক ইয়ালৈকে লৈ আহিম। সেই বিশ্বাসৰ আধাৰতে তুমি মোক ইয়াত দেখা পালা মোৰ আইজনী।'

'হেনচাৰ্ড গুচি গ'লগৈ।' দুৱাৰখন বন্ধ কৰি আহি ফাৰফ্ৰেই ক'লেহি। নিউচনে সুধিলে, 'তেখেত স্বইচ্ছাই গুচি গ'লগৈনেকি? এলিজাবেথৰ পৰা বুজিলোঁ যে তেখেতে তাইক বৰ মৰম কৰিছিল। সেই কাৰণেই মই ভাবিছিলোঁ যে কিবা সমস্যাৰ উদ্ভৱ হ'বও পাৰে। কিন্তু একো নহ'ল, সকলো কথা সহজেই সমাধান হৈ গ'ল।'

'মই ভবাৰ দৰেই এতিয়া কামবোৰ হ'লগৈ।' নিউচনে এবাৰ ইপিনে এবাৰ সিপিনে চাই কলে 'তাই নজনাকৈ মই তাইক যেতিয়া জুমি জুমি লুকাই চুৰকৈ

চাইছিলোঁ তেতিয়া মই নিজকে নিজেই কৈছিলোঁ 'ভৰসা কৰি ইয়াতে দুদিনমান বাটচোৰা, কিবা এটা ভাল নিশ্চয় হ'বগৈ।' মই জানিব পাৰিছিলোঁ তুমি ভালে আছা বুলি, গতিকে ইয়াতকৈনো বেছি মই আৰু কি বাঞ্ছা কৰিব পাৰো?'

'কেপ্তেইন নিউচন, এতিয়াৰে পৰা আপুনি আমাৰ ইয়াতে থকা কৰক; যদি আপোনাৰ একো অসুবিধা নহয়। মই ভাবো যে বিয়াখন এই আহল বহল মোৰ ঘৰটোতেই হওঁক। আপুনি ইয়াতে থাকিলে কোনো ধৰণৰ অসুবিধাও নেপাব। তাৰোপৰি আপোনাৰ অনাৱশ্যক খৰচো নহ'ব। বিয়া এখন হ'লে দৰা আৰু কইনাৰ ঘৰ যিমান ওচৰত হয় সুবিধাও সিমানেই বেছি হয়।'

'তোমাৰ কথাটো মই অন্তৰে সৈতে সমৰ্থন কৰিলোঁ' কেপ্টেইন নিউচনে ক'লে, 'তুমি উল্লেখ কৰাৰ দৰে মই ইয়াতে থাকিলে একো অসুবিধাও নহ'ব। কাৰণ হেনচাৰ্ডো গুচি গ'লগৈ,— বেছেৰা। তেওঁৰ সংসাৰ খনৰ মাজত সোমাবলৈ মোৰ অকণো ইচ্ছা নাছিল। কিন্তু মোৰ কোনো উপায় নোহোৱাতহে এনে কৰিবলৈ বাধ্য হ'লো। তেওঁৰ সংসাৰখনৰ মাজত মই অনাধিকাৰ প্ৰৱেশ কৰি ভুল কৰিছোঁ বুলিহে মোৰ সন্দেহ ওপজে। ভদ্ৰ ভাষাত ক'বলৈ গ'লে মই এক প্ৰবঞ্চনাৰ মাজেৰেহে এইখন সংসাৰত প্ৰৱেশ কৰিছোঁহি। এতিয়া কথা হ'ল যে আমাৰ এই গাভৰু ছোৱালী জনীয়েনো কি মতামত দিয়ে তালৈ অপেক্ষা কৰা ভাল। এলিজাবেথ, মোৰ আইজনী, তুমি আমাৰ কথাবোৰ মনদি শুনিলা নহয়— মই মন কৰিছোঁ, তুমি একো নুশুনাৰ দৰে খিৰিকীৰ কাষত বহি আন পিনেহে চাই আছা।'

'ডোন্যাল্ড, সেইবোৰৰ মীমাংসা তুমিয়েই কৰা,' এলিজাবেথে আলিটোৰ পিনে চাই কিবা এটা বস্তু সূক্ষ্মভাবে নিৰীক্ষণ কৰি থকা যেন কৰি ক'লে।

'ভালেই হৈছে তেন্তে,' নিউচনে কথাটো ফাৰফ্ৰেৰ লগত পুনৰ বিতংভাবে আলোচনা কৰিবৰ কাৰণে তেওঁৰ মুখৰ পিনে ঘূৰি ক'লে 'তুমি কোৱাৰ দৰেই কামবোৰ হ'বগৈ। আৰু শুনা, মোৰ থকা মেলাকে আদি কৰি অতবোৰৰ যোগাৰ তুমিয়েই কৰিবা যেতিয়া মোলৈ মাত্ৰ এটা কাম এৰি দিয়া — ভাল ৰাম আৰু আন সুৰাপান যোগাৰ কৰাৰ ব্যৱস্থাটো। ৰবৰৰ বাৰটামান মগত পূৰাকৈ ধৰা সুৰাৰ যোগাৰ কৰিলেই হ'বনেকি? সৰহভাগ অভ্যাগত মহিলাই হ'বগৈ আৰু তেওঁলোকে বৰকৈ সুৰাপান নকৰিব বোধহয়। গড় হিচাবে বাকীবোৰৰ কাৰণে সিমানখিনি বৰ কম নহ'ব নেকি? সেই বিষয়ে তুমিয়েই ভালকৈ জানিবা। মই মতা মানুহ আৰু জাহাজৰ নাবিক সকলকহে মদ পৰিবেশন কৰি পাইছোঁ। মদাহী মাইকী মানুহৰ বাদে আন সাধাৰণ মহিলাই এনেবোৰ শুভদিনত কিমান মদ খাই সেই বিষয়ে বালক এজনৰ সমানো জ্ঞান এতিয়া মোৰ নাইকিয়া হ'লগৈ।

'অহ নাই, ইমানবোৰ যোগাৰ কৰিব নেলাগে, ফাৰফ্ৰেই ভয় খাই যোৱা যেন

হৈ গহীন ভাবে মূৰটো জোকাৰি জোকাৰি ক'লে 'আপুনি বাৰু এই দায়িত্বটো ও মোলেকে এৰি দিয়কচোন।'

তেওঁলোকে এইদৰে বিতংভাবে আলোচনা কৰি থকাৰ সময়তে নিউচনে চকীখনত আৰামকৈ আঁওজি বহি মুখত মিচিকিয়া হাহি এটা লৈ ওপৰৰ চিলিংখনৰ পিনে চাই ক'লে 'আগৰবাৰ হেনচার্ডে কি দৰে মোক প্ৰতাৰণা কৰি পঠিয়াই দিলে সেই বিষয়ে তোমালোকক ক'লোনেকি বাৰু ফাৰফ্রে?'

তেওঁনো কিহৰ বিষয়ে উল্লেখ কৰিছে সেইটো ফাৰফ্রেই বুজা নাই বুলি ক'লে।

'সেই কথাটো তোমালোকক মই নকম বুলিভাবি শপতো খাইছিলোঁ। মানুহজনৰ সুনামটো নষ্ট কৰাৰ মোৰ কোনো ইচ্ছাও নাছিল, কিন্তু মানুহজন যিহেতু ইয়াৰ পৰা গুচিয়েই গ'লগৈ এতিয়া তোমালোকক মই কথাখিনি ক'লেও মোক একো দোষে নোচোৱে। তোমালোকক মই কথাখিনি ক'ব পাৰোঁ— নহয়জানো। যোৱা সপ্তাহত মই তোমাক বিচাৰি কেষ্টাৰব্রীজলৈ অহাৰ প্ৰায ন, দহ মাহমান আগতেও মই ইয়ালৈ আহিছিলোঁ। তাৰ মানে, আগত দুবাৰেই মোৰ ইয়ালৈ অহা হৈছিল। প্ৰথম বাৰ এইপিনেদি পাৰ হৈ একেবাৰে পশ্চিমত ওলালোঁগৈ। এলিজাবেথ ইযাত থকাৰ কথাটো মই তেতিয়া গম নেপাওঁ। কিন্তু কিছুদিন পিছত মই ক'ৰবাত শুনিবলৈ পালোঁ— ক'ত শুনিলোঁ মই এতিয়া পাহৰিলোঁ—যে হেনচার্ড নামৰ মানুহ এজন ইয়াৰে মেয়ৰ হৈ আছিল। তাকে জানি মই ইয়ালৈ উভতি আহি তেওঁক লগ ধৰিলোঁহি, কিন্তু সেই বুঢ়া দগাবাজটো, সি ক'লে এলিজাবেথ বোলে কাহানিবাই মৰিল।

কথাটো শুনি এলিজাবেথ জেন উচপ খাই উঠিল।

'মই ভাবিবই নোৱাৰিলোঁ যে তেওঁ মোক মিছা কথা কৈছে,' নিউচনে কৈ গ'ল, 'আৰু শুনা, কথাষাৰে মোক ইমান বিচলিত কৰিলে যে মই অহা গাড়ীখনতেই উভতি গুচি গ'লোঁগৈ। চহৰখনত মোৰ আধাঘন্টাৰ ওপৰ সময় থকাই নহ'ল। হা-হা- হা- ভাল তামাছাখন হ'ল দিযা। মানুহজনে এনে সুন্দৰকৈ কামটো কৰিলে যে মই তেওঁক বাহাদুৰি নিদিয়াকৈ থাকিবকে নোৱাৰোঁ।'

কথাটো শুনি এলিজাবেথ জেন স্তম্ভিত হ'ল। এইটো আকৌ কি ধৰণৰ তামাছা? অহ নাই।' তাই চিঞৰি উঠিল। 'অহ দেউতা, আপুনি ইয়ালৈ অহাৰ পিছতো অত কেইটামাহ আপোনাৰ পৰা মোক তেখেতে আঁতৰাই ৰাখিলে।

দেউতাকে ক'লে, 'মূল কথা সেইটোৱেই।'

ফাৰফ্রেই ক'লে 'তেখেতে তেনে কৰিব নেলাগিছিল।'

এলিজাবেথে হুমুনিয়াহ এটা কাঢ়ি ক'লে, 'মই তেওঁক কেতিয়াও পাহৰি

নাযাওঁ বুলি কথা দিছিলোঁ, কিন্তু তেওঁৰ নিচিনা মানুহ এজনক মনত ৰাখিবলৈ চেষ্টা কৰাটো সমূলিয়েই উচিত নহ'ব।'

পৃথিৱীখন ভ্ৰমি ফুৰি পৃথিৱীৰ নানা দেশৰ বিচিত্ৰ চৰিত্ৰৰ মানুহ লগ পোৱা নিউচনে কিন্তু হেনচাৰ্ডে কৰা অপৰাধটো বৰ গুৰুতৰ বুলি গণ্য নকৰিলে— নিজেই ভুক্তভুগী হোৱা স্বত্বেও। তাত উপস্থিত নথকা মানুহজনৰ ওপৰত দোষাৰোপ বৃদ্ধি পাই অহাত হেনচাৰ্ডৰ সপক্ষে তেওঁ দু আষাৰমান কোৱাটোহে উচিত বুলি ভাবিলে।

'শুনা, হেনচাৰ্ডে মোক দুটা শব্দৰ বেছি একো কোৱা নাছিল,' নিউচনে যুক্তি দৰ্শালে। তেওঁনো কেনেকৈ ভাবিব পাৰে মই যে ইমান ভোদা মানুহ, আৰু তেওঁ কোৱা কথাকে বিশ্বাস কৰি মই গুচি যামগৈ বুলি। বেছেৰা মানুহ জনতকৈ মোৰ গাতহে দোষ বেছি।'

'নাই, এলিজাবেথ জেনে তীব্ৰ প্ৰতিক্ৰিয়া দেখুৱাই দৃঢ়ভাবে ক'লে 'আপুনি কেনে সৰল প্ৰকৃতিৰ মানুহ তেওঁ সেইটো ভালকৈ জানিহে এনে কৰিলে। আপুনি ইমান নিৰ্ভৰশীল, দেউতা। মই মাৰ পৰা সেই কথা সহস্ৰবাৰ শুনিছিলোঁ। কি আচৰিত কথা আপোনাৰ দৰে মানুহ এজনকো ইমান অন্যায় কৰিলে। তেৱেঁই মোৰ দেউতা বুলি যোৱা পাঁচোটা বছৰ মোক আপোনাৰ পৰা আঁতৰাই ৰাখিলে। তেনেকুৱা এটা কাম তেওঁ কেতিযাও কৰিব নেলাগিছিল।'

তেওঁলোকৰ মাজৰ কথাবাৰ্ত্তাবোৰ এনে ধৰণৰে চলিছিল। উপস্থিত নথকাজনে কৰা শঠতাৰ বিপক্ষে মাত মাতিবলৈ তাত কোনোৱেই নাছিল। হেনচাৰ্ড নিজে উপস্থিত থকাহেতেনো কোনো ধৰণৰ যুক্তি দৰ্শাবলৈ নাহিলহেতেন। ইয়াৰ কাৰণ হ'ল যে হেনচাৰ্ডে তেওঁৰ নিজৰ সুনাম ৰক্ষা কৰিবলৈ চলোৱা সকলো ধৰণৰ প্ৰচেষ্টাকে মূল্যহীন বুলি ইতিমধ্যে ভাবি লৈছিল।

'বাৰু, বাৰু সেইবোৰ আৰু এতিয়া বাদ দিয়া, গতস্য শোচনা নাস্তি,' নিউচনে সহজ সৰল ভাবে কথাষাৰ ক'লে, । এতিয়া তেনেহলে আমি বিয়াখনৰ যা-যোগাৰৰ কথাহে পুনৰ চিন্তা কৰোঁহক।'

## চৰ্তু-চত্বাৰিংশতি অধ্যায়

যিজন মানুহৰ বিষয়ে ইমান পৰে কথা পাতি থকা হৈছিল সেই অকলশৰীয়া মানুহজনে পূব দিশে খোজ কাটি গৈ আছিল। ভাগৰ লগাত আশ্ৰয় অকণ পাইনেকি সেই কথা চিন্তা কৰিলে। ছোৱালীজনীৰ পৰা বিদায় লোৱাৰ পিছৰে পৰা তেওঁ ভাবিবলৈ ধৰিলে যে এই পৃথিৱীখনত তেওঁৰ প্ৰতি সদভাব থকা মানুহ আৰু এজনো নোহোৱা হ'ল। সেইবোৰ ভাবেই সংসাৰখনৰ প্ৰতি তেওঁৰ কিবা বৰ বিৰক্তি

জন্মালে। কোনো অতিথিশালা বা অতি নিম্ন স্তৰৰ মানুহ এঘৰতো আশ্ৰয় লৈ গৃহস্থৰ সন্মুখীন হোৱাৰ মনোবৃত্তি তেওঁৰ নোহোৱা হৈ গৈছিল। গতিকেই শস্য চপাই নিয়া পথাৰ এখনৰ মাজতে পৰি জিৰণি ল'লে। অকণো ভোক নলগাত আহাৰ পানীৰ কথা মনলৈ নাহিলেই। ভাগৰ-জুগৰ আৰু গভীৰ বেদনাত জৰ্জ্জৰিত হৈ থকা মানুহজনে মাটিত বাগৰ দিয়াৰ লগে লগেই টোপনিত লাল কাল দিলে।

শৰৎ কালৰ ৰাতিপুৱাৰ সোণালী সুৰুযৰ কিৰণ দীঘল দীঘল নৰাবোৰৰ মাজেৰে সৰকি আহি চকুত পৰিলত তেওঁ ৰাতিপুৱা সোনকালেই সাৰ পালে। ৰাতি খাম বুলি যিখিনি আহাৰ বান্ধি-কুন্ধি লৈ আনিছিল সেইখিনিৰেই পুৱাৰ আহাৰ কৰিলে। তাৰ পিছত বাস্কেটটোৰ ভিতৰৰ বস্তুবোৰ লৰাই মেলি আকৌ চিজিল কৰি থ'লে। তেওঁ কটিয়াই অনা বস্তুখিনিৰ কাৰণে প্ৰকৃততে এখন গাড়ীৰহে আৱশ্যক আছিল। সেই বস্তুবোৰৰ ভিতৰত এলিজাবেথ জেনে দলিযাই পেলাই দিয়া দুই এপদ বস্তুও আছিল— যেনে হাত মোজা, পুৰণি জোতা, তাইৰ আখৰ থকা কাগজ ইত্যাদি। তাইৰ মুৰৰপৰা সৰা চুলি দুডালমানো তেওঁ জেপত ভৰাই লৈ আহিছিল। সেইবোৰ উলিয়াই লৈ এবাৰ লিৰিকি বিদাৰি চাই পুনৰ সযতনে ভৰাই থ'লে। বাস্কেটটো কান্ধত লৈ ঘাই আলিৰ জোপোহা গছবোৰৰ কাষে কাষে একেৰাহে পাঁচ দিন ঢপলিয়াই ঢপলিযাই গৈ থাকিল।

এনেদৰে লৰি-ঢাপৰি গৈ থাকোতে পথাৰত কাম কৰি থকা বনুৱা সকলে তেওঁৰ বিমৰ্ষ মুখখন, হালধীয়া বাস্কেটটো আৰু মুৰৰ টুপীটোৰে সৈতে মানুহজনৰ দীঘল ছাঁটো এবাৰলৈ হলেও মুৰ তুলি নোচোৱাকৈ থকা নাছিল। তেওঁ যে ৱেডন প্ৰাইঅৰ্চৰ পিনে গৈ আছে সেইটো এতিয়া ঠিৰাং কৈ জানিব পৰা হ'লগৈ। ষষ্ঠ দিনা তেওঁ গৈ সেই ঠাইত ভৰি দিলেগৈ।

যুগ যুগ ধৰি চলি অহা মানুহৰ সমাগম, হাতবজাৰ, আনন্দ মেলা হোৱা ঠাইখন এতিয়া উদং। ইয়াত বৰ্তমান একোৱেই নাই। দুই এটা ভেড়া ছাগলি ইফাল সিফাল কৰি চৰি আছিল। হেনচাৰ্ড আহি পাহাৰটোৰ ওপৰ পাওঁতেই সিহঁতো লৰি ঢাপৰি আঁতৰ হ'ল। ঘাঁহনি ডৰাৰ ওপৰতে বাস্কেটটো নমাই থৈ উৎকণ্ঠাৰে চালে,— ইফালে সিফালে। পঁচিশ বছৰৰ আগতে ঘৈণীয়েকৰে সৈতে বগাই অহা আলি বাটটো তেওঁ দেখা পালে। তেওঁলোক দুয়োৰো কাৰণে করুণ স্মৃতি বহন কৰি আনে এই ঠাইখনে।

'আমি এই বাটটোৰেদিয়েই আহি আছিলোঁ, নহয় জানো?' নিজৰ দিক্‌গত অৱস্থাটো ভালকৈ বুজি লৈ তেওঁ নিজকেই ক'লে। কেছুৱাটো তেওঁৰ কোলাত আৰু মই ৰাতৰি কাকত এখন পঢ়ি আহি আছিলোঁ। তাৰ পিছত আমি এই পিনে পাৰ হৈ আহিলোঁ, — মন বিষন্ন আৰু ভাগৰত জৰ্জ্জৰিত হৈ। মই তেওঁৰ লগত

এষাৰো কথা পতা নাছিলোঁ। মোৰ দৰিদ্ৰতা আৰু অভিশপ্ত জীৱনটোত পোৱা মৰ্মান্তিক পীড়াই ইয়াৰ একমাত্ৰ কাৰণ আছিল। তাৰ পিছত আমি তম্বুটো দেখিলোঁ- সৌৱা অলপমান সিফালে হ'বলা। তেওঁ দুখোজ মান নিৰ্দ্দিষ্ট ঠাই এডোখৰৰ পিনে গ'ল। ঠিক সেই ডোখৰ ঠাইতেই তেওঁ তেতিয়া থিয় দিয়া নাছিল যদিও তেওঁ এতিয়া কিন্তু সেই ডোখৰ ঠাই বুলিয়েই ভাবিলে। এইপিনেদিয়েই আমি ভিতৰ সোমাই আহি ঠিক এই ডোখৰ ঠাইতেই বহিছিলোঁ। মই এই ফালে মুখ কৰি বহিছিলোঁ। তাৰ পিছতেই মদ খাই কুকৰ্মটো কৰি পেলালোঁ। সেই অপদেৱতা থকা ঘূৰণীয়া ঠাই ডোখৰতে থিয় দি তেওঁ মোক শেষ কথাষাৰ শুনাইছিল, ঠিক যোৱাৰ আগতে। তেওঁৰ উচুপনীৰ শব্দ মই এতিয়াও শুনিবলৈ পাওঁ। তেওঁ ইনাই বিনাই কান্দি কান্দি কৈছিল, 'অ মাইক, খণ্ডৰ বাহিৰে তোমাৰ পৰা মই জীৱনটোত একোকেই নেপালোঁ। এতিয়া আৰু মই তোমাৰ হৈ থকা নাই, মোৰ কপালে মোক যেনি লৈ যায় সেই পিনেই মই যাব লাগিব।'

এসময়ৰ উচ্চাকাঙ্খাৰ যোঁৱা চেকুৰবা মানুহজনে এতিয়া পিছলৈ ঘূৰি চালে দেখা পাব যে তেওঁৰ মানৱসুলভ সূক্ষ্ম অনুভূতি বোৰ বিসৰ্জন দি তাৰ পৰিবৰ্ত্তে যি পাৰ্থিব সা-সম্পত্তি আৰ্জন কৰিলে সেইবোৰৰ মূল্য হেৰুৱা খিনিৰ সমানহে মাত্ৰ হ'লগৈ। তাৰোপৰি তেওঁৰ আগৰ দোষবোৰ মুকলিভাবে স্বীকাৰ কৰাৰ পিচতো তাতোকৈ অধিক তিক্ততাহে আহি তেওঁৰ জীৱনটো নিস্ফল কৰি দিলেহি। এনেবোৰ কাৰণতে তেওঁ বৰ সন্তাপত ভুগি আছিল। উচ্চ অভিলাষৰ পৰিবৰ্ত্তে নিভাজ মৰম স্নেহকে আকোৱালি লৈ জীৱনটো পাৰ কৰিবলৈ কৰা তেওঁৰ চেষ্টাও বিফল হ'লগৈ। তেওঁ অন্যায় কৰা যৈণীযেকজনী হঠাতে আবিৰ্ভাব হৈ এক চমৎকাৰপূৰ্ণ সৰলতাৰে প্ৰতাৰণা কৰি সেই মৰম কণো তেওঁৰ পৰা কাঢ়ি নিলে। তাৰ পিছতো, সেয়া তেওঁৰ সৎকৰ্ম ৰূপেহে প্ৰতিপন্ন হ'লগৈ। এইবোৰ দেখি শুনি তেওঁৰ ভাব হৈছিল যে সমাজত চলি থকা কিবা এক ভুল অনুক্ৰমৰ হস্তক্ষেপতহে প্ৰকৃতিৰ বুকুত এলিজাবেথ জেনৰ দৰে এপাহী সৰগৰ পাৰিজাত ফুল ফুলিলেহি। পৰম্পৰাগত প্ৰাচীন পন্থাৰ প্ৰতি সমৰ্থন নজনাই কিছুমান স্থিৰতাহীন বিপৰীতমুখী সমাজিক ৰীতিনীতিৰ প্ৰতি বিশ্বব্ৰহ্মাণ্ডখনৰ স্ৰজন ও নিয়ন্ত্ৰণ কৰ্তা জনেও উচ্ছাসেৰে সমৰ্থন জনোৱা দেখি তেওঁ ইমানেই হতাশ হৈছিল যে উপায়ন্তৰ হৈ তেওঁ আত্মহত্যা কৰাৰ সিদ্ধান্তও লৈছিলগৈ— এবাৰ।

পাপৰ প্ৰায়শ্চিত্ত কৰিবলৈহে এই ঠাই ডোখৰলৈ অহাৰ পিছত তেওঁ এখন একেবাৰে বেলেগ দেশলৈ গুচি যোৱাৰ কথা ভাবিলে। কিন্তু এলিজাবেথৰ স্মৃতি তেওঁ মনৰ পৰা মচিব পৰা অৱস্থাত নাছিল। তাই থকা ঠাই ডোখৰৰ পৰা বেছি দূৰলৈ গুচি যাবলৈও তেওঁৰ মন নগ'ল। সংসাৰৰ দুখ-যাতনাত ভুগি থকা মানুহজনে

দূৰদূৰণিলৈ আঁতৰি যাবলৈ ইচ্ছা কৰিছিল যদিও সতিয়ৈ জীয়েকজনীৰ পৰা অহা অভিকেন্দ্ৰিক আকৰ্ষণে তেওঁক ৰবকৈ টানিবলৈ ধৰিলে। ইয়াৰ ফলস্বৰূপে, ক'ব নোৱাৰাকৈয়েই তেওঁৰ পূৰ্বৰ মত সলনি হৈ গ'ল। কেষ্টাৰব্ৰীজৰ পৰা বৰ বেছি দূৰলৈ তেওঁ গুচি যাব নোৱাৰিলে। পৰুৱাই পোৱা মানহৰ দৰে কেষ্টাৰব্ৰীজকে কেন্দ্ৰ কৰি ঘূৰি ঘূৰি ইয়াৰ পৰিধিৰ ভিতৰতে থাকিল। তেওঁ পাহাৰ এটা বগাই উঠিবলৈ হ'লে বাট পথ নিবিচাৰি চন্দ্ৰ সূৰ্য্য বা আন নক্ষত্ৰৰ সহায়হে লৈছিল। এলিজাবেথ-জেন কেষ্টাৰব্ৰীজৰ কোন ঠাইত আছে সেই একেটাই মাথোন তেওঁৰ চিন্তা। তাৰ বাহিৰে, তেওঁৰ মগজত, আন একো কথাই নেখেলোৱা হ'ল। এই দুৰ্ব্বলতাটোৰ কাৰণে তেওঁ নিজকে নিজে ইতিকিং কৰিলেও, প্ৰতিঘন্টা নেলাগে প্ৰতি মিনিটতেই তাই ক'ত বহিছে, কি খাইছে ক'ত শুইছে, কলৈ গৈছে সেইবোৰকেই মাথোন চিন্তা কৰি থাকিবলৈ ল'লে। কিন্তু নিউচন বা ফাৰফ্ৰেৰ নামটো মনলৈ আহিলেই এছাটি ওলোটাদিশৰ পৰা বলা হিম শীতল প্ৰবাহে সকলো ওলট পালট কৰি তেওঁৰ মনৰ পৰা তাইৰ প্ৰতিচ্ছায়া মচ খুৱাই দিছিলহি। তেতিয়া তেওঁ নিজকে কয়, 'এই মূৰ্খ, যি জনী ছোৱালীৰ কাৰণে তই এইদৰে মৰিছহি সেইজনী তোৰ নিজৰ জানো?'

অৱশেষত তেওঁৰ নিজৰ বৃত্তি অনুযায়ী ঘাঁহ-বন কটা আৰু বন্ধা কুন্ধা কৰা কাম এটা লঁলেহি। শৰৎ কালত এনেকুৱা কাম কৰা বনুৱাৰ চাহিদা থাকে। পশ্চিম পিনে থকা ঘাঁই আলিটোৰ কাষত থকা শস্যৰ পাম এখনতে তেওঁ কামত সোমাল। ইয়াত থাকিলে নতুনকৈ গঢ়ি উঠা ব্যস্ত ঠাইবোৰ আৰু দূৰৈত থকা ৱেছেক্সৰ ভিতৰৰ নগৰ পালিকাবোৰৰ খা-খবৰো সহজতে পাই থাকিব। পঞ্চাশ মাইল দূৰৈৰ এই ঠাইখন বাছি লোৱাৰ বিশেষ কাৰণো আছিল তেওঁৰ সেইটোৱেই। এতিযা তেওঁৰ একমাত্ৰ বাঞ্ছা ছোৱালীজনীৰ সুখ শান্তি। ওচৰৰ আওহতীয়া ঠাইত থকাতকৈ দূৰণিবটীয়া এই ঠাইখনেই তাইৰ পৰা তেওঁ ওচৰ যেন পালে। পঁচিশ বছৰৰ আগতে হেনচাৰ্ডৰ যিটো অৱস্থা আছিল ঠিক সেই অৱস্থাটোলৈকে তেওঁ পুনৰ ঘূৰি আহিল। বহিঃ দিশৰ পৰা চালে তেওঁৰ আৰ্থিক অবস্থাৰ উন্নতি কৰিবলৈ প্ৰয়াস কৰাটোত কোনো প্ৰকাৰৰ বাধা দেখা নগৈছিল। তেওঁৰ অন্তৰ আত্মাই ইয়াৰ অৰ্দ্ধেক জ্ঞান আৰু জীৱন দৰ্শন পোৱা অৱস্থাতেই যথেষ্ট উন্নতি কৰিব পাৰিছিল। কিন্তু ভগৱানৰ সৃষ্টিৰ ই কি ৰহস্যজনক মহিমা যে মানুহে দুখ দুৰ্গতি নাশ কৰিবৰ কাৰণে লাভ কৰা অভিজ্ঞতা খিনি আহৰণ কৰে মানে কৰ্ম কৰাৰ উদ্যমো ধীৰে ধীৰে লোপ পায়গৈ। সেই কথাটোৱেই এতিয়া তেওঁৰ কাৰণে প্ৰতিবন্ধক ৰূপে থিয় দিছেহি। তেওঁ পুনৰ সংগ্ৰাম কৰি সৃষ্টিমুখী হ'বলৈ অনিচ্ছুক হ'ল কাৰণ আগতে তৰি লোৱা সংসাৰখন এতিয়া মায়াজাল এখনৰ দৰে হৈ তেওঁৰ চকুৰ আগত ভাহি উঠে।

ঘাঁহৰ পৰা ওলোৱা গোন্ধটো ভাল পোৱা মানুহজনে কাচি খন চলাই থাকোঁতে হঠাতে ক্ষন্তেক বৈ সেইখনৰ পিনে তন্ময় হৈ চাই নিজকে নিজেই কয় 'হিমপাতে অকালতে গছৰ পাতবোৰ সৰুৱাৰ দৰে মানুহো অকালতে মৰিয়েই থাকে যদিও নিজৰ পৰিয়াল বা নিজৰ দেশৰ মানুহে তেওঁলোকক পাবলৈ হা হুতাশ পাৰি বা কন্দা কটা কৰিয়েই থাকে দেখোন। তাৰ বিপৰীতে মই হলোঁ এজন কোনেও নিবিচৰা সমাজ পৰিত্যক্ত লোক— সকলোৱে ঘৃণাৰ চকুৰে চোৱা পৃথিৱীৰ এক বোজা স্বৰূপ। উহ, ইচ্ছাৰ বিৰুদ্ধে জীয়াই থকাটো কি ভয়ঙ্কৰ কঠিন কাম।

বাটৰুৱাবোৰে পতা কথাবোৰ শুনিবলৈ তেওঁৰ তেতিয়াও এটা আগ্ৰহ থাকি গৈছিল। এইটো কোনো সাধাৰণ ভাৱে ওপজা কৌতূহল নহয়। তেওঁ সদায় ভাবি থাকে যে লণ্ডনৰ পৰা কেষ্টাৰব্ৰীজলৈ অহা যোৱা কৰা কোনোবা বাটৰুৱাৰ কথোপকথনৰ পৰা তেওঁৰ পুৰণি ঠাইখনৰ কিবা কিবি জানিব পাৰিব বুলি। দূৰত্ব অৱশ্যে ইমানেই বেছি যে তেওঁ আশা কৰা তেনে এটা সম্ভাৱনা নথকাৰ দৰেই। তথাপিও বাটৰুৱাৰ কথা শুনিবৰ কাৰণে তেওঁ কাণ থিয় কৰি ৰাখে। এদিন কিন্তু কাৰোবাৰ মুখত অকস্মাতে কেষ্টাৰব্ৰীজৰ নামটো শুনিবলৈ পালে। সেই নামটো শুনিয়েই হেনচাৰ্ডে তেওঁ কাম কৰা পামখনৰ গেটখনৰ মুখলৈ দৌৰি আহি অচিনাকি মানুহজনক ৰিং মাৰি সুধিলে।

'হয়— মই তাৰ পৰাই আহিছো, মিষ্টাৰ' হেনচাৰ্ডৰ প্ৰশ্নৰ উত্তৰত তেওঁ ক'লে 'ব্যৱসাযৰ খাতিৰতে মই সেই পিনে অহা যোৱা কৰিযেই থাকোঁ। আপুনিতো জানেই আজি কালি ঘোঁৰা পাবলৈ কিমান টান। গাড়ীখনত কিমান খৰচ। সেই গতিকে মানুহবোৰে ঘোঁৰা গাড়ীলৈ বাট নাচাই খোজকাঢ়িয়েই ভ্ৰমণ কৰিবলৈ লৈছেঁ। তেনেকুৱা হ'বলৈ হ'লে মোৰ নিচিনা মানুহে ঘোঁৰা গাড়ী চলাই পেটৰ ভাতমুঠি উলিওৱাই টান হ'বগৈ দেখোন।'

'বাৰু কোৱাচোন আমাৰ পুৰণি ঠাইখনৰ কিবা খবৰ আছেনেকি? মোৰ জানিবলৈ ইচ্ছা হৈছে।'

'নতুন খবৰ একোৱেই নাই, আগৰদৰেই আছে বুলিব লাগে।'

'মই শুনিবলৈ পাইছিলোঁ বোলে আগৰ মেযৰ ফাৰফ্ৰেই বিয়া কৰাব, কথাটো সঁচানেকি?'

'সেই বিষয়ে একোৱেই মই গম পোৱা নাই, তথাপিও যিমান দূৰ জানো তেনেকুৱা ধৰণৰ একো কথা ওলোৱা নাই।'

তেনেতে মাইকী মানুহ এগৰাকীয়ে গাড়ীৰ চৈৰ ভিতৰৰ পৰা মাত দিলে 'অ হয়, জন,— তুমি পাহৰিছা, এই সপ্তাহৰে আগ ভাগত আমি কটিওৱা বস্তুবিলাক নো কিহৰ কাৰণে বুলি তুমি ভাবিছিলা? তেওঁলোকে মাৰ্টিনচ্ দে'ৰ দিনা বিয়া এখন

হ'ব বুলি কোৱা নাছিলেজানো?'

হেনচার্ডে বুজিলে যে মাইকী মানুহজনীয়ে কথাটো ঠিকেই মনত ৰাখিছে। বিয়াখন পলম কৰাৰ কোনো কাৰণেই দেখা নোপোৱাত সেই দিনটোতে হোৱাৰ সম্ভাৱনাই বেছি। এলিজাবেথলৈকে চিঠি এখন লিখি খবৰটো আনো বুলি তেওঁ ভাবিলে। কিন্তু তেওঁৰ অৱচেতন মনটোৱে তেনেকুৱা এটা কামলৈ উৎসাহ নোযোগালে। তাই কোৱা কথাটো তেওঁৰ মনলৈ আহিল— 'মোৰ বিয়াত উপস্থিত নথকাতো মই বাঞ্ছা নকৰোঁ।'

এতিয়া তেওঁৰ মনলৈ সঘনে আহিবলৈ ধৰিলে যে এলিজাবেথ বা ফাৰফ্ৰেই তেওঁক কেষ্টাৰব্ৰীজ এৰি আহিবলৈ বাধ্য কৰা নাছিল। তেওঁ উপলব্ধি কৰিবলৈ ধৰিলে যে নিজৰ মদগৰ্বী স্বভাৱটোকহে তেওঁলোকে পছন্দ কৰা নাছিল। নিউচন পুনৰ ঘূৰি আহিল বুলি তেওঁৰ ধাৰণা হৈছিল যদিও কেপ্টেইনজন থাকি যাব বুলি তেওঁ নিঃ সন্দেহ হোৱাকৈ একো প্ৰমাণ পোৱা নাছিল। ইয়াৰ উপৰিও তেওঁ ভাবিছিল যে এলিজাবেথ-জেনে নিউচনক নিজৰ বুলি আকোঁৱালি নল'ব। গতিকেই তেওঁ থাকি গ'ল বুলি ধাৰণা কৰিবলৈ একো থল বিচাৰি পোৱা নাছিল। তেওঁ ভাবিলে, তেওঁ গুচি আহি কিবা ভুলেই কৰিলে নেকি? হিয়া উবুৰিয়াই ভাল পোৱা ছোৱালীজনীক তেওঁ সম্পূৰ্ণ ভাবে এৰি থৈ অহাৰ কিজানি কোনো দৰকাৰেই নাছিল। তাই কিজানি অমঙ্গলীয়া কথাবোৰৰ একো ভুকে নেপায়। আকৌ এবাৰ তাইৰ কাষ চাপিবৰ তেওঁৰ বৰ হাবিয়াহ্ হ'ল ঃ তেওঁ ঘূৰি গৈ তাইক চাবগৈ, নিজ কাৰ্যৰ সমৰ্থন কৰি তাইৰ ওচৰত যুক্তি দৰ্শাব, তেওঁ কৰা শঠতাৰ কাৰণে ক্ষমা বিচাৰিব, তাইৰ মৰমৰ এনাজৰীডালেৰে তেওঁকো সামৰি লোৱাৰ কাৰণে প্ৰচেষ্টা চলাব। প্ৰত্যাখানৰ সম্ভাবনা থাকিলেও এনে চেষ্টা কৰাঁতো সমীচীন হ'ব, আৰু দৰকাৰ পৰিলে তাৰ কাৰণে জীৱনটো আঁহুতিও দিব। কিন্তু পূৰ্বৰ সকলো স্থিতি বিসৰ্জন দি এই বিবাহিত গিৰিয়েক-ঘৈণীয়েক হালেনো তেওঁক ঘৃণা নকৰাকৈ কেনেকৈ থাকিব। নিজৰ স্থিৰতাহীনতাৰ কথা ওলাই পৰে বুলি তেওঁৰ গাত কঁপনি উঠিবলৈ ধৰিলে। এনেবোৰ ভাবতে ডুবগৈ তেওঁ বহি পৰিল।

তেওঁ উধাই মুধাই দুদিন ধৰি ঘাঁহ কাটি সেইবোৰ জড়পূৰকৈ পোলা বান্ধি থাকোঁতেই মনৰ দোধোৰ মোধোৰবোৰ আঁতৰিল। মৰসাহ বুলিলেও বিয়াৰ আনন্দোৎসৱত তেওঁ উপস্থিত থকাটোকে ঠিক কৰিলে। তেওঁ কিবা চিঠি পত্ৰ বা বিয়াৰ শুভেচ্ছা প্ৰেৰণ কৰিব বুলি কোনেও আশা নকৰে। তাইৰ বিয়াত তেওঁ উপস্থিত নেথাকিব বুলি জানি তাই মনত বৰ বেজাৰ পাইছিল। তেওঁ বিয়াত উপস্থিত নাই বুলি ভাবি থকাৰ কাৰণে সেই সত্য নিষ্ঠ আৰু ন্যায় পৰায়ণ ছোৱালীজনীৰ অন্তৰখনত অকণ খালি ঠাই থাকি যাব। তেওঁ তাৰ হেতু হ'বলৈ

নিবিচাৰি হঠাতে উপস্থিত হৈ সেই খালি ঠাইকণো পূৰণ কৰিবলৈ ইচ্ছা কৰিলে।

নিজকে এজন অনাহুত বুলি গণ্য কৰিহে তেওঁ বিয়াখনলৈ যাবলৈ ওলাইছে। তেনেকুৱা আনন্দমুখৰ বিয়াত উপস্থিত থাকি নিজৰ সমতা ৰক্ষা কৰিবলৈ তেওঁৰ একোৱেই নাছিল। কি বুলিনো নিজকে তাত খাপ খুৱাবগৈ। গতিকেই যিমান পাৰে সিমান নিজৰ অস্তিত্ব ঢাকি ৰাখিবলৈকে যত্ন কৰিলে। সন্ধ্যা লগাৰ আগতে বিয়া ঘৰত উপস্থিত নোহোৱাই উচিৎ হ'ব বুলি তেওঁ ভাবিলে। তেনেকুৱা সময়তে যি হ'ল হ'ল, যোৱা কথা গ'ল ভাবে সকলোৱে অন্তৰ প্ৰভাৱান্বিত কৰাৰ আশা থাকে। মানুহৰ মনবোৰ শিথিল হয়গৈ। আহিব লগা চেইন্ট্ মাৰ্টিনচৰ বিশেষ দিনটোৰ, দুদিন আগতেই তেওঁ ৰাওনা হ'ল— ৰাতিপুৱাতেই। দৈনিক যোল্ল মাইলকৈ গ'লে গোটেই বাটচোৱাৰ কাৰণে তিনি দিন লাগিব— বিয়াৰ দিনটোকো ধৰি। বাটত মেলচেষ্টাৰ আৰু শ্বটফোৰ্ড নামৰ মাত্ৰ দুখনহে উল্লেখযোগ্য চহৰ পাই যায়। দ্বিতীয়খন চহৰ পাই তেওঁ দ্বিতীয় ৰাতিটো কটালে। তাত অকল জিৰণি ল'বলৈকে থকা নাছিল। পিছদিনা বিয়াৰ দিনটোনো কেনেদৰে কটাব তাৰ প্ৰস্তুতিও তেওঁ তাতেই কৰি লৈছিল। বিয়াত পিন্ধিবলৈ তেওঁৰ ভাল কাপোৰ এযোৰো নাছিল। পিন্ধি থকাযোৰ দুমাহ দিন ধৰি ৰ'দে বতাহে টান কাম কৰোতে বেয়া হ'ল। দাগ লাগি মলিয়নো হ'ল। অন্তৰৰ পৰা নহলেও, পিছদিনা বিয়াখনত খাপখোৱাকৈ পিন্ধাৰ কাৰণে কাপোৰ এযোৰ কিনিম বুলি দোকান এখনত সোমাল। ভদ্ৰ সমাজত পিন্ধিব পৰা এটা মোটা ধৰণৰ কোট, এটা টুপী, এটা চাৰ্ট আৰু ডিঙিত মৰা কাপোৰ এডোখৰো কিনিলে। কাপোৰযোৰ পিন্ধি অন্ততঃ দেখাত ভাল হোৱা বুলি মনতে তেওঁ সন্তোষ পালে। এইযোৰ পিন্ধি গ'লে অন্ততঃ তাইক বেজাৰ দিয়া নহ'ব। ইয়াৰ পিছত উপহাৰ দিবৰ কাৰণে এটা চিত্তাকৰ্ষক বস্তু কিনিম বুলি ঠিক কৰিলে।

উপহাৰটোনো কি হোৱা উচিত বাৰু? আলিটোৰ এবাৰ ইফালে এবাৰ সিফালে অহা যোৱা কৰি তেওঁ চিন্তা কৰিবলৈ ধৰিলে। দোকানৰ বস্তুবোৰ খিৰিকীৰে চাই থাকিল যদিও একো সিদ্ধান্ত কৰিব নোৱাৰিলে। কিবা দোধোৰ মোধোৰ লাগিল। মনতে দুখ পালে যে যিটো বস্তু উপহাৰ দি তেওঁ ভাল পালেহেঁতেন তেনেকুৱা এটা বস্তু কিনিবলৈ তেওঁৰ হাতত পইছাই নাই। অবশেষত সখীয়তী চৰাইৰ লগত বিজাব পৰা এযোৰ স্বৰ্ণপক্ষীত তেওঁৰ চকু পৰিল। চৰাইযোৰ ৰখা সাঁজাটো সাধাৰণ ধৰণৰ আৰু সৰু। দোকানখনো নিম্নমানৰ হোৱাত দৰদাম কৰি কিনিবৰ জোখাৰে তেওঁৰ হাতত পইছাই কুলালে। সেই যোৰকে কিনি তেওঁ সন্তুষ্ট হ'ল। পুৰণি বাতৰি কাকত এখনেৰে সজাটো ভালকৈ মেৰিয়াই ল'লে। সজাটো হাতত লৈ তেওঁ ৰাতিটো থকাৰ কাৰণে ঠাই এডোখৰ বিচৰাত লাগিল।

পিছদিনা তেওঁৰ শেষ যাত্ৰা আৰম্ভ হ'ল। কিছুপৰ পিছতেই তেওঁৰ এসময়ৰ

ব্যৱসায়ৰ প্ৰাণ কেন্দ্ৰ বুলিব পৰা জিলাখন আহি সোমালেহি। এই শেষৰ কণ যাত্ৰা কৰিছিল, কেইদিনমান আগতে লগ পোৱা সেই মানুহজনৰ গাড়ীখনৰ একেবাৰে পিছৰ আসন খনতে বহি। বাকীবোৰ অলপীয়া বাটৰ মহিলা যাত্ৰী। খেনো হেনচাৰ্ডৰ আগেদি গাড়ীত উঠিছিলহি আৰু খেনো নামিছিল। তেওঁলোকে নিজ অঞ্চলৰ বা-বাতৰি আলোচনা কৰি আহিছিল। তেওঁৰ সেই বিষয়টো লৈ কোনেও একো আলোচনাই কৰা নাছিল। এবাৰ মাথোন কোনোবাই কৈছিল বোলে চহৰখনৰ বিখ্যাত বেণ্ডপাৰ্টীটোকে সন্ধিয়াৰ ভোজমেলৰ কাৰণে বন্দবস্ত কৰিছিল। ভাৰা হিচাবত। সিহঁতে খাই বৈ ফুৰ্ত্তিত মতলীয়া হৈ সঙ্গীতৰ মাধুৰ্য ধ্বংস কৰে বুলি বাডমাউথৰ পৰা আৰু এটা বেণ্ডপাৰ্টীও আনি মজুত ৰাখিছেহি। গান বাজনাত ব্যাঘাত জন্মাৰ কোনো সংশয়েই নহ'বলৈ।

সেই কথাকেইটাৰ বাহিৰে তেওঁ আৰু একো জানিবৰ সুবিধা নহ'ল। যাত্ৰাৰ সময়ছোৱাত তেওঁৰ কাৰণে আটাইতকৈ আকৰ্ষণীয় বস্তু আছিল মন্থৰ গতিৰে কেষ্টাৰব্ৰীজত বাজি থকা ঘন্টাৰ শব্দ। য়্যালবাৰী পাহাৰৰ শিখৰটোত গাড়ীখন ক্ষন্তেক ৰখালে। এইখিনি ঠাইত, গাড়ীখন মন্থৰ গতিৰে নমাবৰ কাৰণে চকাত এটা কৌশল প্ৰয়োগ কৰিবলগীয়া হয়। সেই সময়ৰ পৰাই গাড়ীখনৰ পৰা এটা বিশেষ শব্দ ওলাই, সেইয়া প্ৰায় দিনৰ বাৰমান বজাৰ কথা।

ধীৰে ধীৰে বাজি থকা ঘন্টাৰ শব্দৰ পৰাই বিয়াৰ কাম সুকলমে চলি আছিল বুলি তেওঁ বুজিব পাৰিলে। ডোন্যাল্ড ফাৰফ্ৰে আৰু এলিজাবেথ-জেন পতি-পত্নী হোৱাৰ পথত একো বিঘিনি আৰু আহি নপৰিল বুলি তেওঁ খাটাং হৈ গ'ল।

এই শব্দবোৰ শুনাৰ পিছৰে পৰাই কেলকেলাই অহা সহযাত্ৰীবোৰৰ মাত আৰু হেনচাৰ্ডে শুনিব নোৱাৰা হৈ আহিল। চিন্তাত তেওঁ অধীৰ হৈ পৰিল। সন্ধ্যা লগাৰ আগতে কেষ্টাৰব্ৰীজৰ আলিত তেওঁ দেখা দিবলৈ ভাল নাপালে। তেনে কৰিলে ফাৰফ্ৰে আৰু কইনাজনীয়ে বিৰাট অপমান পাব বুলি তেওঁৰ মনলৈ ভাৱ এটা আহিল। তাকে ভাবি তেওঁ কিছুপৰ আগতেই গাড়ীৰ পৰা নামি পৰিল। টোপোলাটো আৰু পক্ষীৰ সজাটোৰে সৈতে তেওঁ পুনৰ বহল বগা ৰাজ আলিটোত একমাত্ৰ পথিক হৈ পৰিল।

লুচেতাৰ স্বাস্থ্যৰ গুৰুতৰ অৱস্থা বুলি ফাৰফ্ৰেক জনাবলৈ আহি এই পাহাৰটোৰ ওচৰতে দুবছৰ আগতে তেওঁ অপেক্ষা কৰিছিলহি। ঠাইখনৰ অকণো পৰিবৰ্তন হোৱা নাই। ভোমোৰা আদি একাধিক পোক পতঙ্গৰ সেই একেই কৰ্কশ সুৰৰ গুঞ্জৰণ। কিন্তু, হেনচাৰ্ডে নিজৰ অভিজ্ঞতাৰ পৰাই ক'ব পাৰে যে অতি কম সময়ৰ ভিতৰতে ফাৰফ্ৰেই আগৰজনীতকৈ ভাল জীৱন সঙ্গীনী এগৰাকী লাভ কৰিলে। তেওঁ মাত্ৰ আশা কৰিছিল যে এলিজাবেথ-জেনে যাতে আগেয়ে থকা ঘৰটোতকৈ বেছি ভাল

ঘৰ এটাত থাকিবলৈ পায়।

দুৰ্বল মন আৰু উৎকণ্ঠা সহকাৰে পিছবেলাৰ বাকী সময়খিনি পাৰ হোৱালৈ তেওঁ বাট চাই থাকিল। এই সময়খিনিত ছোৱালীজনীৰ লগত হ'বলগীয়া সাক্ষাৎটোৰ বাহিৰে আন একো কথাই তেওঁ চিন্তা কৰিব পৰা নাছিল। সেই সময়ত তেওঁ নিজৰ ওপৰতে বিদ্ৰূপ কৰি বাইবেলৰ আখ্যান প্ৰসিদ্ধ অলৌকিক শক্তিশালী চেমচ্‌নে চুলি খুড়াই সৰ্বশক্তি হেৰুৱাৰ পিছৰ অৱস্থাটোৰ লগত তুলনা কৰি চালে।

বিয়াৰ পিছতে দৰা-কইনা কিছুসময়ৰ কাৰণে বাহিৰলৈ ফুৰিবলৈ যোৱাৰ নিয়ম কেষ্টাৰব্ৰীজত প্ৰচলিত নাছিল। থকাহেঁতেনো তেওঁলোক ঘূৰি আহি নোপোৱালৈকে তেওঁ বিয়াঘৰতে থাকিম বুলিয়েই আহিছিল। যাহওঁক কথাটো খাটাংকৈ জানিবৰ কাৰণে বজাৰৰ দোকানী এজনকে সুধি জানিব পাৰিলে যে দৰা কইনা ওলাই যোৱা নাই। বিয়া ঘৰতে আলহী অতিথি সকলৰ অভ্যৰ্থনাত ব্যস্ত আছে।

হেনচাৰ্ডে নিজৰ বুটজোতাযোৰ জোকাৰিমেলি পৰিষ্কাৰ কৰি ল'লে। ওচৰৰে নদী এখনত হাত দুখনো ধুই লৈ আলিবাটৰ টিমিক ঢামাক পোহৰত চহৰখনৰ পিনে আগবাঢ়িল। তেওঁ আনক আৰু একো সোধ পোছ কৰিব লগীয়া নহ'ল। ফাৰফ্ৰেৰ ঘৰৰ ওচৰ পোৱা যিকোনো মানুহেই ধৰিব পাৰিলেহেঁতেন যে ভিতৰত ৰং ৰহইছ চলি আছে। বাহিৰৰ পৰাই ডোন্যাল্ডৰ মাতটোও শুনিবলৈ পোৱাত তেৱোঁ যে সক্ৰিয় ভাবে সেইবোৰত ভাগ লৈছিল সেইটো কথা বুজা গৈছিল। তেওঁ ভাল পোৱা নিজ দেশৰ গান এটা শেষ কৰি, আনন্দত আত্মহাৰা হৈ আছিল। ইমানেই তেওঁ আত্মহাৰা হৈ পৰিছিল যে ক'ব নোৱাৰাকৈয়েই নিজেই নিজৰ গানকে প্ৰশংসা কৰাত লাগি গৈছিল। কাম কাজ নোহোৱা মানুহ কিছুমান আলিবাটটোৰ পদ পথটোত থিয় দি আছিল। নিজক নেদেখক বুলি হেনচাৰ্ডে খৰধৰ কৰি দুৱাৰ মুখৰ পিনে আগবাঢ়িল। দুৱাৰখন খোলা আছিল। অতিথি সকল বহা ডাঙৰ কোঠাটো লাইটৰ পোহৰত জকমকাই আছিল। মানুহবোৰৰ কিছুমানে চিৰিটোৰেদি ওপৰলৈ উঠিছিল আৰু কিছুমানে তললৈ নামি আহি আছিল। কিন্তু হেনচাৰ্ডৰ পোছাকযোৰ তেনেই সাধাৰণ। সেইযোৰ কাপোৰ পিন্ধি ঐশ্বৰ্য্য বিভূতি প্ৰদৰ্শনৰ শীৰ্ষ বিন্দুত থকা পৰিবেশ এটাৰ ভিতৰ সোমাবলৈ তেওঁ সাহস গোটাব নোৱাৰিলে। তেনে কৰিবলৈ গ'লে তেওঁৰ চেনেহৰ ছোৱালীজনীক অনাহকত অপমান কৰাহে হ'ব। সেইকাৰণেই তেওঁ ঘৰটোৰ পিছপিনৰ আলিটোৰে ঘূৰি আহি বাগিছাখন সোমালহি। এসময়ত তেওঁৰ নিজৰেই ঘৰ আছিল সেইটো,— গতিকে ইয়াৰ তলা-নলা সকলো ভালকৈ জনা। পিছপিনৰ পাকঘৰটোৰেদি মনে মনে আহি তেওঁ মূল ঘৰটোত সোমালেহি। চৰাইৰ সজাটোৰে সৈতে সোমোৱাৰ বিড়ম্বনাৰ পৰা হাত সাৰিবলৈ বাহিৰৰ গছ এজোপাৰ তলতে সেইটো এৰি থৈ গ'ল।

নিৰ্জনতা আৰু বিষণ্ণতাই হেনচাৰ্ডক এনেদৰে হেচামাৰি ধৰিলেহি যে যিবোৰ কথা তেওঁ আগতে সমূলঞ্চে অৱজ্ঞা কৰি এই খিনি পালেহি সেইবোৰেই তেওঁক এতিয়া সকিয়াই আছে যে তেওঁ সেই সন্ধিক্ষণত তালৈ অহাটো সমীচীন হোৱা নাই। কিন্তু যি হওঁক, অকলশৰীয়াকৈ এগৰাকী বয়সস্থ মহিলাক পাক ঘৰতে দেখি তেওঁৰ সমস্যা কিছু সমাধান হোৱা যেন পালে। সেই গৰাকী মহিলাকেই সম্ভৱ ফাৰফ্ৰেই তেওঁৰ গৃহস্থীখন আৰু ঘৰবাৰী সাময়িকভাবে তদাৰক কৰিবলৈ নিয়োগ কৰিছিল। মানুহগৰাকী খামি-ডাঠ। একো কথাতে সহজতে আচৰিত হোৱা প্ৰকৃতিৰ নহয়। হেনচাৰ্ডে তেওঁকেই আহি অনুৰোধ এটা কৰিলেহি। মহিলাগৰাকীৰ কাৰণে একেবাৰে অপৰিচিত মানুহজনৰ অনুৰোধটো কিবা খাপ নোখোৱা আছিল। তথাপিও নিৰীহ বুঢ়া মানুহ এজন দেখা কৰিবলৈ আহিছে বুলি সংবাদটো দিবলৈ তেওঁ মান্তি হ'ল।

মানুহজনে ৰান্ধনি ঘৰতে অপেক্ষা কৰি থাকিলে বেয়া দেখি কাৰণে পিছফালৰ বুলনিখনতে তেওঁক বহিবলৈ দিয়াতো উচিৎ হ'ব বুলি ভাবিলে। মানুহজনক আগবঢ়াই আনি তাতে বহুৱালেহি। মহিলা গৰাকী ওপৰলৈ উঠি গ'ল। তেওঁ গৈ টিৰিটোৰ সম্মুখৰ ঠাই ডোখৰ পাৰ হয় মানে এটি ধুনীয়া নৃত্য আৰম্ভ হ'ল। গতিকে মহিলা গৰাকী উভতি আহি জনালেহি যে নাচটো শেষ নোহোৱালৈকে তেওঁ সংবাদটো দিবলৈ সুবিধা নেপাব— কাৰণ মিষ্টাৰ ফাৰফ্ৰে আৰু মিচেচ ফাৰফ্ৰেও নৃত্য কৰা মঞ্চলৈ আহি আছে।

নাচগান চোৱাত বাধা নহবৰ কাৰণে সম্মুখৰ দুৱাৰখন খুলি আঁতৰাই থোৱা হৈছিল। গতিকেই হেনচাৰ্ডে বহি থকা ঠাইকণো মুকলি হৈ আছিল। ঘূৰি ঘূৰি নৃত্য কৰি দুৱাৰখনৰ কাষ পোৱাৰ সময়ত হেনচাৰ্ডেও সেইবোৰ আংশিক ভাৱে দেখা পালে— স্কটছ্‌দেশীয় নৃত্যৰ লয়লাস ভঙ্গিমা আৰু নৰ্তকী কেইগৰাকীৰ হালিজালি উৰি থকা কেকোঁৰা কেকুৰি চুলিবোৰ। মাজে মাজে দেখা পালে বেহেলা বজোৱা শিল্পীজনৰ কিলাকুটিটো আৰু বেহেলাৰ চৰি ডালৰ মূৰটোত জিলিকি থকা পিতলৰ অংশটো। আনন্দ মুখৰ পৰিৱেশটোৱে হেনচাৰ্ডৰ মনত এটা আলোড়নৰ সৃষ্টি কৰিলে। তথাপিও তেওঁ বুজিব নোৱাৰিলে যে অলপতে ঘৈণীয়েক ঢুকুৱা বৰলা মানুহজনে এনে ইলাহী কাৰবাৰ এটাৰ আয়োজন কিয় কৰিছে। এনেয়েতো মানুহজন ধীৰস্থিৰ। এজন ডেকা মানুহ হ'ল বুলিও নাচ গানত ইমান উত্ৰাৱল হ'বগৈ লাগেনে। তেওঁ সদায় দেখা পাই আছিল যে জীৱনটোৰ মূল্যায়ণৰ ক্ষেত্ৰত এলিজাবেথ-জেন মধ্যমপন্থীহে, চৰম পন্থী কেতিয়াও নাছিল। এজনী গাভৰু ছোৱালী প্ৰাণ চঞ্চল হোৱাটো স্বাভাবিক যদিও তাই ভালকৈ জানে যে বিয়াৰ দৰে অনুষ্ঠান এটা নাচিবাগি উৰাই দিব লগীয়া পাতল কিবা এটাও নহয়। গতিকেই তাইৰ দৰে ছোৱালী এজনীও ফুৰ্তিত মতলীয়া হৈ পৰাটোত তেওঁ আচৰিত হ'ল। তেওঁ অৱশ্যে ভালকৈ বুজিছিল

যে ডেকা মানুহৰ মন বুঢ়া সকলৰ দৰে নহয়। পৰম্পৰাগত ৰীতি নীতি বোৰেই সৰ্বময়, মানুহ ইয়াৰ বাহিৰ ওলাব নোৱাৰে। ঘূৰি ঘূৰি নাচ কৰি থকা যোৱালী জাকৰ মাজত এবাৰ তেওঁৰ নিজৰ জনীৰ ওপৰতো চকু পৰিল। এসময়ত ঘৃণা ওপজা আৰু পিছত তাইৰ মৰমতে পমি যোৱা জনী। তাইৰ কাৰণেই তেওঁৰ বুকুখন আজি ইমান হুম হুমাই আছে। তাই বগা চিল্কৰ নতুন কাপোৰ এসাজ পিন্ধিছিল বুলি তেওঁ দূৰৈৰ পৰা অনুমান কৰিছিল, কিন্তু ওচৰৰ পৰা দেখা নোপোৱাত খাটাং হ'ব পৰা নাছিল কাপোৰ যোৰ ক্ৰীম ৰঙৰ নে ফটফটীয়া বগা বৰফৰ দৰে। তাইৰ মুখত মুকলি মুৰীয়াকৈ আনন্দ বিৰিঙি উঠা নাছিল। কিবা এক বিহ্বলতাই তাইক আৱৰি আছিল। এনেতে স্বকীয় স্ফটিছ্ উচ্ছাসেৰে ফাৰফ্ৰে আহি মঞ্চত অৱতীৰ্ণ হোৱাত সকলোৰে দৃষ্টি সেই পিনে আকৰ্ষিত হ'ল। ফাৰফ্ৰে আৰু এলিজাবেথ-জেনে হাতত ধৰা ধৰি কৰি নচা নাছিল যদিও নৃত্য কৰি থকাৰ মাজতে তেওঁলোক একোবাৰ ক্ষন্তেকৰ কাৰণে হ'লেও লগালগি হোৱাটো হেনচাৰ্ডে লক্ষ্য কৰিছিল। সেই সময়ত তেওঁলোকৰ চকুযুৰিয়ে কিবা এক বেলেগ ধৰণৰ পৰিমাৰ্জিত গোপন ৰহস্যৰ আভাস দিছিল।

এনেতে হেনচাৰ্ডে দেখিলে যে ফাৰফ্ৰেকো চেৰ পেলাই কোনোবা এজন আহি মঞ্চত অৱতীৰ্ণ হৈ প্ৰচণ্ড ভঙ্গিমাৰে নৃত্য আৰম্ভ কৰিলেহি। তেওঁ দেখি আচৰিত হ'ল যে সিজনৰ তুলনাত এলিজাবেথৰ সঙ্গীজন ম্লান পৰি ক'ৰবাতে থাকি গ'ল। সিজনে বৃত্তাকাৰে প্ৰথমবাৰ পাক এটা মাৰোতেই ইজনৰ মুৰটো কঁপিবলৈ ধৰিলে। ভৰি দুটা কেৰ-মেৰ খুৱাই দুৱাৰৰ পিনে পিঠি কৰিলে। সিজনে পিছৰ পাকটো ঘূৰাৰ সময়ত প্ৰথমে তেওঁৰ বগা ৱেষ্টকোট আৰু ভৰি কেইটাহে মাথোন দেখা পোৱা গৈছিল। আনন্দত উৎফুল্লিত তেওঁৰ মুখখন তাৰ পিছতহে দেখা গ'ল। সেইখন নিউচনৰ মুখ। তেওঁৰ আৰু বুজিবলৈ বাকী নাথাকিল যে তেওঁ এৰি থৈ যোৱাৰ পিছত সিজন আহি সেই খালি ঠাই পূৰণ কৰিলেহি। লগে লগেই হেনচাৰ্ডে চৰম অস্বস্তিত ভুগিবলৈ ধৰিলে। তেওঁক যেন কোনোবাই হেঁচি ঠেলিহে দুৱাৰখনেদি গতিয়াই উলিয়াই দিছেহি। তথাপিও তেওঁ থৰ লাগি কেইই চেকেণ্ডমান তাতে ৰ'ল। মহা প্ৰলয়ত বিধ্বংসীত স্তুপৰ ওপৰত থিয় দি নিজ অৰ্ন্তআত্মাৰ প্ৰচণ্ড ছাঁয়াত নিজেই ডুব গ'ল।

এনে ধৰণৰ পৰাজয়তো বিহ্বল নোহোৱাকৈ থাকিব নোৱাৰা এজন আৰু তেওঁ হৈ থকা নাই। তেওঁৰ অন্তৰৰ ভিতৰত তীব্ৰ আলোড়নৰ সৃষ্টি হ'ল। তাৰ পৰা শীঘ্ৰে গুচি যাবলৈ ব্যগ্ৰ হৈ পৰিল। কিন্তু ঠিক তেনেতে নাচটোৰ অন্ত পৰিল। অপৰিচিত মানুহ এজন আহি বাট চাই আছেহি বুলি এলিজাবেথ-জেনক মহিলা গৰাকীয়ে ক'লেহি। কথাটো শুনিয়েই তাই কোঠাটোলৈ সোমাই আহিল।

'অহ, — মিষ্টাৰ হেনচাৰ্ড' তাই মুখখন পিছলৈ ঘূৰাই কথাষাৰ ক'লে।

'কি ক'লা, এলিজাবেথ তুমি? তেওঁ চিএৰ এটা মাৰি তাইৰ হাতখনত ধৰিলে। তুমি কি বুলি কৈছা?— মিষ্টাৰ হেনচাৰ্ড? মোক এনেদৰে ককৰ্থনা নকৰিবা! মোক অপদাৰ্থ বুঢ়া হেনচাৰ্ড বোলা— কিন্তু মোৰ প্ৰতি তুমি ইমান দয়া-মায়াহীন নহ'বাচোন! অ' মোৰ আইজনী— মই দেখা পালো তুমি মোৰ ঠাইত তোমাৰ নিজ পিতৃক পালা। মোৰ বিষয়ে সকলোবোৰ কথাই তুমি ইতিমধ্যে নিশ্চয় গম পাইছা। তথাপিও, মই কও তোমাৰ সমস্ত ভাল পোৱা খিনি অকল তেওঁকেই অৰ্পন নকৰিবা। তোমাৰ অন্তৰত মোৰ কাৰণেও অকণ ঠাই ৰাখা।'

খণ্ডত ৰঙা-চিঙা পৰা এলিজাবেথে জোৰ কৰি তেওঁৰ পৰা হাতখন এৰুৱাই আনিলে, 'মই আপোনাক গোটেই জীৱনটোৱেই ভাল পাই থাকিব পাৰিলোহেঁতেন— আৰু কিমান আনন্দেৰে মই সেই কামটো কৰিলোহেঁতেন। তাইক'লে, 'কিন্তু আপুনি মোক বৰ বেয়া ধৰণে প্ৰৱঞ্চনা কৰিলে। সেইবোৰ জনাৰ পিছত মই আপোনাক কেনেকৈ ভাল চকুৰে চাওঁ। সেইয়া মোৰ দেউতা নহয় বুলি আপুনি মোক পতিয়ন নিয়াইছিল— সত্য কথা প্ৰকাশ নকৰি অত বছৰে আপুনি মোক অন্ধকাৰত ৰাখিলে আৰু যেতিয়া মোৰ মৰমিয়াল দেউতাজনে মোক বিচাৰি বিচাৰি আহি এইখিনি ওলাইছিলহি তেতিয়া আপুনি দুষ্ট বুদ্ধি সাজি মই মৰিলোঁ বুলি কৈ তেখেতক পঠিয়াই দিছিল। আপুনি ইমান নিষ্ঠুৰ। আপুনি ইমান চল-চক্ৰান্ত কৰিব পৰা মানুহ। মোৰ স্নেহ-ভক্তিৰ মানুহজনক আপুনি এনেদৰে ব্যৱহাৰ কৰা বুলি জনাৰ পিছত মই কেনেকৈ আপোনাক ভাল পাব পাৰোঁ।'

ইয়াৰ সদ ব্যাখ্যা এটা দিওঁ বুলি হেনচাৰ্ডে মুখখন মেলিব খুজিছিল। কিন্তু নাটকৰ বন্দুৱা এজনৰ দৰে নিৰ্বাক হৈয়েই থাকিল। মুখৰ পৰা এটা শব্দও নোলোৱাত পুনৰ জপাই থলে। সেই ঠাইত, সেই মুহূৰ্ত্তত তাইৰ মনৰ ওপৰত ৰেখাপাত কৰিব নোৱাৰা কথাকৈ নিজৰ দোষ প্ৰশমিত কৰিবলৈ চেষ্টা তেওঁ কেনেকৈ কৰে। চুচানে তাইক তেওঁৰ নিজৰ ছোৱালী বুলি ভুল ধাৰণা দি আঁকোৱালি ল'বলৈ দিয়াটোৱেই জানো প্ৰৱঞ্চনাৰ প্ৰথম পদক্ষেপ নহয়। মাকৰ চিঠিখন নপঢ়ালৈকেতো তেওঁৰ নিজৰ ছোৱালীজনী কাহানিবাই মৰিল বুলি জনাই নাছিল। তেওঁৰ ওপৰত পৰা দ্বিতীয় দোষটো হ'ল যে আগপিছ নুগুণি জুৱাৰীয়ে লক্ষ্যলৈ কাঁড মৰাৰ দৰে তেওঁৰ আশাশূন্য জীৱনটোৱে উপায়ান্তৰ হৈ মিছা কথা এষাৰ ক'লে— নিজ আত্মসন্মান বিসৰ্জ্জন দি হলেও অকণ মৰম বিচাৰি। তেওঁৰ মনলৈ অহা এনেবোৰ কথা কৈ তেওঁৰ নিজৰ দোষ পাতলাব পাৰিলেহেঁতেন। কিন্তু ইয়াৰ প্ৰধান অন্তৰাই হ'ল যে তেওঁৰ অন্তৰৰ কথাবোৰ বুজাবৰ কাৰণে দীঘলীয়া যুক্তি বা কাকুতি মিনতিৰ প্ৰয়োজন হ'ব। সেইবোৰ কৰি তেওঁৰ মনোকষ্ট লাঘব কৰিবলৈ প্ৰচেষ্টা চলোৱাটো

মূল্যহীন বুলিও তেওঁ ভাবিলে। তাৰপৰা আৰু একো লাভ নহ'ব বুলি ভাবি সেই বিষয়ে তেওঁ এবাৰ মাতো নামাতিলে।

তেওঁৰ নিজৰ সপক্ষে থকা বক্তব্যবোৰ জলাঞ্জলি দি তাইৰ সপক্ষে থকা অবস্থাটোৰ বিষয়েহে চিন্তা কৰিলে। 'মোৰ কাৰণে তুমি ইমান কাতৰ হোৱাৰ দৰকাৰ নাই' তেওঁৰ নিজৰ সম্ভ্ৰম আৰু পিতৃবৎ মৰ্যাদাৰ ক্ৰুতি নকৰি ক'লে, 'মই এনে এটা সময়ত সেইবোৰ কথা উত্থাপন কৰিবলৈ ইচ্ছা কৰা নাই। মই ইয়ালৈ আহি ডাঙৰ ভুল কৰিলোঁ— মই মোৰ ভুল এতিয়া বুজিব পাৰিছোঁ। কিন্তু এনে ভুল মই মোৰ জীৱনটোত মাত্ৰ এবাৰেইহে কৰিলোঁ বুলি ধৰি মোক মাৰ্জনা কৰা। মই মৰা দিনলৈকে এনে ভুল আৰু মই নকৰোঁ, এলিজাবেথ-জেন। গুড্ নাইট, গুড্ বাই।'

তাৰপিছত নিজৰ চিন্তা শক্তি ঘূৰাই পাই হেনচাৰ্ড কোঠাটোৰ পৰা ওলাই গ'ল। বাৰীৰ পিছপিনৰ যিটো বাটে আহিছিল সেইটোৰেই তেওঁ ওলাই গুচি গ'লগৈ। তাই আৰু তেওঁক দেখা নেপালে।

# পঞ্চ-চত্বাৰিংশতি অধ্যায়

আগৰ অধ্যায়ত উল্লেখ কৰা দিনটোৰ প্ৰায় এমাহ মানৰ পিছৰ কথা। এলিজাবেথ-জেনে এক সম্পূৰ্ণ নতুন পৰিবেশত নিজকে খাপখুৱাই ল'ব পৰা হ'লহি। ডোন্যাল্ডৰ চলন ফুৰণত এটাই মাত্ৰ পৰিবৰ্ত্তন দেখা গ'ল। ব্যৱসায় সংক্ৰান্তৰ কাম বন শেষ কৰিয়েই তেওঁ খৰ ধৰকৈ আহি ঘৰ সোমোৱা নিয়ম কৰিলে। কিছুদিনৰ আগলৈকে তেওঁৰ এই অভ্যাসটো নাছিল।

বিয়াখন শেষ হোৱাৰ পিছত নিউচন কেষ্টাৰব্ৰীজত আৰু তিনিদিন থাকি গুচি গ'লগৈ। (বিয়াখন যেনে হৰ্ষোল্লাস, ধুমধাম আৰু জাক জমকৰ মাজেৰে হৈ গ'ল সেইটো বহুতে ভবাৰ দৰে দৰা কইনাহালৰ ইচ্ছাত হোৱা নাছিল। সেই সিজন মানুহৰ উদ্যোগতহে তেনেকৈ পতা হৈছিল।) সেই সময়ত তেওঁক ঘূৰি অহা ৰবিনচন ক্ৰুচও বুলিহে জ্ঞান কৰি সকলোৱে সম্ভ্ৰমো যাচিছিল। হঠাতে অন্তৰ্দ্ধান হৈ পুনৰ আবিৰ্ভাৱ হোৱাৰ দৰে নাটকীয় ঘটনা কিছুমানৰ প্ৰতি নিৰ্লিপ্ততাৰ কাৰণেই হওঁক বা আন কিবা কাৰণতেই হওঁক কেষ্টাৰব্ৰীজৰ মানুহে এনেকুৱা ঘটনাত সাধাৰণতে বৰকৈ উত্তেজিত হয়। ইয়াৰ সঠিক কাৰণ কি সেইটো জনা নাযায়। কেইবা শতিকা ধৰিও চহৰখনত আইন কানুন আৰু ন্যায়িক তদন্ত আদিৰ ব্যৱস্থা বলবৎ থকা স্বত্তেও হঠাতে কোনো এজন মানুহ অন্তৰ্দ্ধান হৈ পৃথিৱীৰ কেন্দ্ৰ বিন্দুৰেদি বিন্ধা কৰি ঠিক তাৰ ওলোটা পিনে আবিৰ্ভাৱ হোৱা ঘটনা কেষ্টাৰব্ৰীজত ছমাহে বছৰেকে ঘটিয়েই থাকে। গতিকেই ইয়াৰ বাসিন্দা সকলৰ তেনেকুৱা কথা লৈ বৰকৈ মুৰঘমুৱাই

থকাৰ অভ্যাস নাই। বিয়াৰ চাৰিদিনৰ দিনা শোকাকুল নিউচনক পাহাৰ এখন বগাই গৈ থকা দেখা পোৱা গৈছিল। সাগৰখন দেখি থকা ঠাই এখনত থাকিবলৈ তেওঁ বৰ হেঁপাহ কৰিছিল। সাগৰৰ নিমখীয়া পানীৰ সংশ্ৰৱতেই সদায় থাকি অহাৰ কাৰণে এতিয়া তেনেকুৱা পানী দেখি নথকাকৈ তেওঁ জীয়াই থাকিবই নোৱাৰা হৈ পৰিল। বাড্‌মাউথতে ঘৰ এটা লৈ তাতে থকাৰ সিদ্ধান্ত কৰিলে। জীয়েকক আন এখন চহৰতে এৰিলে। তেওঁ নিজে বাছি লোৱা ঠাইখনলৈকে গৈ সেউজীয়া ৰঙৰ দুৱাৰ খিৰিকী থকা ঘৰ এটা ভাৰালৈ ল'লে। ধেনুভিৰীয়া খিৰিকী থকা ঘৰটোৰ একাংশ আগলৈ ওলাই থকা। কোনোবাই খিৰিকীখন খুলি সৰু আলিটোৰ দুয়োপিনে থকা ওখ ওখ ঘৰবোৰৰ ফাঁকেৰে চালেই ইয়াৰ একেবাৰে শেষত নীলা সাগৰখনৰ এচমকা হলেও দেখিবলৈ পাবই।

এলিজাবেথ-জেনে বুলনিখনৰ মাজ মজিয়াত থিয় হৈ কিছুমান সজোৱা পৰোৱা বস্তু চাই-চিতি সেইবোৰ কেনেকৈ সজালে বেছি ভাল হ'ব তাকে চিন্তা কৰি আছিল। তেনেতে ঘৰৰ ঘাঁই পৰিচাৰিকা গৰাকী আহি জনালেহি, 'মেডাম, আমি এতিয়াহে জানিব পাৰিলোঁ সেই চৰাইৰ সজাটোনো ইয়াত কেনেকৈ ওলালহি।'

নিজৰ সম্পূৰ্ণ কতৃত্ব থকা ঘৰটোত সোমোৱাৰ এসপ্তাহমান পিছৰ কোনোবা এটা দিনত তাই মনৰ ফুৰ্ত্তিতে ইটোৰ পিছত সিটো কোঠালৈ গৈ প্ৰত্যেকটো কোঠাৰ সা-সুবিধাবোৰনো কেনেকুৱা তাৰে বুজ লৈ আছিল। তেনেকৈ আহি এবাৰ যোপমৰা আন্ধাৰ ভঁৰালটোৰ তল সোমালহি। অতি সাৱধানে খুপি খুপি আহি ভঁৰালটো পাৰ হৈ বাগিছাখন পালেহি। তেতিয়া শৰৎ কালৰ বতাহত পাত সৰাৰ সময়। আহি আহি গছৰ পাত সৰি চাৰিওপিনে সিৰ্চৰিত হৈ থকা ঠাই এডোখৰ পালেহি। ফিল্ড মাৰ্চেল এজনে নিজ দায়িত্ব গ্ৰহণ কৰাৰ সময়ত তেওঁৰ শক্তি কিমান তাৰ মোটা মুটি আন্দাজ এটা কৰি ল'বৰ কাৰণে সকলো দিশ নিৰীক্ষণ কৰে। তাইও ঘৰৰ দায়িত্ব লোৱাৰ অভিযান আৰম্ভ কৰিছিল তেনেদৰেই। এনেতে ঢাকখাই থকা চুক টোত খবৰ কাগজৰে মেৰিওৱা চৰাইৰ সজা এটাৰ তলিত লাক বান্ধি থকা চৰাইৰ পাখী কিছুমান দেখা পালে। সেইবোৰ মৃত সখীয়তী চৰাই কেইটাৰ। সেই সময়ত তেওঁক কোনেও ক'ব পৰা নাছিল, সেই সজাটোনো তাত কোনে আনি পেলাই দিছিলহি। সুললিত সুৰে গীত গোৱা কণমানি চৰাই কেইটা যে আহাৰ পানীৰ অভাৱতে মৰিল সেইটো নিঃসন্দেহে ওলাই থকা কথা। এই শোকাবহ ঘটনাটোৱে তাইৰ অন্তৰ খনক বেয়াকৈ স্পৰ্শ কৰাত তাই কেবাদিনলৈকো কথাটো পাহৰিবই পৰা নাছিল। এই সাধাৰণ কথাটোৰ কাৰণেই ইমান চিন্তা কৰি থকা দেখি ফাৰফ্ৰেই তাইক মাজে সময়ে ধেমালিৰ সুৰতে ইতিকিং নকৰাকৈও থকা নাছিল। সময়ৰ লগে লগে তল পৰি যোৱা কথাটোৱে আকৌ উক দিলে।

'অহ, অনুগ্ৰহ কৰি শুনক মেডাম, আমি এতিয়া গম পাইছোঁ, সেই সজাটোনো ইয়ালৈ কেনেকৈ আহিল। কোনোবা খেতিৰ মালিকৰ লগত কাম কৰা বনুৱা এজন বিয়াৰ দিনা সন্ধ্যা সময়ত আহি ইয়াত দেখা দিছিলহি। তেওঁ আলিবাটেদি আহি থাকোঁতে সজা এটাও হাতত লৈ অহা মানুহে দেখিছিল। তেওঁ সম্ভৱ কাৰোবাৰ শুভেচ্ছাৰ বাণী কঢ়িয়াই আনিছিল। ভিতৰ সোমোৱাৰ আগতে সজাটো ইয়াতে থৈ গ'ল। উভতি যাবৰ সময়ত পাহৰি সেইটো ইয়াতে এৰি থৈ গুচি গ'ল সম্ভৱ।'

এই সামান্য কথা কেইটাই এলিজাবেথ-জেনক চিন্তান্বিত কৰি পেলালে। তাইৰ নাৰী সুলভ কোমল অন্তৰখনে ইয়াৰ উত্তৰাদিহ বিচাৰি উলিয়াইহে এৰিলে। তাই বুজি পালে যে হেনচাৰ্ডে তাইৰ বিয়াত উপহাৰ দিবৰ কাৰণেই সেই সখীয়তী চৰাই যোৰ আনিছিল। সেই উপহাৰটো তেওঁ কৰা ভুলৰ প্ৰায়শ্চিত্ত স্বৰূপ বুলিও বুজিবলৈ তাইৰ বাকী নেথাকিল। তেওঁ অতীতত কৰা কাম বোৰৰ কাৰণে তাইৰ আগত অন্ততঃ তেওঁ কোনো ধৰণৰ অনুতাপ প্ৰকাশ কৰা নাছিল। কৈফিয়ৎ দিয়াৰ অভ্যাস তেওঁৰ কোনোদিনেই নাছিল। কোনো কথা বাঢ়ি যাবলৈ নিদি উপশম ঘটোৱাটো তেওঁৰ প্ৰকৃতিয়েই নহয়। নিজকে নিজে দুৰ্ঘোৰ অপৰাধী বুলি নিন্দা কৰিয়েই তেওঁ জীয়াই থাকিব খোজে। লিগিৰী গৰাকীৰ কথাবাৰ শুনিয়েই তাই চৰাইৰ সজাটোৰ কাষ পালেহি। সজাটোৰ পিনে চাই কিছুপৰ থৰ লাগি ৰ'ল। পিছত সেইকেইটা সমাধিস্থ কৰিলে আৰু সুললিত সুৰে গীত গাব পৰা সখিয়তী চৰাইযোৰ আহাৰ পানী খাবলৈ নেপাই মৰাত বৰ বেজাৰো কৰিলে। সেই মুহূৰ্ত্তৰ পিছৰে পৰা আত্মবিদ্বেষী হৈ আঁতৰি গুচি যোৱা মানুহজনৰ প্ৰতি তাইৰ মনটো কুমলিবলৈ ধৰিলে।

তেওঁৰ স্বামী আহি ঘৰ সোমোৱাত চৰাইৰ ৰহস্যটো সমাধান হ'ল বুলি তাই তেওঁক জনালে। নিৰ্বাসন লোৱা হেনচাৰ্ডক বিচাৰি উলিয়াবলৈও ফাৰফ্ৰেক কাকুতি মিনতি কৰিবলৈ ধৰিলে। ইয়াকো তাই ক'লে যে তেওঁৰে সৈতে হোৱা সকলো বিবাদৰ ওৰ পেলাই তাই মৰম চেনেহৰ মাজেৰে শান্তি লভিব খোজে। হেনচাৰ্ডে হিয়া উবুৰিয়াই ফাৰফ্ৰেক যিমান মৰম কৰিছিল তাৰ পৰিবৰ্ত্তে ফাৰফ্ৰেই তেওঁক দিয়াখিনি যথেষ্ট কম বুলিব পাৰি। কিন্তু অন্যহাতে ফাৰফ্ৰেই তেওঁক সিমান ভাল নেপালেও বন্ধুজনে তেওঁক যিমান ঘৃণা কৰিছিল সিমানখিনি ফাৰফ্ৰেৰ অন্তৰত কাহানিও নাছিল। যাহওঁক ফাৰফ্ৰেইও এলিজাবেথ-জেনৰ এই প্ৰশংসনীয় প্ৰচেষ্টাক সহায় কৰিবলৈ মান্তি হ'ল।

হেনচাৰ্ডক ক'ত বিচাৰি পাবগৈ সেইহলে এটা সমস্যা আহি পৰিল। মিষ্টাৰ আৰু মিচেচ ফাৰফ্ৰেৰ ঘৰৰ দুৱাৰ মুখ এৰাৰ পিছৰে পৰা আপাত দৃষ্টিত হেনচাৰ্ড বসুমতীৰ গৰ্ভত অন্তৰ্দ্ধান হোৱাদি হ'ল। তেওঁ এৰাৰ যিটো কাণ্ড কৰিবলৈ ওলাইছিল

সেইটোৰ কথা মনত পৰিলে এলিজাবেথ জেনৰ শংকাত বুকু কঁপি উঠে— নদীখনৰ সেই দ ডুবিটোত।

তাই গম পোৱা নাছিল যদিও তাৰ পিছৰে পৰা হেনচাৰ্ড এজন সম্পূর্ণ বেলেগ মানুহ হৈ পৰিছিল। মানসিক দৃষ্টি ভঙ্গিৰ ভিত্তিত যিমানদূৰ প্ৰকাশ পায় তাৰ পৰা ন্যায্য ভাবেই ধাৰণা কৰিব পাৰি যে তাই কৰা ধৰণৰ ভয়ৰ সম্ভাৱনা আৰু নাই। ফাৰফ্ৰেই, কেইদিনমান খা-খবৰ কৰাৰ পিছত জানিব পাৰিলে যে ৰাতি বাৰ মান বজাত পুৱমুৱা হৈ হেনচাৰ্ড মেলচেষ্টাৰৰ ঘাই আলিটোৰে ধীৰে ধীৰে খোজ কাঢ়ি গৈ থকা কোনোবা চিনি পোৱা মানুহে দেখা পাইছিল। অৰ্থাৎ তেওঁ যিবাটে আহিছিল সেইবাটেই উলটি গৈছিল।

ইমানখিনি খবৰেই যথেষ্ট হোৱাত ফাৰফ্ৰেই পিছদিনা ৰাতিপুৱাই ঘোঁৰাগাড়ী খন লৈ যাত্ৰা আৰম্ভ কৰিলে। মূৰে গায়ে ডাঠ নোমাল উণৰ কাপোৰ এখন মেৰিয়াই লোৱা এলিজাবেথ-জেনকো কাষতে গাড়ীত বহুৱাই ল'লে। তাই ডিঙিটোতো উণৰ স্কাৰ্ফ এখন মেৰিয়াই ল'লে। আগতকৈ উজ্বল গাৰ বৰণ আৰু মাতৃসুলভ গাম্ভীৰ্যতাৰ প্ৰাৰম্ভিক লক্ষণবোৰ তাইৰ গাত দেখা দিছিল। প্ৰাচীন ৰোমৰ অধিষ্ঠাত্ৰী দেৱী মিণাৰ্ভাৰ প্ৰশান্ত চকুযুৰিৰ ব্যঞ্জনাই বিকশোৱা চৈতন্য এলিজাবেথৰ মুখ মণ্ডলতো ফুটি উঠি তাইৰ জেউতি বঢ়াইছিল। জীৱনৰ ঘাত প্ৰতিঘাত বোৰ সুকলমে অতিক্ৰম কৰি আহি তাই এক সম্ভাৱনাপূৰ্ণ অৱস্থাত প্ৰতিষ্ঠিত হ'লহি। এতিয়া তাইৰ একমাত্ৰ লক্ষ্য হৈছিল কেনেকৈনো হেনচাৰ্ডক এটা সুথিল অৱস্থাত ৰাখিব পাৰে। তেনে কৰিব নোৱাৰিলে তেওঁ অতি নিম্নখাপৰ জীৱনহে নিৰ্বাহ কৰিবলগীয়া হ'বগৈ। তেনে এটা সম্ভৱনাই এতিয়া প্ৰকট হৈ দেখা দিছে। ঘাঁই আলিটোৰে কেইমাইলমান আহি তেওঁলোকে আৰু কিছু খা-খবৰ সংগ্ৰহ কৰিব পাৰিলে। কেবা সপ্তাহো ধৰি সেই আলিটো মেৰামতি কৰা কামত লাগি থকা বনুৱা এজনে তেনে বিবৰণৰ মানুহ এজন দেখা পাইছিল বুলি ক'লে। মেলচেষ্টাৰৰ পৰা অহা ঘাঁই গাড়ীযোৱা আলিটো বেড্যাৰবাৰীতে শেষ হ'লত তেওঁলোকে ঘোঁৰা গাড়ীখন তাতে এৰি যোৱাৰ সিদ্ধান্ত কৰিলে। তাৰ পৰা ফাটি যোৱা আলিটোৰে গ'লে এগ্ডেন হীথৰ উত্তৰে থকা বিস্তীৰ্ণ উপকণ্ঠ ওলাবগৈ পাৰি। ভাবিচিন্তি সেইপিনেই যাবলৈ স্থিৰ কৰি লেকাম টানি ঘোঁৰৰ মূৰটো ঘূৰালে। তেওঁলোক সেই পুৰণিকলীয়া ঠাইডোখৰৰ পিনে আগবাঢ়িল। আলিটো কাহানিও মেৰামতি কৰাৰ নাম গোন্ধেই নাই। মাটি এচপৰাও কোনেও দি পোৱা নাই। ৰাষ্টা খন্দা কুৰা কামত কোনোবা লাগিছিল যদিও সেয়া এন্দুৰ-নিগনিহে। পুৰণি স্মৃতি হিচাবে ঠাইখনে কিছুমান মাটিৰ মৈদাম ঠায়ে ঠায়ে এৰি থৈ গৈছিল। সেই চন পৰি থকা টিপবোৰ পৰলা গুল্ম আৰু ঘাঁহবনে ঢাকি ৰাখিছিল। আকাশলৈ মুখ কৰি থকা অগণন মাটিৰ টিপবোৰ যেন নিদ্ৰামগ্ন দেৱী

ডায়েনাৰ বক্ষহে।

হেনচাৰ্ডক এগ্ড়নত বিচাৰি উলিয়াবগৈ নোৱাৰি ফাৰফ্ৰেই আৰু আগবাঢ়ি যোৱাকে ঠিক কৰিলে। ওচৰে পাজৰে থকা মাটিৰ ঢিপ আৰু গুল্মবোৰ পাৰ হৈ অ্যাংগ্যলবাৰীৰ উত্তৰ অংশ পালেগৈ। অভিশপ্ত পাহাৰটোৰ শিখৰত থুপতে থকা লেহুকা দেৱদাৰু গছবোৰ হ'ল ইয়াৰ এক বিশেষত্ব। গছৰ তলে তলে আহি তেওঁলোকে সেই ঠাইখনো পাৰ হ'ল। তাতে আলিটো অন্ত পৰাত তেওঁলোক খাটাং হ'ল যে তাৰ পৰা হেনচাৰ্ড খোজকাঢ়ি যোৱাৰ বাহিৰে আন উপাই নাছিল। আৰু আগবাঢ়ি যোৱাৰ একো ভিত্তি বিচাৰি নাপালে। অনুমানৰ বাহিৰে তেওঁলোকৰ হাতত একো সম্বলেই নাছিল। এনেবোৰ অসুবিধাৰ কথা ভাবিয়েই তেওঁ সহধৰ্মিনীক ভালকৈ বুজাই ক'লে যে এইদৰে বিচাৰি ফুৰাৰ কোনো অৰ্থ আৰু তেওঁ দেখা পোৱা নাই। সতিয়ে দেউতাকক আন কাৰোবাৰ হতুৱাই বিচৰোৱাই ভাল হ'ব। তেওঁলোক তেতিয়া ঘৰৰ পৰা প্ৰায় কুৰি মাইলমান আঁতৰত। আৰু এখন গাওঁ পাৰ হোৱাৰ পিছত ঘোঁৰাটোক জিৰণি দিওঁ বুলি তেওঁলোকে কিছুপৰ ৰ'ল। তেতিয়া উলটিলেহে তেওঁলোক দিনে পোহৰে গৈ কেষ্টাৰব্ৰীজ পাবগৈ, নহলে ৰাতিটো ক'ৰবাত খপিব লাগিব— 'অযথা বহুত খৰছো হ'বগৈ,' ফাৰফ্ৰেই কলে। তাইও কথাটো চিন্তা কৰি গিৰিয়েকৰ সৈতে একমত হ'ল।

ফাৰফ্ৰেই লেকামডাল টানি ঘূৰো বুলি ভাবিলে। কিন্তু মনত কোনো স্পষ্ট ধাৰণা নকৰাকৈয়েই এনেযে ক্ষন্তেক ৰৈ ইফালে সিফালে চালে। নিম্নাঞ্চলৰ পিনে চকু দিওঁতেই দূৰৈত মানুহৰ আকৃতিৰ কিবা এটা দেখা পালে। ঠাহ খাই থকা ঘন গছবোৰৰ মাজেদি এজন মানুহ অকলশৰীয়াকৈ গৈ আছিল। অস্থিৰ হৈ ধলং পলং কৈ খোজ কাঢ়ি গৈ থকা এজন বনুৱা শ্ৰেণীৰ মানুহ। তেওঁ আন কেনিও নেচাই কিবা ভাবি ভাবি চকুৰ দুকাষ ঢকা ঘোঁৰাৰ দৰে নাকৰ পোনে পোনে গৈ আছিল। তেওঁৰ হাতত কেইডালমান হাবিৰ পৰা বোটলা শুকান কাঠ। আলিবাট এটা পাৰ হৈ মানুহজনে পাহাৰীয়া নৈয়ে খান্দি উলিওৱা সংকীৰ্ণ উপত্যকাটোৰ পিনে খোজ দিলে। তাতে থকা জুপুৰি ঘৰটোৰ ভিতৰলৈ মানুহজন সোমাই যোৱা তেওঁ দেখা পালে।

কেষ্টাৰব্ৰীজৰ ইমান আঁতৰত যদি ঠাইখন নহ'লহেঁতেন তেন্তে সেইজন মই এবেল হুইটেলৰ বাদে আন কোনো নহয় বুলি ক'লোহেঁতেন।' এলিজাবেথ জেনে ক'লে।

'অ হয়, সেইজন হুইটেলেই হ'বপাই, যোৱা তিনি সপ্তাহ ধৰি কামলৈও অহা নাই, কিয় অহা নাই সেই বিষয়েও একো খা-খবৰ দিয়া নাই। দুদিন কাম কৰা পইছা তাৰ এতিয়াও পাবলৈ বাকী আছে, তাৰ হৈ কোনেনো পইছা ল'ব সেইটোও

জনোৱা নাই।'

এনে এটা সম্ভাৱনা দেখা পাই তেওঁলোক ঘোঁৰাৰ পৰা নামিল। ঘোঁৰাৰ লেকামডাল গেটখনৰ খুটাটোতে খোৰোচা লগাই থৈ জৰাজীৰ্ণ পজাটোৰ ভিতৰতনো কি আছে তাকে চাবলৈ বুলি আগবাঢ়িল। জুপুৰীটোৰ বেৰবোৰ মাটিখছি কৰণিৰে লেপা। পিছত বতাহ বৰষুণত সেইবোৰো জহি খহি গৈছিল। দুই এঠাইতহে মাটি তেতিয়াও লাগি আছিল। বেৰবোৰ মজিয়াৰ ভেটিটোতে ভেজাদি কোনোমতে ৰৈ আছিল। চিৰ সেউজীয়া 'আইভী' লতা বগাই বেৰাকেইখন নপৰাকৈ ধৰি ৰাখিছিল। ক'বলৈ গ'লে, সেইবোৰেও আনকি খোপনি ল'বলৈ একো অবলম্বন পোৱা নাছিল। ঘৰটোৰ কেঞ্চি বাটামবোৰেও দোপ লৈছিল। চালৰ ফুটাৰে আকাশৰ তৰা গণিব পাৰি। চাৰিও পিনৰ পৰা গছপাত বোৰ বতাহত উৰি আহি ঘৰটোৰ দুৱাৰ মুখতে জমা হৈছিল। সেইবোৰক কোনেও অকণো আমনি নকৰাত জাবৰৰ দমটো ডাঙৰহে গৈ আছিল। ফাৰফ্ৰেই আঙুলিৰে টোকৰ মৰাত দুৱাৰখন খুলি সঁচাকৈযেই তেওঁলোকে ভবাৰ দৰে হুইটেলৰেই আবিৰ্ভাব হ'ল।

মানুহটোৰ মুখখন দেখিলেই বুজিব পাৰি যে তেওঁ শোকত মৰ্ম্মাহত হৈ আছিল। তথা লাগি কেনিনো চাই আছিল নিজেই ক'ব নোৱাৰা এটা অৱস্থা। গাত ছঁচ্ নথকাৰ কাৰণে হ'বলা মানুহজনে হাবিৰ পৰা বুটলি অনা শুকান কাঠ কেইডাল তেতিয়াও কান্ধৰ পৰা নমোৱাই নাছিল। তেওলোকক চিনি পোৱাৰ লগে লগেই ফাৰফ্ৰেই আৰম্ভ কৰিলে।

'কি হৈছে আবেল হুইটেল, তুমি আহি ইযাতে আছাহিনেকি?'

'হয় চাৰ, মোৰ মা সৌপিনে নামনি অঞ্চলৰ পিনে থকাৰ সময়ত তেখেতে বৰ মৰম কৰিছিল। মোৰ মাক তেখেতে নিজৰ, একেবাৰে নিজৰ মাকৰ দৰে মৰম কৰিছিল, মোক কিন্তু ডাবি হুকি 'দি হ'লে সদায খুব খং কৰিছিল।'

'তুমি কাৰ কথা কৈছা?'

'অ চাৰ, আপুনি গম পোৱাই নাই নেকি? তেখেত হেন্‌চেট গুচি গ'লগৈ নহয় — আধা ঘন্টামান আগতে। সূৰ্য দেৱতাইহে জানে সময়টোৰ কথা, কাৰণ মোৰ নামত এতিয়াও এটা ঘড়ী হোৱা নাই।'

'তাৰ মানে মৰা নাই?' এলিজাবেথ-জেনে ভয়ে ভয়ে সুধিলে। 'হয় মেডাম তেখেত গ'লগৈ। মোৰ মা, সৌ পিনে থকাৰ সময়ত তেখেতে বৰ মৰম কৰিছিল। জাহাজত ব্যৱহাৰ কৰা ভাল কয়লা পঠিয়াই দিছিল। সেইবোৰ কয়লাৰ চাই নোলায়েই বুলিব লাগে। কাপোৰত লগোৱা লেচ আৰু অন্য বস্তুও পঠিয়াই আছিল নহয়। মান্যবৰ আৰু এই মহিলা গৰাকীৰ বিয়াৰ দিনা তেখেতক মই বৰ বেজাৰ মনেৰে আহি থকা দেখিলো। মাতবোৰো থোকা-থুকি। মই গ্ৰেব্ৰীজ পৰ্যন্ত তেখেতৰ পিছে

পিছে গৈ আছিলো। তেওঁ মোক দেখি ক'লে "তই উভতি যাগে।" কিন্তু মই দেখিলোঁ যে তেওঁৰ মনটো অত্যন্ত বেয়া আৰু সেই কাৰণেই পিছে পিছে গৈ থাকিলোঁ। তেখেতৰ পিছ নেবাত তেখেতে খং কৰি আকৌ ক'লে "আপুনি মোৰ কথা শুনিছেনে নাই, চাৰ? অনুগ্ৰহ কৰি ঘূৰি যাওঁকগৈ।" পিছে তেখেতৰ মনটো অতিশয় বিষণ্ণ দেখি মই তেখেতৰ পিছ নেৰিলোঁ। তেতিয়া তেওঁ ক'লে "হুইটেল, তুমি মোৰ পিছে পিছে আহি নেথাকিবা বুলি কোৱা স্বত্বেও মোৰ কথা নুশুনি কিয় তুমি আহি আছা, বাৰু?" মই তেতিয়া ক'লো 'ইয়াৰ কাৰণ হ'ল চাৰ, আপোনাৰ কিবা এটা বৰ বেয়া হোৱাৰ লক্ষণ মই দেখা পাইছো, আৰু চাৰ আপুনি মোৰ মাক কিমান মৰম কৰিছিল। আপুনি মোক কেটেৰা জেঙেৰা কৰিছিল যদিও কিন্তু মোৰ হৃদয়খন আপোনাৰ প্ৰতি দয়া মমতাৰে ভৰা।' তাৰ পিছত মানুহজন আগবাঢ়িল আৰু ময়ো পিছে পিছে গৈ থাকিলতো একো আপত্তি নিদিলে। এইদৰে আমি গোটেই ৰাতিটো খোজ কাটিলো। ৰাতিপুৱাৰ হ'লহি। পোহৰ তেতিয়াও হোৱা নাছিল, কিন্তু ঠিক তেনেতে তেখেতক পেটৰ বিষ এটাই খামোচ মাৰি ধৰাত চুঁচৰি বাগৰিও আৰু চলিব নোৱাৰা হ'ল। সেই সময়ত আমি ঠিক এইখিনি ঠাইতে ঘৰটো দেখি মই ভিতৰ সোমাই দেখিলো যে ঘৰটো খালি পৰি আছে। তাতে আশ্ৰয় লওঁ বুলি তেখেতক ইয়ালৈকে লৈ আহিলোঁগৈ। দুৱাৰ খিৰিকীবোৰ বন্ধ কৰি ৰাখিবৰ কাৰণে সেইবোৰত তক্তা মাৰি থোৱা আছিল। তক্তা এৰুৱাই তেখেতক ভিতৰলৈ নিলোঁ। তেখেতে আপত্তি কৰি ক'লে 'হুইটেল তুমিনো ইমান মূৰ্খ হ'ব লাগেনে, মোৰ দৰে হতভগীয়া এজনকো এইদৰে পৰিচৰ্যা কৰিছা।' তেতিয়াহে মই কিঞ্চিৎ সাহ পাই ওচৰ চুবুৰীয়াৰ পৰা বিছনা এখন, চকীএখন আৰু দুইএপদ বস্তু আনি ঘৰটোত থাকিবৰ কাৰণে যিমান কণ সুবিধা কৰা সম্ভৱ সিমান কণ কৰিলোঁহি। কিন্তু আপোনালোকৰ মনতনো মই আৰু কিমান বেজাৰ দিম, চাৰ, মানুহজনে একেবাৰে একোকে খাব নোৱাৰা হৈ আহিল— পেটৰ ভোক হৰিলত একো বস্তুৱেই পেটলৈ নোযোৱা হ'ল। দিনে দিনে দুৰ্বল হৈ আহি আজি ৰাতিপুৱা ঢুকাল। এতিয়া তেখেতৰ জোখটো ল'বৰ কাৰণে মানুহ বিচাৰি ইয়াৰ পৰা এজন গৈছে।'

'উস ৰাম এনেকুৱাই হ'লগৈ নে, 'ফাৰফ্ৰেৰ মুখৰ পৰা কথাষাৰ ওলাল। এলিজাবেথ-জেনেও একো নেমাতিলে।

'তেখেতৰ মূৰৰ শিতানত কিবা কাগজ এখন লিখি আঁৰি থৈছিল।' এবেলে হুইটেলে ক'লে, 'কিন্তু মই লিখিব পঢ়িব নেজানো, সেই কাৰণেই কিনো লিখি গৈছে সেই বিষয়ে মই একো জানিব পৰা নাই। আপোনালোকক দেখুৱাও বাৰু।'

একো মাতবোল নকৰাকৈ তেওঁলোক তাতে থিয় দি থাকিল। হুইটেলে সোঁত মোচ হৈ থকা কাগজৰ টুকুৰাটো আনিলেগৈ। পেঞ্চিলেৰে কাগজখনত এনেদৰে

লিখা আছিল—

'মাইকেল হেনচাৰ্ডৰ শেষ ইচ্ছা পত্ৰ।

এলিজাবেথ-জেন আৰু ফাৰফ্ৰেক মোৰ মৃত্যুৰ বাতৰিটো দিব নেলাগে আৰু তেওঁলোকে মোৰ কাৰণে এটোপ চকুপানী টুকিও বেজাৰ কৰিব নেলাগে।

— মোক কোনো পবিত্ৰ ঠাইত সমাধিস্থ কৰিব নেলাগে।

— মোৰ হৈ গীৰ্জঘৰত ঘন্টা বজাব নেলাগে।

— মোৰ মৃত দেহটো চাবলৈ কোনোবা আহে নেকি বুলি সুধিব নেলাগে।

— মোৰ মৃতদেহৰ পিছে পিছে শোভাযাত্ৰা কৰি কোনো মানুহকে মৰিশালিলৈ যাবলৈ দিব নেলাগে।

— মোৰ সমাধিত কোনেও ফুলৰ তৰ্পণ দিবহি নেলাগে।

—কোনেও মোৰ কথা স্মৰণ কৰিব নেলাগে।

— মোৰ হাতে কৰা স্বাক্ষৰ সহিত,

*'মাইকেল হেনচাৰ্ড'*

তাইলৈ কাগজখন আগবঢাই দি ফাৰফ্ৰেই সুধিলে, 'আমি এতিয়া কি কৰা উচিৎ?'

তাই একো সঠিক উত্তৰ দিব নোৱাৰিলে।

'অ ডোন্যাল্ড,' তাই চকুপানী টুকি টুকি ক'লে, 'কি হিয়া বিদাৰক কাহিনী এটাৰ অন্ত পৰিল, এই ঠাই কণতে। অহ, মই আজি ইমান মৰ্মান্তিক বেজাৰ নেপালোহেঁতেন যদি তেখেতৰ লগত হোৱা মোৰ শেষ সাক্ষাতৰ সময়ত মই নিষ্ঠুৰ ব্যৱহাৰ নকৰিলোহেঁতেন। কিন্তু এইবোৰটো আৰু সলনি কৰাৰ কোনো উপায় নাই— এতিয়া তেখেতৰ ইচ্ছাই পূৰণ হওঁক।'

হেনচাৰ্ডে শোক পীড়িত হৈ মৃত্যুৰ সময়ত যিবোৰ কথা লিখি থৈ গৈছিল, সেইবোৰৰ প্ৰতি তাইৰ বিশেষ আস্থা নথকা স্বত্তেও যিমান দূৰ সম্ভৱ তেখেতৰ ইচ্ছা পূৰণ হ'বলৈ দিলে। যিজন মানুহক তাই ইমান ভালকৈ জানিছিল সেইজনৰ যে এইবোৰ স্বাভাবিক কথা নহয় সেইটো তাই ভালদৰেই জানিছিল। তাই উপলব্ধি কৰিছিল যে তেখেতে গোটেই জীৱনটো যিবোৰ মৌলিক আধাৰৰ ওপৰত নিৰ্ভৰ কৰি চলি গ'ল সেই হিচাপত চাবলৈ গ'লে সেই নিৰ্দেশনাটোও সেইবোৰৰ এটা ক্ষুদ্ৰ সংস্কৰণ বুলিবহে লাগিব। গতিকেই সেইবোৰৰ ওপৰত অবৈধ ভাৱে হস্তক্ষেপ কৰি সন্তাপ পাতলাবলৈ যত্ন নকৰাই উচিৎ বুলি বিবেচনা কৰিলে। লৌকিকতাৰ আশ্ৰয় লৈ গিৰিয়েকৰো এখন বহল অন্তঃকৰণ আছে বুলি প্ৰতিপন্ন কৰি প্ৰশংসা আদায় কৰিবলৈ প্ৰয়াস কৰাটো উচিৎ বুলি বিবেচনা নকৰিলে।

অৱশেষত সকলো শেষ হৈ গ'ল। শেষ বাৰৰ কাৰণে তেওঁ তাইক দেখা

কৰাৰ সময়ত তাই ভুল বুজি কৰা দুৰ্ব্যৱহাৰ আৰু আগতে তেওঁক বিচাৰ খোচাৰ নকৰাৰ কাৰণে অন্তৰত যি আঘাত পালে সেয়া সময়ৰ সোঁতত লাহে লাহে পাতলি নাইকিয়া হ'লগৈ। অৱশেষ সেই যন্ত্ৰণাটো ভালেমান দিন আছিল। ইয়াৰ পিছৰে পৰা এলিজাবেথৰ মুৰৰ ওপৰেদি বৈ যোৱা প্ৰবল ধুমুহা জাকে পৰিসীমা অতিক্ৰম কৰি ক্ৰমাৎ অন্য দিশলৈ গতি কৰিলে। ঘোপমৰা আন্ধাৰত ডুব গৈ থকা গেলিলীৰ অন্তৰ্গত চহৰ ক্যাফেৰনাউনৰ বাসিন্দা সকলে যীশুখৃষ্টই ধৰ্মবাণী প্ৰচাৰ কৰি থকাৰ সময়ত জ্যোতিৰ্ময় কিবা এটা দেখা পাই শান্তি লভিছিল। ঠিক তেনেদৰে দয়া মমতাৰে ভৰা এচাটি শান্ত শীতল বা আহি তাইৰ আগৰ দুখ কষ্টৰ ওৰ পেলালেহি। বিবাহিত জীৱনৰ সুখ সম্ভোগৰ মাধুৰীযে মন মতলীয়া কৰিছিল যদিও তাইৰ স্বাভাবিক নিৰ্ম্মল চৰিত্ৰটোৰ লগত তালমান ৰাখিহে প্ৰতিটো কথাতে আগ বাঢ়িছিল। ওচৰে পাজৰে থকা আন দুৰ্ভগীয়া সকলে তাইৰ অপ্ৰকাশ্য গুণবোৰৰ সূক্ষ্ম দিশটো বিশ্লেষণ কৰিলে দেখা পাব যে তাই নিজৰ জীৱনত যি অকণ সুবিধা পাইছিল তাকে খামোচি ধৰি চিৰস্থায়ী কৰিবলৈ সক্ষম হৈছিল। অণুবীক্ষণ যন্ত্ৰৰ সহায়ত চকুৰে মনিব নোৱাৰা অতি ক্ষুদ্ৰ কণিকা এটাকো ডাঙৰকৈ দেখা পোৱাৰ দৰে, বুদ্ধি আৰু যত্ন সহকাৰে পৰিচালনা কৰিব পাৰিলে, দুই এক যন্ত্ৰণাত ভুগি থকা হতভাগাৰ বাহিৰে আন সকলোৰে জীৱনলৈ অহা সুবিধাকণ বৃহৎ আকাৰলৈ ৰূপান্তৰিত কৰিব পাৰি বুলি তাই বিশ্বাস কৰিছিল। এনেকুৱা ঘটনা তাইৰ নিজৰ জীৱনতেই ঘটিছিল। তেনে সুবিধাবোৰ গ্ৰহণ কৰিব জানিলে যি কোনো মানুহেই জীৱনৰ মাধুৰ্য্য বিচাৰি পাবগৈ পাৰে। তাই আহৰণ কৰা শিক্ষাই তাইৰ জীৱনত বৰ দকৈ সাঁচ বহুৱাইছিল। কেষ্টাৰব্ৰীজ চহৰখনৰ নিম্ন শ্ৰেণীৰ দুখীয়া নিছলা আৰু অৱস্থাসম্পন্ন সমাজৰ প্ৰতিষ্ঠিত লোক সকলেও তাইক উচ্চআসন দি সন্মান যাচিছিল। কিন্তু সেই সন্মান আৰু প্ৰশংসাৰ প্ৰতি তাই ব্যক্তিগত ভাবে উদাসীন হৈয়েই থাকিল। সেই বিষয়ে চিন্তা কৰিবলৈ হ'লে সাধাৰণভাৱে ইয়াকে বুজা গৈছিল যে তাইৰ অৱস্থাটো লৈ সন্তোষ কৰিব লগীয়া বিশেষ একো নাছিল। জীৱনটোক সুখৰ বুলি ভাবি তাই দেখদেখকৈ কাকো কৃতজ্ঞতা জনাব নোৱাৰাৰ কাৰণে তাইক দোষাৰোপ কৰিব নোৱাৰি। জীৱনৰ অভিজ্ঞতাৰ পৰা, ভুলে শুদ্ধই, তাই যি শিক্ষা পালে তাৰ পৰা তাই উপলব্ধি কৰিছিল যে এই অথিৰ আৰু দুখেৰে ভৰা সংসাৰখনত ক্ষন্তেকীয়াকৈ পোৱা ভূয়সী প্ৰশংসা ও ধনজন লৈ উত্ৰাৱল হ'বলগীয়া একো নাই, — যদিও জীৱনৰ আদবাটতে উজ্জ্বল বেলিৰ পোহৰে আন্ধাৰ আঁতৰাই তাইৰ জীৱনটোও বহুমূলীয়া কৰি তুলিছিল। গভীৰ জ্ঞান বুদ্ধিৰ দ্বাৰা তাই বুজিব পাৰিছিল যে তাই বা আন কোনোবা এজনে জীৱনত প্ৰাপ্যতকৈও অধিক পাইছিল, আৰু আনহাতে কিছুমানে যিমান পাইছে তাতকৈ তেওঁৰ প্ৰাপ্য বহুগুণে অধিক। জীৱনৰ এই দিশটোৰ প্ৰতি তাই কেতিয়াও

অন্ধ হৈ থকা নাছিল। তাই নিজকে ভাগ্যৱতী বুলি ভাবিবলৈ বাধ্য হৈছিল যদিও প্ৰতি মুহূৰ্ত্ততে অদৃশ্যৰ হাত এখনে মানুহৰ ভাগ্যক নিয়ন্ত্ৰণ কৰি থকাটো দেখি আচৰিত নহৈও থকা নাছিল। অবিৰাম সুখ আৰু অশান্তিহীন জীৱনৰ সৌভাগ্যই এবা নিদিয়া সকলৰ ভিতৰত তায়ো আছি এজনী হ'লহি যদিও যৌৱনৰ আগভাগতে পোৱা শিক্ষাৰ পৰা তাই মৰ্মে মৰ্মে উপলব্ধি কৰিছিল যে দুখযাতনাৰে ভৰা এই নাটকীয় সংসাৰখনত সুখ অতি দুস্প্ৰাপ্য আৰু ক্ষণস্থায়ী। ই ক্ষণিকৰ বাবে আহি পৰা একোটা বিক্ষিপ্ত আকস্মিক ঘটনাহে।

০ ০ ০